**BADHYABHUMIT EKALAVYA :** An Assamese novel written by Dilip Bora and published by Nagen Sarmah, on behalf of Jyoti Prakashan, Panbazar, Guwahati-781001.

***First edition :*** November, 2009 ***Price :*** Rs. 120.00 only

**প্ৰকাশক ঃ**
শ্ৰীনগেন শৰ্মা
জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**প্ৰথম প্ৰকাশ ঃ** নৱেম্বৰ, ২০০৯ চন

**বেটুপাত ঃ** মনজিৎ ৰাজখোৱা

**মূল্য ঃ** ১২০.০০ টকা

**ছপাশাল ঃ**
ত্ৰিনয়ন গ্ৰাফিক্‌ অফ্‌ছেট
উদ্যোগ পাম,বামুণীমৈদাম
গুৱাহাটী-৭৮১ ০২১

# প্ৰথম পৃষ্ঠা

'কলিজাৰ আই' আৰু 'ভস্মাচলৰ ছাই'ৰ পিছত এয়া মোৰ তৃতীয় উপন্যাস। অৰ্থনীতি আৰু বুৰঞ্জীৰ ছাত্ৰ হিচাপে ৰাজনীতিয়ে মোক সদায়েই আকৰ্ষণ কৰি আহিছে। শাসন ব্যৱস্থা ৰাজতন্ত্ৰ, সামন্ততন্ত্ৰ, মিলিটাৰী জুণ্টা বা গণতন্ত্ৰ যিয়েই নহওক নেতৃত্বৰ বিচক্ষণতা আৰু কাৰ্যদক্ষতাৰ ওপৰতে দেশ আৰু জনতাৰ ভাগ্য নিৰ্ভৰ কৰে। নৰকাসুৰ, ভগদত্ত, ভাস্কৰ বৰ্মা আৰু পিছলৈ চাও লুঙ চুকাফা, ৰুদ্ৰ সিংহ, নৰনাৰায়ণ আদি বিচক্ষণ আৰু কৰ্মকুশল শাসকে দুহেজাৰ বছৰৰ নিৰলস প্ৰচেষ্টাৰে গঢ় দি যোৱা অসম আৰু অসমীয়াৰ অস্তিত্ব আজি বিপন্ন। জনগণতান্ত্ৰিক শাসন ব্যৱস্থাৰ মাজলৈ আহি পৰা সেৱা আৰু বৃত্তিৰ দ্বন্দ্ব তথা ক্ষমতা কুক্ষিগত কৰাৰ আকাঙ্ক্ষাই জাতি গঠনৰ সমস্ত প্ৰক্ৰিয়াটোকেই ভাঙি পেলোৱাৰ উপক্ৰম কৰিছে। আজি এনে এক সন্ধিক্ষণ আহি পৰিছে যে বৃহৎ অসমীয়া সমাজৰ ঐক্য আৰু ঐতিহ্য উভয়ে বিলুপ্তপ্ৰায় অৱস্থা পাইছে।

'বধ্যভূমিত একলব্য'ৰ এয়াই উপজীব্য। উপন্যাসখনে সামান্যভাৱেও পাঠকক জোকাৰি গ'লে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভবাৰ থল থাকিব।

কিতাপখন লিখি থাকোঁতে ডিগবৈৰ বকুল শইকীয়া, ডিব্ৰুগড়ৰ বিনোদ ফুকন আৰু ধেমাজিৰ জ্যোতিপ্ৰসাদ বুঢ়াগোহাঞিয়ে অনবৰতে খা-খবৰ লৈ তাগিদা দিছিল। লিখা হোৱাৰ পিছত মৰমৰ মানবেন্দ্ৰ ঠাকুৰীয়াই ডি টি পি কৰি মোক আকৌ এবাৰ লিখাখিনিত থকা ভুল-চুকবোৰ শুধৰাবৰ সুবিধা দিলে। পত্নী মঞ্জু বৰাই পাণ্ডুলিপিটো পঢ়ি বহুমূলীয়া উপদেশ দিলে। 'জ্যোতি প্ৰকাশন'ৰ স্বত্বাধিকাৰী শ্ৰদ্ধেয় শ্ৰীনগেন শৰ্মাদেৱে আগ্ৰহেৰে কিতাপখন প্ৰকাশ কৰাৰ দায়িত্ব ল'লে। শিল্পী মনজিৎ ৰাজখোৱাই বেটুপাটখন আঁকি 'বধ্যভূমিত একলব্য'ৰ সৌষ্ঠৱ বঢ়ালে। আটাইলৈকে মোৰ হিয়াভৰা কৃতজ্ঞতা।

গুৱাহাটী<br>
১৪ অক্টোবৰ, ২০০৯

দিলীপ বৰা

# এক

আৰু মাত্ৰ কেইদিনমান পিছতে বিক্ৰমে কলেজত পঢ়িবলৈ বুলি গুৱাহাটীলৈ যাবগৈ লাগিব। গুৱাহাটীত থাকি কটনৰ নিচিনা এখন বিখ্যাত কলেজত পঢ়িবলৈ পোৱাৰ আনন্দৰ মাজতে তাৰ জন্মস্থান এই সুন্দৰপুৰ গাঁওখনৰপৰা প্ৰথমবাৰৰ কাৰণে যে আঁতৰি যাব লাগিব এই কথা ভাবি তাৰ মনটো একে সময়তে এক ধৰণৰ বিষাদেও আৱৰি ধৰিলে। জন্মৰেপৰা এতিয়ালৈকে এই আটাইখিনি সময় কটাইছে সি সুন্দৰপুৰতে।

নদীখনৰ দক্ষিণপাৰে নাতিদূৰতে গাঁওখন। সিহঁতৰ ঘৰৰ দীঘল পদূলিটোৰে ওলালেই উঠিবগৈ পাৰি ধোদৰ আলিত। বুৰঞ্জীত পঢ়িছে সি স্বৰ্গদেউ গদাধৰ সিংহই দেশৰ যতমানে ধোদমখাক আনি এই দীঘল আলিবাটটো নিৰ্মাণ কৰিছিল তিনিশ বছৰ আগতেই। আলিটোৰ দুয়োকাষে ঘন বসতিৰে সিহঁতৰ ডাঙৰ চানেকীয়া গাঁওখন। দুয়োফালে থকা চুবুৰিকিটাৰ পৰা ওলোৱা-সোমোৱা কৰিবৰ কাৰণে আছে গড়কাপ্তানিযে সজোৱা শিলগুটি দিয়া দুটা আলিবাট। ধোদৰ আলিৰ লগত সেইকিটা সংযোজিত হোৱা ঠাইখিনিয়েই সুন্দৰপুৰ চাৰিআলি। মণিহাৰী বস্তু, পাণ-তামোল আৰু চাহৰ দোকানকিখন স্থানীয় ডেকা কেইজনমানৰ। ফাৰ্মাচীখন, চাইকেল ভাল কৰা দোকানখন, ফাৰ্নিচাৰ হাউছটো আৰু কাপোৰৰ দোকানখনৰ মালিক বঙালী সম্প্ৰদায়ৰ। গেলামাল, মৰাপাটৰ গুদাম আৰু চাউল মিলটোৰ মালিক বিহাৰী নে মাৰোৱাৰী সি ভালকৈ নাজানে। সেই ঠাইখিনি পাৰ হৈ গ'লেই নদীখনলৈ যোৱা ৰাস্তাটো পাব পাৰি। আধা মাইলমানৰ বাট। নদীখনৰ ওপৰত কাঠৰ দলং এখনো আছে। সেইখন পাৰ হৈ সি বায়েকহঁতৰ লগত দুই-এবাৰ পাহাৰটোৰ নামনিৰ সৰু গাঁওখনত থকা চিনাকি মানুহ দুঘৰমানলৈ বিয়া-সবাহ খাবলৈ গৈছে। সেই গাঁৱৰ দুটামানে সিহঁতৰ পাৰে থকা একমাত্ৰ হাইস্কুলখনত তাৰ লগতে পঢ়া-শুনা কৰিছিল। সিহঁতৰ ঘৰলৈও দুই-এবাৰ সকাম-নিকাম, বিয়া-সবাহৰ নিমন্ত্ৰণ ৰক্ষা কৰি সি গৈছে। তাৰ পৰা এঘণ্টামানৰ বাট গ'লেই নগা পাহাৰটো আৰম্ভ হয়। বিক্ৰমে সেইফালে গ'লেই পাহাৰটোলৈ চাই বহুত সময় কটায়। বৰ মন যায় সেউজীয়া বন আৰু ডাঙৰ-সৰু চিনা-অচিনা অলেখ গছ-গছনি, বাঁহ-কাঠেৰে ভৰি থকা ওখ পাহাৰটোৰ একেবাৰে ওপৰত উঠি চাৰিওফালৰ পৃথিৱীখন চাবলৈ। মূৰৰ ওপৰৰ আকাশখন পাহাৰৰ টিঙটোত লাগি থকা যেন লাগে তলৰপৰা চালে। টিঙত উঠিলে আকাশখন নহ'লেও ডাৱৰৰ সৰু সৰু টুকুৰাবোৰৰ ওপৰেৰে হাতখন এবাৰ বুলাই নিব পাৰিলেও যে তাৰ কিমান ভাল লাগিব সেই কথা ভাবি ভৰি দুখনত উচ্পিচনি লাগে। সৰুতে সি মাকৰ পিছে পিছে পথাৰৰ মাজে মাজে বন-ফুৰিঙৰ দৰে

উৰি ফুৰিছিল। কিন্তু পাহাৰটোলৈ চকু পৰিলেই সি দৰক মাৰি ৰৈ গৈছিল। মাক সুপ্ৰভাই সি তেনেকৈ ৰৈ থকা দেখিলে তাক হাতত ধৰি টান মাৰে। "ৰ'বচোন অকণমান" বুলি মাকৰ হাতখন আচাৰ মাৰি এৰুৱাই দিব খোজে সি। কিন্তু আজন্ম ঘৰে-পথাৰে সমানে সকলো বন কৰিব পৰা সুপ্ৰভাৰ পথৰুৱা হাতৰ কঠিন মুঠিৰপৰা তাৰ দহ বছৰীয়া শিশু হাতখন এৰুৱাই অনাটো সম্ভৱ নহয়। 'কি যে দিগদাৰ কৰি থাকে' বুলি মনৰ ক্ষোভ উজাৰি সি উপায়ন্তৰ হৈ মাকৰ পিছ লয়। কিন্তু তেতিয়াও নগা পাহাৰৰ শিখৰ চুই থকা ডাৱৰবোৰে তাক হাত বাউল দি মাতিয়েই থাকে। পিছলৈ চাই চাই সৰু সৰু আলিৰ ওপৰেৰে খোজকাঢ়োঁতে বোকা দি থোৱা মাটিত তাৰ ভৰি পৰে। তেতিয়াহে সি সন্মুখৰ পথাৰডৰাৰ অস্তিত্ব অনুভৱ কৰে। ইতিমধ্যে পিন্ধি থকা মেখেলাখন বুকুত মেঠনি মাৰি মাক সাজু হয় বোকা মাটিত শালি কঠীয়াৰ গোজ মাৰিবলৈ। ৰাতিয়েই পানী খুৱাই থোৱা কঠীয়া এমুঠি তাৰ হাতত দি কয় তাৰে চাৰি-পাঁচডাল একেলগ কৰি তেওঁৰ ওচৰে ওচৰে মাটিত গোজ দি যাবলৈ। মুখখন ওন্দোলাই সি তেনে সময়ত দূৰৰ আকাশখনৰ ফালে চাই পঠিয়ায়। কেতিয়াবা ডাৱৰবোৰে পাহাৰৰ ওখ টিঙটো আগুৰি ধৰি তাৰ চকুৰ আগৰপৰা পৰ্বত শৃঙ্গৰ সেই অপূৰ্ব শোভা লুকুৱাই পেলায়। কেতিয়াবা আকৌ জলমলীয়া ৰ'দে সু-উচ্চ শৈল-শিখৰত পোহৰৰ চিক্‌মিকনি তোলে! একো একোবাৰ তেনেকুৱা দৃশ্য দেখিলে তাৰ চকুত চমক লাগে। ইমান পৰে মাকৰ ওপৰত খৰ্গহস্ত হৈ থকা তাৰ মনটো হঠাতে ফৰকাল হৈ পৰে। মাকৰ বহল আৰু বগা কলাফুলৰ ভৰি দুখনে বোকা মাটিত এৰি যোৱা খোজৰ পিছে পিছে গোজ মাৰি যোৱা ৰোৱাডৰালৈ চাই চাই সি পাহৰিয়েই যায় তাৰ হাতৰ মুঠিত তেতিয়াও ৰৈ যোৱা কঠীয়াকিডালৰ কথা। কেতিয়াবা আকৌ অ'ত-ত'ত ডোঙা বান্ধি থকা পথৰুৱা বোকা পানীত লেটি লৈ খেলি থকা পোক-পৰুৱাবোৰৰ ফালে ৰ লাগি চাই থাকে সি। তেনেকুৱা সময়বোৰত মাকে মাত নলগোৱালৈকে তাৰ চকু একে ঠাইতে থৰ লাগি থাকে।

নদীখনৰ চাপৰিতো সিহঁতৰ অলপ খেতিৰ মাটি আছে। খৰালি দিনত তাতেই সিহঁতে খেতি কৰে মাহ-সৰিয়হৰ। ডাঙৰ কুঁহিয়াৰণী এডৰাও প্ৰতি বছৰে তাত কৰা হয়। জাৰৰ দিনৰ আৰম্ভণিতে মগু আৰু মাটি মাহৰ লেচেৰি ওলায়। সি স্কুল বন্ধ থকা দিনত লেচেৰি ছিঙি মগু আৰু মাটি মাহৰ কোমল মিঠা সোৱাদ লয়। লগৰ ল'ৰাৰ লগত কুঁহিয়াৰণীত সোমাই কুঁহিয়াৰ ভাঙি খায়। মাহ-সৰিয়হ কৰা মাটিখিনি আৰু কুঁহিয়াৰণীডৰাৰ মাজত এটা মজলীয়া আকৃতিৰ হোলাও আছে। মাঘৰ বিহুৰ আগে-আগে হোলাটোত একাঁঠুমানহে পানী থাকেগৈ। মাক-দেউতাক আৰু তাৰৈয়েক-আমৈয়েকৰ লগতে ওচৰ চুবুৰীয়া দুঘৰমানো গোট খাই গোটেই দিনটো হোলাৰ পানী সিঁচি মাগুৰ, কাৱৈ, শিঙি, গৰৈ, চেঙেলী মাছ ধৰাৰ কথা মনত পৰিলেই তাৰ গাটো এতিয়াও সাতখন-আঠখন হয়।

চাপৰিটোৰ মাটিডৰাৰ মুখতে আছে এজোপা ডাঙৰ আটলচ্ কঁঠালৰ গছ। পৈণত হোৱা আটলচ্‌বোৰ আনি সি ঘৰৰ পাছফালে থকা ধানখেৰৰ মেজিৰ মাজত সুমুৱাই থয়, নহ'লে চাউলৰ টিঙত। তিনি-চাৰি দিনৰ পিছত আটলচ্‌বোৰ পকি তাৰ মল্‌মলীয়া গোন্ধেৰে গোটেইখন আমোলমোলাই যায়। মিঠা বালিয়া সোৱাদৰ আটলচ্‌ৰ সৰু সৰু ফুটবোৰ মুখত ভৰাই চুহি চুহি খাই ক'লা গুটিবোৰ বাৰীলৈ দলিয়াই দিয়ে সি। গহৰা গজা আটলচ্‌ৰ পুলিবোৰ অৱশ্যে সি কোনোদিনেই বাৰীৰ ঢাপত ৰুই নিদিয়েগৈ, যদিও পুলিবোৰ প্ৰথম দেখিলে সদায়ে ভাবে কোনোবা এদিন সেইবোৰ ঢাপত ৰুই এগালমান আটলচ্ কঁঠালৰ গছেৰে বাৰীৰ ঢাপকিটা ভৰাই পেলাব।

আচলতে খেতি-পথাৰ কৰা, বাৰী চিকুণোৱা, গৰু-গাইৰ যত্ন লোৱা এইবোৰ কামৰ প্ৰতি তাৰ সিমান আগ্ৰহ নাই। স্কুললৈ প্ৰথম কিতাপ-ফলি লৈ যোৱা দিনৰেপৰা সি শুনি আহিছে আহোম স্বৰ্গদেউসকলৰ কথা। চাও লুং চুকাফা স্বৰ্গৰ পৰা সোণৰ জখলাৰে নামি আহি এই দেশখন পতাৰেপৰা ছশ বছৰ কি শৌৰ্য-বীৰ্যৰে তেওঁৰ সতি-সন্ততিয়ে দেশ শাসন কৰি গ'ল ! সেই গা উতলোৱা কাহিনী সি সৰুৰেপৰা শুনি আহিছে। প্ৰাথমিক স্কুলৰ শেষ পৰীক্ষা দিয়াৰ আগতে সিহঁতৰ শ্ৰেণীৰ ল'ৰা-ছোৱালীখিনিক হেড্ ছাৰে চৰাইদেউ ফুৰাবলৈ নি স্বৰ্গদেউসকলৰ মৈদামবোৰ দেখুৱাইছিলগৈ। সিহঁতৰ গাঁৱৰপৰা মাত্ৰ কেইমাইলমান আঁতৰত থকা কাৰেংঘৰ, তলাতল ঘৰলৈও সি গৈছে অনেকবাৰ। স্বৰ্গদেউসকলৰ বীৰত্বৰ কাহিনীবোৰে তাক মতলীয়া কৰি ৰাখে সকলো সময়তে। পথাৰ নহয়, স্বৰ্গদেউসকলৰ দৰে দেশ শাসন কৰাৰ সপোন দেখে সি। বোকা মাটিৰ নহয়, ৰাজকাৰেঙৰ গোন্ধ ল'ব খোজে সি। 'সোণৰ অসম' নামৰ বুৰঞ্জীৰ কিতাপখন মেলি সি পঢ়ি যায় দিহীঙীয়া ৰজা, চক্ৰধ্বজ সিংহ, গদাধৰ সিংহ আৰু ৰুদ্ৰসিংহৰ কাহিনী। মোগলক কচু কটা দিয়া লাচিতৰ বীৰত্বই তাৰ শৈশৱৰ হৃদয়ত উথপ্‌থপ লগায়। তেনেকুৱা সময়ত সি অকলশৰে ওলাই যায় ঘৰ এৰি। ৰাস্তাটোৰ সিপাৰে থকা দিখৌৰ পাৰত বহি দূৰৰ পাহাৰ চুই থকা আকাশখনৰ ফালে চাই থাকে একান্ত মনেৰে। পাহাৰখনৰ টিঙত উঠি তেনেকুৱা মুহূৰ্তত আকাশখন চুব খোজে বিক্ৰমে। কিন্তু...

সি হাইস্কুলৰ ষষ্ঠমান শ্ৰেণী পাওঁতেই সিহঁতৰ কেইবা কোঠলীয়া প্ৰকাণ্ড অসম আৰ্হিৰ ঘৰটোৰ মাজৰ কোঠা এটা দেউতাক বিজন চৌধুৰীয়ে তাৰ পঢ়াকোঠা ৰূপে সজাই পৰাই দিছিল। বনচোম আৰু তিতাচপা কাঠৰ হেঙুল হাইতাল বোলোৱা কাঠৰ মেজ আৰু চকী। নগা পাহাৰৰ পৰা অনা বাঁহ-বেতেৰে বনোৱা নানানটা আচবাবেৰে ভৰি থকা সিহঁতৰ চ'ৰা ঘৰটোৰ গাতে লাগি আছিল তাৰ সেই আচুতীয়া কোঠাটো। চ'ৰাঘৰৰ সিটোফালৰ কোঠাটো মাক-দেউতাকৰ শোৱনি-কোঠা। আলহী-দুলহী আৰু অঙহী-বঙহী সততে আহি থকা ঘৰখনৰ বাকী কোঠাকেইটালৈ বিক্ৰম খুব কমেই যায়। ইমান দিনে

মাক-বাপেকৰ লগত একেখন বিছনাতে শুই অহা তাৰ মনটোৱে তাৰ কাৰণে দেউতাকে যুগুতাই দিয়া আছুতীয়া কোঠাটোলৈ প্ৰথম দিনা শুবলৈ আহোঁতে বিদ্ৰোহ কৰি উঠিব খুজিছিল। কিন্তু ইতিমধ্যে হাইস্কুলৰ ওপৰ শ্ৰেণী পোৱা ল'ৰাটোৱে তাৰ ওপৰৰ ওঁঠত অলপীয়াকৈ থুটিওৱা গোফখিনিলৈ চাই বৈ গৈছিল, যৌৱনৰ দুৱাৰডলি গচকাৰ প্ৰথম চিন দেখি। হ'লেও দেউতাকে প্ৰায়েই সি ভয় কৰিব বুলি দোভাগ ৰাতি উঠি আহি তাৰ লগতে শুই থাকেহি। ঠাণ্ডাৰ দিনত সেইটো অৱশ্যে একো ডাঙৰ সমস্যা নহয়। গৰমৰ ৰাতি তেনেকুৱা হ'লে সি ছাটি-ফুটি কৰি দেউতাকক ওৰে নিশা বিচনি মৰোৱাই। জিলাৰ একমাত্ৰ চহৰ সদৰৰ পৰা পোন্ধৰ মাইল আঁতৰৰ সিহঁতৰ গাঁওখনলৈ তেতিয়াও বিজুলীচাকি অহা নাই। এবছৰমান হ'ল বিজুলীৰ তাঁৰ টানিবৰ কাৰণে ব্যৱহাৰ কৰিব লগা শাল কাঠৰ দীঘল খুঁটা কেইটামান নদীৰফালে যোৱা ৰাস্তাটোৰ কিনাৰতে দহচকীয়া ট্ৰাক এখনে পেলাই থৈ গৈছিলহি। তেতিয়াৰে পৰা সেই কিডাল তাতেই পৰি আছে। সিহঁত কেইটামানে সন্ধিয়া নদীৰ পাৰৰ বতাহ খাই ঘূৰি আহি মাজে মাজে খুঁটা কিডালৰ ওপৰতে লেপেটা কাঢ়ি বহি আড্ডা জমাই। পৰি থকা সেই খুঁটা কিডালে কেতিয়া থিয়দণ্ডা দি মূৰত চীনা মাটিৰে বনোৱা বগা চানেকীয়া কাপকিটা পিন্ধি এলুমিনিয়ামৰ তাঁৰ কিডাল গাত মেৰাই লৈ সদৰপুৰ পোহৰ কৰিব সিহঁতৰ এটাইও অনুমান কৰিব নোৱাৰে। পঞ্চায়তৰ সভাপতি পুৰন্দৰ হাজৰিকাই পিছে দেউতাকৰ লগত কথা পাতোঁতে কোৱা শুনিছে, অহা বছৰ বিধানসভা নিৰ্বাচনৰ আগে আগে নিশ্চয়কৈ গাঁৱত বিজুলীচাকি জ্বলিব।

কথাবোৰ পাগুলীয়াই পাগুলীয়াই তাৰ আছুতীয়া কোঠাটোৰ এজনীয়া বিছনাখনতে বহি সি মুধচৰ ফালৰ খিৰিকীখনেৰে সিহঁতৰ পুৰণা বাৰীখনৰ ফালে চাই আছিল। বাঁহৰ জেওৰাৰে বাৰীৰ চাৰিওফাল ঘেৰি থোৱা আছে। দহ বিঘামান মাটিৰ বাৰীখনলৈ যাবলৈ এখন জপনা আছে গোহালী ঘৰটোৰ কিনাৰেদি । ভলুকা, জাতি আৰু বিজুলী বাঁহ আছে গোটেই বাৰীখনতে। টিলিকি আমৰ ডাঙৰ গছ কেইজোপা সি জন্মৰে পৰা দেখি আহিছে। জামুক কেইডালৰ কাষেৰেই বাৰীৰ ভিতৰলৈ সোমাব পৰা লুঙলুঙীয়া ৰাস্তাটো। বাৰিষা তাত আঁঠুৱনীয়া পানী হয়। তাতেই আকৌ কলমৌ শাকবোৰৰ ৰঙা ৰঙা টোপোৰা-টোপৰ ফুলবোৰে মোক-খা মোক-খা কৰি ফুলি থাকে। আগতে সেইবোৰ দেখিলেই তাৰ মাকৰ কপালৰ ৰঙা ফোঁটটোলৈ মনত পৰে। পিছে যোৱা বছৰ বিহুৰ পাছৰে পৰা কলমৌ শাকৰ ফুল দেখিলে চন্দ্ৰালীয়ে আবেলি বাটলৈ ওলাওঁতে চুলিত মৰা ৰঙা ফিটাৰ ফুলকিটালৈহে তাৰ মনত পৰা হৈছে। চন্দ্ৰালীৰ কথা মনত পৰিলত তাৰ বুকুখন হঠাতে বিষাই উঠিল। এৰি যাব লাগিব চন্দ্ৰালীকো। অহা দেওবাৰে কাহিলি পুৱাতেই উঠিব লাগিব গুৱাহাটীলৈ যাব লগা প্ৰথমখন বাছতে। মেট্ৰিক পৰীক্ষা দিয়াৰ আগতেই বিজন চৌধুৰীয়ে ঠিক কৰি থৈছিল প্ৰথম বিভাগ পালে তাক কটন কলেজতে পঢ়িবলৈ পঠাব।

পঢ়া-শুনাত সি চোকা। দুটা বিষয়ত লেটাৰ লৈ প্ৰথম বিভাগ পাইছে। কটন কলেজত ছীট পোৱা নিশ্চিত। ফৰ্ম জমা দি থৈ আহিছে দেউতাকে নিজে গৈ। সোমবাৰে এড্‌মিচন। সেয়েহে দেওবাৰে ৰাতিপুৱাৰ বাছতে সি যাব লাগিব দেউতাকৰ লগত গুৱাহাটীলৈ যাব লগা প্ৰথমখন বাছতে।

"ঘৰত আছেনে?"

দৃষ্টি ঘূৰাই আনিলে সি। পুৰন্দৰ হাজৰিকাৰ মাতটো সি চিনি পালে। দেউতাকৰ সম বয়সীয়া এই মানুহজনে সমাজ সেৱাকে বৃত্তি কৰি লৈছে। গাঁৱৰ সমবায় সমিতি, ঋণদান সমিতি, পঞ্চায়ত তথা স্থানীয় নিকায় সকলো অনুষ্ঠানৰে লগত তেওঁ জড়িত। গাঁৱৰ একমাত্ৰ হাইস্কুলখনৰ গৱৰ্ণিং বডীৰো তেওঁ উপ-সভাপতি। বহাৰ পৰা উঠি সি আগফালৰ বাৰাণ্ডালৈ ওলাই আহিল।

"দেউতাৰা নাই নেকি?" —নঙলা খুলি সোমাই অহা পুৰন্দৰ হাজৰিকাই তাৰ উপস্থিতিৰ উমান পাই নঙলা মাৰি মাৰিয়েই তাক সুধিলে।

"দেউতা আলিমূৰলৈ গৈছে। আহিবই এতিয়া। আপুনি বহকহি।" —আগফালৰ বাৰাণ্ডাত থকা বেতৰ চকী এখনৰ ওপৰত পাৰি থোৱা কুছনটো এবাৰ জোকাৰি দি সি আলহীক বহিবলৈ অনুৰোধ কৰিলে।

"তোমাৰ যা-যোগাৰ হ'ল নে নাই?"

"কৰি আছোঁ। দেউতাও সেই কাৰণেই ওলাই গৈছে। পালৰ দোকানৰ পৰা মোৰ কাৰণে চোলা-পেণ্ট এযোৰ আনিবলৈ।"

হাইস্কুলৰ নিয়ম মতে সি মেট্ৰিকৰ বাছনি পৰীক্ষা দিয়ালৈকে হাফপেণ্ট আৰু হাৱাইন ছাৰ্ট পিন্ধিয়েই স্কুল কৰি আছিল। মেট্ৰিক পৰীক্ষা দিবলৈ বুলি টাউনলৈ যাব লগা হোৱাতহে দেউতাকে লংপেণ্ট এটা আৰু ফুল ছাৰ্ট দুটা আনি দিছিল। এতিয়া হোষ্টেলত থাকি কলেজত পঢ়িব লাগিলে লংপেণ্ট অন্ততঃ আৰু দুটা আৰু ছাৰ্ট অন্ততঃ আৰু তিনিটামান লাগিবই। সি এতিয়ালৈকে গুৱাহাটী দেখাই নাই। হোষ্টেলত কাপোৰ-কানি কেনেকৈ ধুব সেই কথাও সি এতিয়াই অনুমান কৰিব পৰা নাই।

"খুৰাদেউ মই মাক মাতি দিওঁ।" —মাকক পুৰন্দৰ হাজৰিকা অহা খবৰটো দি এইবাৰ সি জপনা পাৰ হৈ লুঙ্‌লুঙীয়া চিনাকি বাটেৰে হন্‌হনাই খোজ ল'লে।

আহাৰ মাহৰ আবেলি আঁঠুৱনীয়া পানী ভাঙি সি গৈ থাকিল। কলমৌ শাকৰ টোপোৰা-টোপোৰ ৰঙা ফুলবোৰ চন্দ্ৰালীৰ বেণী দুডালত ওলমি থকাৰ দৃশ্যটো চাবলৈ তাৰ চেঙেলীয়া মন উতলা হৈ উঠিল।

বাৰাণ্ডাৰ চকীখনত বহি থকাৰপৰাই পুৰন্দৰ হাজৰিকাই বিজন চৌধুৰীৰ ঘৰখনৰ চাৰিও দিশলৈ চকু দিলে। ঘৰটোৰ পিছফালটো অৱশ্যেই নেদেখে পুৰন্দৰে। সন্মুখৰ

চোতালখন গোবৰ-পানীৰে সুন্দৰকৈ লেপি-কুছি ৰখা হৈছে। ইন্দ্ৰমালতী, খৰিকাজাই, শেৱালি
আৰু কাঞ্চনৰ বাহিৰেও দেশী গোলাপ, নাৰ্জী আৰু তগৰ ফুলৰ সৰু ফুলনি এখনো কৰিছে বাৰাণ্ডাখনৰ লগতে। নঙলাৰ বাহিৰত দুজোপা নাৰিকল গছে এখন ডাঙৰ তোৰণৰ দৰে পদূলিটো সজাই তুলিছে। বিজন চৌধুৰীয়ে শদিয়াৰ পলিটিকেল অফিচাৰৰ কাৰ্যালয়ত মুখ্য সহায়কৰ কাম কৰিছিল বুলি পুৰন্দৰক দেউতাকেই কৈছিল। পঞ্চাছৰ ভূমিকম্পৰ পিছত সেইটো চাকৰি এৰি মানুহটো গুচি আহিছিল ঘৰলৈ। দহ বছৰমান শিৱসাগৰ টাউনৰপৰা কিছু দূৰৰ ৰজাবাৰী বাগানত কাম কৰিছিল। ইউৰোপীয়ান চাহ মালিকৰ তলত কাম কৰি আমনি লগাত চাকৰি এৰি একেবাৰে গুচি আহিল সুন্দৰপুৰৰ নিজৰ ঘৰলৈ। ককাক-দেউতাকৰ দিনৰে মাটি-বাৰীখিনি চম্ভালি এতিয়া সুন্দৰপুৰৰ পুৰণা ঘৰতে থকা কৰিছে ঘৰে-ঘৰোৱাহে। গাঁৱৰ সকলো কামতে আগ-ভাগ লোৱা বিজন চৌধুৰীক ভাল পায় সুন্দৰপুৰৰ মানুহখিনিয়ে। পুৰন্দৰ হাজৰিকাই হিচাপ ৰাখিছে। অকল সুন্দৰপুৰেই নহয়, কাষৰ-পাজৰৰ অন্ততঃ চল্লিছখন গাঁৱৰ প্ৰতিঘৰ মানুহৰ অদ্যোপান্ত জানে তেওঁ। যি পৰিকল্পনাৰে আজি দহ বছৰে পুৰন্দৰে কাম কৰি আছে তাৰ স্বাৰ্থতেই এই চল্লিছখন গাঁৱৰ প্ৰতিটো উশাহ-নিশাহৰ হিচাপ ৰখাটো দৰকাৰ তেওঁৰ। মাহমৰা ব্লকৰ এই চল্লিছখন গাঁৱেই হ'ল পুৰন্দৰ হাজৰিকা নামৰ এই চল্লিছৰ ডেওনা পাৰ হোৱা উঠি অহা সমাজসেৱকজনৰ ওপৰলৈ মূৰ কৰি ৰখা জখলাডালৰ প্ৰথম খাপ। এইটো খাপত দিয়া খোজটো থৰক-বৰক হ'লে ওপৰৰ খাপবিলাকত ৰখা খোজো থৰক্-বৰক্ হ'বলৈ বাধ্য আৰু তেনেকুৱা হ'লে যোৱা দহ বছৰে দিন-ৰাতি সমান কৰি সাজি লোৱা জখলাডাল যে বেছি দিন থিয়কৈ ৰাখিব নোৱাৰিব সেইটো জানে তেওঁ ভালকৈয়ে। বিজন চৌধুৰী নামৰ এই মানুহজনক লগ পোৱাৰ আঁৰতো আছে সেই জখলাডালত তেওঁ এইবাৰ থ'ব খোজা দ্বিতীয়টো খোজ যাতে সঠিক হয় তাক এশভাগে নিশ্চিত কৰাৰ উদ্দেশ্য।

তামোলৰ বঁটাটো হাতত লৈ ওলাই আহিল সুপ্ৰভা চৌধুৰী। বয়সত সৰু যদিও পুৰন্দৰৰ আগত ওৰণি লৈহে ওলায় সুপ্ৰভা। তেওঁ শুনিছে খুব কম সময়তে এই মানুহজনে বহুতক পিছ পেলাই আগুৱাই গৈছে। মাহমৰা ব্লকৰ চল্লিছখন গাঁৱৰ আটাই কেইখনৰে সৰহখিনি মানুহে চিনি পায় মানুহজনক। প্ৰায় প্ৰত্যেক ঘৰ মানুহৰ নামে-মানুহে জানে পুৰন্দৰেও। তথাপি জীয়াৰী-বোৱাৰীয়ে আন সম বয়সীয়াসকলৰ লগত যি ধৰণে হাঁহি-মাতি কথা পাতে এইজনৰ লগত সেইদৰে নেপাতে। কি এটা আছে মানুহজনৰ চকুৰ চাৱনিত, কথাৰ ভঙ্গিমাত যে তেওঁক ৰাস্তাৰে যোৱা দেখিলেই বোৱাৰীবোৰে টানি লয় মূৰৰ ওৰণি, ছোৱালীবোৰৰ হাঁহি-খিকিন্দালি বন্ধ হৈ যায়, কোনেও কাকো একো নোকোৱাকৈয়ে বা কোনেও কাৰো ফালে নোচোৱাকৈয়ে।

"ভালে আছে আপোনালোক ?" —সুপ্ৰভাই আগবঢ়াই দিয়া বঁটাটোৰ পৰা তামোল এখন আনি মুখত সুমুৱালে পুৰন্দৰে।

"আছোঁ আৰু। তেখেতে নদীৰ সিটো পাৰৰ মাটিখিনিৰ কিবা এটা বন্দবস্ত কৰিবলৈ বুলি ওলাই গৈছে। উভতি আহোঁতে দেৰী হ'ব চাগে।" —বাৰাণ্ডাতে থকা চকী এখনত বহি গিৰিয়েকৰ অনুপস্থিতিৰ কাৰণ দৰ্শালে তেওঁ।

"হ'ব বাৰু আন এদিন আহিম আকৌ। অহা বছৰলৈ হ'বলগা বিধানসভাৰ নিৰ্বাচন খেলিম বুলি ভাবিছোঁ। আমাৰ অঞ্চলটোৰ প্ৰায়খিনি মানুহেই কৈছে, বিধায়কজন স্থানীয় মানুহ হ'লে সকলোৰে সুবিধা হয়। দলৰ ফালৰ পৰাও টিকট দিয়াৰ সম্ভাৱনা এটা আছে বুলি ভিতৰি ভিতৰি খা-খবৰ লৈ জানিব পাৰিছোঁ। আপোনালোকৰ চিনাকি মানুহখিনিয়ে যদি এই বিষয়ে আমাৰ সভাপতিৰ কাণচোৱাব পাৰে, টিকট পাবলৈ মোৰ সুবিধা হয়। চৌধুৰী ডাঙৰীয়াক সেই কথাটোৱেই ক'বলৈ আহিছিলো। আপুনি কথাষাৰ তেখেতৰ কাণত পেলাব। মই আকৌ আহিম।" —কথা শেষ কৰি পুৰন্দৰে চকী এৰিলে।

"হ'ব দিয়ক। তেখেতক ক'ম মই। আকৌ আহিম বুলিলে যে কেতিয়ামানে আহিব বুলি ক'ম বাৰু ?"

অকণমান চিন্তা কৰিলে পুৰন্দৰে। বহুত কেইঘৰ মানুহক লগ কৰিবলগা আছে। কোনোবা প্ৰতিদ্বন্দ্বীয়ে ফুট পোৱাৰ আগতেই অন্ততঃ মাহমৰা ব্লকৰ মানুহখিনিৰ পৰা অকুণ্ঠ সমৰ্থনৰ প্ৰতিশ্ৰুতি আদায় কৰিব লাগিব। সময়ৰ নাটনিৰ কাৰণেই একেঘৰ মানুহলৈকে দুবাৰকৈ অহাটো কষ্টকৰ। তথাপি নিজৰ স্বাৰ্থতেই বিজন চৌধুৰীক অন্ততঃ এবাৰ হ'লেও লগ কৰিব লাগিব।

"দেওবাৰ এটাতে দুপৰীয়াৰ ফালে পাক এটা মাৰিম ইয়ালৈ। তেখেতৰ দুপৰীয়া জিৰণি লোৱাৰ অভ্যাস এটা আছে বুলি শুনিছোঁ। সেইখিনি সময়তে লগ ধৰিবলৈ ভাল হ'ব যেন পাওঁ।"

সুপ্ৰভাই পুৰন্দৰৰ মুখলৈ চালে। বুধিয়ক মানুহ। নিজৰ প্ৰয়োজনখিনি ভালকৈ জানে। সেইখিনি নিশ্চিত কৰিবৰ কাৰণে কি কৰিলে ভাল হ'ব সেইটো বিষয়েও নিজৰ এটা সিদ্ধান্ত আছে মানুহজনৰ।

"তেখেতক ক'ম বাৰু।" —কথা সামৰিলে তেওঁ। ঘৰটোৰ চাৰিওফালে আকৌ এবাৰ চকু ফুৰাই বাৰাণ্ডাৰ পৰা নামি গ'ল পুৰন্দৰ।

"আপোনালোকৰ ল'ৰাটো—কি জানো নাম তাৰ ?" —যাবলৈ বুলি বাৰাণ্ডাৰ ছিৰিত ভৰি থৈও মণিবন্ধত বান্ধি থোৱা ঘড়ীটোৰ ফিটাডাল চুই চুই সুধিলে পুৰন্দৰে।

"বিক্ৰম—বিক্ৰমাদিত্য চৌধুৰী।" —অলপ আচৰিত হৈছিল সুপ্ৰভা। যাবলৈ বুলি ওলাই যোৱা মানুহটোৱে তেওঁলোকৰ ল'ৰাটোৰ নামটো সুধিবলৈকে বুলি কেই মুহূৰ্তমান

ৰৈ গ'ল।

"বৰ ভাল নাম ৰাখিছে ল'ৰাৰ। সি কটন কলেজত পঢ়িবলৈ যাব হেনো?" —হাতৰ ঘড়ীটো চুই থকা আঙুলিকেইটাৰে এইবাৰ তেওঁ কপালৰ আগত পৰি থকা চুলি কেইডালমান আঁতৰাই দিলে।

"অহা দেওবাৰে ৰাতিপুৱাতে যাব লাগিব। অহাটো সোমবাৰেই এড্‌মিচন হোৱাৰ কথা।" —সুপ্ৰভাৰ মাতটো অলপ সৰু কৈ ওলাল।

পুতেক যে আৰু মাত্ৰ কেইটামান দিনৰ পিছতেই সুদূৰ গুৱাহাটীলৈ যাবগৈ, সেই কথাটো মনত পৰি আকৌ এবাৰ বুকুখনত টন্‌টননি উঠিল তেওঁৰ।

"বৰ ভাল কথা। সুন্দৰপুৰৰ পৰা কটন কলেজৰ নিচিনা ইমান এখন বিখ্যাত কলেজত পঢ়িবলৈ যোৱা সিয়েই হ'ব প্ৰথম ল'ৰা। বৰ ভাল পাইছোঁ মই। তাক ক'ব। যোৱাৰ আগতে তাকো এবাৰ লগ পালো। সেইটোও এটা ভাল কথাই হ'ল।"

সুপ্ৰভাই ভাবিলে, কি কয় এই মানুহটোৱে? বিক্ৰমক লগ পোৱা কথাটো কি কাৰণে বা ভাল কথা হোৱা বুলিলে, সুপ্ৰভাই বুজি নেপালে।

পুৰন্দৰে আৰু কথা নবঢ়ালে। তেওঁৰ মুখৰ তামোলখনো শেষ হৈছিল ইতিমধ্যে। নওলাডাল খুলি বাহিৰত থৈ অহা মটৰ চাইকেল ষ্টাৰ্ট কৰিবলৈ পেডেলত কিক্ মাৰিলে পুৰন্দৰে।

বাৰাণ্ডাৰ পৰাই থিয় হৈ চাই আছিল সুপ্ৰভাই। ডাঙৰ মটৰ চাইকেলখনে প্ৰচণ্ড শব্দেৰে গৰ্জন দিয়াত কৰি উঠিল। পুৰন্দৰে ফুল্ স্পীডত সেইখন চলাই দিওঁতে ৰাস্তাৰ ধূলিবোৰ উৰি আহি তেওঁৰ চকুৰ সন্মুখত এখন ডাঠ পৰ্দা আঁৰি দিয়াত সুপ্ৰভাই চকু মোহাৰিলে।

খন্তেক পিছতে আকৌ মুকলি হৈ পৰিল সন্মুখৰ ৰাস্তাটো। পুৰন্দৰ হাজৰিকাৰ 'বুলেট' মটৰ চাইকেলখনৰ শব্দ লাহে লাহে নুশুনা হৈ আহিল।

# দুই

চন্দ্ৰালীয়ে তাইতকৈ প্ৰায় ছয় বছৰ সৰু একমাত্ৰ ভায়েক জয়ন্তক লৈ পদূলি মূৰলৈ ওলাই আহিল। দুপৰীয়া ভাত খোৱাৰ পিছতে দেউতাক নামঘৰলৈ বুলি ওলাই গ'ল। মাকে আখল ঘৰৰ কাম আঁতাই কঁকালটো পোনাবলৈ বুলি অলপ সময় বিছনাত পৰিছিল। ল'ৰাটোৱে মাকৰ পিঠিত উঠি খেলি আছিল। টোপনি টোপনি লগাত তেওঁ চন্দ্ৰালীক মাতি তাক অকণমান আঁতৰাই নিবলৈ ক'লে।

হেপোৰ-টেপোৰকৈ তাই ভায়েকক বিছনাৰপৰা দাঙি আনিলে। বায়েকৰ ডিঙিত আকোৱালি ধৰি ওলমি দিলে সি। গোটেই ল'ৰাটো লোদোৰ-পোদোৰ। অলপ বেলি কোঁচত লোৱাৰ পিছতে তাইৰ ভাগৰ লাগিল। পিছে নমাব খোজোঁতেই সি উফাল মাৰি উঠি ৰাউচি জুৰিলে। উপায় নেপাই তাই পদূলিলৈকে উলিয়াই আনিলে তাক। ঘৰৰ বাহিৰ হ'বলৈ পাই সিও কোঁচৰপৰা নামিবলৈ আপত্তি নকৰিলে।

পদূলি মূৰলৈ আহি চন্দ্ৰালীয়ে দূৰলৈ চাই পঠিয়ালে। গাঁওখনৰ সিটো মূৰৰ পৰা কোনোবা এটা আহি থকা যেন লাগিল তাইৰ। ভায়েকক পদূলি মূৰৰ আমগছ জোপাৰ তলতে এৰি তাই দুয়োটা বুঢ়া আঙুলিৰ ওপৰত ভৰ দি বেঙা মেলিলে। বিক্ৰম যেনেই লাগিল সিহঁতৰ ঘৰৰ ফাললৈকে আহি থকা ল'ৰাটোক। সি গুৱাহাটীলৈ যাবগৈ। কটন কলেজত নাম লগাব। সেই কাৰণেই আহিছে চাগৈ। মাত লগাবলৈ।

"এই দুপৰীয়াখন পদূলিমূৰত বৈ আছা কিয়?" —ওচৰ পাই বিক্ৰমে তাইক সুধিলে।

"মা অকণমান বিছনাত পৰিছে। ভাইটিয়ে আমনি কৰি আছিল। সেই কাৰণে উলিয়াই আনিলো। ভিতৰলৈ যাবা ব'লা।"
—আমগছৰ তলত বগাই ফুৰা পৰুৱা দুটামান হাতেৰে ধৰিবলৈ চেষ্টা কৰি থকা ভায়েকৰ হাত এখনত ধৰি তাই ক'লে।

"ইয়াতেই ৰওঁ দিয়া অকণমান। খুৰীদেউ শুইছে যদি এতিয়াই গৈ আমনি নিদিওঁ।"

"ক'তনো শুব মা। উঠিবই এতিয়া। ৰাতিপুৱাৰ পৰা কাম কৰি কৰি ভাগৰ লাগিছে। সেই কাৰণেহে পৰিছেগৈ বিছনাত।"

"অকণমান পিছত যাম দিয়া।" —পদূলি মূৰৰ সিংহৰ মূৰ্তি থকা তোৰণখনৰ বিপৰীত ফালে থকা ভলুকা বাঁহৰ খুঁটা আৰু ফলা তামোলৰ গাধৈৰে বনোৱা বেঞ্চখনতে বহিল সিহঁত দুটা দুমূৰে। চন্দ্ৰালীয়ে ভায়েকৰ হাতখন এৰি দিলে। এবাৰ সি বায়েকৰ মুখলৈ, এবাৰ বিক্ৰমৰ মুখলৈ চাই আকৌ আমৰ তলৰ পৰুৱা খেদাত ব্যস্ত হ'ল।

চন্দ্ৰালীয়ে তাইৰ দীঘল বেণী দুডাল সন্মুখলৈ আনিলে। বিক্ৰমৰ চকু গ'ল সেইফালে। দুপৰৰ ৰ'দত তাইৰ গাল দুখন সামান্য ৰঙা পৰিছিল। ভায়েকক কোঁচত লৈ অহাৰ কাৰণে তাইৰ চুলিৰ আগেৰে বিন্দু বিন্দু ঘামৰ টোপাল সৰিছিল। তাৰে দুটোপালমান বৈ আহি তাইৰ ৰঙা পৰা গাল দুখনত মুকুতা একোটাৰ দৰে চিক্‌মিকাইছিল। সেই দৃশ্য দেখি তাৰ চকু বৈ গৈছিল। ক'ত দেখিছিল চন্দ্ৰালীৰ গালৰ এই ৰং। মনত পৰিল তাৰ। ৰাতি পৰা বৰষুণৰ টোপাল লাগি আছিল সিহঁতৰ বাৰীৰ কলমৌডৰাৰ ফুলৰ থোপাবিলাকত। বাঁহ গছৰ মাজেৰে সৰকি আহি ৰাতিপুৱাৰ বেলিৰ পোহৰ পৰিছিল সেইবোৰত। পানীৰ সৰু টোপালবোৰত পৰা পোহৰে ফুলবোৰত সাতৰঙী ৰামধেনু আঁকিছিল। ক'ব নোৱৰাকৈয়ে তাৰ হাতখনে সেই ৰামধেনুবোৰ ধৰিব খুজিছিল। গালৰ ওপৰৰ ঘামৰ টোপালবোৰতো দুপৰৰ ৰ'দে মুকুতা সিঁচিছিল। যেন কলমৌ ফুলৰ ৰঙা ৰঙা থোপাবোৰ আহি চন্দ্ৰালীৰ গালত গোট খাইছিল। হঠাতে কিবাকিবি লাগি গৈছিল তাৰ। ইমানদিনে অনুভৱ নকৰা এটা বুজা-নুবুজা অনুভূতিয়ে বিহ্বল কৰিব খুজিছিল তাক। সি কিবা ক'ব খুজিছিল চন্দ্ৰালীক। কিন্তু তাৰ মাতটো? ডিঙিৰ পৰা ওলাই অহা নাছিল তাৰ মাত। শুকাই গৈছিল তাৰ ডিঙি আৰু মুখ-গহ্বৰ। সেপ ঢুকিছিল সি। কিন্তু...! তাৰ দৃষ্টি স্থিৰ হৈ বৈ গৈছিল চন্দ্ৰালীৰ গোলাপৰ পাপৰিৰ ৰং লোৱা গাল দুখনত। তাইৰ গালৰ কলমৌ ফুল কিপাহ চুই চাবলৈ সি অস্থিৰ হৈ উঠিছিল।

কিবা এটা অনুভূতিয়ে চন্দ্ৰালীকো জোকাৰি গৈছিল। তাইৰ নখে মাটি লেখিছিল। তাইতকৈ দুই শ্ৰেণী ওপৰত পঢ়া এই ল'ৰাটোক মনত থকাৰে পৰা দেখি আহিছে তাই। দেউতাক ভবানী বৰুৱাৰ সখিয়েক বিজন চৌধুৰীৰ ল'ৰা। যেতিয়াই তেতিয়াই দৌৰ মাৰে আমৈয়েকৰ ওচৰলৈ তাই। মানুহজনীয়ে কেঁচা আম কাটি নিমখ-জলকীয়া সানি জুতি লগাই খুৱাই তাইক আমৰ দিনত। আঘোণমহীয়া আবেলি বৰ টেঙাৰ সোৱাদ ল'বলৈ গৈ ৰাতি ভাত খোৱালৈকে তাই থাকি যায় বিজন চৌধুৰীৰ ঘৰতে। তাৰৈয়েক সন্ধিয়া ওলাই গৈ সখিয়েক ভবানী বৰুৱাক সস্ত্ৰীক লৈ আহেগৈ। ৰাতি ভাত খাই ভাগৰত লালকাল হৈ পৰা চন্দ্ৰালীক বোকোচাত তুলি চৌধুৰীয়েই ঘৰত থৈ আহেগৈ। বিক্ৰমো আহে সময়ে-অসময়ে সিহঁতৰ ঘৰলৈ। পিছে হাইস্কুলৰ শেষৰ শ্ৰেণীত উঠাৰ পিছৰে পৰা তাৰ আহ্-যাহ্ কমিল। পঢ়া-শুনাত মন দিব লগা হ'ল। তাতকৈ দুটা শ্ৰেণী পিছত পঢ়া চন্দ্ৰালী কিন্তু আগৰ দৰেই সিহঁতৰ ঘৰলৈ আহি গৈ থাকিল।

"গুৱাহাটীলৈ কেতিয়া যাবাগৈ?" —নখৰ আগেৰে মাটি লেখি লেখি চন্দ্ৰালীয়ে ওপৰ মূ নকৰাকৈয়ে সুধিলে তাক।

কি জানো হ'ল তাৰ। বুকুখনত যেন শেল এডালেহে খোচ মাৰি দিলে হঠাতে। চন্দ্ৰালীৰ এয়া কি নতুন মাত? এই মাত সিতো কাহানিও শুনা নাই আগতে।

কিবা এটা অনুমান কৰিলে তাই। লাহে লাহে মূৰ তুলি তাই তাৰ ফালে চালে।

"মোলৈ চিঠি লিখিবা?" শুনা-নুশুনা মাতেৰে হঠাৎ সুধিলে তাই। কি ক'ব বিক্ৰমাদিত্য চৌধুৰীয়ে! যোল্ল বছৰীয়া তাৰ জীৱনত এইটো কি এটা নতুন অনুভূতি। কলমৌ শাকৰ ৰঙা টোপোৰা-টোপোৰ ফুলকিপাহ তাৰ চকুৰ আগত হালি-জালি নাচি আছিল। তধা লাগি তাইৰ মুখৰ ফালে চাই থাকিল সি।

"কি হ'ল? একো নোকোৱা নেকি? লিখিবা নে নাই মোলৈ চিঠি?" আগতকৈ অলপ ডাঙৰ মাতেৰে সুধিলে তাই। —মূৰ দুপিয়ালে সি। ওঁঠ দুখনো শুকাই গৈছে তাৰ। মাতটো বাৰু একেবাৰে নোলাবই নেকি? সি লাহে লাহে থিয় হ'ল।

"যোৱাই নেকি?" —ব্যস্ত হৈ উঠিল চন্দ্ৰালী। ক'লৈ যায় সি?

"এগিলাচ পানী...।" —দুবাৰমান সেপ ঢুকি কোনোমতে সি মাত উলিয়ালে। আমৰ তলৰ পৰুৱাৰ লানিবোৰ ভাঙি ভাঙি হাত চাপৰি বজাই খিল্‌খিলাই হাঁহি উঠিল চন্দ্ৰালীতকৈ ছয় বছৰ সৰু ভায়েকটোৱে—"বা! চোৱা, চোৱা কিমান পৰুৱা।"

"ঘৰলৈ যাওঁ ব'ল।" —ভায়েকৰ হাত এখন মুঠিত লৈ চন্দ্ৰালীয়ে তাক আমগছৰ তলৰ পৰা আনিব খুজিলে।

"কোঁচত উঠিম।" —সি বায়েকৰ চকুলৈ চাই আব্দাৰ ধৰিলে। বিক্ৰমৰ চমক ভাগিল।

"আহঁা, মোৰ কোঁচত উঠা।" —হাত মেলি জয়ন্তক তুলি ল'ব খুজিলে সি। হঠাৎ তাৰ গাটো শিয়ঁৰি উঠিল। ভায়েকৰ হাতত ধৰি থকা চন্দ্ৰালীৰ হাতখন তাৰ ওঁঠৰ ওপৰেৰে পিছলি গ'ল।

আঃ! সাগৰ মন্থনত ওলোৱা অমৃতৰ স্বাদ আছিল নেকি তাইৰ হাতৰ লিহিৰি আঙুলিৰ পৰশত! তোলপাৰ লাগি গ'ল তাৰ বুকুৰ মাজত। বৈ আছিল চন্দ্ৰালীও একে ঠাইতে। মনত পৰাৰে পৰা দেখি আহিছে তাক। নামঘৰৰ চোতালত কিমানবাৰ সিহঁতে ইটোৰ গাত সিটোৱে খুন্দা মাৰিছে হৈ-গুদু খেলোঁতে। গৰমৰ দিনা দুপৰীয়া নিমখ-জলকীয়া সনা কেঁচা আমৰ পাত লৈ সিঁহতে ওখনা-ওখনি কৰিছে। কিমান বাৰ ৰাতি ভাতৰ পাতত মাছৰ টুকুৰা লৈ ওফোন্দ পাতিছে। ক'তা কোনো দিনেইতো তাৰ গাৰ স্পৰ্শই তাইক এনেদৰে শিলামূৰ্তি কৰি পেলোৱা নাই! হঠাতে আঙুলিত লগা তাৰ ওঁঠৰ স্পৰ্শই এনেকৈ তাইৰ আঙুলিৰ ছাল দেই পুৰি নিয়া নাই!

চন্দ্ৰালীৰ বুকুৰ ভিতৰত যেন হাজাৰখন ভোৰতাল একেলগে বাজি উঠিল। চকিত হৈ উঠিল তাই। এবাৰো পিছলৈ নোচোৱাকৈ তাই ঘৰৰ ফালে খোজ ল'লে। সিহঁতৰ ঘৰৰ দীঘল পদূলিটো কোনোদিনেই ইমান দীঘল যেন তাইৰ লগা নাছিল।

কাষ কোলাত জয়ন্তক লৈ তাইৰ পাছে পাছে বিক্ৰম আহি থাকিল। মূৰ তুলি তাইৰ পিনে চাবলৈ তাৰ সঙ্কোচ হ'ল। মাত্ৰ কেই মুহূৰ্তমান আগতে সি বুজি পালে, সদায় দেখি

থকা তাঁৰেয়েকৰ অকণমানি ছোৱালীজনী এতিয়া এজনী পাটগাভৰু হ'ল।

সি তাৰ ওপৰৰ ওঁঠখন কামুৰি ধৰিলে। নতুনকৈ গজা মিহি নোম কিছুমানে তাৰ ওঁঠৰ তলত সুৰ্‌সুৰণি তুলিলে।

তাই ভিতৰলৈ সোমাই গ'ল। জয়ন্তক বোকোচাত লৈ সিও বাৰাণ্ডালৈ উঠি আহিল।

"উঃ হোঃ হোঃ। নমাই দিয়া মোক।" —বায়েকক তেনেকৈ ভিতৰলৈ সোমাই যোৱা দেখি ভৰি-হাত আঁচৰিলে জয়ন্তই। বিক্ৰমৰ কোঁচৰ পৰা নামিয়েই সি দুপ্‌দুপাই দৌৰ মাৰিলে ভিতৰলৈ।

কি কৰিব ঠিক কৰিব পৰা নাছিল সি। সদায় আহি থকা এই চিনাকি ঘৰখনলৈ এইবাৰহে যেন প্ৰথম আহিছে এনে লাগিল হঠাতে। যেতিয়াই তেতিয়াই নিসঙ্কোচে পিট্‌পিটাই ঘূৰি ফুৰা ঘৰখনৰ দুৱাৰডলিৰ বাহিৰত ৰৈ গ'ল তাৰ দুই ভৰি। কেনেকৈ ভিতৰ সোমাব সি?

"কি হ'ল? আজি বাহিৰতে থাকিবা নেকি?" —জীয়েক-পুতেকৰ ভৰিৰ শব্দত শোৱাপাটি এৰি বাহিৰলৈ ওলাই অহা হেমপ্ৰভাই তাক বাৰাণ্ডাতে তেনেকৈ ৰৈ থকা দেখি আচৰিত হ'ল।

"এই ক'লৈ গ'ল?" —সদায় দেখাৰ দৰে জীয়েকক বিক্ৰমৰ লগত নেদেখি তেওঁ তাকেই সুধিলে, ক'লৈ গ'ল তাই। লৰি-চৰি উঠিল বিক্ৰম। সহজ হোৱা দৰকাৰ তাৰ।

"পানী এগিলাচ বিচাৰিছিলো। তাকে আনিবলৈ গৈছে নেকি?" —উত্তৰ এটা দিব পাৰি আশ্বস্ত হ'ল সি।

"আইজনী!" —ভিতৰলৈ চাই জীয়েকক মাতিলে হেমপ্ৰভাই। ল'ৰাটোৰ মুখখন বৰ শুকান লাগিছে। পানী এগিলাচকে দিব পৰা নাইনে তাই? আৰু সি নিজেও ভিতৰলৈ সোমাই যোৱা নাই। কিবা ক'লে নেকি তাই? তেওঁৰ মনটো খু-দুৱালে।

হাতত এগিলাচ পানী লৈ ওলাই আহিল চন্দ্ৰালী। সৰু টেবুলখনতে পানী গিলাচ থৈ তাই দুৱাৰত ভেঁজা দি থিয় দিলে।

সি পানী গিলাচ একে শোহাই খাই শেষ কৰিলে। —"আঃ! মোৰ ডিঙিটো!" ফুটো নুফুটোকৈ ওলাল শব্দকিটা তাৰ মুখেৰে। —সোঁ-হাতখনেৰে সি মুখখন মোহাৰিলে। ওঁঠৰ তলত লাগি থকা পানী দুটোপাল মচি ল'লে।

"কি হ'ল আজি? বহিবলৈও ক'ব লাগিব নেকি? নে গুৱাহাটীত পঢ়িবলৈ যাবা বুলি এতিয়াৰে পৰাই আমাৰ ফালে পিঠি দিব খুজিছা তুমি?" —ইমানপৰে দুয়োটাৰে আলেখ-লেখ চাই থকা মানুহজনীয়ে সিহঁতহালক সহজ কৰিবলৈকে ক'লে কথাখিনি। আমৈয়েকৰ কথা শুনি সি লাজ পালে।

"নাই, নাই আপুনি যে কি কথা কয়!"

"গুৱাহাটীলৈ যাবলৈ তৎ নোহোৱা হৈছে দেখিছোঁ। কাৰো কথা ভাবিবলৈ, কাৰো ফালে চাবলৈ তেখেতৰ আহৰি নাই এতিয়া। ইমানেই উৎপাত লাগিছে যদি এতিয়াই নেযায় কেলৈ? ইয়ালৈ আহিবলৈ কোনেনো কৈছে?" —হঠাতে খং উঠিল চন্দ্ৰালীৰ। মাকক কথা ক'বলৈ নিদি নিজেই মুখ পাতি ধৰিলে বিক্ৰমক। হেমপ্ৰভাই জীয়েকৰ মুখলৈ চালে। কি হ'ল ছোৱালীজনীৰ? বিক্ৰমৰ লগতে ডাঙৰ হৈছে তাই। পঢ়া-শুনা, খেলা-ধূলাৰ লগৰী সি। তাক ইমান কথা শুনালে তাই!

চুপ্ হৈ আছিল বিক্ৰম। আমৈয়েকৰ কাষতে থকা চকী এখনত বহিল সি। তললৈ মূৰ কৰি কি যেন ভাবি আছিল ল'ৰাটোৱে।

এবাৰ এবাৰকৈ কেইবাবাৰো দুয়োটাৰ মুখলৈ চালে হেমপ্ৰভাই। নিজৰ গালতে থপৰিওৱা যেন লাগিল মানুহজনীৰ। দিন যায়, ৰাতি হয়, আকৌ জন্ম হয় এটা নতুন দিনৰ। গ্ৰীষ্মৰ প্ৰখৰ ৰ'দৰ পিছত ভুমুকি মাৰে কোমল শৰতে। তাৰ পিছত আহে উমাল কাপোৰৰ জাপত সোমাই সেঁওতো শীত। সেউজীয়া গছ লঠঙা কৰি মেলানি মাগে ঠেঁটুৱৈ ধৰা সময়ে। গছে গছে নতুন পাতে ভুমুকি মাৰে। কুলি- কেতেকীৰ মাতে মনত পেলাই দিয়ে, আকৌ হৈছে বসন্তৰ আগমন। কি হৈছে হেমপ্ৰভাৰ? চন্দ্ৰালীয়ে বুকুত চাদৰ লোৱাৰ দুবছৰ হৈ গ'ল। বিক্ৰমৰ নাকৰ তলৰ ওঁঠ ক'লা পৰা কিয় তেওঁৰ চকুত পৰা নাই? তেওঁ জানো দেখা নাই ফাগুন আহিছে দুয়োটা পৰিয়ালৰ এই দুটা ল'ৰা-ছোৱালীৰ জীৱনলৈ।

জীয়েকৰ ফালে চালে হেমপ্ৰভাই। ভাল পাই পেলাইছে তাই এই ল'ৰাটোক। চকুৰ আগৰ পৰা আঁতৰি যাবগৈ বুলি বিহ্বল হৈ উঠিছে তাইৰ পাটগাভৰু হৃদয়। আৰু সি? সিও বিচ্ছেদৰ দুঃখত হৈছে ম্ৰিয়মাণ। নাৰী হৃদয়ৰ সমস্ত মমতাৰে দুচকু উথলি উঠিল হেমপ্ৰভাৰ। সিহঁতৰ চকুত নপৰিবৰ কাৰণে আঁচলেৰে মুখ মচিলে তেওঁ।

"চাহ বনাওঁগৈ ৰ'বা। তোমালোকে কথা পাতা। জয়ন্ত ক'ত?" —ভিতৰলৈ যাবলৈ উঠি পুতেকৰ খবৰ কৰিলে হেমপ্ৰভাই।

ভিতৰত তাৰ মাত শুনা গ'ল। মাক যোৱাৰ ফালে চাই ক'লে চন্দ্ৰালীয়ে—"ইয়াতে তেনেকৈ বহি থাকিব নেলাগে। মোৰ কোঠালৈ আহাঁ।"

# তিনি

আন বহুতবোৰ অসমীয়া গাঁৱৰ দৰেই সুন্দৰপুৰৰ ৰাইজেও যিকোনো ৰাজহুৱা সিদ্ধান্ত ল'বলৈ হ'লে নামঘৰতেই গোট খায়। থাপনাৰ আগত নিয়মীয়াকৈ চাকিগছ জলাবলৈ গাঁৱৰে এজনক নামঘৰীয়াৰ দায়িত্ব দিয়া হৈছে, অৱশ্যে তেওঁৰ সন্মতি সাপেক্ষে। গুৰু দুজনাৰ জন্মোৎসৱ, তেৰাসৱৰ তিৰোভাৱ তিথি আৰু শ্ৰীকৃষ্ণৰ ৰাসলীলা বৰ উলহ-মালহেৰে উদ্‌যাপন কৰে মানুহখিনিয়ে। ভাদ মাহৰ প্ৰতিটো দিনেই আয়তীসকলৰ নামৰ শব্দেৰে মুখৰিত হৈ থাকে সুন্দৰপুৰৰ বৰ নামঘৰ। তাৰোপৰি বছৰটোৰ মল মাহকিটা বাদ দি বাকীখিনি সময়ত ইঘৰ-সিঘৰে নানানটা কাৰণত গোসাঁই প্ৰভুৰ থাপনাৰ সন্মুখত শৰাই একোখন, গুৱা-পাণ এযোৰ আগবঢ়ায়ে থাকে। এনেবোৰ সেৱা-সকামতে গাঁৱৰ ৰাজহুৱা সমস্যাবোৰো নামঘৰতে আলোচনা-বিলোচনা কৰি সিদ্ধান্ত এটা লোৱাৰ প্ৰথাটো প্ৰায় নিয়মৰ নিচিনাই হৈ পৰিছে। গাঁৱত সাধাৰণতে হৈ থকা সৰু-সুৰা কাজিয়া-পেচালবোৰো নিজৰ ভিতৰতে মীমাংসা কৰিব নোৱাৰিলে দুয়ো পক্ষই নামঘৰতে মেল মাতে। সুন্দৰপুৰৰ ৰাজহুৱা নামঘৰটোও বেছ ডাঙৰ। ওচৰ-পাজৰৰ আন আটাইকেইখন গাঁৱৰ নামঘৰতকৈ আহল-বহল আৰু ডাঙৰ হোৱাৰ কাৰণে এই নামঘৰক বৰ নামঘৰ আখ্যা দিছে অঞ্চলটোৰ মানুহখিনিয়ে। মণিকূটৰ ভেটি পকা। ওপৰত টিনপাট। মূল ঘৰটোৰ ছাল আগতে খেৰৰ আছিল। পাঁচ বছৰমান আগতে ভবানী বৰুৱাই সেইখিনি সলাই টিনপাত লগাই দিছে। সোনকালেই ভেটিটোও পকা কৰাৰ কথা ৰাইজে ভাবিছে। গুৰুজনাৰ এইবাৰৰ জন্মোৎসৱৰ আগতেই সেইটো যাতে কৰিব পাৰি তাৰ উপায় এটা উলিওৱাৰ বাবেও ভবানী বৰুৱা, বিজন চৌধুৰীহঁতে চিন্তা কৰিছে। ইতিমধ্যে শাওণৰ পোন্ধৰ দিন গ'লেই। শালি খেতিৰ কামো প্ৰায় শেষ হওঁ হওঁ হৈছে। নামঘৰীয়াই দুদিন আগতে ঘৰে ঘৰে গৈ সকলোকে খবৰ দি আহিছেগৈ।

সেই কাৰণেই নামঘৰতে আজি গাঁৱৰ প্ৰায়খিনি মানুহ গোট খাইছে। গুৰুজনাৰ জন্মোৎসৱত এইবাৰ কি কি কাৰ্যসূচী লোৱা যায় সেই বিষয়ে আলোচনা চলিছে। পুৱাৰ প্ৰভাত ফেৰীৰ দায়িত্ব ভবানী বৰুৱাক দি বিজন চৌধুৰীক নিশালৈ কৰিবলগীয়া ভাওনাখনৰ ভাৰ দিয়া হ'ল, উপস্থিত সকলোৰে সন্মতি সাপেক্ষে।

"পিছে কোনখন নাটনো মেলিবা এইবাৰ?" —নামঘৰীয়াই চৌধুৰীৰ মুখলৈ চালে।

"এইবাৰ পাৰিজাত হৰণকে কৰোঁ বুলি ভাবিছোঁ। গোসাঁই প্ৰভুৰ বহাত থাকি আমাৰ

ডেকাকিটাই সেইখন নাটৰ আতি-গুৰি মাৰি বুজি আহিছে। সেইখন নাট মেলিলে গোটেই অঞ্চলটোৰ ৰাইজ ইয়ালৈকে পোনাব।" —চৌধুৰীয়ে নিজৰ মত ব্যক্ত কৰিলে।

"হৰি ভকতৰ কথাত জোৰ আছে।" —ভবানী বৰুৱাই টলকা মাৰি শুনি থকাৰ পৰাই সখিয়েকৰ কথাত হয়ভৰ দিলে। বাকী উপস্থিত ৰাইজে অলপ সময় নিজৰ ভিতৰতে কথাটো আলোচনা কৰিলে। সকলোৰে মত পাবলৈ বেছি সময় ন'ব নেলাগিল।

এই দুটা মুখ্য বিষয়ৰ ওপৰত সিদ্ধান্ত হৈ যোৱাৰ পিছত মানুহখিনিয়ে গাঁৱৰ ৰাজহুৱা সমস্যা কিছুমান লৈ আলোচনা কৰিলে। নদীৰ ফালে যোৱা ৰাস্তাটোৰ ঠায়ে ঠায়ে বোকা হৈছে। একাদশী বা আঁউসীৰ হাল খতিৰ দিন এটাত আটাইখন গঞা লগ হৈ শ্ৰম দানেৰে ৰাস্তাটোৰ বেয়া হোৱাখিনি মেৰামতি কৰাৰ সিদ্ধান্ত হ'ল। ৰাস্তাটোৰ গাতে লাগি থকা প্ৰাইমাৰী স্কুলখনৰ বেৰকিখনত চুণ কাম কৰাৰ সময় হৈছিল। জন্মোৎসৱৰ আগে-আগে কামটো কৰি পেলালে যে ভাল হ'ব সেই কথা আটায়ে একমুখে সমৰ্থন কৰিলে। স্কুল আৰু নামঘৰৰ কাৰণে ৰখা পুঁজিৰ পৰাই প্ৰয়োজনীয় বয়-বস্তু কিনাৰো সিদ্ধান্ত হ'ল।

আলোচনা প্ৰায় শেষেই হৈ আহিছিল। নামঘৰীয়াই তেনেতে মাত লগালে— "চৌধুৰীদেউৰ ল'ৰাটো গুৱাহাটীত পঢ়িবলৈ ওলাইছে। কটন কলেজত নাম লগাব। খবৰটো আপোনালোকে পাইছেই চাগে।"

কথাটো সকলোৱে শুনিছিল অৱশ্যে। কেইজনমানে বিজন চৌধুৰীৰ ঘৰলৈ গৈও খা-খবৰ লৈছিলগৈ মেট্ৰিকৰ ৰিজাল্ট ওলোৱাৰ পাছতে।

"ল'ৰাটো কাইলৈ পুৱাই যাব গুৱাহাটীলৈ। পৰহিলৈ কলেজৰ নামভৰ্তি কৰাৰ তাৰিখ।" —ভবানী বৰুৱাই সখিয়েকৰ আনন্দৰ ভাগ ৰাইজৰ মাজতো বিলাই দিলে।

"দেউতাকে ল'ৰাটোৰ এই যাত্ৰাত ৰাইজৰ আশীৰ্বাদ বিচাৰিছে। চাহ, তামোল আৰু নামঘৰৰ থাপনালৈ কিছু অৰিহণাৰে আঁঠু ল'ব খুজিছে।" —নামঘৰীয়াই ডিঙিটো পৰিষ্কাৰ কৰি লৈ কথাখিনি সকলোৱে শুনাকৈ ক'লে।

ৰাইজে আশীৰ্বাদ দিলে ল'ৰাৰ ভৱিষ্যৎ সুখৰ হ'বলৈ। বিজন চৌধুৰী আৰু ভবানী বৰুৱাই গলবস্ত্ৰে ৰাইজৰ আগত আঁঠু ল'লে। দুয়ো সখিয়ে নামঘৰৰ ভেটিটো পকা কৰাৰ দায়িত্বখিনিও উপযাচি নিজেই ল'লে। সমূহ ৰাইজে কথাটোত বৰ আনন্দ পালে। নামঘৰীয়াই আকৌ এবাৰ দুয়োটি পৰিয়ালৰে মঙ্গলৰ কাৰণে দীঘলীয়া আশীৰ্বাদ দিলে।

ৰাইজে চাহ-তামোল খাই থাকোঁতেই কাছাৰীত তৰণীৰ কাম কৰা মাধৱ কলিতাই খবৰটো দিলে। নদীখনৰ সিপাৰে থকা চাপৰিটোতে বোলে শৰণাৰ্থী শিবিৰ বনোৱা হ'ব অচিৰেই। কথা শুনি মানুহখিনি কিছু সময় মনে মনে থাকিল।

"শৰণাৰ্থী শিবিৰ বনাব চৰকাৰে? কাৰ কাৰণে?" —খন্তেক সময় নিজৰ মাজতে আলোচনা কৰাৰ পিছত ঠগীৰাম বায়নে মাধৱ কলিতাক সুধিলে, সকলোৱে একেমুখে

সুধিব খোজা কথাখিনি।

"আটাইবোৰ কথা নেজানো। শুনিছোঁ, পুব-পাকিস্তানত গণ্ডগোল লাগিছে। নিজৰ ঘৰ এৰি আমাৰ দেশৰ সীমাৰ ওচৰত থকা বহুত মানুহে বোলে পৰিয়াল-পৰিজন লৈ আশ্ৰয় বিচাৰি ইয়াত সোমাইছেহি। ঠায়ে ঠায়ে সেই মানুহখিনিৰ কাৰণে আশ্ৰয় শিবিৰো বনোৱা হৈছে। পিছে গণ্ডগোল থমাতকৈ দিনে দিনে বাঢ়িহে যোৱাত দেশলৈ অহা ভগনীয়াৰ সংখ্যাও বাৰিষা অহা বানপানীৰ দৰেই বাঢ়িছে। জিলাই জিলাই থকা চৰকাৰী চাপৰি আৰু গ্ৰেজিং গ্ৰাণ্ট্‌বিলাকত অস্থায়ী শৰণাৰ্থী শিবিৰ পাতিবলৈ চৰকাৰে থিৰ কৰিছে।" —মাধৱ কলিতাই কাছাৰীত ইকাণ-সিকাণ কৰি শুনা কথাখিনি যিমান পাৰে জুঁকিয়াই-পজৰাই মানুহখিনিক জনালে।

"বাৰিষাৰ মাহ কিটাত আমাৰ গৰু-বাচৰুবোৰ সিপাৰৰ চাপৰিখনতে চৰোৱা হয়। শৰণাৰ্থী শিবিৰ পাতিলে তাত আমাৰ গৰু-বাচৰু চৰাবলৈ দিব জানো?" —নামঘৰীয়াই চিন্তিতভাৱে প্ৰশ্ন কৰিলে।

"শিবিৰবোৰ কিমান সংখ্যক মানুহৰ কাৰণে বনায় সেইটো জানিলেহে আপোনাৰ কথাৰ উত্তৰ দিব পাৰিম। কিন্তু কাছাৰীত যিবোৰ খবৰ শুনিছোঁ, মোৰ অনুমান পাঁচ-দহ হাজাৰমান মানুহ থাকিব পৰাকৈয়ে বনাব এই অস্থায়ী শিবিৰ।" —মাধৱ কলিতাই অলপ ভাবি-চিন্তি কথাখিনি ক'লে।

কলিতাৰ কথাখিনি শেষ নহওঁতেই পঞ্চায়ত সভাপতি পুৰন্দৰ হাজৰিকা আহি ৰাইজৰ লগ লাগিলহি। ইমান দেৰীকৈ অহা মানুহজনলৈ সমবেত ৰাইজে অলপ বিৰক্তিৰে চালে।

"ৰাইজে আমাৰ দোষ মৰিষণ কৰিব। ৰাজধানীৰ পৰা খবৰ এটা লৈ কোনোবা এজন আহি পালেহি নামঘৰলৈ ওলাওঁ বোলোঁতেই। কিনো কৰিব কওক, ৰজাঘৰৰ দোষ লগাব নোৱাৰি নহয়। আপোনাসৱ আমাৰ ইষ্ট-কুটুম্ব।" —পুৰন্দৰৰ চকুৱে-মুখে বিনয় বিয়পি পৰিল।

"এৰা! ৰজাঘৰৰ হুকুম ৰাইজৰ হুকুমতকৈ ডাঙৰেই নিশ্চয়। আমাৰ সভাপতিয়ে সেই কথা তেখেতৰ কাৰ্যৰেই দেখুৱাই দিছে। এতিয়া আকৌ মুখেৰে নক'লেইবা।" —ভৱানী বৰুৱাৰ কথাত এক তীব্ৰ ব্যঙ্গ ফুটি উঠিল। হাজৰিকাৰ মুখত অনবৰতে লাগি থকা হাঁহিটো গহণ লগা বেলিটোৰ দৰেই হঠাতে নোহোৱা হৈ গ'ল। মুখখন মৰ-আঁউসীৰ এন্ধাৰে আবৰি ধৰিলে।

নামঘৰীয়াই দেখিলে পৰিবেশটো বেয়াৰ ফালে গৈছে। গলখেকাৰি এটা মাৰি তেওঁ ডিঙিটো পৰিষ্কাৰ কৰিলে।

"সভাপতি ডাঙৰীয়াৰ অসুবিধা আমি বুজিছোঁ। ৰজাঘৰৰ ফাই-ফৰমাচ আগতে খবৰ দিনো কেতিয়া আহে? সময়ৰ গতিলৈ চাই আমাৰ আলোচনা-বিলোচনা আগবঢ়োৱা

হ'ল। গুৰুজনাৰ জন্মোৎসৱৰ কাৰ্যসূচী ইতিমধ্যে চূড়ান্ত কৰা হৈ গৈছে। পিছে হৰিভকতে খবৰ এটা আনিছে। সেই লৈহে ৰাইজখন চিন্তাত পৰিছে।" —তৰণী মাধৱ কলিতাৰ লগত একেলগে গোসাঁই ঈশ্বৰৰ
শৰণ লৈছিল নামঘৰীয়াই। সেয়েহে হৰিভকত বুলিয়েই মাতে কলিতাক।

বিজন চৌধুৰীয়ে সখিয়েকৰ মন বুজি পায়। পুৰন্দৰৰ কথাৰ সুৰত যে ৰাইজৰ প্ৰতি অৱজ্ঞাৰ ভাব এটা আছে সেইটো তেৰোঁ বুজিলে। তথাপি আজিৰ দিনটোত যাতে মনত অশান্তি লৈ কোনোৱে নামঘৰ এৰিবলগা নহয় তাকে তেওঁ মনে-প্ৰাণে কামনা কৰিলে। ল'ৰাটো ইমান দূৰলৈ যাবলৈ ওলাইছে। ৰাইজখনৰ আশীৰ্বাদ বিচাৰি তেওঁ গলবস্ত্ৰে আঁঠু লৈছে। সেয়ে নিজেই আগভাগ লৈ পুৰন্দৰক গোটেই কথাখিনি আকৌ এবাৰ কৈ তেওঁৰ মতামত বিচাৰিলে। তামোল এখন মুখত সুমুৱাই পৰি-চৰি বহিল পুৰন্দৰ।

কথাটো তেৰোঁ ঘুনুক-ঘানাককৈহে শুনিছে। ৰাজধানীৰ পৰা অহা বিষয়াজনেও এই বিষয়ে একো কোৱা নাই। যি নহওক ৰাইজে যেতিয়া তেওঁক কথাখিনি জনাইছে, আজি-কালিৰ ভিতৰতে স্থানীয় বিধায়ক আৰু দলৰ জিলা সভাপতিক লগ ধৰি সবিশেষ বুজি আহিব। ৰাইজ নিচিন্তে থাকিব পাৰে ধৰণৰ কথা এখিনি কৈ হাজৰিকাই ৰাইজৰ মাজত নিজৰ কৰ্তৃত্ব বজাই ৰখাৰ চেষ্টা কৰিলে। মানুহখিনিয়ে সেইটো বুজিলে যদিও বাক-বিতণ্ডা হোৱাৰ ভয়ত কোনেও উচ্চবাচ্য নকৰিলে। আন বহুত কাম থকাৰ অজুহাত লৈ খন্তেক পিছতে হাজৰিকাই বিদায় ল'লে। অৱশ্যে যোৱাৰ সময়ত ভবানী বৰুৱালৈ কটাক্ষ এটা মাৰিবলৈ কিন্তু নেপাহৰিলে।

"চাপৰিত ইমানবোৰ মানুহ থাকিলে তাত গৰু-গাই মেলাটো অসম্ভৱ হ'ব। শিবিৰত থকা মানুহবোৰৰ কাৰণে শৌচ-প্ৰস্ৰাৱ কৰাৰ ব্যৱস্থা, ৰান্ধনি ঘৰ, পানীকল, অস্থায়ী পুলিচ চকী, ক'ত কি ব্যৱস্থাৰ দৰকাৰ হ'ব!" —পুৰন্দৰ যোৱাৰ ফালে চাই থাকিয়েই ক'লে বিজন চৌধুৰীয়ে।

"যদি মাধৱ কলিতাই কোৱা কথা সঁচা হয়, আমি এতিয়াই কিবা এটা উপায় ভাবি উলিয়াব লাগিব।" —চৌধুৰীৰ কথা সমৰ্থন কৰি আন কেইবাজনেও এই বিষয়ে নিজা নিজা চিন্তা ব্যক্ত কৰিলে। শেষত সকলোৱে তৰণী মাধৱ কলিতাকে কাছাৰীত ৰাজহ বিষয়াক লগ কৰি কথাটো পুংখানুপুংখভাৱে জানি অহাৰ দায়িত্ব দিলে। সভা শেষ হ'ল। চিন্তিত মন একোটা লৈ মানুহখিনি ঘৰাঘৰি গ'ল।

নামঘৰৰ মিটিং শেষ কৰি দুই সখিয়েকে ঘৰ বুলি খোজ ল'লে। ৰাতিপুৱাৰ প্ৰথম বাছতে যিহেতু বিক্ৰমক লৈ দেউতাক গুৱাহাটীলৈ যাব লাগিব, সেয়ে ভবানী বৰুৱাই ৰাতিৰ সাঁজ তেওঁৰ ঘৰতে খাবলৈ ক'লে সখিয়েকক পৰিয়ালৰ সৈতে।

"তাক কৈ আহিছিলো ট্ৰাঙ্কটোত লাগতিয়াল বস্তুখিনি ভৰাই থ'বলৈ। পালৰ দোকানত সিদিনাই জোখ দি থৈ যোৱা লংপেণ্ট দুটা আৰু কামিজ তিনিটাও লৈ যাব লাগে।"

"ময়ো যাওঁ ব'লা। মাছ-পুঠি কিবা এটা লৈ যাওঁ। পাওঁ যদি পাৰ পোৱালি কেইটামানো চাওঁ। আমৈয়েকে বনোৱা পাৰৰ জোল খাই সি বৰ ভাল পাই বুলি সেইদিনা আইজনীয়ে কৈছিল মোক।"

জীয়েকৰ মুখখন মনত পৰি ভবানী বৰুৱাৰ চকুকিটা উজ্বলি উঠিল। ছোৱালীজনী বৰ লক্ষ্মী। মাক-বাপেকৰ সুখ-সুবিধা লৈ তাইৰ অনবৰতে চিন্তা। ভায়েকটোকো কম মৰম কৰেনে তাই। লোদোৰ-পোদোৰ ভায়েকটোক ডাংকোলাকৈ কেনেকৈ লৈ ফুৰাই, দেখিলেই বৰুৱাৰ মায়া লাগি যায় বৰ জীয়েকলৈ।

"সেইদিনা দেখিলো আমাৰ ঘৰত তাই মইনাৰ কিতাপ-পত্ৰবোৰ লুটিয়াই বগৰাই চাই থকা। তোমাৰ ছোৱালীকো পঠাব লাগিব কটনলৈকে। যত্ন ল'বা তাইৰ। পঢ়াত তাইৰ বৰ ৰাপ।"

"কথাটো ময়ো ভাবিছোঁ। সকলো ভগৱন্তৰ ইচ্ছা। মইনাই গৈ থানথিত লওক গৈ। আইজনী যায় মানে সি গুৱাহাটী চহৰৰ অলি-গলি সকলো চিনি পোৱা হ'বগৈ। আইজনীৰ কাৰণে আমাৰ চিন্তা নেথাকে আৰু তেতিয়া।" —ভবানী বৰুৱাই মুহূৰ্ততে অনেক কথাই চিন্তা কৰিলে। সখিয়েকৰ মনৰ কথা তেওঁ জানে। মাজনীক আমৈয়েকেও নিজৰ ছোৱালী যেন দেখে। এতিয়াই বুকুত সামৰি থ'ব খোজে। মইনালৈও জানো হেমপ্ৰভাৰো কম হেঁপাহ। বৰুৱাৰ মনত পৰে যোৱাবাৰ মইনাৰ জ্বৰ হওঁতে ঘৈণীয়েকৰ কেনেকৈ থৰকাছুটি হেৰাইছিল। ৰাতিপুৱাৰ পৰা মাজ নিশালৈ মইনাৰ বিছনাৰ কাষতে বহি পৰ দিছিল। মূৰত পটী দিছিল, তিতা গামোচাৰে গাল-মুখ মোহাৰি দি নিজে বনাই নিয়া ভাতৰ মণ্ড এচামুচ এচামুচকৈ তাক খুৱাই আছিল পৰ দি দি।

নিজৰ নিজৰ চিন্তাত মগ্ন হৈ থাকোঁতে পালৰ দোকান কেতিয়া পালেহি এজনেও গমেই নেপালে। দুয়ো সখিয়েকে ল'ৰাৰ জোখৰ পেণ্ট-চোলা ভালদৰে চাই-চিতি পেকেটত ভৰাই ল'লে।

"তুমি নহ'লে যোৱাগৈ। তাৰ বয়-বস্তুবোৰ সামৰি-সুতৰি লোৱা হ'লনে নাই তদাৰক কৰাগৈ। মই বজাৰখন সামৰি ঘৰ পাওঁগৈ। সন্ধিয়াৰ চাকিগছ জ্বলায়েই আহি যাবা। সোনকালে খাই-বৈ যাবাগৈ। ল'ৰাটোৱে নহ'লে পুৱা টোপনিৰ পৰা উঠিবলৈকে এলাহ কৰিব।"

"হ'ব দিয়া। তুমি ঠিকেই কৈছা। যাওঁ তেনেহ'লে।" —সখিয়েকক বিদায় দি ভবানী বৰুৱা তিনিআলি মূৰৰ মাছ আৰু শাক-পাচলিৰ বজাৰত সোমাল। জঁপিয়াই থকা শিলঘৰীয়া মাছটো দৰদাম নকৰাকৈ কিনি পেলালে তেওঁ।

মাছটো দেখি আইজনীৰ মুখত যিটো হাঁহি ফুটিব তাৰেই কথা ভাবি ভাবি তেওঁ ঘৰমুৱা হ'ল। দিনান্তৰ বেলিটোৱে তেতিয়া পশ্চিমৰ আকাশত মুঠিয়ে মুঠিয়ে ৰঙা ৰং ছটিয়াই আছিল। আকাশৰ পৰা ছিটিকি অহা সেই ৰঙবোৰ ভবানী বৰুৱাৰো গালে-মুখে বিয়পি পৰিল।

# চাৰি

নামঘৰৰ পৰা বাহিৰে বাহিৰে পুৰন্দৰ হাজৰিকা পঞ্চায়ত কাৰ্যালয় পালেগৈ। নামঘৰীয়াৰ মুখেৰে শুনা কথাটোৰ আতি-গুৰি জানিবলৈ তেওঁ লগে লগেই জিলা সমিতিৰ সম্পাদকৰ সৈতে যোগাযোগ কৰিলে। তেওঁ কথাখিনি গম পাইছিল ইতিমধ্যে। পূব-পাকিস্তানৰ পৰা ভাগি অহা মানুহ কিছুমানৰ কাৰণে সুন্দৰপুৰৰ নদীৰ সিটো পাৰে থকা চৰণীয়া পথাৰখনত যে অস্থায়ী শৰণাৰ্থী শিবিৰ বনোৱাৰ সিদ্ধান্ত এটা হৈছে, সেই বিষয়ে তেওঁৰ পৰাই সবিশেষ গম পালে পুৰন্দৰে। অনবৰতে ক'ত কেনেকৈ নিজৰ স্বাৰ্থ সিদ্ধি হয় সেই বিষয়ত সদা সচেতন পুৰন্দৰ হাজৰিকাই শৰণাৰ্থী শিবিৰ বনোৱাৰ ঠিকা-ঠুকলিবোৰ যাতে তেওঁৰ জৰিয়তেই দিয়াৰ ব্যৱস্থা কৰা হয়, সেই লৈ স্থানীয় বিধায়ক আৰু দলৰ জিলা কমিটিৰ সভাপতিক থাউকতে অনুৰোধ এটা কৰি ৰাখিলে। চৰণীয়া পথাৰখনৰ মাটিকালি জানিবলৈ লাটমণ্ডল গিৰীশ দাসকো ঘৰতে দেখা কৰি আহিলগৈ। সকলো সম্ভাব্য দিশ এইদৰে চালি-জাৰি চাই পিছদিনা পুৱাই ৰাজধানীলৈ গৈ ৰাজহ মন্ত্ৰী আৰু সংশ্লিষ্ট বিষয়া-কৰ্মচাৰীখিনিকো ততাতৈয়াকৈ লগ ধৰাৰ সিদ্ধান্ত ল'লে।

সভাপতিৰ চকীখনত বহি পুৰন্দৰে পকেটৰ পৰা চিগাৰেটৰ পেকেট আৰু জুইশলাৰ বাহটো উলিয়ালে। ভবানী বৰুৱাই নামঘৰত অতখন ৰাইজৰ আগত যে তেওঁক অপদস্থ কৰিবলৈ চেষ্টা এটা কৰিছিল সেই কথা মনত পৰিলত মুখেৰে অবাইচ মাত এষাৰ ওলাই আহিল। দুই ওঁঠৰ মাজত চেপি ধৰা চিগাৰেট জ্বলাবলৈ বুলি জুইশলাৰ কাঠীডাল জোৰেৰে ঘঁহাই দিলে খাৰ লাগি থকাখিনিত। ফচ্‌কৈ জ্বলি উঠা কাঠীডালেৰে চিগাৰেটটো জ্বলাই দীঘলীয়া হোপা এটা মাৰিলে হাজৰিকাই। মুখেৰে উলিয়াই দিয়া ধোঁৱাবোৰৰ লগতে ইমানপৰে উঠি থকা খংটোও জামৰিল। ধীৰে-সুস্থিৰে কথাবোৰ চিন্তা কৰিবলৈ ধৰিলে।

মাকৰ মুখত নিজৰ জন্মৰ বৃত্তান্ত শুনিছে পুৰন্দৰে। শাওণ আৰু ভাদৰ দোমাহী আছিল সেইদিনা। ৰাতিপুৱাৰেপৰা গোমা হৈ থকা আকাশখন আৱৰি ডাঠ ডাৱৰৰ ছটা কিছুমান ইফালে-সিফালে ঘূৰি ফুৰিছিল। শোৱাৰপৰা উঠি বাহিৰে বাহিৰে নমহীয়া গৰ্ভৱতী মানুহজনীয়ে বাঢ়নিডাল লৈ বাহী চোতালখন সাৰিবলৈ আৰম্ভ কৰিছিল। পেটটো গধুৰ হৈ আগফালে ওলমি যোৱাৰ কাৰণে হাউলিবলৈ কষ্ট হৈছিল তেওঁৰ। অকণমানো বতাহ নথকা ৰাতিপুৱাটোৰ গোমোঠা পৰিবেশে মানুহজনীৰ মনটোও গোমা কৰি পেলাইছিল। বিয়া হোৱাৰ আঠ বছৰ হৈ গৈছিল ইতিমধ্যে। আঠ বছৰত তিনিটাকৈ ল'ৰা-ছোৱালীৰ জন্ম দি স্বাস্থ্য ভাগি পৰিছিল তেওঁৰ। চাৰি নম্বৰ সন্তানটো পেটলৈ অহাৰেপৰা ৰক্তহীনতাতো

ভুগিছে মানুহজনীয়ে। অনবৰতে ভাগৰ লাগি থাকে। তথাপি পদূলি সৰাৰপৰা আৰম্ভ কৰি গৰুৰ গোহালীলৈকে আটাইবোৰ কামেই কৰিব লাগে এইটো দেহাৰেই। মানুহটোৱে সপ্তাহটোৰ ছটা দিনেই কাউৰীপুৰাতে লৰ ধৰে সাপ্তাহিক হাটবোৰত বেচা-কিনা কৰিবলৈ। ঘৰুৱা কামত সহায় কৰি দিব নোৱাৰে। সামান্য মাত্ৰ খেতিৰ মাটিৰে বুঢ়া মাক-বাপেক, আবিয়ৈ ভনীয়েক দুজনী আৰু নিজৰ পাঁচজনীয়া পৰিয়ালটোৰে সৈতে মুঠতে নটা মানুহৰ পেট ভৰোৱা সম্ভৱ নহয়। ঘৈণীয়েক চতুৰ্থবাৰৰ বাবে গৰ্ভৱতী হোৱাৰ পিছত মানুহটোৰ দুঃচিন্তা আৰু বাঢ়িছে।

মানুহজনীয়ে যেনে তেনে চোতালখন সাৰি-পুচি গা ধুবলৈ বুলি পিছফালৰ কুঁৱাটো পাইছিলগৈহে। হঠাতে তেওঁৰ ভৰিৰ তলৰ পৃথিৱীখন কঁপি উঠিল। দূৰৰ পাহাৰত কাণ তাল মাৰি যোৱাকৈ ভয়ঙ্কৰ শব্দ এটা হ'ল। বোধহয় ক'ৰবাত ডাঙৰ পাথৰ খহিছিল। ভূমিকম্পৰ সেই তীব্ৰ জোকাৰত মানুহজনী কুঁৱাৰ পাৰতেই মাটি খামুচি বহি পৰিল। এডাল তীক্ষ্ণ কাঠীৰেহে যেন কোনোবাই তলপেটত খোচ মাৰি দিলে মানুহজনীৰ। সময়তকৈ আগতেই প্ৰসৱ বেদনা আৰম্ভ হ'ল তেওঁৰ। ভূমিকম্পৰ জোকাৰণিত আবিয়ৈ নন্দেক দুজনীয়েও বিছনা এৰি বাহিৰ ওলাই আহিছিল। বৌৱেকক তেনেকৈ কুঁৱাৰ পাৰত মাটি খামুচি বহি থকা দেখি ডাঙৰজনী নন্দেকে বুজি পালে, নমহীয়া গৰ্ভৱতী বৌৱেকৰ অৱস্থাৰ কথা। ভূমিকম্পৰ জোকাৰণি অলপ বেলিৰ মূৰে মূৰে আহিযেই আছিল। সেই কাৰণে ভিতৰলৈ নিনি দুয়োজনীয়ে ইতিমধ্যে বৌৱেকেই সাৰি-পুচি থৈ যোৱা চোতালতে পাটি এখন পাৰি তেওঁক শুৱাই দিলে। দুঘণ্টামানৰ মূৰত মুকলি আকাশৰ তলতেই মানুহজনী চতুৰ্থবাৰৰ বাবে মাক হ'ল। পুৰন্দৰে পিছত শুনিছিল, সেইদিনা আছিল পোন্ধৰ আগষ্ট, উনৈছ শ পঞ্চাছ চন। ভাৰতে স্বাধীনতা পোৱাৰ চতুৰ্থ বাৰ্ষিকী উৎসৱ চূৰমাৰ কৰি দিখৌৰ পানীৰ সোঁত বন্ধ হৈছিল সেইটো দিনত।

"কি বুলি ভাবিছে ভবানী বৰুৱাৰ নিচিনা এটাই মোক!" চিগাৰেটত জোৰকৈ হোঁপা মাৰি ভোৰ ভোৰালে পুৰন্দৰে। সৰুকালৰ কথা মনত পৰিল। মনত থকা দিনৰেপৰা অলেখবাৰ সেই কাহিনী শুনি আহিছে পুৰন্দৰে মাক-বাপেক, পেহীয়েক আৰু ডাঙৰ বায়েকজনীৰ মুখত। বাপেকে কৈছিল কেনেকৈ পাহাৰ ফাটি বাগৰি পৰা শিল আৰু শিপা উভালি লুটি খাই পৰা প্ৰকাণ্ড গছবিলাকে লুইতৰ বুকু পুতি পেলাইছিল। বোঁৱতী পানীৰ সোঁত বন্ধ হৈ গৈছিল তিনি দিন তিনি ৰাতি। দিখৌৰ বুকুৰে চলা কোম্পানীৰ জাহাজৰ তলি মাটিত লাগি ৰৈ গৈছিল। শদিয়াৰপৰা ধুবুৰীলৈ শুকাই যোৱা লুইতৰ বুকুত মৰা মাছৰ উজান উঠিছিল। পোন্ধৰ আগষ্টৰ পুৱাৰেপৰা অহৰহ আহি থকা ভুঁইকঁপে লেবেজান কৰি পেলোৱা অনেক মানুহে সহজতে পোৱা সেইবোৰ মাছ খাই শৌচ, বমি কৰি মৰিছিল। তিনি দিন তিনি ৰাতিৰ পিছত লুইতৰ ভেটা ভাঙিছিল। নিম্বাশবদে ল'ৰি আহিছিল বন্ধ হৈ

থকা পানী। তীব্ৰ বেগেৰে সেই পানীয়ে খহাই নিছিল লুইতৰ পাৰ। নিশ্চিহ্ন হৈ গৈছিল দুয়োপাৰে থকা হাজাৰ হাজাৰখন গাঁও। মৰা মানুহ আৰু গৰু-ছাগলীৰ হিচাপ ৰাখিবলৈকো কোনো জীয়াই নাছিল। লুইতৰ পানী দিখৌৰেও বৈ আহিছিল। উলটি বোৱা সেই পানীয়ে বুৰাই পেলাইছিল আন বহুতো গাঁৱৰ লগতে সুন্দৰপুৰো। তিনিদিনীয়া পানী কেঁচুৱা লৈ বকুল হাজৰিকাই গাঁৱৰ আন বহুতৰে লগত নামঘৰত থিতাপি ল'লৈগে। হাট-বজাৰলৈ গৈ বেপাৰ কৰা অসম্ভৱ হ'ল। চৰকাৰী ৰিলিফৰ চাউল খুৱাব নোৱাৰি তিনিদিনীয়া পানী কেঁচুৱাক। হাজৰিকাক এই বিপদৰপৰা উদ্ধাৰ কৰিলে মৌজাদাৰ অৱনী বৰুৱাই। নামঘৰত থকা ৰিলিফ কেম্প এৰি আপোন ঘৰলৈ ঘূৰি নোযোৱালৈকে হাজৰিকা পৰিয়ালৰ এই নৱজাতকৰ সকলো দায়িত্ব লৈছিল মৌজাদাৰেই। দেউতাকে পুৰন্দৰক সেই কথা কৈছিল অনেকবাৰ। আৰু প্ৰতিবাৰেই পুৰন্দৰৰ ভিতৰৰ জ্বলি থকা জুইকুৰাত নতুনকৈ ঘিউ পৰিছিল। অপমানৰ জ্বালা আৰু প্ৰতিশোধৰ তীব্ৰ আকাঙ্ক্ষাই উত্ৰাৱল কৰিছিল মানুহটোক। নিজৰ জন্মৰ ওপৰত নিয়ন্ত্ৰণ নাছিল পুৰন্দৰৰ। দেউতাকৰ ওপৰতেই খং উঠিছিল। পিতৃৰ অসমৰ্থতাৰ কাৰণে পুত্ৰ কিয় কাৰোবাৰ ওচৰত ঋণী হ'ব! মগজুৰ ভিতৰখন উতলা গাখীৰৰ দৰে উফন্দি উঠি মূৰৰ শিৰা-উপশিৰাবোৰ চিঙি পেলাব খুজিছিল।

সেই মৌজাদাৰ অৱনী বৰুৱাৰে একমাত্ৰ পুত্ৰ ভবানী বৰুৱা। একেলগে পঢ়িছিল গাঁৱৰপৰা দুমাইল দূৰৰ মজলীয়া স্কুলখনত পুৰন্দৰ আৰু ভবানী বৰুৱাই। গাঁৱৰ আন কেইবাটাও ল'ৰাৰ লগতে পুৰন্দৰ হাজৰিকা আৰু ভবানী বৰুৱাও খোজেৰেই গৈছিল স্কুল পঢ়িবলৈ। ৰাস্তাৰে গৈ থাকোঁতে কেতিয়াবা কেতিয়াবা ল'ৰাবোৰৰ উখনা-উখনি লাগিছিল। হাজৰিকাৰ মনত পৰিল সেইবোৰ দিনতো ভবানী বৰুৱাই তেওঁৰ বিৰুদ্ধে মাত মাতিছিল। যি দলত পুৰন্দৰ থাকিছিল, ভবানী বৰুৱাই অৱস্থান কৰিছিল তাৰ বিপৰীত পক্ষত। ভবানীৰ দেউতাকৰ মাটি-বাৰী আছিল। মাহমৰা মৌজাৰ মৌজাদাৰ আছিল তেওঁ। পুৰন্দৰৰ দেউতাকৰ বাৰী-মাটিখিনিৰ বাহিৰে বিশেষ আন মাটি-বাৰী নাছিল। সৰুৰেপৰা হাজৰিকাই দেখিছিল, দেউতাকে গাঁৱৰ সাপ্তাহিক বজাৰৰ বাহিৰেও ওচৰ-পাজৰৰ আনবোৰ হাট-বজাৰলৈ গৈও শাক-পাচলিৰ সৰু ব্যৱসায় কৰিছিল। বাৰিষা কালত সেইখন বজাৰৰ আয়েৰে ইমানখিনি মানুহৰ দুসন্ধ্যা পেট ভৰাই খোৱাৰ ব্যৱস্থা কৰিবলৈ টান পৰিছিল। এনেকুৱা দিনবোৰত ভবানী বৰুৱাৰ দেউতাকৰ ওচৰলৈকে সহায় বিচাৰি যাব লগা হৈছিল পুৰন্দৰ হাজৰিকাৰ দেউতাক। কেতিয়াবা কেতিয়াবা তেনেকুৱা সময়ত পুত্ৰকো লগত লৈ গৈছিল মানুহজনে। একেলগে পঢ়া ভবানী বৰুৱাৰ ওচৰত আকৌ এবাৰ নিজকে খুব দুৰ্বল আৰু অসহায় লাগিছিল পুৰন্দৰৰ। ভবানীয়ে কোনো দিনেই পুৰন্দৰ বা তাৰ দেউতাকক সিহঁতৰ ঘৰলৈ অহাৰ কাৰণ সোধা নাছিল। কিন্তু পুৰন্দৰৰ ভাব হৈছিল, একো নুসুধিলেও যেন ভবানীয়ে জানিছিল সিহঁতৰ আগমনৰ

উদ্দেশ্য। পুৰন্দৰে ভবানীৰ চকুত দেখা পাইছিল পুতৌসনা চাবনি। তাৰ সহজ অভ্যৰ্থনাত লুকাই আছিল সৌভাগ্যৰ অহঙ্কাৰ, ভদ্ৰতাৰ কপটালি। বৰ খং উঠিছিল পুৰন্দৰৰ। দেউতাকে অৱনী বৰুৱাৰ লগত কথা পতাৰ সময়খিনি সি ভবানীৰ কোঠাতে তাৰ লগত কথা পাতি কটাইছিল। কিন্তু প্ৰতি মুহূৰ্ততে তাৰ ভিতৰৰ অন্য এটা পুৰন্দৰে তাক চিঞৰি চিঞৰি সোঁৱৰাই আছিল— ভবানীৰ সহজ আতিথেয়তাৰ মাজত লুকাই আছে চূড়ান্ত ভণ্ডামি। পুৰন্দৰৰ দুৰ্ভাগ্যৰ প্ৰতি গোপন ভ্ৰূকুটি।

ঘৰলৈ উভতিবলৈ যেতিয়া বাপেকে তাক বাহিৰৰ পৰাই মাত দিছিল, সি ভবানীৰ চকুলৈ এবাৰো নোচোৱাকৈ ওলাই আহিছিল। পাৰ হৈ যোৱা অসহনীয় সময়খিনিয়ে তাৰ অন্তৰত সৃষ্টি কৰা আগ্নেয়গিৰিৰ হঠাৎ উদ্‌গীৰণ হয় বুলি সি ভয় খাইছিল। সেই জ্বালামুখী সি অন্তৰতে প্ৰতিপাল কৰি ৰাখিব খুজিছিল। সময় আহিব। ভবানী বৰুৱাৰ কপট বন্ধুত্বৰ উচিত উত্তৰ দিব লাগিব। কিন্তু সময়ৰ আগতে ভবানীক তাৰ উমান দি সাৱধান কৰি দিব খোজা নাছিল পুৰন্দৰে।

কলেজত পঢ়িবলৈ গৈছিল ভবানী বৰুৱা। পুৰন্দৰৰ কলেজলৈ যোৱা নহ'ল। সাধাৰণভাৱে মেট্ৰিক পাছ কৰি পৰিয়ালৰ প্ৰয়োজন পূৰাবলৈ ব্যৱসায়ত হাত দিলে। ইতিমধ্যে সিহঁতৰ ঘৰখনলৈ আৰু দুটা সন্তানৰ আগমন ঘটিছিল। দেউতাকৰ শাক-পাচলিৰ ব্যৱসায়ৰ লগতে পুৰন্দৰে আৰম্ভ কৰিলে সৰু-সুৰা ঠিকা-ঠুকলিৰ কাৰবাৰ। চাৰ্কোল অফিচৰ চকী, টেবুল, কাগজ, কলমৰ পৰা আৰম্ভ কৰি গাঁৱৰ ৰাস্তা-পদূলি মেৰামতি কৰা আৰু বিভাগীয় অফিচ ঘৰ বনোৱালৈকে যিকোনো ধৰণৰ কাম পালেই কৰিবলৈ ল'লে। পাণ-তামোল, ধান-চাউলৰ ব্যৱসায় কৰিলেও দেউতাকৰ ব্যৱসায় বুদ্ধি কিছু আছিল। পুতেকৰ কামৰ প্ৰতি আগ্ৰহ দেখি তেখেতে নিজেও ইমানদিনে বিভিন্ন ঠাই ঘূৰি ফুৰোঁতে চা-চিনাকি হোৱা বিভিন্নজনৰ লগত তাকো চিনাকি কৰি দিলে। এবাৰ সুবিধা এটা কৰি লোৱাৰ পিছত পুৰন্দৰ আৰু নৰ'ল। ইটো-সিটোকৈ কেইবাটাও মজলীয়া বিধৰ ঠিকাৰ কাম কেইবাটাও অফিচত সি যোগাৰ কৰিলে। খুব কম সময়তে পি.ডব্লিউ.ডি. অফিচৰ কেৰাণী-মহৰীৰ পৰা ইঞ্জিনীয়াৰলৈকে সকলোৰে লগত ভাল সম্পৰ্ক এটা গঢ়ি তুলিলে। চৰকাৰী যোজনাবোৰৰ সংখ্যা যিমানেই বাঢ়িল, পুৰন্দৰৰ হাতলৈ সিমানেই বেছিকৈ কাম আহিল। স্থানীয় বিধায়ক আৰু বিভাগীয় মন্ত্ৰী গাঁৱলৈ আহিলে তেওঁলোকৰ সোধ-পোচ কৰাৰ দায়িত্বও নিজেই কান্ধ পাতি লোৱা কৰিলে। স্থানীয় বিধায়কৰ লগত উঠা-বহা কৰাটো পুৰন্দৰৰ এক নম্বৰ কাম হ'ল অনতিপলমে। ঘৰৰ উকখা চালৰ ঠাইত টিনপাত লাগিল। নতুন টিনত পৰা বেলিৰ পোহৰৰ চিক্‌মিকনি দেখি গাঁৱৰ উঠি অহা ডেকা ল'ৰা কিছুমানে পুৰন্দৰৰ চোতালত ভিৰ কৰিলেহি। খুব সোনকালে ৰাজনীতিৰ পথাৰখনেও আকৃষ্ট কৰিলে ডেকা ঠিকাদাৰক। গাঁও পঞ্চায়তৰ সভাপতি পদৰ নিৰ্বাচনত সহজে

জিকিল। পুৰন্দৰ হাজৰিকাই দূৰলৈ চালে। দিগ্‌বলয়ৰ নীলা আকাশ চকুত পৰিল। ইমানদিনে লেটি লৈ অহা ধূলি-মাকতি জোঁকাৰি থিয় হ'ল তেওঁ। দিগ্‌বলয়ত দেখা আকাশ চুব লাগিব, ভৰিৰ তলৰ পৃথিৱীৰ ৰজা হ'ব লাগিব। দলীয় ৰাজনীতি অবিহনে এই যাত্ৰা অসম্ভৱ, সেই কথা বুজি পাবলৈ বেছি সময় নেলাগিল পুৰন্দৰক। স্বাধীনতাৰ পিছৰেপৰা শাসনৰ বাঘজৰী হাতত লৈ থকা দলটোৰ সাধাৰণ সভ্য হিচাপে ভৰ্তি হ'ল স্থানীয় বিধায়কৰ সুপাৰিশত।

ভবানী বৰুৱাক পাহৰা নাছিল পুৰন্দৰে। চহৰত পঢ়িবলৈ যোৱা ভবানী বৰুৱাই পঢ়া শেষ কৰি আকৌ উভতি আহিছিল সুন্দৰপুৰলৈ। ওচৰ-পাজৰৰ কেইবাখনো গাঁৱৰ মানুহে মিলি কলেজ এখন পাতিব খুজিছিল। অৱনী বৰুৱাই দহ বিঘা মাটি দিলে কলেজৰ ভৱন নিৰ্মাণ, খেলা-ধূলাৰ পথাৰৰ কাৰণে। ৰাইজৰ অনুৰোধত ভবানীয়েই কলেজ নিৰ্মাণ সমিতিৰ সভাপতিৰ দায়িত্ব ল'লে। পুৰন্দৰ হাজৰিকাই আকৌ এবাৰ ভবানী বৰুৱাক বেয়া পালে। কলেজ আৰম্ভ কৰিবৰ কাৰণে দৰকাৰ হোৱা ধনৰ শকত ভাগ এটা তেৰোঁ দিব পাৰিলেহেঁতেন! ভবানী বৰুৱাৰ দেউতাকে দিয়া মাটিখিনিৰ বাহিৰেও চৰকাৰী খালী মাটি আছিল। চাপৰিখনৰেই এটা অংশ জিলা উপায়ুক্তক দৰ্খাস্ত দি ল'ব পৰা হ'লহেঁতেন। গাঁ[illegible] মানুহখিনিয়ে কথাখিনি তেওঁৰ লগতো পাতিব পাৰিলেহেঁতেন। গাঁও পঞ্চায়তৰ সভাপতি হিচাপেও মানুহখিনিয়ে পুৰন্দৰক কথাটো সুধিব লাগিছিল। খণ্ডত মানুহটোৰ গাৰ নোম ডাং খাই উঠিল। ডাম ডেউকাই ডাকিলে খজুৱাৰ দৰে তেওঁৰ গাত খজুৱতি উঠিল। কপালৰ শিৰ টান খাই গ'ল পলকতে।

পুৰন্দৰ হাজৰিকাই চাব, ভবানী বৰুৱাই কেনেকৈ কলেজ গঢ়িব পাৰে এই সুন্দৰপুৰ গাঁৱত!

কথাবোৰ ভাবি ভাবি আহি থাকোঁতে কেতিয়ানো ঘৰ পালেহি, কেতিয়া মটৰ চাইকেল এৰি ভিতৰ পালেহি পুৰন্দৰ হাজৰিকাই গমেই নেপালে।

অসময়ত গিৰিয়েকক ঘৰ সোমোৱা দেখি ৰেণুবালা অলপ আচৰিত হ'ল।

"বৰ সোনকালে আহিল দেখোন আজি। গা-চা বেয়া কৰিছে নেকি আক'?" — ওৰণিখন টানি ল'লে ৰেণুবালাই।

ৰেণুবালাক বিয়া কৰোৱাৰ বিছ বছৰেই হ'ল। ব্যৱসায় আৰু আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামত অহৰহ ব্যস্ত থকা পুৰন্দৰে ৰেণুবালাৰ গৰ্ভত তিনিটা সন্তান জন্ম দিয়াৰ প্ৰয়োজনত কটোৱা সময়খিনিৰ বাহিৰে পত্নীক যে বেলেগে আৰু কিবা সময় দিব লাগে সেই কথা কাহানিও ভবা নাই। ৰাতিপুৱা ন বজাতেই ৰেণুবালাই ভাত বাঢ়ি দিয়ে পুৰন্দৰক। সেয়া খাই দিনটোৰ কাৰণে ওলাই যায় মানুহটো। কাম শেষ হ'লে ঘূৰি আহে। ঘৰ পাওঁতে ৰাতি কেইটা বাজিল কেতিয়াও সেই লৈ ব্যস্ত হোৱা নাই তেওঁ। ৰেণুবালাইও সোধা নাই কোনোকালে,

কি কামত গিৰিয়েকে ইমান দেৰী কৰে।

ঘৈণীয়েকৰ প্ৰশ্ন শুনি পুৰন্দৰে ৰেণুবালাৰ মুখলৈ চালে।

"ৰাজধানীলৈ যাবলগীয়া হ'ল হঠাতে। পুৱাৰ প্ৰথমখন গাড়ীতে যাব লাগিব। দুদিনমান থাকিবলগীয়াও হ'ব পাৰে। যা-যোগাৰ কিছু লাগিব।"

ঘৈণীয়েকে বুজিলে। ৰাজধানীলৈ যাবলৈ ওলাইছে যেতিয়া ডাঙৰ কামেই হ'ব। তাত থকা কেইদিনত দৰকাৰ হ'ব পৰা কাপোৰ-কানিকিটাৰ বাহিৰেও পুৰন্দৰে অন্য এটা বাকচো ৰাজধানীলৈ যাওঁতে সদায় লগত লৈ যায়। কি বস্তু লৈ যায সেইটো বাকচত ৰেণুবালাই কাহানিও সোধা নাই। আৰু যায় উদয়ভানু। ৰাজধানীলৈ যাওঁতে লগত সোঁ-হাত উদয়ভানুক নিনিয়াকৈ পুৰন্দৰক যোৱা কাহানিও দেখা নাই ৰেণুবালাই।

গিৰিয়েকে নক'লেও ৰেণুবালাই জানে, পুৰন্দৰ আৰু তেওঁৰ সমস্ত ঠিকা-ঠুকলিৰ দায়িত্বত থকা মহৰী উদয়ভানুৱে সেই বাকচটোত ৰাজধানীৰ বিভিন্ন অফিচৰ বিষয়া কৰ্মচাৰীলৈ তেওঁলোকৰ ভাগখিনি লৈ যায়। প্ৰতি দুমাহৰ অন্তৰে অন্তৰে দুয়োটা মানুহ সেইটো কামৰ কাৰণেই ৰাজধানীলৈ যাব লাগে। দেশৰ মানে গাওঁবোৰৰ উন্নতি কৰাৰ নামতেইতো চৰকাৰখনে বছৰি বছৰি শ শ কোটি টকা খৰচ কৰে। আৰু পুৰন্দৰ হাজৰিকাৰ নিচিনা ঠিকা-ঠুকলি আৰু ৰাজনীতি কৰা মানুহখিনিয়েইতো সেইবোৰ আঁচনি ৰাজধানীৰ মানুহখিনিৰ নিৰ্দেশত সুন্দৰপুৰৰ নিচিনা গাঁওবোৰত ৰূপায়ণ কৰে, সেই কথা ৰেণুবালাইও জানে।

ৰেণুবালাই বুজি পালে অসময়ত পুৰন্দৰ ঘৰ সোমোৱাৰ কাৰণ। গিৰিয়েকক মুখ-হাত ধুবলৈ কৈ তেওঁ চাহ-জলপান যোগাৰ কৰিবলৈ বুলি ৰান্ধনি ঘৰৰ ফালে খোজ ললে।

# পাঁচ

বিজনলাল চৌধুৰী ঘৰ গৈ পাই মানে সন্ধিয়া লাগো লাগো হৈছিল। ঘৈণীয়েক সুপ্ৰভাই গোসাঁইঘৰত চাকি জ্বলাবলৈ বুলি শলিতা এডাল পকাই আছিল। কাম কৰা ছোৱালীজনীয়ে শুকান নাৰিকলৰ বাকলি দুটামান আনি ধূনা মলাটোত জাপি দিলেহি। সুপ্ৰভাই গিৰিয়েকৰ ভৰিৰ খোজৰ শব্দ শুনিয়েই শলিতা পকোৱা এৰি মূৰ তুলিলে—"চোলা-পেণ্ট আনিলেনে?"

চৌধুৰীয়ে হাতত নিয়া টোপোলাটো সুপ্ৰভাৰ ফালে আগবঢ়াই দিলে।

"সি ক'ত আছে?" —পুতেকৰ খবৰ ল'লে চৌধুৰীয়ে।

"আবেলিতে ওলাই গৈছিল। চন্দ্ৰালীহঁতৰ ঘৰতে আছে চাগৈ।" —গিৰিয়েকে অনা পেণ্ট-ছাৰ্টকিটা লুটিয়াই-বগৰাই চাই উত্তৰ দিলে সুপ্ৰভাই। বিজনলাল চৌধুৰীয়ে জানে, বিক্ৰম আৰু চন্দ্ৰালী সৰুৰে পৰা কিমান লগ। স্কুলত থকা সময়খিনিৰ বাহিৰে আন সময়ত ইটোৱে-সিটোক এৰিবই নোখোজে। এবাৰতো সখিয়েকে কৈছিলেই, সিহঁত দুটাৰ পঢ়া টেবুলকিখনো কোনোবা এঘৰতে একেলগে পাতি দিয়াৰ কথা। ধেমালিকৈ ক'লেও চৌধুৰীয়ে কথাটো কিন্তু অলপ দূৰলৈকে ভাবি পেলাইছিল। বোৱাৰীৰ ৰূপত চন্দ্ৰালীৰ মুখখন মুহূৰ্ততে তেওঁৰ মনৰ চকুত ভাঁহি উঠিছিল। সন্মুখৰ নামঘৰৰ বৰ পুখুৰীৰ আধাফুলা পদুমৰ কলিবোৰ যেন পাহি মেলি হাজাৰজনী চন্দ্ৰালী হৈ খিল্‌খিলাই হাঁহি উঠিল। দিনটোৰ সকলো দুঃখ-ভাগৰ মুহূৰ্ততে পাহৰি পেলালে তেওঁ। ঘৈণীয়েকৰ ওচৰলৈ পীৰাখন টানি আনি বহি ল'লে বিজন চৌধুৰীয়ে।

"সখিয়ে ৰাতিৰ সাঁজৰ কাৰণে মাতিছে। তাৰ ট্ৰাঙ্ক আৰু বিছনাখন ময়ে বান্ধি দিওঁ দিয়া। বাবুলালক খবৰ দিছোঁ। ৰাতিপুৱা সেই কিপদ বস্তু সিয়ে লৈ যাব বাছলৈ।" —গিৰিয়েকৰ কথা শেষ নহ'লেই। সুপ্ৰভাৰ চকুত আষাঢ়ৰ ঢল নামিল। চকু কিটা তেওঁৰো সেমেকি আহিব খুজিছিল। কোনোমতে সেইখিনি সম্বৰণ কৰি ঘৈণীয়েকক চম্ভালিবলৈ যত্ন কৰিলে। —"এঃ! কান্দোন-কাটোনখন আৰম্ভ কৰিলাইনে?" — ঘৈণীয়েকৰ মুখলৈ নোচোৱাকৈয়ে পীৰাখন উঠাই থৈ চৌধুৰী সুপ্ৰভাৰ কাষৰপৰা আঁতৰি গৈ পুতেকৰ সৰু কোঠালিটোত সোমালগৈ। মজিয়াতে ট্ৰাঙ্কটো মেল খাই আছে। কিতাপ কেইখনমান, চোলা-পেণ্ট কেইটামান, হাৱাই চেণ্ডেল আৰু জোতা এযোৰ ভৰোৱা আছে। নতুনকৈ কিনি অনা চোলা-পেণ্টকিটাৰে এযোৰ তাৰ বিছনাখনৰ ওপৰতে থ'লে তেওঁ।

"হেৰা! গামোচা, আণ্ডাৰ পেণ্ট, বনিয়ন সেইবোৰ দেখোন একোৱেই নাই ইয়াত।"

—চৌধুৰীয়ে সুপ্ৰভাক চিঞৰিলে। দুইটাই মিলি লাগতিয়াল বস্তু-বাহানিবোৰ গোটাই-পিটাই সামৰে মানে নিশা আঠ বাজিবৰে হ'ল। ট্ৰাঙ্ক আৰু সৰু ছুট্‌কেছটো বন্ধ কৰাৰ পিছত পুতেকৰ ইটো-সিটো বিচাৰি আল্‌না, পঢ়া টেবুল, তুলীৰ তল চববোৰ খুটিয়াই খুটিয়াই চাবলৈ ধৰিলে। চকুৰ পানী মোহাৰি মোহাৰি সুপ্ৰভাইও গিৰিয়েকৰ কামত সহযোগ কৰিলে।

নিশা গভীৰ হোৱা দেখি খৰধৰকৈ কাম সামৰি ভবানী বৰুৱাৰ ঘৰলৈ বুলি দুয়ো ওলাই আহিল।

"সি বাৰু নিজৰ ভাল-বেয়াখিনি চাই ল'ব পাৰিবনে?" একমাত্ৰ পুত্ৰৰ আসন্ন বিদায়ৰ কাৰুণ্যই মুজুৰা পেলোৱা মাতটোৰে সুপ্ৰভাই গিৰিয়েকৰ আশ্বাস ভৰা কথা এষাৰ শুনাৰ আশাত মাত দিলে। —ৰাস্তাৰে গৈ থাকোঁতে একাদশীৰ জোনৰ শেঁতা পোহৰতে সুপ্ৰভাৰ মুখখন চাবলৈ যত্ন কৰিলে বিজন চৌধুৰীয়ে। আজি ইমান বছৰে এই মানুহজনীয়ে ঘৰখনৰ সকলোবোৰ জেওৰা মাৰি আহিছে। শহুৰ-শাহুৰ আলপৈচান ধৰাৰ পৰা গিৰিয়েকৰ খেয়াল-খুচিৰ খবৰ ৰখা, হালোৱা-বনুৱাৰ কামৰ তদাৰক কৰা, ল'ৰাৰ পঢ়া-শুনাৰ যত্ন লোৱা, বেমাৰ-আজাৰ হ'লে প্ৰতিপাল কৰা—কি নকৰে মানুহজনীয়ে। ব্ৰহ্মপুৰাতে পাটি এৰা মানুহজনী দিনটো কত যে কামত লাগি থাকে। কিন্তু এদিনলৈকে বিজন চৌধুৰীয়ে এই মানুহজনীৰ মুখত এষাৰ খঙৰ মাত নুশুনিলে, বিৰক্তিত কপালৰ গাঁঠি থূপ খোৱা নেদেখিলে।

"পাৰিব, পাৰিব। চবেই পাৰে। কিমান দিন চৰাই পোৱালি পাখিৰ আঁৰত লুকুৱাই ৰাখিবা? সি নিজে এদিন উৰিবই লাগিব খুটি খাবলৈ। তাৰ সময় হৈছে নিজৰ পাখিৰ জোৰত আকাশৰ বুকুত পাৰি দিবলৈ।" —সুপ্ৰভাৰ মনত কি জোৱাৰভাটাৰ সৃষ্টি হৈছে জানে তেওঁ। ঘৈণীয়েকক সান্ত্বনা দিবলৈ গৈ এক অসহনীয় শূন্যতাই গ্ৰাস কৰি আনিছে তেওঁৰো সমস্ত হৃদয়। মনে মনে থাকিল সুপ্ৰভাও। দুয়োৰে উশাহ-নিশাহৰ শব্দৰ বাহিৰে চৌদিশ নিস্তব্ধতাই গ্ৰাস কৰিলে একেবাৰে।

ভবানী বৰুৱা আগফালৰ চোতালতে চকী পাৰি বহি আছিল। আকাশলৈ চালে তেওঁ। নীলা আকাশত একাদশীৰ জোনে ৰূপালী চাদৰ এখনহে যেন আঁৰি দিছিল। অলেখ তৰাৰ জিলমিলনিয়ে শাওণ মাহৰ আকাশক শাৰদীয় ৰূপ দিছিল। দিনৰ অসহ্য গৰমৰ পিছত নিশাৰ এই স্নিগ্ধ পৰিবেশে ভবানী বৰুৱাৰ দেহ-মন জুৰ পেলাই দিলে।

ৰান্ধনি ঘৰত কাম কৰি থকা হেমপ্ৰভা ওলাই আহিল আগচোতাললৈ। গিৰিয়েকক আকাশৰ ফালে একেথৰে চাই থকা দেখি কাষ চাপি আহি মূঢ়াটো টানি ওচৰতে বহি ল'লে তেওঁ—"কি হ'ল আজি দেখোন নিমাতে বহি আছে?"

ঘৰত থকা সময়খিনি জীয়েক-পুতেকৰ লগত অনবৰতে লাগি থকা ভবানী বৰুৱাৰ

কাষত কোনো এটাকে নেদেখি অলপ আচৰিত হ'ল হেমপ্ৰভা।

"দুয়োটা বিক্ৰমৰ লগতে ব্যস্ত হৈ আছে। মোৰ ওচৰলৈনো আহিবনে এতিয়া।" —-তৃপ্তিৰ সুৰ এটা আছিল ভবানী বৰুৱাৰ কথাত। হেমপ্ৰভাই বুজি পালে।

"ল'ৰাটো যাবগৈ বুলি বেয়া লাগিছে মনটো।" —হেমপ্ৰভাৰ মনটো সঁচাকৈয়ে এটা উদাস ভাবে আচ্ছন্ন কৰি আনিছিল। বিক্ৰম আজি আহি উপস্থিত হোৱাৰ পিছৰে পৰা মানুহজনীৰ মনটো মাজে মাজেই উদাস ভাব এটাৰে গধুৰ হৈ পৰিছিল।

"তাইলৈহে মোৰ বেছি চিন্তা হৈছে। সিহঁত দুটা ইমান লগ।" —ভবানী বৰুৱাই কান্ধৰ গামোচাখনেৰে ঘৈণীয়েকৰ ফালে বতাহ এছাটি ঠেলি দিলে।

"ৰুমালত ফুল তুলিবলৈ শিকিছিল মোৰ পৰা। সি গুৱাহাটীত পঢ়িবলৈ যাব বুলি শুনাৰে পৰা তাই বেজী সূতা হাতত লৈছে। জাপ জাপ ৰুমালত ফুল তুলি গৈছে চন্দ্ৰালীয়ে। যেন তাইৰ মনৰ আকাশৰ গোটেইবোৰ তৰা আনি ওপচাই পেলাব তাৰ চৌপাশ। ইখনৰ পিছত সিখনকৈ ৰুমালত ফুল আৰু তৰা গুঠিছে তাই নিবিষ্ট মনে।" —হুমুনিয়াহ এটা ওলাই আহিছিল হেমপ্ৰভাৰ।

ঘৈণীয়েকৰ কথাৰ মূৰত ভবানী বৰুৱাই কিবা ক'বলৈ পোৱাৰ আগতেই বিজন চৌধুৰী আৰু সুপ্ৰভা আহি চোতাল পালেহি। আগতেই পাৰি থোৱা চকীখনতে চৌধুৰী বহি পৰিল। হেমপ্ৰভাই মূঢ়াটো সুপ্ৰভালৈ আগবঢ়াই দি নিজৰ কাৰণে এটা আনিবলৈ বুলি ভিতৰ সোমাল।

"এতিয়া আকৌ পাকঘৰত নোসোমাবগৈ।" —-হেমপ্ৰভা যোৱাৰ ফালে চাই সুপ্ৰভাই মাত দিলে।

"নাই, নাই। মূঢ়া এটাহে আনোগৈ। ভাত-পানী প্ৰায় হ'লেই।"

"অঁ, আমিও সোনকালে উভতিব লাগিব। পুৱাই ওলাব লাগিব ঘৰৰ পৰা।" —চৌধুৰীয়ে সখিয়েকৰ ফালে চাই ক'লে।

"ময়ো যাম তাক আগবঢ়াই দিবলৈ। বাকী কাম-কাজ হ'লনে নাই?" —ইতিমধ্যে হেমপ্ৰভাই মূঢ়া এটা আনি শাৰী পূৰালেহি। চাৰিওজনে ইটো-সিটো কথা পাতি বিগত দিন কিটাত ঘটা বিভিন্ন ঘটনাবোৰ আকৌ এবাৰ পাগুলি চালে। পুৰন্দৰ হাজৰিকা, নামঘৰীয়া, মাধৱ কলিতা আৰু সিপাৰৰ চাপৰিত পাতিব খোজা অস্থায়ী শৰণাৰ্থী শিবিৰৰো কথা ওলাল।

"পুৰন্দৰ হাজৰিকাৰ লগত ফেপেৰি পাতি ফুৰাৰ নো কি দৰকাৰ?" —নামঘৰত হোৱা কথা কিটাৰ জেৰ টানি হেমপ্ৰভাই গিৰিয়েকক সুধিলে।

"মইনো ক'ত ফেপেৰি পাতিবলৈ গৈছোঁ। কিবা কাৰণত মানুহটোৱে মোৰ ছাঁটোকে সহিব নোখোজে। মোৰ কি দোষ!"

"আচলতে পুৰন্দৰ হাজৰিকাই সৰু কালৰ কথাবোৰ এতিয়াও কঢ়িয়াই লৈ ফুৰে। ভালুকৰ সাঙীৰ দৰে হৈ পৰিছে সেইবোৰ। মানুহটোৱে বাপেকৰ দিনৰে কথাবোৰ এতিয়াও পাহৰিব পৰা নাই।" —অলপ চিন্তা কৰি বিজন চৌধুৰীয়ে নিজৰ মন্তব্য আগবঢ়ালে।

"সেইবোৰ কথা মোৰ মনলৈ নাহেই দেখোন। মানুহটোৱে ব্যৱসায় বহলাই পইচা আৰ্জিছে। ৰাইজে ভাল দেখি পঞ্চায়তৰ সভাপতি পাতিছে। বিধায়ক, মন্ত্ৰীৰ লগত উঠ-বহ কৰিছে। ভাল কথা। চবৰে নিজৰ নিজৰ একোটা ধৰণ আছে। মই মোৰ ধৰণে আছোঁ। পুৰন্দৰৰ লগত ফেৰ মৰাৰ মোৰ কি দৰকাৰ? ৰাইজে বিচাৰিছে কাৰণে কলেজখনৰ দায়িত্ব লৈছোঁ। তেওঁৰ কোনো অন্যায় মই কৰা নাই।" —কিছু অস্বস্তিৰে ক'লে ভবানী বৰুৱাই।

"ল'ৰাটো ৰাতিপুৱাই যাবগৈ। এইবোৰ অদৰকাৰী কথা লৈ বহিল আপোনালোক।" —সুপ্ৰভাই গিৰিয়েকৰ ফালে চালে।

"ঠিক কথা কৈছা। ভাত বাঢ়িবলৈ লওঁনে?"—হেমপ্ৰভাই বহাৰ পৰা থিয় দিলে। ভবানী বৰুৱাই অলপ আগৰ অস্বস্তি পাহৰি জীয়েকক মাতিলে—"আইজনী, তাঁৰৈয়েৰাক মাত দিয়া।"

বাপেকৰ মাত শুনি চন্দ্ৰালীয়ে বিক্ৰমৰ মুখলৈ চালে। জয়ন্তই কাষ চাপি আহি বায়েকৰ হাতত ধৰিলেহি। তিনিওটা ল'ৰা-ছোৱালী একেলগে কোঠাৰপৰা ওলাই আহি বাৰাণ্ডা পালেহি।

# ছয়

কাহিলি কাহিলি পোহৰ হওঁতেই সুপ্ৰভাই পাটি এৰিলে। বাঢ়নিডাল বাহী চোতালখনৰ ওপৰেৰে ফুৰাই নি একেবাৰে গা ধুই গোসাঁই ঘৰৰ চাকিগছো জ্বলাই দিলে। আন দিনাতকৈ অকণমান বেছি সময় থাপনাৰ আগত মূৰ পেলাই পৰি থাকিল সুপ্ৰভা। অনেক কথাই অন্তৰত খুন্দিয়াই আছিল। কিন্তু সেই বিশেষ মুহূৰ্তত গোসাঁই থাপনাৰ আগত মূৰ দোঁৱাই কি বুলি অন্তৰখন উজাৰি দিব ভাবি নেপালে তেওঁ। অনেক চিন্তা, অনেক ভাবনাই খকা-খুন্দা লগাইছিল সুপ্ৰভাৰ বুকুৰ মাজত বাৰিষাৰ দোকোলটকা লুইতখনৰ দৰে। অকণমান সুবিধা পালেই চকুৰ পানীয়ে গোসাঁইৰ থাপনা বুৰাই পেলাব। সুপ্ৰভাই চম্ভালি ল'লে নিজকে।

"তুমি অন্তৰ্যামী। ত্ৰিজগতৰ পতি তুমি। মোৰ পোনাটোক ৰক্ষা কৰিবা।" —ইয়াতকৈ বেছি একো নোলাল প্ৰাৰ্থনাৰ সুৰত সুপ্ৰভাই থাপনালৈ চাই কোৱা কথা কেইষাৰত। তিতা চুলিখিনিৰেই তেওঁ সেৱা কৰা ঠাইকণ মোহাৰি দিলে। মাটিৰ চাকিটোৰ মিঠা তেলত ডুবি থকা শলিতাডালৰ ৰঙা শিখাটো অকণমান কঁপি উঠিল সুপ্ৰভাৰ খোলা চুলিৰ বা লাগি।

গোসাঁইঘৰৰ দুৱাৰখন কানিদুৱৰীকৈ মেলি সুপ্ৰভা ওলাই আহিল। দেউতাকৰ লগতে ল'ৰাটোৰেও মূৰ দোঁৱাব আজি থাপনাৰ আগত। অকণমান আগতে ধুমুহাই কঁপাই থকা লুইতৰ পাৰৰ বিৰিণা যেন হৈ পৰা সুপ্ৰভাৰ মনটো সুস্থিৰ হ'ল।

"যাওক তাক উঠাই দিয়ক। গা-পা ধুই লওক দুয়োজনে। মই জলপান কৰোঁগৈ।" --শোৱা কোঠাৰ পৰা চোতাললৈ ওলাই অহা গিৰিয়েকৰ ফালে চালে সুপ্ৰভাই। এইটোৱেই তেওঁৰ মানুহ। বিছ বছৰ আগতে ফাগুন মাহৰ এটা নিয়ৰসনা ৰাতিপুৱা এইটো মানুহেই তেওঁক আনি এই ঘৰ সুমুৱাইছিলহি ঈশ্বৰৰ লগতে সমাজখনকো সাক্ষী কৰি। হোমৰ আগতেই প্ৰথম দেখিছিল তাই মানুহটোক। বাপেক-মাকৰ বুকুৰ উম এৰি নতুন ঘৰ এখনৰ এজাক অচিনাকি মানুহৰ মাজত ন-বোৱাৰী হৈ তেওঁ কেনেকৈ সোমাবহি, বিয়া বন্দবস্ত হোৱাৰেপৰা সেই চিন্তাতে সুপ্ৰভাৰ চকুৰ টোপনি নোহোৱা হৈছিল। অচিনাকি ঘৰ এখনৰ অচিনাকি মানুহ এটা যে তেওঁৰ লগত একেটা শোৱনি-কোঠাৰ একেখন বিছনাতে শুবহি সেইবোৰ কথা সেই সময়ত মনলৈকে অহা নাছিল। হোমৰ গুৰিত বহাৰ পিছতহে ইমান দিনে আৰ-তাৰ মুখত শুনা মধুচন্দ্ৰিকাৰ কথা ভাবি মানুহজনী ভৰিৰ পৰা মূৰলৈকে চেঁচা পৰি গৈছিল।

পুৰোহিতে মন্ত্র পাঠ কৰি থকাৰ মাজে-মাজে কিবা-কিবি নির্দেশ দি আছিল দৰা-কইনাক। দেউতাকো বহি আছিল জীয়েকৰ মুখামুখিকৈ, তাই নিজ হাতে বোৱা সৰু চানেকীয়া দলিচা এখনত। ছোৱালী সম্প্রদানৰ কাম ইতিমধ্যে হৈ গৈছিল। দৰা-কইনাক হোমৰ চাৰিওফালে সাত পাক ঘূৰিবৰ কাৰণে থিয় হোৱাৰ নির্দেশ দিছিল পুৰোহিতে। সুপ্ৰভাৰ বাহুত ধৰি মাহীয়েক এজনীয়ে আলফুলে তাইক থিয় কৰাই দিছিল। কোনোবাই দৰাই কান্ধত লৈ থকা পাটৰ চেলেঙৰ আগটো তাইৰ চাদৰৰ লগত গাঁথি দিছিল। ঘূৰিবলৈ বুলি পাকটো মাৰোঁতেই চকুত পৰিছিল মানুহটোৰ চকুযোৰ!

দিনটো লঘোনে-ভোকে আছিল সুপ্ৰভা। হোমৰ গুৰিত বহি থাকোঁতে ভোকে ভাগৰে লেবেজান হৈ পৰি যাব যেন লাগিছিল মাজে মাজে। ফাগুন মাহ হ'লেও নতুন পাটৰ কাপোৰ পিন্ধি ইমান সময় হোমৰ গুৰিত বহি থাকিবলগা হোৱাত ভিতৰি ভিতৰি গোটেই মানুহজনী ঘামি উঠিছিল। মাহীয়েকে গাত ধৰি উঠাই দিওঁতেও যেন আঁঠুকিটাত অকণ অকণ কঁপনি উঠিছিল, সুপ্ৰভাৰ তেনে লাগিছিল।

কিন্তু হঠাৎ সকলো সলনি হৈ গ'ল। ফেঁহুজালি দি এটা নতুন দিনে নিশাৰ পৃথিৱীখনক আকৌ এবাৰ পোহৰাবৰ যো-জা কৰিছিল পূবৰ আকাশত। পৰিষ্কাৰ নীলা দিগন্তত হাজাৰ হাজাৰ তৰাই বুটা বাচিছিল আৰু দূৰৰ আকাশখনৰ বক্ষত দূৰত অ'ত-ত'ত উৰি ফুৰিছিল কমোৱা তুলাৰ দৰে বগা বগা ডাৱৰৰ সৰু সৰু থোপা কিছুমান।

মেঘহীন আকাশত এছাটি বিজুলীয়ে চিক্‌মিকনি তুলিছিল।

ভোক-পিয়াহ, দুঃখ-বেজাৰ, শঙ্কা-সন্দেহ মুহূর্ততে নোহোৱা হৈ গ'ল সুপ্ৰভাৰ। সেই দুটা চকুৰ মাত্র এটা জলকত তাইৰ গাভৰু বুকুত একেলগে হাজাৰটা সূৰ্যই জল্‌মলাই উঠিল। দৰাই মূৰত পিন্ধা বকুল ফুলৰ মালাৰ সুগন্ধই মুহূর্ততে আচ্ছন্ন কৰি পেলালে সুপ্ৰভাৰ সমস্ত দেহ-মন। চেলেং আৰু চাদৰৰ গাঁঠিত পৃথিৱী আৰু আকাশ বান্ধ খাই গ'ল চিৰদিনলৈ।

বাহুত ধৰি থকা মাহীয়েকৰ হাতখন তাই লাহেকৈ আঁতৰাই দিলে। আগে-আগে খোজ দিয়া মানুহটোৰ উদং ভৰিৰ গোৰোহাত চকু থৈ তাই খোজ পেলালে তেওঁৰ খোজে-খোজে। অলপ আগতে উঠা আঁঠুৰ কঁপনি কেতিয়া নোহোৱা হ'ল সুপ্ৰভাই গমকে নেপালে। চেলেং আৰু চাদৰৰ বান্ধ নোখোলাকৈয়ে এখন নতুন ঘৰৰ দুৱাৰেৰে তাই ভিতৰ সোমালহি এজাক মানুহৰ উৰুলি আৰু হাঁহিৰ মাজেৰে।

বিছ বছৰ! সেই মানুহটোৰ ডেউকাৰ ছাঁত কটাই দিলে সুপ্ৰভাই সুদীর্ঘ বিছ বছৰ! বিজন চৌধুৰীৰ পিছে পিছে এহাত ওৰণি টানি ঘৰ সোমাওঁতে তাইৰ বয়স আছিল ওঠৰ বছৰ। ইমান সোনকালে যে ইমানবোৰ বছৰ পাৰ হৈ গ'ল সুপ্ৰভাই আজিও গমকে নেপালেহেঁতেন, যদি বিক্রম গুৱাহাটীলৈ পঢ়িবলৈ নোলালহেঁতেন। বিয়াৰ চাৰি বছৰ

পিছতহে আহিছিল ল'ৰাটো তাইৰ কোলালৈ। তেতিয়াৰে পৰা বিজন চৌধুৰী আৰু সুপ্ৰভাই নিজৰ জীৱনৰ জোখ লৈছে পুতেকে পাৰ কৰা প্ৰতিটো দিনৰ পৰিমাপেৰে।

"কি হ'ল—তাতে তভক মাৰিলা যে?" —গোসাঁইঘৰৰ দুৱাৰখন ধৰি ৰৈ থকা সুপ্ৰভালৈ চাই সুধিলে বিজন চৌধুৰীয়ে।

"মই তাক মাতোঁগৈ। সখিহঁতো আহি পাবহিয়েই লাগে।" ঘৈণীয়েকে উত্তৰ নিদিয়া দেখি আকৌ ক'লে চৌধুৰীয়ে।

সুপ্ৰভাৰ দৌৰা-দৌৰি লাগিল। ছটা মানুহৰ জা-জলপান তৈয়াৰ কৰিব লাগে। ল'ৰাটোৰ কাপোৰ-কানিকিটাও শেষবাৰৰ কাৰণে এবাৰ চাই দিব লাগে।

ইতিমধ্যে পুতেকৰ কামত হাত বটাবলৈ বুলি খোজ লোৱা গিৰিয়েকৰ ফালে এবাৰ চাই সুপ্ৰভা পাকঘৰ সোমাল। চিৰা-পিঠাখিনি ৰাতিয়েই যোগাৰ কৰি ৰাখিছে সময়ৰ টনাটনিলৈ চাই। ম'হৰ গাখীৰৰ দৈৰ টেকেলীটো আৰু বান কাঁহীত কাটি থোৱা গুৰখিনি উলিয়াই চাহ চচ্‌পেনটো চৌকাত উঠাই দিলে সুপ্ৰভাই।

"হৰিভকত, আমি আহিলোঁ।" —ভবানী বৰুৱাৰ মাতটো শুনিয়েই অভ্যাসবশতঃ মূৰৰ ওৰণিখনত টান দিলে সুপ্ৰভাই।

"আমৈ..." —ৰঙা ফিটা মৰা বেণী দুডাল সন্মুখৰ ফালে উলিয়াই ভায়েকৰ হাতত ধৰি পাকঘৰলৈকে সোমাই আহিল চন্দ্ৰালী। পাছে পাছে হেমপ্ৰভা।

বাহিৰত দুয়োজন সখিয়েকে পতা কথা-বতৰাৰ টুকুৰা-টুকুৰ শব্দ কিছুমান শুনা গ'ল খন্তেক পাছতে।

"সি উঠিল নে নাই?" —হেমপ্ৰভাই সুপ্ৰভাৰ কামত হাত বটালে।

"উঠিল। গা ধুবলৈ সোমাইছে।"

"জলপানখিনি ময়েই সজাই দিওঁ দিয়া। তুমি তাৰ বয়-বস্তুখিনি সামৰি দিয়াগৈ।"

"তুমি এইখিনি কৰা। ৰাতিয়েই যিমান পাৰোঁ কামখিনি আগবঢ়াই থৈছোঁ। তথাপি এবাৰ চাব লাগিব। কিবা লাগতিয়াল বস্তু এৰি থৈ গ'লে অচিনাকি ঠাইত গৈ অসুবিধা পাব। আইজনী ব'লা তুমিও মোৰ লগত।" —চন্দ্ৰালীয়ে ভায়েকক মাকৰ হাতত দি সুপ্ৰভাৰ পাছে-পাছে গৈ বিক্ৰমৰ কোঠালিত সোমালগৈ। ট্ৰাঙ্ক আৰু হ'ল্ডলটো ইতিমধ্যে বন্ধা হৈ গৈছে। কান্ধত ওলোমাই নিব পৰা এয়াৰ বেগটো তেতিয়াও বন্ধ কৰা হোৱা নাই। ছুট্‌কেছটোত ওলমি আছে এটা সৰু তলা। গা ধুই আহি সি কোঠাত সোমাল। মাক আৰু চন্দ্ৰালীক দেখি দুৱাৰ মুখতে এখন্তেক তভক মাৰি ৰ'ল।

"হ'লনে তোৰ?" —মূৰ দুপিয়াই মাকৰ কথাৰ উত্তৰ দিলে সি। সুপ্ৰভাই টেবুলত থকা সৰু-সুৰা বস্তু কেইটামান এয়াৰ বেগটোত ভৰাই দিলে।

"জলপান খা গৈ ব'ল। খায়েই লগে লগে খোজ ল'বলৈ ভাল নেলাগিব। পাঁচ

মিনিটমান জিৰাই ল'বি।" — মাকৰ কথাৰে বিশেষ মন নিদি সি চুলি আঁচুৰিলে। চন্দ্ৰালীয়ে একে ঠাইতে থিয় হৈ তাৰ ফালেই চাই আছিল। "ব'ল এতিয়া" বুলি সুপ্ৰভাই মাত দিয়াত তিনিওটা ওলাই গ'ল। চন্দ্ৰালীয়ে দেখিলে এইমাত্ৰ গা ধুই অহা বিক্ৰমৰ চুলিৰ পৰা দুই-এটোপাল পানী তাৰ কাণৰ কাষেৰে বৈ আহি গালত পৰিছেহি। তাইৰ খুব মন গ'ল আলফুলে তাৰ গালকিখন মচি দিবলৈ। টেপ্‌টেপীয়া হৈ থকা চুলিখিনি গামোচা এখনেৰে মোহাৰি দিবলৈ। আমৈয়েকৰ কাষে কাষে গৈ থকা ছোৱালীজনীয়ে তাইৰ খোজৰ গতি কমাই দিলে। বিক্ৰমৰ খোজৰ লগত তাই খোজ মিলালে। আঁৰ চকুৰে সিও তাইৰ ফালে চালে। চকুৰে চকুৰে পৰিল সিহঁতৰ। খপ্‌কৈ তাৰ হাতখনতে ধৰিলে চন্দ্ৰালীয়ে। এটুকুৰা কাগজ গুজি দিলে তাই তাৰ হাতৰ মুঠিত। মাকৰ আঁৰ কৰি কাগজ টুকৰা সি পকেটত ভৰালে। সি জানে মাকৰ সন্মুখত সেই টুকুৰা কাগজ সি পঢ়িব নোৱাৰে। সিহঁত আহি বহা-কোঠা পালেহি। ইতিমধ্যে হেমপ্ৰভাই আটাইৰে কাৰণে জলপান উলিয়াই দিছে।

হেমপ্ৰভা, সুপ্ৰভা আৰু চন্দ্ৰালী গাঁৱৰ মূৰলৈকে বিক্ৰম, বিজন চৌধুৰী আৰু ভবানী বৰুৱাৰ লগে লগে আহিল। গাঁৱৰ মূৰতে সিহঁতে লগ পালে পুৰন্দৰ হাজৰিকাক।

"অ' ইয়ো যায় হ'বলা গুৱাহাটীলৈ।" —ভবানী বৰুৱাই সৰুকৈ কোৱা কথাষাৰ শুনি বিজন চৌধুৰীৰ ফালে চালে পুৰন্দৰ হাজৰিকাই।

ভবানী বৰুৱাৰ মনটো ভাল নেলাগিল। পুৰন্দৰ হাজৰিকাও ওলাইছে ৰাজধানীলৈ।

"হে মহাপ্ৰভু! ল'ৰাটোক ৰক্ষা কৰিবা প্ৰভু।" —পুৰন্দৰৰ আগমনলৈ আওকাণ কৰি মনে মনে ভগৱানক প্ৰাৰ্থনা কৰিলে হেমপ্ৰভাই। ভবানী বৰুৱাই পূবৰ আকাশলৈ চালে। পুৱাৰ সূৰুযে গোটেইখন আকাশ ইতিমধ্যেই পোহৰাই পেলাইছে।

"গৰম পৰিব আজি।" —পুৰন্দৰ হাজৰিকাইয়ো চালে বেলিটোলৈকে।

"তুমিও ওলাইছা নেকি গুৱাহাটীলৈ?" —বিজন চৌধুৰীয়ে ওলোটাই সুধিলে পুৰন্দৰক।

"দিশপুৰলৈ যাওঁ। কাম অলপ আছে। তোমালোক আটাইবোৰ ওলাইছা নেকি ল'ৰা থ'বলৈ।" —হাজৰিকাই বেঁকা চাৱনিৰে চালে চন্দ্ৰালী আৰু হেমপ্ৰভালৈ। সুপ্ৰভাই সাবটি ধৰিলে বিক্ৰমক। ইমানপৰে ধৰি ৰখা চকু পানীয়ে এইবাৰ পাৰ ভাঙিলে। সুপ্ৰভাৰ পিঠিত মূৰ থৈ মুখ লুকুৱালে চন্দ্ৰালীয়ে।

"যাওঁ।" —এক মুহূৰ্ত ৰ'ল বিক্ৰম। চন্দ্ৰালীয়ে তাৰ চকুলৈ চাব নোৱাৰিলে। মাক আৰু আমৈয়েকৰ ভৰি চুলে সি।

"যোৱা। ঈশ্বৰ তোমাৰ সহায় হওক।" —হেমপ্ৰভাই সুপ্ৰভাক সাবটি ধৰিলে। বিক্ৰমে আৰু উভতি নেচালে। সন্মুখলৈ চকু দি তাৰৈয়েক আৰু দেউতাকৰ পাছে পাছে সিও খোজ ল'লে বাছ আস্থানৰ ফালে।

# সাত

বিক্ৰম আৰু বিজন চৌধুৰীৰ বাছ ৰাওনা হোৱাৰ পাছত ভবানী বৰুৱা উভতি আহিল। হেমপ্ৰভা আৰু চন্দ্ৰালী তেতিয়াও সুপ্ৰভাৰ লগতে আছিল। বিক্ৰম ওলাই যোৱা ঘৰখন যেন কইনা ওলাই যোৱা বাহী বিয়াৰ ঘৰহে, এনে লাগিল পদূলিৰে সোমাই অহা ভবানী বৰুৱাৰ।

"আপুনি নহ'লে আমাৰ ঘৰলৈকে ব'লক।" —বৰুৱাই সুপ্ৰভাক অকলে শূন্য ঘৰখনত এৰি থৈ যাবলৈ বেয়া পালে।

"পাৰিম দিয়ক। তাতকৈ আপোনালোকেই আৰু অলপ বেলি থাকি যাওক। দুপৰীয়াৰ ভাতকিটা খাই যাবগৈ।" —সুপ্ৰভাই যিমান পাৰে সহজ হ'বলৈ চেষ্টা কৰিলে। চন্দ্ৰালী আৰু হেমপ্ৰভাইও সুপ্ৰভাৰ কথাতে হয়ভৰ দিলে।

ভবানী বৰুৱাই কুঁৱাৰ পৰা পানী তুলি মুখ-হাতকিখন ধুই পেলালে। বাৰাণ্ডাৰ আৰামী চকীখনতে বহি তেওঁ পুতেক জয়ন্তক কোলাত তুলি ল'লে। ইটো-সিটো কথাৰ মাজতে তেওঁ বাছ আস্থানত পুৰন্দৰ হাজৰিকাক লগ পোৱাৰ কথাটো আকৌ উলিয়ালে হেমপ্ৰভাহঁতৰ আগত।

"মানুহজন দোপতদোপে ওপৰলৈ উঠিছে। সৌ সিদিনালৈকে হাটে-বজাৰে ঘূৰি দুপইচা অৰ্জা মানুহটোৱেই যে এতিয়াৰ এইজন পুৰন্দৰ হাজৰিকা ভাবিবলৈকে টান লাগে। পঞ্চায়তৰ সভাপতি হোৱাৰ পিছত ৰাজধানীৰ মানুহখিনিৰ লগতো তেখেতৰ সম্পৰ্ক ভাল হৈ অহা বুলি শুনিছোঁ।" —অলপ চিন্তা কৰি সুপ্ৰভাই কথাত ভাগ ল'লে।

"মই কলেজখনৰ দায়িত্ব লোৱাৰ কথাটো হাজৰিকাই বৰ ভাল পোৱা নাই। মোক অসুবিধাত পেলাবৰ কাৰণেই চৰকাৰী অনুদান আদি পোৱাত তেখেতে আওপকীয়াকৈ বিধি-পথালি দিছে বুলি যোৱাবাৰ সঞ্চালকৰ অফিচৰ মানুহ এজনেই মোক কৈছিল।" -—ভবানী বৰুৱাৰ কথা শুনি হেমপ্ৰভা আৰু সুপ্ৰভা অলপ আচৰিত হ'ল। পঞ্চায়তৰ সভাপতি হৈ গাঁৱৰ কলেজখনৰ উন্নতিৰ পথত এনেকৈ হেঙাৰ দিবলৈ চেষ্টা কৰাৰ কথা শুনি বৰ আচৰিত হ'ল দুয়োজনী। নিজৰ স্বাৰ্থৰ কাৰণে ৰাইজ এখনৰ আশা-আকাঙ্ক্ষাক এনেকৈ ভৰিৰে মোহাৰিব পাৰেনে মানুহে? বিশ্বাস কৰিবলৈকে টান লাগিল দুই নাৰীৰ।

"দেউতাকৰ সময়ৰ কথাবোৰ তেওঁ এতিয়াও পাহৰিব পৰা নাই। আমাৰ দেউতাৰ ওচৰলৈ আহি এসময়ত তেওঁৰ দেউতাকে বিপদে-আপদে সহায় বিচাৰিছিল সেই কথাটোৱে যেন মানুহজনক এতিয়াও অশান্তি দিয়ে। মই পঢ়া-শুনা কৰি আহি গাঁৱতেথাকি এনেবোৰ

ৰাজহুৱা কামত ভাগ লোৱাটোও তেওঁৰ পচন্দ হোৱা নাই।"

ভবানী বৰুৱাই দূৰৰ আকাশখনৰ ফালে চাই ক'লে।

"সেইটো আকৌ কি কথা? আপুনিতো নিজৰ স্বাৰ্থত এনেবোৰ কামত হাত দিয়া নাই।" —হেমপ্ৰভা অলপ আচৰিত হ'ল।

"কলেজখন ভালদৰে গঢ়ি উঠিলে গোটেই অঞ্চলটোৰ মানুহখিনিৰে উপকাৰ হ'ব। সেইটো কথাত কাৰোবাৰ কিবা বেয়া পাবলৈ থাকিব পাৰে বুলি যে ভাবিবই নোৱাৰি।" —সুপ্ৰভাই নিজৰ মন্তব্য আগবঢ়ালে।

"আচলতে মানুহজনে হয়তো ভাবিছে, ৰাজনীতিৰ পথাৰখনত মই কিজানিবা তেওঁৰ প্ৰতিদ্বন্দ্বী হৈ উঠোঁ। ধন আৰু ক্ষমতাৰ জগৎ খন নতুনকৈ দেখিছে তেওঁ। এখন নতুন পৃথিৱী, এখন বহল আকাশ নিজৰ মুঠিৰ ভিতৰত বন্দী কৰাৰ সপোন দেখিছে পুৰন্দৰে। আজিকালিৰ পৃথিৱীত তেনে এক আকাঙ্ক্ষাক বাস্তৱ ৰূপ দিবলৈ ৰাজনীতিয়েই আটাইতকৈ সহজ পথ বুলি বহুতেই ক'ব খোজে। ভৱিষ্যতে আমাৰ এই সমষ্টিৰ পৰাই হয়তো তেওঁ ৰাজ্যৰ ৰাজনীতিলৈ যোৱাৰ ইচ্ছা এটা পুহি ৰাখিছে।" —সুপ্ৰভাৰ ফালে চায়েই কথাখিনি ক'লে বৰুৱাই।

হেমপ্ৰভা আৰু সুপ্ৰভাৰ কাৰণে কথাটো বুজা সহজ নহ'ল। তেওঁলোকে ভাবিলে, পুৰন্দৰ হাজৰিকাই এই অঞ্চলক প্ৰতিনিধিত্ব কৰি ৰাজ্যৰ ৰাজনীতিলৈ যদি যাব খুজিছে যাওক। সেই বুলি ভবানী বৰুৱাই কলেজখনৰ উন্নতিৰ কাৰণে কিবা কৰিলে বা আন ৰাজহুৱা কামত হাত দিলে তেওঁ কিয় বেয়া পাব লাগে। বৰুৱাৰ তেনে কাম-কাজে হাজৰিকাৰ ভৱিষ্যতৰ উন্নতিৰ পথত বাধাৰ সৃষ্টি কেনেকৈ কৰিব পাৰে তেওঁলোক এজনীয়েও বুজি নেপালে।

ভবানী বৰুৱাই দেশৰ পৰিৱৰ্তিত ৰাজনৈতিক চিত্ৰখনৰ বিষয়ে দুয়োজনী মহিলাক যিমান পাৰে সৰলভাৱে বুজাই দিয়াৰ চেষ্টা কৰিলে। "লাল বাহাদুৰ শাস্ত্ৰীৰ মৃত্যুৰ পিছত হোৱা সাধাৰণ নিৰ্বাচনত ইমান দিনে প্ৰায় একছত্ৰীভাৱে ক্ষমতা দখল কৰি অহা ৰাজনৈতিক দলটো প্ৰথমবাৰৰ বাবে ভালেমান প্ৰদেশত আন দল আৰু গোট বন্ধনৰ পৰা অহা প্ৰত্যাহবানৰ সন্মুখীন হ'ল। সেই সুবিধাতে দলটোৰ প্ৰবীন নেতাসকলক নবীনসকলে ভিতৰি ভিতৰি দলীয় নেতৃত্বৰ পৰা অপসাৰণ কৰাৰ আয়োজন চলালে। ইপিনে পাকিস্তানৰ লগত হোৱা যুদ্ধৰ পিছৰে পৰা সমগ্ৰ দেশত খাদ্যাভাৱেও দেখা দিলে। বিশ্ব ৰাজনীতিত নিজৰ একাধিপত্য কায়েম কৰিবলৈ দ্বিতীয় বিশ্বযুদ্ধৰ পাছৰে পৰা অহৰহ চেষ্টা চলাই অহা আমেৰিকা যুক্তৰাষ্ট্ৰই ভাৰতৰ গোষ্ঠী নিৰপেক্ষ ভূমিকা আৰু ছোভিয়েট ইউনিয়নৰ লগত আমাৰ দেশখনৰ গঢ়ি উঠা ওচৰ সম্বন্ধক সন্দেহৰ চকুৰে চোৱাৰ লগতে চীন আৰু পাকিস্তানৰ লগত থকা নিজৰ সম্পৰ্ক উন্নীত কৰি ভাৰতৰ প্ৰতিৰক্ষাৰ প্ৰতি প্ৰত্যাহ্বান

সৃষ্টি কৰাৰ চেষ্টা এটা অনেক দিনৰ পৰাই কৰি আছিল। যুদ্ধৰ অৱধাৰিত ফল মুদ্ৰাস্ফীতি আৰু বৰ্ধিত জনসংখ্যাৰ পৰিপ্ৰেক্ষিতত দেখা দিয়া খাদ্যাভাৱৰ সুবিধাতে দেশখনক শ'লঠেকত পেলাবলৈ তেওঁলোকে ইমান দিনে দি থকা খাদ্য সাহায্যও বন্ধ কৰি দিয়াত দেশৰ বৃহৎসংখ্যক সাধাৰণ মানুহৰ জীৱন যাত্ৰা কঠিন হৈ পৰিল।" একেলগে ইমানখিনি কথা কৈ বৰুৱা অলপ ৰ'ল। দুয়োগৰাকী মানুহে একান্ত মনেৰে কথাখিনি শুনি থকা দেখি তেওঁ আকৌ ক'লে— "এই জটিল পৰিস্থিতি চম্ভালিবলৈ গৈ স্বাধীনতাৰ পিছৰে পৰা দেশৰ ৰাজনৈতিক ভাগ্য নিয়ন্ত্ৰণ কৰা প্ৰবীন নেতাসকলৰ স্থিতি থৰক-বৰক হৈ পৰিল। জৱাহৰলাল আৰু শাস্ত্ৰীৰ নিচিনা দুজনকৈ দূৰদৃষ্টিসম্পন্ন, অভিজ্ঞ আৰু কৰ্মপটু ৰাজনৈতিক নেতাৰ মাত্ৰ দুটা বছৰৰ ভিতৰতে অগা-পিছাকৈ হোৱা মৃত্যুৱে শাসক দলটোৰ ব্যাপক ক্ষতি কৰিলে। মুদ্ৰাস্ফীতি, খাদ্যাভাৱ, চীন আৰু আমেৰিকাৰ কূটনৈতিক হেঁচা আৰু জনসংখ্যাৰ বিস্ফোৰণে ধোঁৱা-কোৱা দেখুৱালে ইতিমধ্যে বৃদ্ধাৱস্থাৰ চিকাৰ হোৱা প্ৰধান নেতাসকলক। তাৰে সুবিধা লৈ স্বাধীনতাৰ পিছত ৰাজনৈতিক মঞ্চত প্ৰৱেশ কৰা নতুন নেতাচামে এই সুযোগ কামত লগাবৰ বাবে উঠি-পৰি লাগিল। প্ৰবীনসকলে এটা 'চিণ্ডিকেট' গঠন কৰি যেনে-তেনে ক্ষমতাত বাহাল থকাৰ চেষ্টা কৰিছিল। সফল হ'ব নোৱাৰিলে। ডেকা শক্তিৰ অভ্যুত্থানৰ গইনা লৈ পুৰন্দৰ হাজৰিকাৰ দৰে অনেক নতুন ৰাজনৈতিক কৰ্মীয়ে প্ৰথমবাৰৰ বাবে ৰাজনীতিৰ অন্দৰ মহলত প্ৰৱেশ কৰাৰ সুবিধা পালে।"

ভবানী বৰুৱাই যিমান পাৰে সহজ ৰূপত দেশৰ সাম্প্ৰতিক ৰাজনৈতিক পৰিস্থিতি ব্যাখ্যা কৰিলে।

সুপ্ৰভাইঁতে কথাবোৰ বুজিবলৈ চেষ্টা কৰিলে। চন্দ্ৰালীয়ে অলপ সময় দেউতাকৰ কথা শুনাৰ পিছতে আঁতৰি গৈ বিক্ৰমৰ কোঠালিটোত সোমালগৈ। পৰিপাটিকৈ পাৰি যোৱা বিছনাখনৰ ওপৰেৰে তাই হাতখন বুলাই নিলে। এখন্তেক থিয় হৈ তাই কোঠালিটোৰ প্ৰতিটো বস্তুৰ ওপৰতে চকু ফুৰালে। পঢ়া মেজখন, সৰু আল্‌নাডাল, কিতাপৰ ৰেক্‌খন, বেৰত আঁৰি থোৱা কেলেণ্ডাৰ আৰু ফটো ফ্ৰেম্‌কিখন, প্ৰত্যেকটো বস্তুকেই তাই চুই চালে। খোলা খিৰিকীৰে এছাটি কোমল বতাহ সোমাই আহিল। তাইৰ পাটগাভৰু শৰীৰটো লুইতৰ পাৰৰ বিৰিণা কঁপাদি কঁপি উঠিল। সেই মৃদু মলয়াই কঢ়িয়াই আনিলে পদূলিত ফুলা বকুলৰ মন মতলীয়া কৰা গোন্ধ। চকুকিটা মুদ খাই গ'ল চন্দ্ৰালীৰ।

"চন্দ্ৰালী, চানু...!" —ঈথাৰত ভাঁহি আহিছিল সেই চিনাকি মাত!

"ওঁ!" —তাইৰ ওঁঠৰ মাজৰে সৰি পৰিল অস্ফুট সঁহাৰি।

"ভালপাওঁ তোমাক...!" —আৱেশত তাই লেউ-সেউ হৈ গ'ল। চকু নেমেলাকৈয়ে বিছনাখনতে বহি পৰিল।

"ভালপাওঁ তোমাকো...প্ৰাণভৰি..." —সোলোক-ঢোলোক গৈ হ'ল তাইৰ পাটগাভৰু

দেহ। পাখি মেলি উৰি গ'ল তাইৰ জিএগ জিএগ মন। তাই তাক কোৱা নাছিল কেতিয়াও ভালপোৱাৰ কথা। সিও। পাৰ হৈ যোৱা সন্ধিয়াটোত মাত্ৰ সিহঁতে চিঠি লিখাৰ কথা কৈছিল। কথা কৈছিল ভালে থকাৰ। কথা কৈছিল মনত ৰখাৰ। ক'ৰপৰা গ্ৰীষ্মৰ প্ৰখৰ ৰ'দৰ তাপ আঁতৰাই খোলা খিৰিকীৰে বৈ আহিল এইছাটি মন মতলীয়া কৰা মলয়া বতাহ। ক'ৰপৰা ভাহি আহিল বতাহত উটি উটি সেই চিনাকি মাতৰ বোকোচাত, আগতে কেতিয়াও নুশুনা দুটা নতুন শব্দ—"ভালপাওঁ তোমাক!"

লেউ-সেউ শৰীৰটো এৰি দিলে তাই পৰিপাটিকৈ পাৰি থোৱা বিছনাখনত। মাত্ৰ অলপমান সময়ৰ আগতে সেইখন বিছনাতে শুই আছিল সি। তাইৰ খেলাৰ লগৰী, আশৈশৱ বন্ধু! আৰু এতিয়া...? হঠাতে অনুভৱ কৰিলে তাই হৃদয়ত এক নতুন অনুভূতি। এৰা! এতিয়া সিয়েই যে তাইৰ মনৰ গৰাকী!

গাৰুত মূৰ গুজি তাই বিৰ্‌বিৰালে—"ভালে থাকা তুমি!"

সুপ্ৰভা সোমাই আহিল। দুপৰীয়াৰ বেলি মূৰৰ ওপৰ পালেহি। নিশ্চিন্তে টোপনি গৈছিল চন্দ্ৰালী; গাৰুত মুখ গুজি। খন্তেক তাইৰ নিদ্ৰিত মুখলৈ চাই থাকিল সুপ্ৰভাই। হঠাতে তেওঁৰ বুকুৰ মাজেৰে পাৰ হৈ গ'ল এটা মৃদু সুখানুভূতি। ইমান নিশ্চিন্ত টোপনি। খুব সন্তৰ্পণে তেওঁ আঙুলি বুলাই দিলে নিদ্ৰামগ্না পাটগাভৰু চন্দ্ৰালীৰ মেলি থোৱা চুলিখিনিত।

এঙামুৰি দি উঠিল চন্দ্ৰালীয়ে। আমৈয়েকে তেনেকৈ কপালত হাত বুলাই থকা দেখি লাজত ৰঙা পৰি গ'ল তাই মুহূৰ্ততে। ধৰ্‌মৰাই উঠি বহিল।

"ইচ্, কেতিয়া টোপনি আহিল জানো?"

"একো নহয় দিয়া। কালিৰে পৰা সি যাব বুলি কমখন হুলস্থূল গ'লনে? ব'লা ভাত খাবা।"

"মা-বাবা-ভাইটি?"

"চব ৰৈ আছে তোমাৰ কাৰণে। ব'লা।" —বহাৰ পৰা উঠিল সুপ্ৰভা। মাত্ৰ দুবছৰ আগতে বুকুত কাপোৰ ল'বলৈ আৰম্ভ কৰা ছোৱালীজনীৰ ফালে মৰমেৰে চালে তেওঁ।

"দেউতাকহঁত এতিয়ামানে পাবগৈ পায়।" —সুপ্ৰভাই কোৱা কথা শুনি আকৌ এবাৰ আবেলিৰ বেলিৰ ৰং লাগিল চন্দ্ৰালীৰ গালে-মুখে। মূৰ তল কৰি আমৈয়েকৰ আগে আগে তাই খোজ ল'লে। লাজ লাগিছিল তাইৰ। ভাব হৈছিল কাষে কাষে যেন কোনোবা এজন আহি আছে। কোন সেই অশৰীৰি? দুৱাৰডলি পাৰ হৈ যাব খোজা নাছিল তাই দুই ভৰি।

"বা, বা..." —চন্দ্ৰালীক দেখিয়েই ভায়েকে হাত মেলিলে। দুহাতে সাবটি ধৰি তাই গালে-মুখে চুমা দিলে তাক।

"ভালপাওঁ, ভালপাওঁ..." —কাণে কাণে ক'লে তাই। খিল্‌খিলাই হাঁহি দিলে বায়েকৰ কথা শুনি সৰু ল'ৰাটোৱে।

ঠিক তেনে সময়তে বিজন চৌধুৰী আৰু বিক্ৰম যোৱা বাছখন পল্টন বজাৰৰ চৰকাৰী বাছ আস্থানত সোমাই পৰিছিল। পাছে পাছে দৌৰি আহি বাছৰ খিৰিকীৰে ৰঙা চোলা পিন্ধা মুটীয়া কেইটামানে চিঞৰ ধৰিলে—"বাবু কুলী, বাবু কুলী।"

বিক্ৰমেবাহিৰলৈ চকু দিলে। ব্যস্ত বাছ আস্থানৰ কোলাহলে তাক সোঁৱৰাই দিলে--সি আহি গুৱাহাটী পালেহি।

# আঠ

ওৰেছোৱা বাট পুৰন্দৰৰ চকুৰে বিজন চৌধুৰী আৰু বিক্ৰমক লক্ষ্য কৰি আহিছিল। ভবানী বৰুৱাৰ নলে-গলে লগা বন্ধু বিজন চৌধুৰীয়ে কিন্তু পুৰন্দৰৰ লগত বন্ধুত্বৰ তেনেকুৱা এটা সম্পৰ্ক কোনো দিনেই নেৰাখিলে। শৈশৱ আৰু কৈশোৰৰ সেই দিনবোৰত পুৰন্দৰে বহুত দিন ভাবিছিল বিজন চৌধুৰীক কৈ চাব ভবানী বৰুৱা ডাঙৰ মানুহৰ ল'ৰা। নিজ হাতেৰে নাঙলৰ মুঠি ধৰি পৰিয়াল পোহ-পাল দিয়া ঘৰৰ ল'ৰা বিজন চৌধুৰীয়ে পুৰন্দৰৰ লগ লোৱাটোহে যে স্বাভাৱিক কথা আছিল সেই কথাও কৈছিল পুৰন্দৰে। বিজন চৌধুৰীয়ে শুনিছিল। পুৰন্দৰৰ লগত সহজ সম্পৰ্ক এটা ৰক্ষা কৰাত আপত্তিও নাছিল তেওঁৰ। কিন্তু তাকে কৰিবলৈ যাওঁতে ভবানী বৰুৱাৰ লগ এৰাৰ কি প্ৰয়োজন সেইটো কথাহে বুজি পোৱা নাছিল মানুহটোৱে। কি বুজাব পুৰন্দৰে? তেওঁ এৰি দিছিল বিজন চৌধুৰীৰো লগ। যোৱা ত্ৰিছ বছৰে বহুত কথা সলনি হৈ গৈছে। কিন্তু সলনি হোৱা নাই ভবানী বৰুৱা, বিজন চৌধুৰী। সলনি নহয় পুৰন্দৰো।

বাছখন আস্থানটোৰ একেবাৰে শেষ মূৰত আহি বৈ গ'লহি। মূৰে মূৰকৈ ৰঙা চোলা পিন্ধা কুলী কেইটামান সোমাই আহি যাত্ৰীসকলৰ বেগবোৰ টনা-আঁজোৰা আৰম্ভ কৰিলে। পুৰন্দৰে মন কৰিলে, বিজন চৌধুৰীয়ে কুলী এটা বন্দৱস্ত কৰি পুতেকৰ ট্ৰাঙ্ক আৰু হ'ল্ডলটো বাছৰ ওপৰৰপৰা নমোৱাৰ ব্যৱস্থা কৰিলে। বিক্ৰমে ছীটৰ কাষত লৈ অহা এয়াৰ বেগটো এহাতে তুলি লৈ বাপেকৰ পিছে পিছে বাছৰপৰা নামি গ'ল। হাজৰিকাও নামিল খন্তেক পিছতে। পল্টন বজাৰৰপৰাই শ্বিলঙৰ টেক্সী ধৰিব তেওঁ। বিজন চৌধুৰী পুৰন্দৰৰ ফালে আগবাঢ়ি আহিল।

"ক'ত থাকিব ইয়াত?" —ছুটকেছটো কুলী এটাক দি হাজৰিকাই চৌধুৰীৰ মুখলৈ চাই প্ৰশ্ন সুধিলে।

"পাণবজাৰৰ হোটেল এখনতে থাকিম ৰাতিটো। কালিলৈ এড্‌মিছনৰ কামখিনি শেষ কৰি পিছবেলাৰ গাড়ীখন ধৰিম।"

"হেৰা, ডেকা ল'ৰা! এতিয়াৰ পৰা নগৰীয়া হ'লা। উনৈছত বা বলাই নুফুৰিবা আকৌ।" —বিজন চৌধুৰীৰ কথালৈ মন নিদি বিক্ৰমৰ ফালে চালে হাজৰিকাই। পুতেকক তেনেদৰে কোৱা শুনি ভাল নেলাগিল বিজন চৌধুৰীৰ, কথা নবঢ়ালে তেওঁ।

"খুড়াৰক নমস্কাৰ দে।"---বাপেকৰ কথা শুনি বিক্ৰমে নমস্কাৰ দিলে পুৰন্দৰক।

"আপুনি তেতিয়া হ'লে যাব আৰু।" ---বাছ আস্থানৰপৰা বাহিৰলৈ যোৱাৰ ৰাস্তা

ধৰিলে চৌধুৰীয়ে। বিক্ৰমে ট্ৰাঙ্ক আৰু হ'ল্ডলটো কাষতে ঠিয় দি থকা কুলী এটাৰ মূৰত উঠাই দিলে। দেউতাকে তাৰ এয়াৰ বেগটো ল'ব খুজিছিল। সি নিদিলে। অলপ দূৰৰপৰা হাজৰিকাই ইতিমধ্যে আস্থানৰ গেটৰ বাহিৰ হৈ যোৱা বাপেক-পুতেক দুয়োটালৈকে কিছু সময় চাই থাকিল। মানুহটোৰ মুখখনে খন্তেকৰ ভিতৰতে কেইবাবাৰো ৰং সলালে।

"বাবু, চলিয়ে।" —ছুটকেছ মূৰত লৈ ৰৈ থকা কুলীটোৱে আমনি লাগিছিল। এইটো গ্ৰাহকৰ পিছত আকৌ আন গ্ৰাহক বিচাৰিব লাগিব সি। এনেই ৰৈ থাকিলে পেট নভৰে তাৰ। অগত্যা খোজ ল'লে হাজৰিকাই তাৰ পিছে পিছে।

পল্টন বজাৰ পুলিচ থানাৰ সন্মুখতে থকা ষ্টেণ্ডৰপৰা ৰাজধানী শ্বিলঙলৈ যাবলৈ ওলোৱা টেক্সী এখনৰ পিছৰ ছিটত বহি ল'লে সুন্দৰপুৰ গাঁও পঞ্চায়তৰ সভাপতি পুৰন্দৰ হাজৰিকাই। গুৱাহাটীৰ পৰা শ্বিলঙলৈ তিনি ঘণ্টাৰ এই বাটছোৱা গৈ গৈ যেন শেষেই নহ'ব, এনে লাগে তেওঁৰ, যেতিয়াই শ্বিলঙলৈ আহে। পল্টন বজাৰৰ পৰা উলুবাৰী হৈ শ্বিলঙলৈ যোৱা গুৱাহাটী-শ্বিলং পথৰ দুয়োকাষ তেতিয়াও প্ৰায় জনপ্ৰাণীহীন। উলুবাৰী পাৰ হ'লেই দেখা যায় ভৰলু নৈখন। কাঠৰ দলং এখনৰ তলেৰে বৈ যোৱা ভৰলু এখন সৰু নদী। খাচীয়া পাহাৰৰ কোনোবা গভীৰ উঁহৰ পৰা ওলাই অহা বাঢ়নী নৈ দিশপুৰ পাৰ [illegible] ভৰলু নাম লৈ ব্ৰহ্মপুত্ৰত পৰিছে। টেক্সীৰে দলংখন পাৰ হওঁতে নৈ খনৰ বুকুৰে বৈ যোৱা জলধাৰালৈ চাই পঠিয়ালে পুৰন্দৰে। মনত পৰিল সুন্দৰপুৰৰ সীমাৰে বৈ যোৱা দিখৌ নদীখনৰ কথা। নদীখনৰ সিটো পাৰৰ চৰণীয়া চাপৰিটোত তিনি-চাৰিখন গাঁৱৰ মানুহে বাৰিষাকালত গৰু চৰায়। সেইখন চৰণীয়া পথাৰতে এতিয়া অস্থায়ী শৰণাৰ্থী শিবিৰ পতাৰ কথা ওলাইছে। নদীখনৰ পৰা দুমাইল পূবে এখন বিল আছে। মানুহবিলাকে বিহুৱে-পাৰ্বণে তাত মাছ মাৰে। গাঁওখনৰ এমূৰে থকা মাছমৰীয়া মানুহ কিঘৰে আন সময়ত সেইখন বিলৰে মাছ মাৰি আনি ঘৰে ঘৰে ফেৰি কৰেহি। মাছৰ সৰু-বৰ চাই সেৰে প্ৰতি এদোন বা দুদোন ধান দি সলাই লয়। এই বছৰ চৰকাৰে বিলখন ডাকত দিব খুজিছে। পঞ্চায়তৰ সভাপতি হিচাপে তেওঁৰ মতামত বিচাৰিছে মীন বিভাগৰ সঞ্চালকে। মতামত দিয়াৰ আগতে কথাটো এবাৰ বুজি-বাজি ল'ব লাগিব। ডাকত দি চৰকাৰে কৰ-কাটল আদায় কৰিব, ভাল কথা। তাৰ এটা ভাগ পঞ্চায়তেও হওঁতে পাব লাগে। আৰু পঞ্চায়তে কিবা এটা পালেহে হাজৰিকাহঁতৰ নিচিনা ৰাজনীতি কৰা মানুহখিনিৰ কিবা এটা ভাল হ'ব। সেই কথাটোকে ভালদৰে বুজি ল'ই তেওঁ নিজৰ মতামত দিব। শ্বিলঙৰ সচিবালয়ত বিভাগীয় আমোলা কেইজনমানৰ লগত তেওঁৰ ভাল চিনাকি আছে। তেওঁলোকৰ পৰাই কথাটো বুজি ল'ব লাগিব। মানুহকিজন ভাল। হাজৰিকাই এইবাৰ এড়ী চাদৰ দুখনমান, মুগাৰ চাদৰ-মেখেলা দুযোৰ আৰু ঋণদান সমবায় সমিতিৰ ঋণ আবণ্টনৰ সময়ত পোৱা ধনৰে ভাগ এটা তেওঁলোকলৈও লৈ আনিছে। কাম হৈ যাব

লাগে। সুহুৰি এটা ওলাই আহিল ক'ব নোবাৰাকৈয়ে পুৰন্দৰৰ ডাঠ ক'লা ওঁঠ দুখনৰ মাজৰে। গাড়ীৰ খোলা খিৰিকীৰে তেওঁ ৰাস্তাৰ কাষৰ ওখ পাহাৰলৈ নিলৈ চকু দিলে। চকুৰ সন্মুখতো ডাঠ অৰণ্যৰে থিয় দি আছে এখন ওখ পাহাৰ। সেইখন পাহাৰ ৰাজনীতিৰ পাহাৰ, ক্ষমতাৰ পাহাৰ। তলৰপৰা সেই পাহাৰৰ চূড়া তেওঁৰ চকুত পৰিছে। হাত বাউলি মাতিছে সেই পাহাৰ-শৃঙ্গই পুৰন্দৰক। সেই শৃঙ্গলৈ উঠি যোৱা পিছল আৰু ঠেক পথত তেওঁ প্ৰথম খোজ পেলাইছে। জয় কৰিব লাগিব সেই পাহাৰ চূড়াৰ অহঙ্কাৰী শিখৰ।

দৃষ্টি ঘূৰাই আনি সন্মুখলৈ চালে তেওঁ। যোৰাবাট পাৰ হৈ অকোৰা-পকোৰা পকী পথেৰে খাচীয়া পাহাৰৰ শিখৰত অৱস্থিত ৰাজধানী চহৰ শ্বিলঙৰ ফালে আগবাঢ়িল টেক্সীখন। লগৰ যাত্ৰীকিজনৰ লগতো চা-চিনাকি ল'লে পুৰন্দৰ হাজৰিকাই। এজনে চিগাৰেটৰ পেকেট এটা উলিয়াই চিগাৰেট জ্বলালে। পুৰন্দৰ হাজৰিকাকো যাচিলে। চিগাৰেটৰ ধোঁৱা উৰুৱাই তেওঁ ৰাস্তাৰ কাষৰ পাহাৰ লানিলৈ আকৌ এবাৰ চকু দিলে। পাহাৰবোৰ কাঠ-বাঁহেৰে গেজেপা মাৰি আছে। বৰ্ণিহাটৰ দলংখনৰ আশে পাশে দুই-এখন দোকান খুলিছে। সেই ঠাইৰপৰা চাৰি মাইলমান ভিতৰলৈ থকা উমক্ৰু নদীত জলবিদ্যুৎ উৎপাদন কৰাৰ কাৰণে বান্ধ এটা বনোৱাৰ কাম চলিছে বোলে। তাৰে গইনা লৈ সেইটো অঞ্চললৈ অহা উড়িয়া আৰু বিহাৰী বনুৱাবোৰক দৰকাৰ হোৱা আটা, দাইল, আলু, পিঁয়াজ যোগান ধৰাৰ কাৰণেই খোলা হৈছে এই দোকানকিখন। লগতে আছে বিড়ি, চিগাৰেট, খৈনী আৰু তামোল-পাণ বেচা সৰু সৰু গুম্‌টি কেইখনমান।

টেক্সীখন ৰ'ল গুম্‌টিকিখনৰ সন্মুখতে। দুই-এজন যাত্ৰী গাড়ীৰপৰা নামি ৰাস্তাৰ সিটো ফালে খোজ ল'লে। তেওঁলোকৰ সৰুপানী চুবৰ হৈছে। হুপি থকা চিগাৰেটটোত শেষ টান এটা মাৰিলে পুৰন্দৰে। সোঁ-হাতৰ তৰ্জনীৰে ডাঙৰকৈ টোকৰ এটা মাৰি অৱশিষ্ট টুকুৰাটো দলিয়াই দিলে। জুইৰ ফিৰিঙতি আৰু ছাইৰ সৰু সৰু দানা কিছুমান বতাহত উৰা দেখা গ'ল দুটামান মুহূৰ্তৰ কাৰণে। চাহ-তামোল বেচা সৰু গুম্‌টি এখনৰ কাষ চাপি গ'ল পুৰন্দৰ। নেপালী যেন লগা দোকানীটোক একাপ চাহ আৰু নিম্‌কি এখনৰ সৈতে ৰসগোল্লা এটা দিবলৈ হুকুম দিলে। ইতিমধ্যে ৰাস্তাৰ সিপাৰৰ কাম শেষ কৰি আৰু দুজন যাত্ৰীও আহি চাহ-মিঠাইৰ অৰ্ডাৰ দিলেহি। নেপালী দোকানীজন ব্যস্ত হৈ উঠিল। চুলাৰ ওপৰত উঠাই থোৱা কেট্‌লিটোৰপৰা তিনিটা চিচাৰ গিলাচত চাহ বাকিলে। প্লেট একোখনত নিম্‌কি-মিঠাই একেলগে সজাই গ্ৰাহককিজনৰ মুখে মুখে দি গ'ল মানুহটোৱে।

চাহ-মিঠাই খাই আকৌ গাড়ীত উঠিল আটাইকিজন যাত্ৰী। অকোৰা-পকোৰা ৰাস্তাৰে গাড়ীখন খাচীয়া পাহাৰৰ ওপৰলৈ উঠিবলৈ ধৰিলে লাহে লাহে।

হাজৰিকাৰ মনটো ভাল লাগিল। পঞ্চায়তৰ সভাপতি হোৱাৰ পৰাই তেওঁ লক্ষ্য কৰিছে কেনেকৈ দিনক দিনে চৰকাৰৰ কাম-কাজ বাঢ়ি আহিছে। বিধায়ক আৰু মন্ত্ৰীসকলেও

আগতকৈ বেছি ঘনকৈ গাঁও-চহৰবোৰলৈ আহিবলৈ লৈছে। পাঁচ বছৰীয়া পৰিকল্পনাবিলাকৰ যোগেদি ৰাস্তা-ঘাট বনোৱা, খেতি পথাৰত পানী যোগোৱা, বানপানী নিয়ন্ত্ৰণ, বিদ্যুৎ উৎপাদন আৰু বিতৰণ, স্কুল-কলেজ স্থাপন আদি অনেক ধৰণৰ কাম হাতত লৈছে চৰকাৰে। কেন্দ্ৰীয় চৰকাৰৰ পৰাও ধন আহে বিভিন্ন কামৰ কাৰণে। মন্ত্ৰী-বিধায়ক আৰু চৰকাৰী বিভাগীয় বিষয়াবিলাকে সেইবোৰ জিলাই জিলাই ভগাই দিয়ে। পুৰন্দৰ হাজৰিকাই জানে, গাঁও পঞ্চায়তবিলাকলৈ এই ধনৰ যিটো অংশ আহে সেয়া অতি সামান্য। কিন্তু সেই সামান্য ধনৰ পৰাই তেওঁৰ নিচিনা মানুহেও মাহত হাজাৰলৈকে হাতত গোটাব পাৰিছে। এটা সফল ৰাজনৈতিক ভৱিষ্যৎ কল্পনা কৰাৰ সুবিধা পাইছে। মাত্ৰ তিনি বছৰতে তেওঁ বুজি পাইছে, এইখন দেশত তেওঁৰ নিচিনা মানুহৰ ভৱিষ্যৎ উজ্জ্বল। নতুনকৈ বজাৰলৈ অহা নয়া পইচাৰ দৰেই চক্‌চকীয়া। ভবানী বৰুৱা আৰু বিজন চৌধুৰীহঁতে এতিয়াও দেখা নাই সেইবোৰ নতুন পইচাৰ চকু ছাট্ মাৰি ধৰিব পৰা উজ্জ্বলতা। পুৰন্দৰ হাজৰিকাই দেখিছে। সেই ৰাতিপুৱাই বিজন চৌধুৰী আৰু ভবানী বৰুৱাৰ পৰিয়ালক দেখাৰ পিছত দিনটোত এই প্ৰথম মনটো প্ৰফুল্লিত লাগিল পুৰন্দৰৰ।

টেক্সীখন আহি নংপুৰ বজাৰত ৰ'লহি খন্তেক পিছতে। বাকী যাত্ৰী কেইজনৰ লগতে পুৰন্দৰো নামি গ'ল চিনাকি কঙজনীৰ দোকানখনলৈ। ওচৰ চাপি গৈ আদ বয়সীয়া কঙজনীক মাত দিলে পুৰন্দৰ হাজৰিকাই।

"আৰে বহুত দিন পিছত আহিলা তুমি।" —কঙজনীয়ে ইটো-সিটো বস্তু লিৰিকি-বিদাৰি থকা মানুহটোলৈ এবাৰ পোন্দোৱাকৈ চাই পুৰন্দৰৰ কথাৰ উত্তৰ দিলে।

"কাম ওলোৱা নাছিল আগতে। এতিয়া ওলাইছে। অহা-যোৱা বেছি হ'ব আগতকৈ।" —কিবাকিবি দুটামান বস্তুৰ অৰ্ডাৰ দি হাজৰিকাই কঙৰ লগত কথাৰ মহলা মাৰিলে।

"আমাৰ ইয়াতো গণ্ডগোল আৰম্ভ হৈছে অলপ-চলপ। সুকীয়াকৈ পাহাৰীয়া ৰাজ্য এখনৰ কাৰণে আমাৰ ল'ৰাবোৰে দাবী কৰিছে।"

"শুনিছোঁ। দিল্লীত আলোচনা হৈছে। তহঁতে বিচৰা মতে বেলেগ ৰাজ্য এখন সোনকালেই গঠন হ'ব বুলিও গুজব ওলাইছে।"

"আমিও শুনিছোঁ। তোমালোক ভৈয়ামৰ মানুহবোৰে আমাৰ মানুহবোৰক একলগে ৰাখিবলৈ জোৰ কৰাও নাই বোলে? আচলতে তোমালোকে আমাৰ পাহাৰীয়া মানুহখিনিক নিজৰ মানুহ বুলি কোনোদিনে ভবাও নাই।" —পুৰন্দৰে অৰ্ডাৰ দিয়া বস্তুখিনি টোপোলা বান্ধি বান্ধি কঙ পেট্ৰিচিয়াই কৈ গ'ল।

পুৰন্দৰ হাজৰিকাই একো নক'লে। ৰাজনীতিৰ পথাৰত অলেখ খলা-বমা। ভৱি-হাত নভঙাকৈ খোজ পেলোৱাৰ চিন্তাতে ব্যস্ত তেওঁ ইমানদিনে। পাহাৰ-ভৈয়ামৰ কথা লৈ মূৰ ঘমাবলৈ সময় নাই তেওঁৰ। দেশৰ কিমান ঠাইত কিমান ধৰণৰ আন্দোলন চলি

আছে কোনে হিচাপ ৰাখে? ক'ৰবাত ভাষা আন্দোলন, ক'ৰবাত নতুন ৰাজ্য গঠনৰ আন্দোলন, ক'ৰবাত সাৰ্বভৌমত্ব আৰু স্বাধীনতাৰ আন্দোলন, ক'ৰবাত স্বায়ত্ত শাসনৰ আন্দোলন—হাজৰিকাৰ বাবে সেই আটাইবোৰ একো একোটা খবৰ! সেইবোৰ বিষয়ে চিন্তা কৰিবৰ কাৰণে আন মানুহ বহুত আছে। শ্বিলঙলৈ ইমান দূৰ বাটকুৰি বাই আহিছে তেওঁ বেলেগ কাৰণে। পাহাৰীয়া মানুহৰ লগত ভৈয়ামৰ মানুহে থাকিব নোখোজে যদিনো কি বেয়া কথা? আৰু এখন ৰাজ্য হোৱা মানে সেইখন ৰাজ্যতো আৰু কিছুমান মানুহৰ কপাল ফুলা। সেইটোনো কি বেয়া কথা? কিন্তু চিন্তা লাগিল, যদি শ্বিলঙত হৰতাল বা কাৰ্ফিউ হয় তেওঁ লৈ অহা কামবোৰ তৎক্ষণাৎ নহ'ব। কঙ পেট্ৰিচিয়াৰ পৰা সেইটো খবৰহে লাগে পুৰন্দৰক।

"জানো কঙ কি কথাবোৰ কৈছা তুমি! শ্বিলঙত যদি গণ্ডগোল হৈছে কাম-কাজ নহ'ব নেকি?"

নংপুৰ এই হৰেক মালৰ দোকানখন আজি পোন্ধৰ বছৰে চলাই আছে পেট্ৰিচিয়াই। পোন্ধৰ বছৰে বহুত দেখিছে, বহুত শুনিছে— হাজৰিকাৰ নিচিনা মানুহবোৰৰ গাৰ নোমলৈকে চিনি পায় তেওঁ। ৰাজনীতি কৰা সুবিধাভোগী দালাল ইহঁত।

"নাই, নাই কিয় নহ'ব কাম? চব কামতো আজিকালি বেলেগ ছিষ্টেমত চলে। তুমিতো সেই ছিষ্টেমৰ পুৰণা খিলাৰী। তোমাৰ কাম কিয় নহ'ব? যোৱা যোৱা চব কাম হৈ যাব। কিয় নহ'ব?" —অলপ বিৰক্তিৰে ক'লে কঙ পেট্ৰিচিযাই। টেক্সী ড্ৰাইভাৰে হৰ্ণ বজালে। কঙক তেনেকৈয়ে এৰি পুৰন্দৰ গাড়ীত উঠিল।

পুৰন্দৰহঁতৰ টেক্সীখন যেতিয়া বৰবজাৰ পালেগৈ তেতিয়ালৈ শ্বিলঙৰ ৰাস্তাত বিজুলীচাকিবোৰ জ্বলি উঠিছে। জুলাই মাহৰ গৰমৰ একো চিন-মোকামেই নাই এই শৈল শিখৰত। পুৰণা চিনাকি হোটেলখনৰ এজনীয়া কোঠাত সোমাই পুৰন্দৰ হাজৰিকাই ছুটকেছ খুলিলে।

হোটেলৰ বয় এটাই কাকিয়াতৰ বটল এটা আনি বিচনাৰ কাষতে থকা সৰু টেবুলখনতে থ'লেহি।

"ইটো বন্দবস্ত আছে নে নাই?" — হাজৰিকাই কাকিযাতৰ বটলটোলৈ চাই সুধিলে।

"আধা ঘণ্টাৰ ভিতৰতে আহি যাব। কিন্তু সোনকালে গুচি যাব। আজিকালি বেছি ৰাতি হ'লে পুলিচে দিগদাৰ দিয়ে।"

—হাজৰিকাই পকেটৰপৰা পইচা উলিয়ালে। তিনিখন দহটকীয়া নোট তাৰ হাতত গুজি দিলে।

"পুলিচৰ বন্দৱস্ত কৰিবৰ কাৰণে দিলো সেয়া। গোটেই ৰাতিটোৰ কাৰণে লাগিব। এই বতৰত লেপ লৈ শুম নে? তোৰ কাৰণে বেলেগে ৰাখিছোঁ।" —আকৌ চালাম

ঠুকিলে ল'ৰাটোৱে।

"চব হৈ যাব চাহাব।" —হাজৰিকাৰ মুখত হাঁহি ওলাল। পইচাৰ শক্তি নতুনকৈ চিনি পাইছে আমাৰ সমাজখনে, সহজ-সৰল মানুহখিনিয়ে।

দুৱাৰখন জপাই দি পিন্ধি অহা কাপোৰ খুলি পাইজামা-পাঞ্জাবী পিন্ধি ল'লে পুৰন্দৰে। লগত লৈ অহা নগা শ্বালখন গাত মেৰিয়াই লৈ আহিবলগা নিশাৰ অতিথিৰ কাৰণে বাট চাই চাই কাকিয়াতৰ বটলটোৰ বন্ধ সাঁফৰখন খুলি পেলালে।

ভাত খাই শেষ কৰাৰ পিছতে আহিল বিছ-বাইছ বছৰীয়া ছোৱালী এজনী ইতিমধ্যে বন্দৱস্ত কৰি থোৱা মতেই। পুৰন্দৰৰ অলপ অলপ নিচা লাগিছিল।

"দুৱাৰখন বন্ধ কৰি দে।" —দুৱাৰমুখত থেৰোগেৰোকৈ ৰৈ থকা ছোৱালীজনীক অলপ ধমকিৰ সুৰত ক'লে পুৰন্দৰে। খোলা দুৱাৰেদি ঠাণ্ডা বতাহ সোমাইছে। ভাল লগা নাই পুৰন্দৰৰ।

দুৱাৰডলিটো পাৰ হৈ ছোৱালীজনীয়ে দুৱাৰখন জপাই দিলে। কিন্তু আকৌ একে ঠাইতে ৰৈ থাকিল তাই। পুৰন্দৰে ইতিমধ্যে পিন্ধি থকা পাঞ্জাবীটো খুলি পেলাইছিল। এজনীয়া বিছনাখনত থকা কম্বলখন গাৰ ওপৰলৈ টানি ছোৱালীজনীৰ ফালে চালে ঘো[illegible] চাৱনিৰে।

"কি হ'ল? গোটেই ৰাতি তেনেকৈয়ে ৰৈ থাকিবি নেকি তই?" —ধমকি খাই দুখোজ আগুৱাই আহিল ছোৱালীজনী।

"গা ভাল নাই। আজি কৰিব নোৱাৰিম মই।" —ভয় ভয়কৈ ক'লে ছোৱালীজনীয়ে। কাকিয়াতৰ নিচা লগা পুৰন্দৰৰ নিচা ফাটি গ'ল।

"তেনেহ'লে কিয় আহিছ? মইতো তোক ধৰি অনা নাই?" —বিছনাতে উঠি বহিল পুৰন্দৰ। খঙৰ লগে লগে বিৰক্তিৰ ভাব এটাও আহিল মনলৈ। সুন্দৰপুৰৰপৰা সেই ৰাতিপুৱাতে আহি সন্ধিয়া হোৱাৰ পিছত শ্বিলং পাইছেহি। দিনটো গাড়ীয়ে-মটৰে ঠেকেচা খাই খাই আহি কিবা লাগিছিল পুৰন্দৰৰ। ভাত খোৱাৰ আগতে সেয়ে কাকিয়াত দুগিলাচ খাই ভাগৰ পলুৱাইছিল। সুন্দৰপুৰত থাকিলেতো এইদৰে আমোদ-আহ্লাদ কৰা নেযায়। এতিয়া আকৌ এইজনীয়ে কি এইবোৰ লেঠা উলিয়ালে!

উদয়ভানু এইবাৰ আহিব নোৱাৰিলে হঠাতে আহিবলগা হোৱাৰ কাৰণে। সি কাঠৰ দলঙৰ কামটোৰ কাৰণে কাঠ বিচাৰি গৈছিল পাহাৰৰ ফালে। ঘূৰি আহি সুন্দৰপুৰ পোৱালৈ ৰ'ব নোৱাৰিলে পুৰন্দৰে। সেই কাৰণে অকলেই আহিবলগা হ'ল। সি থকাহেঁতেন এই ঝামেলাবোৰ সিয়েই চম্ভালিলেহেঁতেন।

"জোৰ কৰি পঠাই দিছে মোক। দুই দিন ধৰি জ্বৰৰ কোবত একো এটা মুখত দিবপৰা নাই। কিবা কৰিলে মৰি যাম মই।" —ছোৱালীজনী এইবাৰ কামটোৰ মজিয়াতে

বহি পৰিল।

হঠাতে এটা প্ৰচণ্ড খঙে মূৰৰ চুলিৰ আগ পালেগৈ পুৰন্দৰৰ। গাত লৈ থকা পাতল চাদৰখন আঁতৰাই থৈ একে জাঁপে বিছনাৰপৰা নামি আহি মজিয়াত বহি থকা ছোৱালীজনীৰ চুলিখিনিত থাপ মাৰি ধৰিলেহি।

"চালী ৰেণ্ডী! বেমাৰ যদি কিয় আহিছিলি?" —শকত-আবত পাহৱাল মানুহটোৱে তেনেকৈ তাইৰ চুলি ঘটালি দিয়াত ভয়তে ছোৱালীজনী কেঁকোৰাৰ দৰে কুচি-মুচি গ'ল মুহূৰ্ততে। পুৰন্দৰে চোঁচৰাই টানি আনি তাইক বিছনাত বগৰাই দিলে। পিছ মুহূৰ্ততে পিন্ধি থকা পাইজামাৰ ৰছীডাল গাৰ সমস্ত শক্তিৰে ছিঙি পেলালে। ইতিমধ্যে বিছনাত চিত ভোলোঙা খাই পৰি থকা ছোৱালীজনীৰ গাৰ কাপোৰখিনি টানি-আজুৰি ছিঙি পেলালে কামান্ধ পশুৰ ৰূপ লোৱা ডেকা মানুহটোৱে। কমত জ্বলি থকা পাতল লাইটৰ পোহৰত পুৰন্দৰৰ মূৰ্তি দেখি অসহায় ছোৱালীজনীৰ অণ্ঠ-কণ্ঠ শুকাই গ'ল। পিছ মুহূৰ্ততে তাইৰ নিম্নাংশৰে যেন গৰম লোহাৰ টুকুৰা এটাহে সোমাই গ'ল। প্ৰচণ্ড যন্ত্ৰণাত গেঙাবলৈ আৰম্ভ কৰিলে ছোৱালীজনীয়ে। বিছনাৰ এমূৰে পৰি থকা টাৱেলখনেৰে ছোৱালীজনীৰ মুখত সোপা দি পুৰন্দৰে প্ৰকাণ্ড গোনা ম'হ এটাৰ দৰে তাইৰ সমস্ত শৰীৰ পিষ্ট কৰিবলৈ আৰম্ভ কৰিলে। সেই প্ৰচণ্ড জোকাৰণিত হোটেলৰ পুৰণা বিছনাখনে কেৰ্‌মেৰকৈ কিছুমান বিচিত্ৰ শব্দ কৰি যেন কেকাই উঠিল অসহায় ছোৱালীজনীৰ দুঃখৰ সমগামী হৈ।

# ন

কলেজ হোষ্টেলত থিতাপি লওঁতে কিছু সময় লাগিল বিক্রমক। গাঁৱৰ নিৰিবিলি, পৰিষ্কাৰ আৰু মুকলি পৰিবেশৰ মাজত সৰুৰেপৰা ডাঙৰ-দীঘল হোৱা ল'ৰাটোক গুৱাহাটীৰ বিৰামহীন হুট্টগোল, পেট পকাই ধৰা গেলা-পঁচা বস্তু আৰু আবৰ্জনাৰে ভৰা নলা-নৰ্দমাৰ দুৰ্গন্ধ, গাড়ী-মটৰ আৰু কল-কাৰখানাৰ ধোঁৱাৰ ধূসৰতাই প্ৰথম অৱস্থাত বাৰুকৈয়ে কাবু কৰিলে। দিনৰ ছাটি-ফুটি উঠা গৰম আৰু আবেলিৰ পৰা আৰম্ভ হোৱা মহৰ কামোৰণিত তাৰ থৰ-কাছুটি হেৰাল। হোষ্টেলৰ অপৰিষ্কাৰ শৌচাগাৰত কিল্‌বিলাই থকা পোকবোৰ দেখি বিক্ৰমে হক্‌হকাই বমি কৰি দিছিল প্ৰথম দিনা। গুৱাহাটীত থাকিব নোৱাৰিব যেন লাগিছিল তাৰ ছাত্ৰাবাসত কটোৱা সেই প্ৰথম দিন কেইটাত।

পৰিবেশৰ লগত মিলাই লোৱাৰ অদ্ভুত সামৰ্থ্য মানুহৰ। বিক্ৰমৰ কাৰণেও লাহে লাহে সেইবোৰ সকলো সহজ হৈ আহিল। গুৱাহাটী মহানগৰৰ দৈনন্দিন জীৱন যাত্ৰাৰ লগত মিলি যাবলৈ ধৰিলে সি ক্ৰমান্বয়ে। ভাদ মাহৰ প্ৰখৰ ৰ'দ মূৰত লৈ সি হাজাৰ হাজাৰ মানুহে পিল্‌পিলাই ফুৰা ফাঁচী বজাৰ, পাণবজাৰ, পল্টন বজাৰৰ অলিয়ে-গলিয়ে ঘূৰি ফুৰিব পৰা হ'ল। সন্মুখৰ উন্মুক্ত নৰ্দমাৰ গেলা গোন্ধ আওকাণ কৰি হোষ্টেলৰ বাৰাণ্ডাত বহি চাহ-চিঙৰা খাব পৰা হ'ল। ৰাতিপুৱা যেনে-তেনে গাত পানীটোপা ঢালি মাত্ৰ খন্তেক আগতে দেখি অহা বিষ্ঠাৰ ছবি মুহূৰ্তৰ কাৰণেও মনত নপৰাকৈ সন্মুখৰ থালত ছাত্ৰাবাসৰ ঠাকুৰে ঢালি দিয়া ভাত, দালি আৰু সোৱাদ নোহোৱা শাক-পাচলিৰ লেব্ৰা আৰু তৰকাৰী গোগ্ৰাসে গিলিব পৰা হ'ল। দীঘলীপুখুৰীৰ পৰা পাণবজাৰলৈকে কোবাকুবিকৈ খোজ কাঢ়ি ইটোৰ পিছত সিটো শ্ৰেণীৰ পাঠ ল'বলৈ তাৰ ভাল লগা হ'ল। কলুষিত, প্ৰদূষিত গুৱাহাটীতে সি তাৰ কৈশোৰ অতিক্ৰম কৰি যুৱক হোৱাৰ পথত অগ্ৰসৰ হ'ল। অতি সোনকালে অসম তথা ওচৰ-পাজৰৰো আন ৰাজ্যকেইখনৰ পৰা অহা ল'ৰাবোৰৰ মাজতে সি তাৰ কাৰণেও অকণমান ঠাই জোগাৰ কৰি ল'লে। কলেজৰ লাইব্ৰেৰী, অ'ডিটৰিয়াম, জিমনাচিয়াম, জজফিল্ড, কাছাৰীঘাট, নৰ্থব্ৰুক গেট, শুক্ৰেশ্বৰ দেৱালয় আৰু কামাখ্যা মন্দিৰ তাৰ চিনাকি হৈ আহিল। সুন্দৰপুৰ গাঁওখন, দিখৌ নদীখন, ঘৰৰ সন্মুখৰ মুকলি পথাৰখন আৰু মাছ-পুঠিৰে ভৰি থকা তাৰ চিনাকি খাল-বিলবোৰৰ দৰেই গুৱাহাটীৰ এই ঠাইবোৰো আপোন-আপোন যেন লগা হ'ল বিক্ৰমৰ।

নিয়মীয়াকৈ চন্দ্ৰালীলৈ চিঠি লিখিছিল সি। তাৰ নতুন নতুন অভিজ্ঞতাৰ বৰ্ণনাৰে ভৰি আছিল সেই চিঠিবোৰ। ভৰ বাৰিষাৰ ব্ৰহ্মপুত্ৰ টুলুঙা নাৱৰে পাৰ কৰি উমানন্দ

চাবলৈ যোৱাৰ কথা পঢ়ি তাই তালৈ খং কৰি চিঠি লিখিছিল। সুন্দৰপুৰৰ সৰু নদীখন বুলি ভাবিছেনে কি সি সেই ভৰা লুইতক? আগলৈ তেনেকৈ টুলুঙা নাৱত উঠি ব্ৰহ্মপুত্ৰলৈ নাযাবলৈ বধ শপত দি সাৱধান কৰি দিছিল।

তাইৰ চিঠি পঢ়ি তাৰ বুকুখন ভৰি উঠিছিল আৰু অজানিতে দুয়োটা চকুত দুখন নদীয়ে ভিৰ কৰিছিল। বুকুখন থৌকি-বাথৌ লাগিছিল। ছাত্ৰাবাসৰ কোঠাটোৰ পৰা ওলাই কাছাৰীঘাট পাইছিলগৈ। লুইতৰ পাৰৰ পকা ছিৰিত বহি সি ভৰা লুইতৰ বুকুলৈ চাই সেই অন্তঃস্ৰোতা নদীৰ গভীৰত দিখৌৰ শান্ত-শিষ্ট সমাহিত সৌন্দৰ্যৰ সন্ধান কৰিছিল।

তেনেকৈ কিছু সময় চুপ-চাপ বহি থাকিলে প্ৰায়েই উমানন্দ মন্দিৰৰ চূড়াত তাৰ চকু স্থিৰ হৈছিল। শিৱ আৰু উমাৰ আখ্যানলৈ মনত পৰিছিল। ক'ব নোৱৰাকৈয়ে তাৰ ওঁঠ দুখন কঁপি উঠিছিল। চন্দ্ৰালীৰ হাঁহিভৰা মুখখন তাৰ চকুৰ আগত ভাহি উঠিছিল উমানন্দৰ শিখৰ অতিক্ৰমি বিশাল আকাশৰ নীলাৰ বুকুত।

"ভালপাওঁ তোমাক।" —তাৰ চকুৰ আগত চন্দ্ৰালীৰ চুলিত বন্ধা ফিটাকিডালে ৰামধেনুৰ ৰং সানি তাক ব্যাকুল কৰিছিল। সি কাতৰ হৈছিল। পূজাৰ দীঘলীয়া বন্ধ আছিল সন্মুখত। বহুত কিবাকিবি ভাব-অনুভূতিয়ে তাক আলফুলে জোকাৰি গৈছিল। কি ভাব, কি অনুভূতি আছিল সেইবোৰ? অস্থিৰ হৈ উঠিছিল চন্দ্ৰালীৰ সান্নিধ্য বিচাৰি তাৰ সদাপ্ৰস্ফুটিত যৌৱন।

হোষ্টেলৰ বাৰাণ্ডাত বহি ৰাতিৰ আকাশলৈ চাইছিল সি। তাৰ ভাববোৰ যেন আঁউসীৰ আকাশৰ বুটা বছা তৰা, দুপৰৰ প্ৰখৰ ৰ'দৰ পিছত লুইতৰ বুকুৰপৰা ধীৰে ধীৰে বৈ অহা আবেলিৰ শীতল বতাহ, ভুৱনেশ্বৰীৰ শিখৰৰপৰা দেখা নিশাৰ গুৱাহাটীৰ ডিঙি শুৱাই ৰখা কাচন ফুলৰ মালা। সেইবোৰ আছিল যৌৱনত ভৰি থোৱা এখন ডেকা হৃদয়ৰ এজাক আকূতি, এখিনি অনুৰাগ। আৰু সেই অনুৰাগৰ নাম দিছিল তাইৰ নামেৰেই সি, চন্দ্ৰালী। এজনী পাটগাভৰু, যাক সি গুৱাহাটীৰ প্ৰতিটো পুৱা অনুভৱ কৰে উদিত সূৰুযৰ প্ৰথম দৰ্শনত। যাৰ অশৰীৰী উপস্থিতিয়ে বাঙ্ময় কৰে আবেলি, যাৰ মিচিকি হাঁহি দেখা পায় সি লুইতৰ বুকুত পৰা হেঙুলী কিৰণত, যাৰ সচেতন উপস্থিতি সি অনুভৱ কৰে তাৰ প্ৰতিটো উশাহ-নিশাহত, যাৰ সন্তৰ্পণ আঙুলি বুলনিয়ে তাৰ নিৰ্বাক সত্তাক বাঙ্ময় কৰি তোলে প্ৰতিটো নিশাৰ নিবিড় আলিঙ্গনত।

বহুত কিবাকিবি লিখিছিল চন্দ্ৰালীয়ে প্ৰতিখন চিঠিতে। নতুনকৈ পতা কলেজখন লৈ অনবৰতে কেনেকৈ ব্যস্ত হৈ থাকিছিল ভবানী বৰুৱা। জয়ন্তৰ দুষ্টালিয়ে কেনেকৈ তাইৰ আজৰি সময়ৰ প্ৰতিটো মুহূৰ্ত ভৰাই পেলাইছিল এক অনিৰ্বচনীয় আনন্দময়তাৰে। কিদৰে তাৰৈয়েকে তাইৰ খবৰ কৰিবলৈ আহি অনবৰতে কৈ গৈছিল বিক্ৰমৰ কথাৰে। আমৈয়েকে ভায়েক আৰু তাইক লৈ গৈছিল প্ৰতিদিনে কত কি নতুন নতুন কাহিনী

শুনাবলৈ। আৰু আছিল বহুত খবৰ। গুৰুজনাৰ জন্মোৎসৱত মেলিবলগীয়া নাটখনৰ আখৰা চলিছিল পূৰ্ণোদ্যমে। মাজুলীৰ গোসাঁই প্ৰভুৰ থানৰপৰা অহা ভকতকিজনে কি অপূৰ্ব সুন্দৰ নাচ নাচিছিল সেই কথাও লিখিছিল চন্দ্ৰালীয়ে সবিস্তাৰে।

তাইৰ চিঠিৰপৰাই বিক্ৰমে খবৰটো পাইছিল। নদীখনৰ সিপাৰৰ চাপৰিত খেৰ-বাঁহেৰে অস্থায়ী ঘৰ এলানি সজা হৈ গৈছিল ইতিমধ্যে। বহুত মানুহ আহিছে সেই শিবিৰলৈ। ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলো ধৰণৰ মানুহ আছে তাত। কেইবাদিনো লগৰ ছোৱালীৰ লগত তালৈ গৈছে তাই। মতা মানুহবোৰে আধা ডুখৰীয়া চুৰিয়া নহ'লে লুঙি পিন্ধিছিল। মাইকী মানুহবোৰে এখনীয়া কাপোৰেৰে উদং গাটো ঢাকি ৰাখিবৰ চেষ্টা কৰিছিল। সৰু সৰু ল'ৰা-ছোৱালীবোৰ আছিল নাঙঠ হৈয়েই। অলপ ডাঙৰবোৰৰ গাত ফটা-ছিটা পেণ্ট বা ফ্ৰক। অস্থায়ী শিবিৰৰ একোণত বনাই লোৱা অস্থায়ী ৰান্ধনিশালত মানুহবোৰৰ কাৰণে খিচিৰি বনোৱা হৈছিল ডাঙৰ ডাঙৰ কেৰাহী কিছুমানত। দিনটো মানুহবোৰে শিবিৰৰ ভিতৰতে ইফাল-সিফাল কৰি থাকিছিল। চন্দ্ৰালীয়ে দুই-এবাৰ তিৰোতা মানুহ কেইজনীমানৰ লগত কথা পাতিব খুজিছিল। তাইৰ মাত শুনি সিহঁতে তধা লাগি তাইৰ ফালে চাই থাকিছিল। চন্দ্ৰালীৰ এনেকুৱা লাগিছিল যেন সিহঁতে কেতিয়াবাই হেৰুৱাই পে[illegible]ইছে কণ্ঠস্বৰ। সিহঁতৰ কোটৰগত চকু দেখিলে তাইৰ এনে লাগিছিল যেন বহুত যুগ আগতেই চকুৰ পানীয়ে উটুৱাই লৈ গৈছিল সিহঁতৰ চকুৰ উজ্জ্বল দৃষ্টি। শীৰ্ণ শৰীৰ আৰু শুকাই যোৱা গাৰ ছাল দেখি এনে লাগিছিল যেন আকাল-অনাটনে কেতিয়াবাই শুহি পেলাইছিল সিহঁতৰ দেহ পল্লৱীৰ সকলো ৰস।

বিক্ৰমে বুজিছিল, পূব-পাকিস্তানৰ পৰা অহা ভগনীয়া সেই মানুহখিনি। ধৰ্মৰ নামত মাত্ৰ দুই দশক আগতে সৃষ্টি হোৱা ৰাষ্ট্ৰ এখনৰ মানুহখিনিৰ মাজত ভাষা আৰু সাংস্কৃতিক বিভেদক লৈ আৰম্ভ হৈছিল ক্ষয়ংকৰী গৃহযুদ্ধ। আল্লাক ঈশ্বৰৰপৰা পৃথক কৰি নিয়া মানুহখিনিয়ে আল্লাৰ বান্দাকে কোৰবানী দিয়া আৰম্ভ কৰিছিল অকাতৰে ভাষা আৰু সংস্কৃতিৰ নামত।

চন্দ্ৰালীলৈ সি চিঠি লিখিছিল দিনে দিনে উত্তপ্ত হৈ উঠা পূব-পাকিস্তানৰ পৰিস্থিতি সবিস্তাৰে বৰ্ণনা কৰি। নিশ্চিত যুদ্ধৰ ফালে অগ্ৰসৰ হোৱা পূব আৰু পশ্চিম পাকিস্তানৰ এই বিবাদত যে ভাৰতে এক নিৰ্ণায়ক ভূমিকা ল'ব সেই কথাও বাৰে বাৰে দোহাৰিছিল তাৰ চিঠিত। অসমৰ ভৱিষ্যৎ যে এই যুদ্ধৰ পৰিণতিৰ ওপৰতেই বহুলাংশে নিৰ্ভৰশীল সেই কথা চন্দ্ৰালীলৈ লিখোঁতে অজানিতে এক শংকাত তাৰ দেহৰ প্ৰতিডাল লোমকূপ শিঁয়ৰি উঠিছিল।

এইবোৰ কথা সি শুনিছিল গুৱাহাটীৰ অলিয়ে-গলিয়ে, কলেজৰ কোঠাই-কেণ্টিনে, পঢ়িছিলবাতৰি কাগজৰ পাতে পাতে। গুৱাহাটীৰ প্ৰতিটো অলি-গলি ভৰি পৰিছিল এই

উদ্বাস্তু মানুহবোৰেৰে। ৰেল ষ্টেচনৰ প্লেটফৰ্ম, বাছ আস্থানৰ জিৰণি ঘৰ, দেখা-পোহাৰৰ মুকলি বাৰাণ্ডা, চহৰৰ প্ৰতিটো ফুটপাথ আৰু ব্ৰহ্মপুত্ৰৰ বিস্তীৰ্ণ বালিচৰ, য'তেই খালী ঠাই আছিল ত'তেই আশ্ৰয় লৈছিল মানুহখিনিয়ে। মাত্ৰ কেইমাহমান আগৰ পাতল ভিৰৰ গুৱাহাটী চহৰ সলনি হৈ গৈছিল দুঃস্থ মানৱতাৰ এখন মুকলি বজাৰলৈ।

আৰু দেখিছিল সি, সেই বজাৰত মানুহ বিক্ৰী হোৱা সামান্য পণ্যৰ দৰে। পেটৰ ভোক নিবাৰণৰ তাড়নাত মানুহে শ্ৰম বিক্ৰী কৰিছিল পানীৰ দৰত। যৌৱন বিক্ৰী হৈছিল এসাঁজ ভাত আৰু এটুকুৰা বস্ত্ৰৰ বিনিময়ত। তথাপি মানুহ জীয়াই আছিল। ডাষ্টবিনৰ পেলনীয়া খাদ্যক লৈ যুঁজিছিল গলিৰ কুকুৰ আৰু ৰাস্তাৰ মানুহে। বৰ্ষণমুখৰ ৰাতিবোৰত মূৰ গুজিবলৈ ঠাই বিচাৰি ফুটপাথৰ মানুহ আহি কলেজ হোষ্টেলৰ বাৰাণ্ডা পাইছিলহি। লাখুটি লৈ খেদিছিল নিশাৰ চকীদাৰে মতা-মাইকী, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী নিৰ্বিশেষে। কাছাৰীঘাটৰ মুকলি বতাহত উটি ফুৰিছিল বিষ্ঠাৰ গোন্ধ, উজান বজাৰৰ পৰা ভূতনাথলৈকে এই বিস্তীৰ্ণ এলেকা হৈ পৰিছিল হাজাৰ হাজাৰ নিৰাশ্ৰয় মানুহৰ মুকলি শৌচাগাৰ।

দ্ৰুতগতিৰে গুৱাহাটীয়ে ৰং সলাইছিল, সলাইছিল চৰিত্ৰ। পূব পাকিস্তানৰ স্বাধীনতাৰ যুঁজত ভাৰতে সমৰ্থন দিছিল। হাজাৰ হাজাৰ ভাৰতীয় সৈন্য সীমান্তত মোতায়েন কৰা হৈছিল। টাইগাৰ চিদ্দিকিৰ মুক্তি যোদ্ধাহঁতৰ প্ৰশিক্ষণ চলিছিল ৰাতি-দিন। ৰচদ-পাতি, অস্ত্ৰ-শস্ত্ৰৰ সৰবৰাহ হৈছিল নিৰৱচ্ছিন্নভাৱে আৰু তাৰেই ফলশ্ৰুতিত দৈনন্দিন ব্যৱহাৰ্য সামগ্ৰীৰ মূল্য বাঢ়িছিল বাঢ়নী পানীৰ গতিৰে।

সুন্দৰপুৰতো প্ৰভাৱ পৰিছিল এই সৰ্বনাশী যুদ্ধৰ। পুৰন্দৰ হাজৰিকাই অস্থায়ী শিবিৰৰ শৰণাৰ্থীসকলৰ থকা-খোৱাৰ বন্দ বস্ত কৰাৰ ঠিকা পাইছিল। সমৰ-সজ্জাৰ কাৰণে জৰুৰী কপোৰ-কানি, ৰচদ-পাতি যোগানতো হাত দিছিল মানুহটোৱে। টকা আহিছিল হাতলৈ হোৱাহোৱে। পুৰন্দৰ হাজৰিকাৰ ৰাজনৈতিক গুৰুত্ব হঠাতে বাঢ়ি গৈছিল বহুগুণে। ইতিমধ্যে দুভাগ হৈ পৰা শাসকীয় দলৰ ক্ষমতাধিষ্ঠ ভাগটোত সম্ভাৱনাপূৰ্ণ মানুহৰ প্ৰয়োজন হৈছিল। সুন্দৰপুৰৰ কাষৰ-পাজৰৰ বিছ-চল্লিছখন গাঁৱত পুৰন্দৰ হাজৰিকাতকৈ সম্ভাৱনাপূৰ্ণ ৰাজনীতিক আৰু কোনো নাছিল। ইমানদিনে উজনি সোঁতৰ লগত যুঁজি থকা পুৰন্দৰ হাজৰিকাৰ নাও এইবাৰ ভটিয়নী সোঁত পাই তীব্ৰ গতিৰে আগবাঢ়িছিল ৰাজনীতিৰ মহা সমুদ্ৰৰ ফালে। নিতৌ নতুন নতুন আঁচনিৰে নাও এৰি জাহাজ চলোৱাৰ কায়দা শিকাত ব্যস্ত হৈ উঠিছিল পুৰন্দৰ।

অৱশেষত পুৰন্দৰ হাজৰিকাই সুন্দৰপুৰ কলেজৰ দায়িত্ব ভৱানী বৰুৱাৰ পৰা কাঢ়ি নিছিল। নতুনকৈ বনাবলৈ লোৱা বিজ্ঞানাগাৰটোৰ সম্পূৰ্ণ খৰচৰ দায়িত্ব লৈছিল হাজৰিকাই। চৰ্ত আছিল গৱৰ্নিং বডীৰ সভাপতি পাতিব লাগিব তেওঁক। ভৱানী বৰুৱাই বুজিছিল সকলো। কলেজ তথা অঞ্চলটোৰ স্বাৰ্থত নিজেই ইস্তফা দিছিল সভাপতিৰ পদৰ পৰা।

পুৰন্দৰ হাজৰিকা সভাপতি হৈয়েই ভবানী বৰুৱাক ইমান দিনৰ সমস্ত হিচাপ-পত্ৰ দাখিল কৰাৰ হুকুম দিছিল। বিনা বাক্য ব্যয়ে বৰুৱাই হিচাপ দাখিল কৰিছিল। তাৰ পিছত কলেজৰ অধ্যক্ষৰ পদো ইস্তফা দিছিল তেওঁ। গৱৰ্নিং বডীৰ সভাপতিৰ ইচ্ছাৰ বিৰুদ্ধে সেই পদত বাহাল থকা সম্ভৱ নাছিল।

চন্দ্ৰালীৰ চিঠি পঢ়ি বিক্ৰমে সকলো বুজিছিল। দ্ৰুত পৰিৱৰ্তন হৈছিল সকলোতে। পূব পাকিস্তানৰ মুক্তিযুদ্ধই যেন ইমান দিনে সুপ্ত হৈ থকা আগ্নেয়গিৰি এটাহে বিস্ফোৰিত কৰিলে। মানুহৰ নিভৃতত সুপ্ত হৈ থকা লোভ, মোহ, ক্ৰূৰতা যেন গলিত লাভা হৈ ওলাই আহিল সেই বিস্ফোৰিত আগ্নেয়গিৰিৰ গহ্বৰৰ পৰা। পোত গ'ল মানুহৰ সকলো শুভ গুণ —উদগীৰিত লাভাই সৃষ্টি কৰা ধোঁৱা আৰু ছাইৰ মাজত।

পূজা উপলক্ষে এমহীয়া বন্ধ ঘোষণা কৰিলে কলেজত। বিছনাখন হ'ল্ড'লত বান্ধি হোষ্টেলৰ ষ্টোৰ ৰুমত ভৰাই থ'লে বিক্ৰমে। ছুটকেছটোত পিন্ধা কাপোৰ কিযোৰ আৰু এয়াৰ বেগত লাগতিয়াল কিতাপ-পত্ৰ কেইখনমান লৈ সি গুৱাহাটী ৰেল ষ্টেচন পালেগৈ। গোটেই ষ্টেচনটো যেন এখন মেলা। শ-শ শৰণাৰ্থীৰে ভৰি আছে প্ৰতিখন প্লেটফৰ্ম। ঘৰ্মাক্ত শৰীৰ আৰু শতচ্ছিন্ন মলিয়ন বস্ত্ৰ পৰিহিত মানুহবোৰৰ শৰীৰৰ পৰা নিৰ্গত দুৰ্গন্ধত অস্থিৰ হৈ উঠিল সি। প্ৰচণ্ড হেঁচা-ঠেলাৰ পিছত ভাৰ কঢ়িওৱা কুলীটোৱে তাৰ কাৰণে তৃতীয় শ্ৰেণীৰ কোঠাৰ কাঠৰ বেঞ্চ এখনত অকণমান ঠাই উলিয়াই দিলে। কপালৰ ঘাম মচি তাতেই বহি পৰিল সি। গোটেই ৰাতিটো যাব লাগিব এই ডবাত। ছুটকেছ আৰু এয়াৰ বেগটো বহি থকা বেঞ্চখনৰ তলত সুমুৱাই দি গৈছিল কুলীটোৱে। মানুহেৰে ঠাহ খাই থকা ডবাটোত উশাহ বন্ধ হৈ যাব যেন লাগিল তাৰ। বহাৰ পৰাই মানুহখিনিৰ মুখলৈ চালে সি। প্ৰত্যেকেই ৰৈ আছিল যাত্ৰাৰ আৰম্ভণিৰ বাবে, কোনোবা বহি, কোনোবা থিয় হৈ। খোলা খিৰিকীৰ ৰডকিডালৰ মাজেৰে সি বাহিৰলৈ চালে। ওপৰৰ পানীৰ পাইপডালৰ পৰা টোপ্‌টোপকৈ পানী পৰি পৰি খিৰিকীখন তিয়াই দিছিল। সি আজলি পাতি পানী গোটালে। ঘৰ্মাক্ত মুখখন পৰিষ্কাৰ কৰি ৰুমালেৰে মচি পেলালে।

এটা দীঘল উজাগৰী ৰাতিৰ দীঘলীয়া যাত্ৰাৰ কাৰণে সাজু হ'ল সি।

# দহ

পুৰন্দৰ হাজৰিকাই শৰণাৰ্থী শিবিৰলৈ ৰেচনপাতি লৈ আহিছে। তিনি হাজাৰতকৈও মানুহ থকা শিবিৰটোৰ দৈনিক প্ৰয়োজন অনেক। চাউল, দাইল, নিমখৰ পৰা আৰম্ভ কৰি চাহপাত, চেনী আৰু লাগনি খৰিলৈকে অনেকবিধ সামগ্ৰী চাহিদা মতে যোগান ধৰে পুৰন্দৰে। এইটো কামৰ কাৰণে এখন ট্ৰাক তেওঁ সদায় পঠাব লাগে শৰণাৰ্থী শিবিৰটোলৈ। সাধাৰণতে ড্ৰাইভাৰ, হেণ্ডিমেন আৰু দুটা মুটিয়াই বস্তুবোৰ টাউনৰ গোলাৰ পৰা ৰাতিয়েই আনি হাজৰিকাৰ আগচোতালত ৰাখি থয়। তেওঁ উপজি পুৱাই সেইবোৰৰ হিচাপ লৈ শিবিৰলৈ পঠায়। শিবিৰ পৰিচালনাৰ দায়িত্বত থকা যোগান বিভাগৰ উপ-পৰিদৰ্শক যোগেন চেতিয়াই বস্তুবোৰ চমজি লৈ ড্ৰাইভাৰৰ হাতত ৰচিদ কাটি দিযে। চেতিয়াই যোৱাকালি ড্ৰাইভাৰৰ মুখে খবৰ পঠাইছে, শইকীয়া এবাৰ আহি যাব লাগে। সেইকাৰণে ট্ৰাকৰ আগছীটত বহি ৰাতিপুৱাই শিবিৰ পাইছেহি পুৰন্দৰ।

মাল ভৰ্তি ট্ৰাকখন শিবিৰ পৰিচালকৰ অফিচৰ সন্মুখত ৰ'লহি। হাজৰিকাৰ লগতে ড্ৰাইভাৰ ৰামচৰণো নামি আহিল। অফিচত সোমাই উপ-পৰিদৰ্শক চেতিয়াৰ হাতত চালানখন জমা দিলে ৰামচৰণে। সেইখন এনেয়ে এবাৰ লুটিয়াই-বগৰাই চাই চেতিয়াই ড্ৰাইভাৰক বস্তুবোৰ আনদিনৰ দৰেই শিবিৰৰ অস্থায়ী গুদামত নমাবলৈ আদেশ দিলে।

"আপুনি মোক মাতি পঠাইছিল?" —তললৈ মূৰ কৰি টেবুলৰ ওপৰত পৰি থকা হিচাপৰ বহীখনলৈ নিবিষ্ট মনে চাই থকা চেতিয়াৰ সন্মুখৰ চকীখনত বহি হাজৰিকাই আগ্ৰহেৰে সুধিলে।

"মাতিছিলো। আপোনাৰ লগত অলপ কথা আছে।" —চেতিয়াই বহীখন এৰি টেবুলৰ একোণে পৰি থকা ফাইল এটাৰ বান্ধ খুলি এনেয়ে এবাৰ লুটিয়াই বগৰাই চালে, মাছৰ বজাৰত পোহাৰীয়ে মেলি থোৱা মাছৰ কাণৰ ফুল চোৱাৰ দৰে।

"শিবিৰৰ কিছুমানে অভিযোগ কৰিছে, আপুনি যোগান ধৰা চাউলেৰে ৰন্ধা ভাতৰ শিলগুটিয়ে কেইবাজনৰো দাঁত ভাঙিছে।" —ওপৰলৈ মূৰ নকৰাকৈয়ে যোগেন চেতিয়াই আৰম্ভ কৰিলে।

"ভাত খাই দাঁত ভাঙিছে? আচৰিত কথা।" —পুৰন্দৰৰ মাতত সঁচাকৈয়ে আচৰিত হোৱাৰ সুৰ। যেন চেতিয়াৰ কথা শুনি মানুহটো আকাশৰ পৰাহে পৰিল।

"কালি পঠোৱা বস্তুবিলাকো বোধকৰোঁ চাল ফুটা গুদামৰ পৰা আনিছে। লাডু লাডু পোকে সেইবোৰ খাবৰ অনুপযোগী কৰি পেলোৱা মই নিজেই লক্ষ্য কৰিছোঁ।" —

চেতিয়াই গহীন সুৰত উত্তৰ দিলে।

"আৰু কিবা আছে নেকি?"

"কিমান শুনিব আৰু? চাহপাত সিজালে বোলে বোকাপানীৰ ৰঙ লয়। চেনীত মিহলোৱা আইনাৰ গুৰিয়ে জিভাত ঘাঁ কৰে। কোনেও এষাৰো ভাল কথা কোৱা নাই আপুনি যোগান ধৰা বয়-বস্তুৰ বিষয়ে।" —চেতিয়াৰ তিৰ্যক কথাৰ মাজত সোমাই থকা শ্লেষখিনি হজম কৰিবলৈ অলপ সময় লাগিল পুৰন্দৰৰ। অলপ বেলি তেওঁ তভক মাৰি ৰ'ল। কপালৰপৰা বিন্দু বিন্দু ঘামৰ টোপাল কিছুমান গালেৰে বৈ আহি তেওঁৰ ফুলা ৰুটিৰ নিচিনা গাল দুখনত ৰাতিপুৱা গা ধুই সানি অহা কিউটিকুৰা পাউদাৰৰ প্ৰলেপটো পানীপিঠা বনাবলৈ ঘুলি লোৱা পিঠাগুৰিৰ নিচিনা কৰি পেলালে।

"অহা সপ্তাহত ওপৰৱালা পৰিদৰ্শন কৰিবলৈ অহাৰ কথা। আপোনাৰ বিৰুদ্ধে অহা এই অভিযোগবোৰৰ কিবা এটা কৰিব
লাগিব তাৰ আগতেই।" —চেতিয়াৰ মাতটো এইবাৰ আগতকৈ অলপ কোমল হৈ ওলাল। তেতিয়াহে চেতিয়াই পুৱাই পুৱাই তেওঁক মাতি পঠোৱাৰ উদ্দেশ্য হাজৰিকাই বুজি পালে। মুখত হাঁহি ওলাল তেওঁৰ।

"এঃ! আপুনি আছে যেতিয়া সেইবোৰ চাই-চিতি ল'ব পাৰিব। বাকীখিনি মই চাম নহয়।" —স্বস্তিৰ নিঃশ্বাস কাঢ়িলে পুৰন্দৰে।

"চাম নহয়, এতিয়াই চাব লাগিব। বুজিছেই নহয় সময়ৰ শৰ সময়ত নেমাৰিলে পিছত আৰু কিটো পাব?" —পুৰন্দৰ হাজৰিকাক ইয়াতকৈ বেছি আৰু একো ক'বৰ দৰকাৰ নাই। দেউতাকৰ দিনৰে পৰা ব্যৱসায় কৰিছে তেওঁ। যোৱা দহটা বছৰ তেওঁ নিজেই দহ ধৰণৰ কাম কৰিছে, অনেকজনৰ খেয়াল-খুচিৰ খবৰ ৰাখিছে। এতিয়া আকৌ ইলেক্‌চন খেলি পঞ্চায়তৰ প্ৰেছিডেণ্টো হৈছেহি। সেইখিনি ইঙ্গিত নুবুজাকৈ থাকিবনে তেওঁ?

পিন্ধি অহা পাঞ্জাবী চোলাটোৰ ভিতৰফালে থকা পকেটৰ পৰা লেফাফা এটা উলিয়াই আগবঢ়াই দিলে যোগেন চেতিয়াৰ ফালে।

"এইটো ৰাখকচোন চেতিয়া।"

"গণ্টি কৰিব লাগিব।" —লওঁ-নলওঁকৈ লেফাফাটো লৈ চেতিয়াই মন্তব্য কৰিলে।

"যোৱা এসপ্তাহৰ পুৰা হিচাপ আছে ইয়াত। পাঁচকৈ ধৰিছোঁ শত।"

"মোৰটো হ'ব বাৰু। পৰিদৰ্শনত আহিব লগাজনৰ কাৰণে বিছ এটা ৰাখিব।" —শইকীয়াই হিচাপ কৰি চালে। পৰিদৰ্শনত অহাজনক শত দুই কৈ দিলে তেওঁ লোকচান ভৰিব নেলাগে। চেতিয়াই কথাটো বেয়া নেপালে।

"সন্ধিয়াৰ পিছত কি কৰে?" —চালানখন ফাইলত ভৰাই ৰচিদ কাটি দিলে চেতিয়াই।

"এঃ! নক'ব আৰু হাজাৰটা লেঠা। ঠিকা-ঠুকলিৰ কথা জানেই। গাঁও পঞ্চায়তৰ কামো ঢেৰ। ৰাজধানীৰ পৰাও ইজন-সিজন আহিয়েই থাকে। কওকচোন কিয় সুধিলে?" —হাজৰিকাই আগ্রহেৰে সুধিলে।

"আহিবচোন কেতিয়াবা ৰাতিৰ ফালে ইয়ালৈ। মই অকলেই থাকোঁ। আপোনাৰ নিচিনা দুই-এজন আহিলে সন্ধিয়াটো ভাল লাগিব।" —এইবাৰো ইঙ্গিতটো বুজিলে হাজৰিকাই। তেওঁৰো অভ্যাস আছে সুবিধা পালে দুই-এটা সন্ধিয়া মাজে-মধ্যে গোলাপী নিচাৰে ৰঙীণ কৰাৰ। পিছে ৰাজনৈতিক ভৱিষ্যতৰ কথা মনত ৰাখি তেনেকুৱা কাম-কাজবোৰ ইমান মুকলিমুৰীয়াকৈ কৰিব নোৱাৰি। মুখৰ বাহিৰৰ মুখাখনেহে ৰাজনীতিৰ পথাৰত কাম দিয়ে বেছি।

"পিছে ইয়াত গোটেইখন ৰধৌ-ধৌ। তাতকৈ মোৰ অফিচলৈকে আহিব। জিৰণি ল'ব পৰাকৈ আছুতীয়া কোঠা আছে। মানুহে নেদেখে। গাঁৱৰ কথাতো। কেনেবাকৈ কথাবোৰ ওলাব লাগিলে বদনাম হ'ব।" —নিজৰ ৰাজনৈতিক ভৱিষ্যৎ লৈ হাজৰিকা সচেতন। স্ফূৰ্তি কৰিবলৈ গৈ ইমান কষ্ট কৰি গঢ়ি অনা ভৱিষ্যৎ নষ্ট কৰিব নোৱাৰে তেওঁ। সেইবোৰ কামৰ কাৰণে সেয়ে বেলেগ ব্যৱস্থা কৰি থোৱা আছে তেওঁৰ।

উপ-পৰিদৰ্শক চেতিয়াই হাজৰিকাৰ মুখলৈ চালে। ভৱিষ্যৎ আছে তেনেকৈ সাধাৰণ যেন লগা গাঁৱৰ এই ব্যৱসায়ী ৰাজনীতিকৰ। খেয়াল হ'ল তেওঁৰ, লম্বা দৌৰৰ ঘোঁৰা পুৰন্দৰ। ভাল সম্বন্ধ এটা ৰাখি থ'ব পাৰিলে ভাৱিষ্যতে কামত আহিব পাৰে। কথাটো ভাবি চেতিয়াৰ মনটো ভাল লাগিল।

"অহাকালিলৈ সন্ধিয়া হ'ব নেকি? যা-যোগাৰ আছেনে?"

"হ'ব হ'ব। আপুনি সেইবোৰ চিন্তা কৰিব নেলাগে। গৰম পৰিছে ভালকৈয়ে। অকণমান দেৰীকৈ বহিলেই ভাল লাগিব নেকি? আঠ মান বজাত মোৰ মানুহে আপোনাক লৈ যাবহি।"

"বঢ়িয়া হ'ব। মই ৰৈ থাকিম।" —শিবিৰৰ গুদামত বস্তু নমোৱা শেষ কৰি ট্ৰাকখন আহি অফিচৰ সন্মুখতে ৰ'লহি। মুটিয়া আৰু ড্ৰাইভাৰকিটাই ট্ৰাকৰপৰা ননমাকৈয়ে নিজৰ ভিতৰতে ডাঙৰ ডাঙৰকৈ কিবাকিবি কথা পতাত লাগিল। পুৰন্দৰো চকী এৰি থিয় হ'ল। চেতিয়াই নিজেই বাহিৰ ওলাই তেওঁক বিদায় দিলে।

ট্ৰাকত বহি পুৰন্দৰে সন্মুখৰ আইনাৰে দূৰৈৰ আকাশখনলৈ চকু দিলে। এই ভৰ বাৰিষাৰ সময়তো ক'তো এচপৰা ডাৱৰ দেখিবলৈ নাই। দিন ভাল হৈছে হাজৰিকাৰ। ভবানী বৰুৱাই কলেজৰ প্ৰিন্সিপালৰ পদৰ পৰা ইস্তফা দিছে। মানুহটোৰ গত্যন্তৰ নাছিল তাৰ বাহিৰে। হাজৰিকাই কিবা এটা কৰোঁ বুলি লাগিলে কোনো বাধা নেমানে। ভবানী বৰুৱা মমৰ পুতলা। দুয়োমূৰে জ্বলাব পাৰি মমৰ পুতলাক।

মনত পৰিল গুৱাহাটীলৈ যাওঁতে বাছত লগ পোৱা বিজনলাল চৌধুৰীকো। কি আছিল ল'ৰাটোৰ নাম? অঁ, মনত পৰিছে--বিক্ৰমাদিত্য। কটন কলেজত পঢ়িবলৈ গৈছে সুন্দৰপুৰ গাঁৱৰ ল'ৰা। ভাল কথা, বিজন চৌধুৰীৰ পৰিয়ালৰ উন্নতি হৈছে, সুন্দৰপুৰ গাঁৱৰ ল'ৰা এটা ইমান এখন ডাঙৰ কলেজত পঢ়িবলৈ গৈছে; নিশ্চয় ভাল কথাই হৈছে। কিন্তু বিজন চৌধুৰীয়ে এবাৰো নক'লে পুৰন্দৰক পুতেকৰ কৃতিত্বৰ কথা। পুৰন্দৰ অকল ব্যৱসায়ীয়েইতো নহয়, গাঁও পঞ্চায়তৰো সভাপতি, সেই কথা পাহৰি গ'ল নে কি চৌধুৰীয়ে? নে ভবানী বৰুৱাৰ লগত থকা বন্ধুত্বৰ কাৰণেই আওকাণ কৰিলে তেওঁ পুৰন্দৰক। ভাল কাম কৰা নাই চৌধুৰীয়ে। পুৰন্দৰ হাজৰিকাক গুৰুত্ব দিব নোখোজাসকলৰ লগত হাত মিলাই নিজৰ লগতে একমাত্ৰ পুত্ৰৰ ভৱিষ্যতো কণ্টকাকীৰ্ণ কৰিব খুজিছে মানুহটোৱে। সময়ত বিপদত পৰিলে ৰক্ষা কৰোঁতা কোনো নেথাকিব সেই কথা হয়তো মনলৈকো অহা নাই তেওঁৰ। ট্ৰাকৰ খিৰিকীৰে আকৌ এবাৰ দূৰলৈ চালে হাজৰিকাই। মনত ৰাখিব লাগিব বিজন চৌধুৰীকো, যিদৰে মনত ৰাখিছে তেওঁ ভবানী বৰুৱাক।

ট্ৰাকখন আহি পঞ্চায়ত অফিচৰ সন্মুখত ৰ'লহি। চকীদাৰটো দৌৰি আহি অফিচৰ তলা খুলি দিলে। সভাপতিৰ চকীখনত
বহি এটা চিগাৰেট জ্বলালে পুৰন্দৰে।

"চাহ বনাম নেকি ছাৰ?" —চকীদাৰটোৱে অফিচ ৰুমৰ খিৰিকীবোৰ খুলি দিলে। চোকা ৰ'দ এজাক সোমাই আহিল ইমান দেৰী আন্ধাৰ হৈ থকা পুৰণি অফিচ ঘৰটোলৈ।

হাজৰিকাই মূৰ জোঁকাৰিলে—চাহ খাবলৈ মন যোৱা নাই তেওঁৰ। ভবানী বৰুৱা আৰু বিজনলাল চৌধুৰীৰ মুখ দুখন এতিয়াও চকুৰ আগত ভাহি আছে আকাশত ভাহি থকা শাওণ মাহৰ ক'লা ডাৱৰৰ দৰে। চিগাৰেটটোত ডাঙৰকৈ হোপা এটা মাৰি তেওঁ নাকে-মুখে এসোপা ধোঁৱা উলিয়াই দিলে, যেন ধোঁৱাৰ কুণ্ডলীৰে ঢাকি ধৰিব সেই দুখন কালিকা লগা মুখ।

চিগাৰেটটো মুখত লৈ থাকিয়েই পুৰন্দৰে কোঠাটোৰ এচুকে থকা কাঠৰ আলমাৰিটোত ওলমি থকা টাইগাৰ ব্ৰেণ্ডৰ তলাটো খুলি পেলালে। খাকী ৰঙৰ বকলা লগোৱা শকত ফাইল এটা উলিয়াই পঞ্চায়তৰ তত্ত্বাৱধানত এই বছৰ কৰিবলগা উন্নয়নমূলক আঁচনিকিখনৰ ওপৰত আকৌ এবাৰ চকু ফুৰালে। আঁচনিকিখন ৰূপায়ণত সৰ্বমুঠ ব্যয় হ'ব বিছ লাখ। হিচাপ কৰি চালে মনে মনে। আঁচনি ৰূপায়ণৰ খৰচ আৰু সংশ্লিষ্ট বিষয়া, নেতা-পালিনেতাক দিব লগাখিনি এৰি হাতত অন্ততঃ লাখৰ ওচৰা-ওচৰি অংশ এটা থাকি যাব। ফেব্ৰুৱাৰী মাহৰ ভিতৰতে পইচাখিনি মোকলাই অনাৰ বন্দবস্ত কৰিব লাগিব। পাঁচ বছৰীয়া পৰিকল্পনাৰ ভিতৰৰে এইকিখন আঁচনিৰ কাম এই বছৰ কৰিব পাৰিলে অহা বছৰলৈ সৰহ অনুদান উলিয়াব পৰা যাব। তাৰ কাৰণে আৰু কেইখনমান নতুন আঁচনিৰো ব্যৱস্থা কৰিব লাগিব।

জলসিঞ্চন আৰু বানপানী নিয়ন্ত্ৰণৰ আঁচনিৰ ওপৰতে বেছি জোৰ দিব লাগিব। বাৰিষাৰ দোকোলটকা বানৰ তাণ্ডৱত কিমান মথাউৰি ছিগিল, কিমান খেতি পথাৰত পানী যোগান ধৰা হ'ল সেইবোৰৰ সঠিক হিচাপ চীফ্ ইঞ্জিনীয়াৰেও ৰাখিব নোৱাৰে। পুৰন্দৰৰ নিচিনা ঠিকাদাৰৰ কথাই এইবোৰ ক্ষেত্ৰত শেষ কথা।

মুখৰ চিগাৰেটটো সন্মুখৰ খোলা দুৱাৰেদি বাহিৰলৈ দলিয়াই দিলে হাজৰিকাই। পুৰণা গানৰ কলি এটা মনত পৰিল তেওঁৰ। শৰীৰৰ শিৰাই শিৰাই ডেকা তেজৰ উন্মাদনা অনুভৱ কৰিলে। চেতিয়াৰ লগত কটাব খোজা সন্ধিয়াটোৰ কল্পনা কৰি সামান্য উত্তেজনা জাগিল শৰীৰত। সুহুৰি বজাই গানটোৰ প্ৰথম কলি দুটা গোৱাৰ চেষ্টা কৰিলে সুন্দৰপুৰ গাঁও পঞ্চায়তৰ ডেকা সভাপতিগৰাকীয়ে।

# এঘাৰ

স্কুললৈ যাবলৈ ওলাইছে চন্দ্ৰালী। হেমপ্ৰভাই পুতেক জয়ন্তৰ মূৰ আঁচুৰি দিছে। সিও যাব স্কুললৈ বায়েকৰ লগতে।

"মা চুলিখিনি ঠিক কৰি দিয়ানা।" —আইনাৰ আগত বৈ চন্দ্ৰালীয়ে চুলি আঁচুৰিছিল। দীঘল চুলিখিনিত বেণী গুঠিবলৈ লৈ মাকলৈ চালে তাই। মেলা চুলিকোছাৰ মাজেৰে যেন ওলাই আহিছিল একাদশীৰ জোন। হেমপ্ৰভাৰ বুকুখন ভৰি আহিল।

"ইমানজনী হ'লি এতিয়াও চুলিখিনিকে ঠিক কৰি ল'ব নোৱাৰ। কি যে হ'ব তোৰ।"

"কিনো হ'ব মোৰ। তুমি আছাই দেখোন।" মুখ পাতি ধৰিলে তাই মাকক।

"অঁ, সদায় থাকিম মই তোৰ লগত।" চুপতি কৰিবৰ মন গ'ল হেমপ্ৰভাৰো।

"নাথাকিবা কিয় ? মইনো ক'লৈ যাম ?"

"মই যৌতুকত গ'লেহে হ'ব।" —হেমপ্ৰভাই কৌতুক কৰিলে। আউল লগা চুলিখিনি ফণিয়াই থকাৰ পৰাই চন্দ্ৰালীয়ে মাকৰ ফালে চালে।

"যৌতুক মানে কি মা ?" —ইমানপৰে মাক-বায়েকৰ কথা শুনি থকা জয়ন্তই মাকৰ কথাৰ জেৰ টানিলে।

"ইঃ এই পেন্দুকণাটোলৈ চোৱা। যৌতুক মানে কি বুজিবলৈ লাগে! যোৱা যোৱা কিতাপ বেগত ভৰোৱাগৈ।" চন্দ্ৰালীয়ে ভায়েকক দৌৰালে পঢ়া টেবুললৈ।

"মা, তুমি বাৰু ভাইটিৰ আগতে সেইবোৰ কথা কোৱা নে?"

"পিছে কি হ'ল ? চব ছোৱালীয়েইতো এদিন নহয় এদিন নতুন এখন ঘৰলৈ যায়গৈ। মাক-বাপেকে ছোৱালী তোলে আনৰ কাৰণেহে। যাবৰ সময়ত পেটৰ পোৱালি দুখত নপৰিবলৈ যি পাৰে কিবাকিবি দি পঠায়। আমাৰ সমাজত সেয়াই যৌতুক।"

"হ'ব, হ'ব সেইবোৰ বকলা মেলিব নেলাগে এতিয়া। ক'লৈকো পঠাব নোৱাৰা মোক। তোমালোকক এৰি ক'লৈকো নেযাওঁ মই। দিয়া দিয়া মোৰ চুলিখিনি বান্ধি দিয়া, দেৰী হ'ব নহ'লে।" —গহীন হৈ পৰা হেমপ্ৰভাৰ মুখলৈ চাই আব্দাৰ ধৰিলে চন্দ্ৰালীয়ে। হুমুনিয়াহ এটা কাঢ়ি ফণিখন তুলি লৈ হেমপ্ৰভাই জীয়েকৰ চুলি আঁচুৰিলে। বেণী দুডালত বান্ধি দিয়া ফিটাকিডালেৰে বছৰাৰ গোলাপ ফুলালে পাটগাভৰু জীয়ৰীৰ চুলিৰ ভাঁজত। ক্ষন্তেক সময় একেথৰে চাই থাকি জীয়েকৰ মুখৰপৰা চকু ঘূৰালে হেমপ্ৰভাই।

"নোযোৱাকৈ কেনেকৈ থাকিবি আই ? এয়াই সমাজৰ নিয়ম, প্ৰকৃতিৰো। নহ'লে সমাজো নেথাকিব, সৃষ্টিও ধ্বংস হ'ব।"

"জানো ৰাতিপুৱাই তুমি এইবোৰ কি আবোল-টাবোল বকিছা।"

প্ৰসঙ্গ সলালে হেমপ্ৰভাই।

"যোৱাকালি তাঁৰেয়েৰ আহিছিল। বিক্ৰম কালিলৈ পাবহি। পূজাৰ বন্ধ দিছে কলেজত। এমাহমান ঘৰতে থাকিবহি।" —বিক্ৰমৰ নাম শুনি চন্দ্ৰালীৰ দুগালত পুৱাৰ আকাশৰ ৰং লাগিল। আঁৰ চকুৰে মাকলৈ চালে তাই।

"অহা বছৰ ময়ো যাম গুৱাহাটীলৈ।"

"দেউতাৰে দেখোন কৈছে পূজাৰ বন্ধত আমি চব গুৱাহাটীলৈ ফুৰিবলৈ যোৱাৰ কথা। এই বছৰেই যাব পাৰিবি দে ভগৱানে কৰিলে।"

"মই পঢ়িবলৈ যোৱাৰ কথা কৈছোঁ। কটন কলেজত পঢ়িম মই।" —বেণীদুডাল সন্মুখলৈ আনি ফিটাকিডালৰ ওপৰেৰে হাত বুলালে চন্দ্ৰালীয়ে।

"দেউতাৰক ক'বা। মই সেইবোৰ কি জানো।"

"মই ভালকৈ পাছ কৰিম। দেউতাই ৰিজাল্ট ভাল হ'লে পঠাম বুলি কেতিয়াবাই কৈ থৈছে মোক।"

"বাঃ! বাপেক-জীয়েকে আগতেই চব ঠিক কৰি থৈছে। মোক এতিয়া কৈ দায় সাৰিছে চোৱা।" —হেমপ্ৰভাই চন্দ্ৰালীৰ খং তুলিবলৈ চালে।

"ইঃ! কিয় হ'ব। দেউতাই তোমাক নোকোৱাকৈ আছেনে?" —জয়ন্তক মাতি মাতি সোমাই অহা দেউতাকৰ পিনে চাই ক'লে চন্দ্ৰালীয়ে।

অহা বছৰ মেট্ৰিক দিব তাই। ৰিজাল্ট ভাল নোহোৱাৰ কথা নাই। কটন কলেজত পঢ়িব খুজিছে ছোৱালীজনীয়ে। হেমপ্ৰভাৰ ইচ্ছা নাছিল ইমান দূৰলৈ পঠাবলৈ। ভবানী বৰুৱাই একে আষাৰে হেমপ্ৰভাৰ আপত্তি খণ্ডন কৰিলে।

"বুদ্ধিমতী ছোৱালী তোমাৰ। কিয় নপঢ়িব নিজৰ ভাল লগা বিষয়, নাম থকা ভাল এখন কলেজত? ছোৱালীক পাতৰ তল কৰি ৰখাৰ দিন কেতিয়াবাই উকলি গৈছে। আৰু আমাৰ নিচিনা মানুহৰ ছোৱালীয়েই যদি নিজৰ পচন্দ মতে নিজৰ জীৱনটো গঢ় দিবলৈ সুবিধা নেপাই কেনেকৈ দেশৰ কোটি কোটি নিৰক্ষৰ চহা-হজুৱাৰ ছোৱালীয়ে পুৰুষৰ লগত সমানে কান্ধ মিলাই আগবঢ়াৰ সুবিধা পাব?" —গিৰিয়েকৰ কথা শুনি হেমপ্ৰভাই পুতেকৰ কথা ভাবিলে। বায়েকক এক মুহূৰ্তও এৰিব নোখৰা ল'ৰাটোৱে তাইঁ আঁতৰি যোৱাৰ পিছত কি বিহু দেখুৱাই ঠিকনা নাই।

"তাইৰ ভালটোৱেই কৰিব লাগিব। সময়ত ভগৱানেই পথ দেখুৱাব। তাই যদি কটন কলেজতেই পঢ়িবলৈ বিচাৰিছে তাকে কৰক। বিক্ৰমো আছে যেতিয়া মোৰ চিন্তাও নেথাকিব বেছি।" —ভবানী বৰুৱাৰ মনত পৰিল। যোৱা বছৰ গুৱাহাটীলৈ যোৱাৰ আগদিনা ল'ৰাটোৱে গোটেই সন্ধিয়াটো কটাইছিল চন্দ্ৰালীৰ লগত সি যাবৰ দিনা পুৱাই তায়ো গৈ

তাৰেঁয়েকৰ ঘৰ পাইছিলগৈ। তেনেই স্বাভাৱিকভাৱে ল'ৰা-ছোৱালীহাল ওচৰ চাপিছে ইটোৱে-সিটোৰ।

স্কুললৈ যোৱাৰ সময় হৈছিল। হেমপ্ৰভাই ল'ৰা-ছোৱালী দুয়োটাকে খুৱাই-বুৱাই উলিয়াই দিলে। কলেজৰ দায়িত্ব এৰাৰ পৰা ভবানী বৰুৱাই এইটো নতুন দায়িত্ব লৈছে, জীয়েক-পুতেকক স্কুলত থৈ অহাৰ। খোজকাঢ়ি গৈ স্কুল পোৱালৈকে এই আধা ঘণ্টা সময় নানা কথা পাতে তেওঁ জীয়েকৰ স'তে। দেউতাকৰ আঙুলিত ধৰি ফৰিং এটাৰ দৰে জঁপিয়াই জঁপিয়াই যোৱা জয়ন্তৰ খোজৰ গতি লেহেম হ'লে অকণমান ৰৈ দিয়ে দুয়োটাই মাজে মাজে। বাপেকৰ আঙুলি এৰি লৰ মাৰি গৈ সি বায়েকৰ আঙুলিত ধৰে। বৰুৱাৰ মনটো শৰতৰ আকাশৰ দৰে ফৰকাল হৈ পৰে। পুৰন্দৰ হাজৰিকাই চক্ৰান্ত কৰি তেওঁ নিজ হাতে তিল্‌তিলকৈ গঢ়ি তোলা কলেজখন এৰি যাবলৈ বাধ্য কৰোৱাৰ দুখো এই সময়ত পাহৰি যায় ভবানী বৰুৱাই।

আচৰিত লাগে তেওঁৰ হাজৰিকাৰ এইবোৰ কাৰচাজিৰ কথা ভাবিলে। প্ৰাথমিক স্কুলত পঢ়াৰে পৰা দেখিছে এই মানুহটোক। হাফ্‌পেণ্ট আৰু গেঞ্জী পিন্ধি দেউতাকৰ হাতত ধৰি যি বাৰ প্ৰথম পুৰন্দৰ বৰুৱাহঁতৰ ঘৰলৈ আহিছিল তেতিয়াই ল'ৰাটোৰ চকুত [illegible]া এটা ভাল নলগা চাৱনি দেখিছিল ভবানী বৰুৱাই। বৰুৱাৰ দেউতাকৰ সহায় বিচাৰি অহা বকুল হাজৰিকাই তেনেকৈ পুৰন্দৰক বৰুৱাৰ ঘৰলৈ লৈ অহাটো যেন তাৰ ভাল লগা নাছিল অকণো। ভবানীয়ে অৱশ্যে লগে লগেই নিজৰ কোঠালৈ মাতি নি পুৰন্দৰক ইটো-সিটো দেখুৱাই, কথা-বতৰা পাতি সহজ সম্বন্ধ এটা পাতিবৰ চেষ্টাই কৰিছিল। মেট্ৰিক পাছ কৰি ব্যৱসায় আৰম্ভ কৰা পুৰন্দৰক প্ৰথমবাৰ ৰাস্তা বনোৱাৰ ঠিকা পাওঁতে কাম আৰম্ভ কৰিবলৈ প্ৰয়োজন হোৱা টকাৰ কিছু অংশও তেৱেঁই দি সহায় কৰিছিল। আঞ্চলিক পঞ্চায়তৰ সভাপতিৰ কাৰণে হোৱা নিৰ্বাচনতো পুৰন্দৰক বিনাদ্বিধাৰে সহায় কৰিছে তেওঁ। কোনো দিনেই তেওঁ সেই মানুহটোৰ প্ৰতি কোনো অসূয়া-অপ্ৰীতিৰ ভাব ৰখা নাই মনত।

হয়। হাজৰিকাৰ কিবাকিবি কামৰ প্ৰতিবাদো কৰিবলগা হৈছে কেতিয়াবা কেতিয়াবা ৰাইজৰ আৰু অঞ্চলটোৰ স্বাৰ্থত। সুন্দৰপুৰ আৰু বৰপথাৰ কছাৰী গাঁৱৰ মাজৰ পকী দলংখন পুৰন্দৰেই বনাইছিল। গাঁৱৰ ল'ৰাখিনিয়ে দলংখনৰ কাম বেয়া হোৱা বুলি কোৱাত তেওঁ কাৰ্যবাহী অভিযন্তাজনক দলঙৰ কামৰ চৰজমিন তদন্ত কৰিবলৈ অনুৰোধ কৰিছিল। চীফ্ ইঞ্জিনীয়াৰৰ অফিচৰপৰা আহিছিল তদন্তকাৰীৰ দল। কাম ঠিক মতে নোহোৱাৰ কাৰণে গড়কাপ্তানী বিভাগে হাজৰিকাক সকীয়নি দিয়াৰ উপৰি বিলৰ পঞ্চাছ শতাংশ কৰ্তন কৰিছিল। হয়তো সেই কাৰণেই তেওঁক বেয়া পাইছে পুৰন্দৰ হাজৰিকাই। ভবানী বৰুৱাই সেইখিনি কৰিছে ৰাজহুৱা স্বাৰ্থত। পুৰন্দৰৰ নিচিনা মানুহক ৰাজহুৱা স্বাৰ্থৰ কথা শিকোৱাৰ প্ৰয়োজন নাই। ৰাজনীতি কৰা মানুহে সেইবোৰ ভবানী বৰুৱাতকৈ বেছিকৈহে

জানে। মনৰ মাজত জুমুৰি দি ধৰা এই ভাববোৰ জোৰকৈয়ে আঁতৰাই থ'লে বৰুৱাই।

জীয়েক-পুতেকক স্কুলত থৈ ভবানী বৰুৱা ঘৰলৈ ঘূৰিল। আকৌ কিছুমান নতুন সমস্যাৰ কথা চিন্তা কৰিব লগা হৈছে তেওঁ। অস্থায়ী শৰণাৰ্থী শিবিৰত বয়-বস্তু যোগানৰ ঠিকা-ঠুকলিৰ কথা লৈও গাঁৱৰ ডেকা ল'ৰাখিনি বিতুষ্ট। এই সকলোবিলাক কাম-কাজৰ দায়িত্ব পুৰন্দৰ হাজৰিকাই নিজে আৰু তেওঁৰ অনুগত মানুহ কেইজনমানৰ মাজতে ভগাই লৈছে। আনুসঙ্গিক কাম-কাজখিনিৰ কাৰণেও তেওঁলোকে বাহিৰৰপৰা বনুৱা-কৰ্মচাৰী আনিছে। গাঁৱৰ নিবনুৱা ডেকা ল'ৰাখিনিয়ে আশা কৰিছিল সৰু-সুৰা কিবাকিবি কাম দুই-এটা তেওঁলোকেও পাব বুলি, একো নেপালে। ল'ৰাখিনিয়ে ভবানী বৰুৱাক ধৰিছেহি, বিষয়টো তেওঁ অলপ চালি-জাৰি চাই সংশ্লিষ্ট মানুহখিনিক জনাব লাগে।

বৰুৱাই কথাবোৰ ভাবি ভাবি আহি আছে ৰাস্তাৰে। আঁতৰি থাকিব খুজিছিল তেওঁ গাঁৱৰ এইবোৰ জঞ্জালৰ পৰা। কিন্তু থাকিব পাৰিলে জানো? নিজৰ গাঁও, নিজৰ মানুহ! ককাক-দেউতাকক দেখিছে ভবানী বৰুৱাই—গাঁৱৰ প্ৰতিটো কথা, প্ৰতিটো কামকে নিজৰ বুলি লোৱা, বিপদে-আপদে হালোৱা-হজুৱা সকলোকে অকাতৰে সহায় কৰা সেই মানুহ দুজনক সন্মান কৰে গাঁৱৰ সকলোৱে। অজাতশত্ৰু আছিল ককাক, দেউতাক। তেওঁবো ধমনিৰে একে তেজেই বৈছে। কেনেকৈ আজি এৰি দিব পাৰে তেওঁ সেই পৰম্পৰাটান। কেতিয়াবা তিতা-কেহা লগা হেমপ্ৰভাই কয়— কিয় তেওঁ লাগি থাকে এইবোৰ ৰাজহুৱা কামত। নিজৰ খেতি-খোলা, ব্যৱসায়-বনিজ লৈ ব্যস্ত হওক। ভবানী বৰুৱাই জানে তেওঁক সান্ত্বনা দিবলৈহে তেনেকৈ কয় মানুহজনীয়ে। আচলতে হেমপ্ৰভাইও নিবিচাৰে গিৰিয়েকে কেৱল নিজৰ কাম, নিজৰ সংসাৰকে লৈ ব্যস্ত হওক। গাঁওখন, মানুহবোৰ অকল ভবানী বৰুৱাৰে নহয়, হেমপ্ৰভাৰো বুকুৰ কুটুম!

"স্কুলৰ পৰা আহিলা?" —বিজন চৌধুৰীৰ মাত শুনি বৰুৱা বাস্তবলৈ ঘূৰি আহিল। ক'ব নোৱৰাকৈয়ে ঘৰৰ পদূলি পালেহি তেওঁ। গাঁৱৰ ল'ৰাখিনি তেওঁৰ ওচৰলৈ কিবাকিবি কথা আলোচনা কৰিবলৈ বুলি আজি দুপৰীয়া আহিব বুলি পোৱা খবৰটো চৌধুৰীক যোৱাকালিয়েই কৈ থৈছিল।

"অঁ। ব'লা ব'লা কিবা এটা খাই লওঁ। ল'ৰাখিনি পাৰ্বহিয়েই অলপ পাছতে।" —পুৰন্দৰৰ চিন্তা মনৰপৰা আজুৰি আঁতৰাই ভবানী বৰুৱা ঘৰৰ ভিতৰ সোমাল।

"কি কথা লৈ আহিব খুজিছে ল'ৰাহঁত?" —চৌধুৰীয়ে ভবানী বৰুৱাৰ খোজত খোজ মিলালে।

"অস্থায়ী শৰণাৰ্থী শিবিৰটোৰ কাম-কাজ আৰু পঞ্চায়তৰ অধীনত হ'বলগা কিবাকিবি আঁচনি কিছুমানৰ কথা আলোচনা কৰিবলৈ আহিম বুলিছে। গোটেইবোৰ কথা সিহঁত আহিলেহে জানিম।"

বিজন চৌধুৰীয়ে চিন্তা কৰিলে। কলেজৰ দায়িত্বৰপৰা ভবানীক অব্যাহতি দিয়াৰ আঁৰত যে পুৰন্দৰ হাজৰিকাই আছিল সেই কথা নজনা মানুহ নাই। শৰণাৰ্থীবিলাকৰ শিবিৰটো লৈও হাজৰিকাই গাঁৱৰ ল'ৰাখিনিক আভুৱা ভাৰিছে বুলিহে ইকাণ-সিকাণ হৈছে। পুৰন্দৰ হাজৰিকা যেন ভবানী বৰুৱাক লৈ দিনে দিনে বেছি চিন্তিত হৈ পৰিছে। সময়ত গৈ এই দুই পুৰুষৰ মাজত এখন কুৰুক্ষেত্ৰৰে সৃষ্টি হ'বগৈ যেন লাগিল বিজন চৌধুৰীৰ।

হেমপ্ৰভাই দুয়োলৈকে লোটা গামোচা আগবঢ়াই দিলে। দুয়ো সখিয়ে নীৰৱেই মুখ-হাত ধুই খোৱা মজিয়াত বহিল। দুয়ো অনুভৱ কৰিলে গাঁওখনত কিবা এটা যেন অশুভ ঘটনা ঘটিবৰ উপক্ৰম হৈছে।

# বাৰ

কাহিলি পুৱাতে ৰেলখন আহি সুন্দৰপুৰ পালেহি। ওৰে ৰাতি কাঠৰ বেঞ্চ এখনতে বহি আহিব লগা হৈছিল বিক্ৰম। মিটাৰগজৰ ওপৰেৰে চলা ৰেলগাড়ীখনৰ ডবাকিটা হালি-দুলি আহিছিল গুৱাহাটীৰ পৰা শিমলুগুৰিলৈকে এই দীঘল পথছোৱা। মানুহেৰে ঠাহ খাই থকা ডবাটোত কুচি-মুচি বহি থকা কোনো এজন যাত্ৰীয়েই নিশ্চিন্তে এঘুমটি মাৰিব পৰা নাছিল। ৰেলৰ জোঁকাৰণিৰ লগে লগে হালি-দুলি ইজনে-সিজনৰ কান্ধ নহ'লে মূৰত খুন্দা মাৰি বাৰে বাৰে সাৰ পাই উঠিছিল। পেছেঞ্জাৰ গাড়ী হোৱাৰ কাৰণে সৰু-ডাঙৰ যিকোনো ষ্টেচনতে ৰইছিল গাড়ীখন। গাড়ীৰ হেন্দোলনিৰ লগে লগে বিক্ৰমৰ মনৰ মাজতো উঠিছিল ভাবৰ হেন্দোলনি। মেইল আৰু এক্সপ্ৰেছ গাড়ীৰ বাহিৰেও যেতিয়াই তেতিয়াই য'তে-ত'তে মালগাড়ীকো 'পাছ' দিব লগা হৈছিল গাড়ীখনে। যুদ্ধৰ সময়ত মানুহতকৈ বয়-বস্তুৰ চাহিদা বেছি। যুদ্ধ নামৰ এই নৰমেধ যজ্ঞত আহুতি দিবলৈ অনেক বস্তুৰ প্ৰয়োজন। লাখ লাখ সৈন্যৰ কাৰণে ৰচদ পাতি,কাপোৰ-কানি, কামান, বৰটোপ, গুলী-বাৰুদ, গাড়ী-মটৰ, মানুহৰ লগতে খেতি-খোলা, কল-কাৰখানা আৰু চহৰ-নগৰ মুহূৰ্ততে ধূলিসাৎ কৰিব পৰাকৈ যুঁজাৰু বিমান, টৰ্পেডো আৰু মিছাইল কঢ়িয়াবলৈ জাহাজ আৰু চাবমেৰিন আদি কত ধৰণৰ আহিলা-পাতি কোটি কোটি মানুহৰ পেটৰ ভাত মাৰি শাসকসকলে যোগাৰ কৰে, উদ্দেশ্য এটাই, ক্ষমতা দখল। মুষ্টিমেয় শাসক গোষ্ঠীৰ ধন আৰু ক্ষমতালিপ্সা পূৰ্ণ কৰিবলৈ বলি দিয়া হয় সংখ্যাতীত সৈনিকক, সাধাৰণ নাগৰিকক। সেয়ে যুদ্ধৰ সময়ত সকলো কথাতে প্ৰথম স্থান পাই যুদ্ধৰ বাবে প্ৰয়োজনীয় সামগ্ৰীৰ উৎপাদন আৰু পৰিবহনে। সাধাৰণ নাগৰিকক বুজোৱা হয় যুদ্ধ হৈছে তেওঁলোকৰেই উজ্জ্বল ভৱিষ্যতৰ সন্ধানত। সেয়ে নাগৰিকসকলে অকুণ্ঠচিত্তে সমৰ্থন আগবঢ়াব লাগিব সমৰসজ্জাৰ প্ৰতিটো প্ৰয়োজন পূৰাবলৈ। পূব-পাকিস্তানৰ মাটিত হোৱা 'মুক্তি যুদ্ধ'ৰ সাফল্য নিৰ্ভৰ কৰিছে অসম তথা ভাৰতৰ জনসাধাৰণৰ অকুণ্ঠ সমৰ্থন আৰু স্বাৰ্থ ত্যাগৰ ওপৰতে। সেয়ে যাত্ৰীবাহী ৰেলগাড়ীয়ে কঢ়িয়াই নিয়া হাজাৰ হাজাৰ যাত্ৰীয়ে 'পাছ' দিবই লাগিব যুদ্ধৰ কাৰণে সামগ্ৰী কঢ়িওৱা মালগাড়ীবোৰক।

কোনোবা এটা সৰু ষ্টেচনত ৰৈ আছিল গাড়ীখন। খোলা খিৰিকীখনেৰে সি প্লেটফৰ্মলৈ চকু দিলে। হালধীয়া পোহৰ বিচ্ছুৰিত কৰি টাংষ্টেন বাল্ব কেইটামান অ'ত-ত'ত জ্বলি আছিল বিক্ষিপ্তভাৱে। দীঘল প্লেটফৰ্মখনতো শুই বহি আছিল ডবাটোৰ ভিতৰত থকা উদ্বাস্তুবোৰৰ নিচিনাই আন কিছুমান উদ্বাস্তু। জপৰা চুলি, শতছিন্ন ময়লা কাপোৰৰ

মাজেৰে সিহঁতৰ দুই চাৰিটাই চকু তুলি বিক্ৰম বহি থকা ডবাটোৰ ফালে আশাহীন দৃষ্টিৰে চাই পঠিওৱা তাৰো চকুত পৰিল।

ৰেলখনে যে আকৌ কোনোবা মালবাহী গাড়ীকে পাছ দিবলৈ তেনেদৰে সেই অখ্যাত ষ্টেচনটোৰ টিমটিমিয়া পোহৰত এডাল অভুক্ত সৰীসৃপৰ দৰে ৰৈ আছিল বিক্ৰমৰ দৰেই আন যাত্ৰীসকলেও জানিছিল সেই কথা। তথাপি মানুহবিলাক মাজে মাজে অতিষ্ঠ হৈ উঠিছিল। বিভিন্ন ধৰণৰ যাত্ৰীৰে ঠাহ খাই আছিল তৃতীয় শ্ৰেণীৰ সেই পুৰণি ডবাটো। বিক্ৰমে দেখিলে ডবাটোৰ চাৰিওখন বেৰত লিখা আছিল "সৰ্বোচ্চ চল্লিছজন যাত্ৰী বহিব"। ডবাটোৰ ইমূৰৰ পৰা সিমূৰলৈ চাই সি অনুমান কৰিলে কমেও এশজন মানুহে ডবাটোত ভিৰ কৰিছে। দুখন বেঞ্চৰ মাজৰ খালী ঠাই, অহা-যোৱা কৰাৰ কাৰণে ডবাটোৰ ইমূৰৰপৰা সিমূৰলৈ থকা কৰিডৰটো, আনকি দুয়োমূৰে থকা প্ৰসাধন কক্ষৰ সন্মুখৰ খোলা ঠাইখিনিতো যোনে যেনেকৈ পাৰে থিয় দিছে। তাৰ চকুত পৰিল বুকুত কেঁচুৱা লৈ বহু কেইজনী তিৰোতা মানুহে অকণমান জেগা বিচাৰি হাবাথুৰি খাইছে কান্দি থকা কেঁচুৱাৰ মুখত পিয়াহ দিবলৈ। শেষত উপায় নাপায় পিন্ধি থকা শতচ্ছিন্ন শাৰীৰ আগেৰে কোনোমতে কেঁচুৱাৰ মূৰ ঢাকি মুখত গুজি দিছিল শীৰ্ণ স্তনৰপৰা নিগৰি নিগৰি বোৱা অমৃতৰ ক্ষীণ ধাৰা। দিনটোৰ গৰম, ঠাহ খাই থকা মানুহখিনিৰ গাৰ পৰা ওলোৱা ঘামৰ গোন্ধ, ফেৰীৱালাৰ অহা-যোৱা, চিঞৰ-বাখৰ, তৰ্কা-তৰ্কি, চলন্ত গাড়ীৰ খিৰিকীৰে সোমাই অহা বতাহৰ সোঁ-সোঁৱনি, ডিজেল ইঞ্জিনৰ ধোঁৱা আৰু বতাহত উফৰি অহা ধূলি-বালি গাত সানি ৰাতিৰ এন্ধাৰ ফালি ঝক্‌ঝক্, খট্‌খট্ কৈ উঁকি মাৰি গৈ থকা ৰেলগাড়ী—এই আটাইবোৰ মিলি এটা বিচিত্ৰ পৰিবেশৰ সৃষ্টি হৈছিল ডবাটোৰ ভিতৰত। টিম্‌টিমাই জ্বলি থকা বিজুলী চাকিকিটা আৰু ইমানবোৰ মানুহৰ গাৰ গৰম শাঁত কৰিবলৈ বিৰামহীন গতিৰে ঘূৰি ঘূৰিও ভাগৰি নপৰা কলীয়া ৰঙৰ সৰু সৰু ফেনকিখনলৈ চাই চাই সি ভাবিছিল পাৰ হৈ যোৱা সময়খিনিৰ কথা। সি দেখা গুৱাহাটীখনৰ কথা, তাৰ চিনাকি কলেজখনৰ কথা। আৰু ভাবিছিল সি এৰি থৈ অহা তাৰ ঘৰখনৰ কথা, মাক-দেউতাকে তাক লৈ দেখা সপোনবোৰৰ কথা। তাতকৈও বেছিকৈ সি ভাবিছিল এজনী ছট্‌ফটীয়া পাটগাভৰুৰ কথা যি সুন্দৰপুৰৰ প্ৰতিটো দিনতেই আছিল তাৰ গাৰ ছাঁ। সেইজনী ছোৱালীৰ অশৰীৰী উপস্থিতিয়ে বিক্ৰমৰ এই সময়খিনিত ৰূপ লৈছে এটা নিলিখা কবিতাৰ, এটা নোগোৱা গানৰ, এটা বুজাব নোৱৰা অনুভূতিৰ! যাৰ চিঠিৰ প্ৰতিটো শব্দই একোটা সাঙ্গীতিক মূৰ্চ্ছনাৰে তোলপাৰ লগাই দিয়ে তাৰ কলিজাৰ প্ৰতি টোপাল অম্লবাহী ৰক্ত কণিকাত। সুন্দৰপুৰ এৰাৰ আগদিনালৈকে যি আছিল গাৰ ছাঁ, এতিয়া সিয়েই হৈ পৰিছে এক বায়বীয় উপস্থিতি, এক সতেজ উমাল অনুভূতি, যি তাৰ মগজু, তাৰ হৃদয়, তাৰ সত্তাৰ সৈতে হৈ গৈছে একাকাৰ। ৰেলৰ খিৰিকীৰে দেখা এন্ধাৰ আকাশৰ ধ্ৰুৱতৰা, গ্ৰীষ্মৰ দুপৰীয়া

আহতগছৰ তলৰ পথৰুৱা ছাঁ। দিনটোৰ গেলেপা লগা গৰম আৰু এজাক ঘৰ্মাক্ত মানুহৰ মাজত সোমাই উশাহ বন্ধ হ'ব খোজা বিৰক্তিকৰ ভ্ৰমণৰ সমস্ত ক্লান্তি নিমিষতে পাহৰি গ'ল সি। ইমানবোৰ মানুহৰ সৰব উপস্থিতিৰ মাজতো চন্দ্ৰালীৰ অশৰীৰী উপস্থিতি সি অনুভৱ কৰিলে তাৰ নিচেই কাষতে। সি তাৰ শৰীৰৰ ভিতৰত অনুভৱ কৰিলে এক পৰম প্ৰশান্তি।

এৰা! গুৱাহাটীত কটোৱা প্ৰতিটো লহমাত তাৰ হাত ধৰি খোজে খোজে খোজ মিলোৱা সেই অশৰীৰী উপস্থিতিয়েই তাৰ প্ৰেমাস্পদ, তাৰ চন্দ্ৰালী। সুন্দৰপুৰ এৰাৰ আগৰ সন্ধিয়া তাৰ চকুত চকু থৈ গোসাঁইৰ মূৰৰ ফুল তাৰ হাতত তুলি দি বিদায় দিয়া তাৰ আজন্ম চিনাকি পাটগাভৰু ছোৱালীজনী! অহৰ্নিশে উমি উমি তাৰ বুকুত জ্বলি থকা তুলসী তলৰ চাকি।

কেতিয়া আহি ৰেলগাড়ীখন সুন্দৰপুৰ ষ্টেচনত ৰ'লহি সি গমেই পোৱা নাছিল। যাত্ৰীবোৰৰ উঠা-নমাৰ হেঁচা-ঠেলা আৰু প্লেটফৰ্মৰপৰা ফেৰীৱালাবোৰে চাহ তামোল বেচিবলৈ কৰা চিঞৰ-বাখৰতহে সি সাৰ পালে। ষ্টেচনৰ বেৰত সুন্দৰপুৰ নামটো দেখি ততাতৈয়াকৈ থিয় হ'ল বহি থকা ছীটটো এৰি দি।

কম্পাৰ্টমেণ্টৰ ভিৰ ঠেলি ঠেলি সি খন্তেক পিছতে বাহিৰ ওলাল। হাতৰ এয়াৰ বেগটো কান্ধত ওলোমাই ল'লে। ষ্টেচনৰ দুয়োখন প্লেটফৰ্মতো ভগনীয়া মানুহবোৰে ঘৰ পাতিছে। ল'ৰা-ছোৱালী, মতা-তিৰোতা, বুঢ়া-মেঠা সকলো বয়সৰ মানুহ আছে। গুৱাহাটীৰ অলিয়ে-গলিয়ে, ৰেলৰে ষ্টেচন, বাছ ষ্টেচনৰ চুকে-কোণে বিয়পি পৰা, অনভ্যস্ত জনৰ পেটৰ নাড়ী-ভুঁৰু বাহিৰ কৰি দিব খোজা, সেই চিনাকি দুৰ্গন্ধ সি সুন্দৰপুৰ ৰেল ষ্টেচনৰ প্লেটফৰ্মতো পালে। উদ্বাস্তু মানুহৰ ভিৰে নগৰ-চহৰ, গাঁও-ভুঁইৰ পাৰ্থক্য নোহোৱা কৰিছে।

গেটত থিয় হৈ থকা চেকাৰৰ হাতত টিকটখন দি সি বাহিৰ ওলাল। ষ্টেচনৰ পৰা ঘৰলৈ কিছু দূৰ আছে। এয়াৰ বেগটো গধুৰ হৈ অহা যেন লাগিছিল তাৰ। সি মূৰটো সামান্য জোকাৰি মনটো অন্যফালে ঢাল খুৱাবৰ চেষ্টা কৰিলে। পূবৰ আকাশত কাহিলি কাহিলি পোহৰ হৈছিল। খোজৰ গতি খৰ কৰিলে বিক্ৰমে।

চন্দ্ৰালীৰ চিঠিৰ পৰাই সি গম পাইছিল দিখৌৰ চাপৰিত শৰণাৰ্থীৰ সংখ্যা দিনক দিনে বাঢ়িছে। পঞ্চায়তৰ সভাপতি পুৰন্দৰ হাজৰিকাই শিবিৰত দৰকাৰ হোৱা সকলোবোৰ বয়-বস্তু যোগানৰ ঠিকা-ঠকলি নিজৰ নামত কৰি লৈছে। তাৰৈয়েক ভবানী বৰুৱাই কলেজৰ গৱৰ্নিং বডীৰ সভাপতি আৰু প্ৰিন্সিপালৰ দায়িত্ব এৰি দিছে। পূব-পাকিস্তানত আৰম্ভ হোৱা যুঁজখন যেন সুন্দৰপুৰ নামৰ সিহঁতৰ শান্ত সমাহিত সৰু গাঁওখনলৈকো সম্প্ৰসাৰিত হৈছে। হোষ্টেলৰ আন কিছুমান ল'ৰাইও সিহঁতৰ গাঁওবিলাকতো একে ধৰণৰ কিছুমান ঘটনা ঘটাৰ খবৰ পাইছে। মুঠতে খুব খৰ গতিৰে সমগ্ৰ ৰাজ্যখনতে

কিছুমান আগতে কেতিয়াও নঘটা ঘটনা ঘটিবলৈ ধৰিছে। যেন ইমান দিনে ধীৰ গতিৰে বলি থকা বতাহ এজাকে হঠাতে গতি লৈছে। ধুমুহা অহাৰ আগজাননী সেয়া! বিক্ৰম আৰু তাৰ লগৰীয়াবিলাকে কথাবোৰ আলোচনাও কৰিছে—হোষ্টেলৰ বাৰাণ্ডাত, কলেজৰ কেণ্টিনত, কাছাৰীঘাটৰ ছিৰিত; শুক্ৰেশ্বৰ মন্দিৰৰ মুকলি প্ৰাঙ্গণত। কথা-বতৰাৰ মাজেৰে অনাগত দিনবোৰত আৰু কি কি ঘটিব পাৰে সেইটো অনুমান কৰিবলৈ চেষ্টা কৰিছে। সুন্দৰপুৰত যিবোৰ ঘটিছে, পুৰন্দৰ হাজৰিকাৰ নিচিনা মানুহখিনিয়ে যিবোৰ কৰিছে আৰু গাঁৱত থকা চন্দ্ৰালীহঁতৰ নিচিনা ছোৱালীবোৰে যিবোৰ ঘটনা পৰিঘটনা অনুধাৱন কৰিছে সেই আটাইবোৰেই যেন অনাগত দিনবোৰত ঘটিব লগা ঘটনা কিছুমানৰ আগলি বতৰা আনিছে। বিক্ৰমৰ অনুভৱ হ'ল আহি থকা সময়খিনিয়ে অনেকবোৰ প্ৰত্যাহ্বান লৈ আহিব। কোনে জানে সেই প্ৰত্যাহ্বানৰ সন্মুখীন হোৱাৰ শক্তি আৰু সাহস কিমানৰ আছে!

তাৰ খোজৰ গতি আকৌ লেহেম হৈছিল। সি আকাশলৈ মূৰ তুলি চালে। পূবৰ আকাশত ঢলফাট দিছে। আহিনৰ আকাশ ফট্‌ফটীয়া নীলা। কমোৱা তুলাৰ ৰূপ লোৱা শুকুলা ডাৱৰৰ সৰু সৰু টুকুৰা কিছুমান এক আকাশ নীলাৰ মাজত অ'ত-ত'ত উটি ফুৰিছে। পুৱাৰ বেলিৰ পোহৰত ৰাস্তাৰ কাষৰ বননিত পৰি থকা নিয়ৰ কণিকাবোৰ [illegible]নোবা যৌৱনমতী গাভৰুৰ মুকুতাবুলীয়া দাঁতৰ দৰে চিক্‌মিকাইছে। চিনাকি গাঁৱৰ চিনাকি পদূলিৰ ফুলি থকা শেৱালিৰ সুবাস তাৰ নাকত লাগিল। সি অহাৰ খবৰ দি আগতেই চিঠি দিছিল চন্দ্ৰালীলৈ। তাৰ ভৰি দুখন তাইৰ পদূলিৰ মূৰতে ৰৈ গ'ল এখন্তেক।

ওৰে ৰাতি টোপনি অহা নাছিল চন্দ্ৰালীৰ। কিছুনাত পৰি থাকিয়েই দূৰৈৰ ৰেল লাইনেৰে পাৰ হৈ যোৱা নিশাৰ প্ৰতিখন ৰেলগাড়ীৰ দীঘলীয়া উঁকি আৰু ঝক্‌ঝক্ শব্দ শুনিবলৈ তাই কাণ উনাই ৰৈছিল। কুকুৰাই ডাক দিয়াৰ বহুত আগতেই পাৰ হৈ গৈছিল শেষ গাড়ীখন। তেতিয়াৰে পৰা তাই ছট্‌ফটাই আছে। এন্ধাৰে-পোহৰে বাঁহৰ বাৰ্‌নীডালেৰে তাই আগচোতালখন সাৰি পেলালে। দমকলৰ চেঁচা পানী বাল্টিয়ে বাল্টিয়ে ঢালি এটা সম্পূৰ্ণ উজাগৰী নিশাই উতলাই পেলোৱা তাইৰ গাটো শাঁত কৰাৰ চেষ্টা কৰিলে। ড্ৰেছিং টেবুলৰ আইনাৰ সন্মুখত থিয় হৈ তিতা চুলিখিনিৰ পানী টুকি ম'হৰ শিঙৰ ফণিখনেৰে আঁচুৰি ল'লে। দুডলীয়াকৈ বেণীকিডাল গুঠিবলৈ লৈও নুগুঠিলে তাই। চুলিখিনি খুলি ৰাখি আহিনৰ প্ৰথম পুৱাৰ বতাহজাকত উৰিবলৈ এৰি দিলে এজাক কমোৱা তুলাৰ দৰে। নতুন ফ্ৰক এটা আল্‌নাডালতে ভাঁজ নভঙাকৈ ওলোমাই থৈছিল পাটিত পৰাৰ আগতেই। ফ্ৰকটো পিন্ধি তাই কপালৰ ওপৰত পৰি থকা অবাধ্য চুলিকিডালত আকৌ এবাৰ ম'হৰ শিঙৰ ফণিখন বুলাই নিলে।

টোপনি ধৰা নাছিল হেমপ্ৰভাৰো। আধা মেলা চকুৰে শোৱাপাটিৰপৰাই জীয়েকৰ কাণ্ড-কাৰখানা চাই আছিল তেওঁ। ছোৱালীজনীয়ে বুকুত গামোচা লোৱা দুবছৰ হৈ গ'ল।

এই প্ৰথম তাই ইমান পুৱাতে উঠি নিজেই চোতাল সাৰিলে, গা ধুলে আৰু প্ৰথমবাৰৰ কাৰণে দুডলীয়া বেণী নুগুঠি তিতা চুলিখিনি মেলি ৰাখিলে। আঁৰ চকুৰে আইনাৰ সন্মুখত ৰৈ থকা জীয়েকলৈ আকৌ এবাৰ চালে হেমপ্ৰভাই। আজি সি অহাৰ কথা তাই কালিয়েই কৈছে মাকক। ৰাতিপুৱাৰ ৰেলতে অহাৰ কথা। তাৰ অপেক্ষাতে ওৰে ৰাতি তাই উজাগৰে আছিল, হেমপ্ৰভাই বুজি পালে জীয়েকৰ মনৰ কথা।

অজানিতে এটা হুমুনিয়াহ ওলাই আহিল হেমপ্ৰভাৰ। সৰু ছোৱালীবোৰ এনেকৈয়ে এদিন ডাঙৰ হয়। কাউৰীৰ বাহত ডাঙৰ হোৱা কুলি পোৱালিৰ দৰে এদিন মাক-বাপেকৰ বুকু উদং কৰি সিহঁতে আন এখন বুকুৰ উম বিচাৰি লয়।

বিক্ৰম সৰু ল'ৰা। তায়ো। থাকিবনে সিহঁতৰ এই পাৰস্পৰিক টান জীৱনৰ শেষ দিনলৈ! বুকুখন সামান্য বিষাই উঠিল হেমপ্ৰভাৰ।

খোলা খিৰিকীৰে সোমাই আহিল শেৱালিৰ গোন্ধ লৈ এছাটি কোমল বতাহ। চন্দ্ৰালীৰ মেলা চুলিৰ পৰা সৰি পৰা পানীৰ টোপোলাবোৰ খিৰিকীৰে সোমাই অহা প্ৰভাতী সূৰ্যৰ প্ৰথম ৰেঙণিত মুকুতাৰ মালা হৈ জিলিকিল হেমপ্ৰভাৰ চকুৰ সন্মুখত। আধা মেলা চকুৰে তেওঁ জীয়েক ওলাই যোৱাৰ পিছতো অনেক সময় শাণি-দুৱৰী হৈ থকা দুৱাৰখনলৈ চাই থাকিল।

পদূলি মূৰ পালেহি চন্দ্ৰালী। ভৰিৰ তলৰ দূবৰিডৰাত সৰা শেৱালিয়ে বুটা বাছি থৈছিল। নিয়ৰে সতেজ কৰি ৰখা এমুঠি শেৱালি তুলি লৈ শুঙি চালে তাই। আঃ! সুবাসিত হৈ গ'ল তাইৰ গাভৰু হৃদয়।

"চানু!" —পাৰ হৈ যোৱা দীঘল সময়খিনি যেন হঠাতে নোহোৱা হৈ গ'ল তাইৰ জীৱনৰপৰা। ঘৰ এৰাৰ সেই বিষাদ গধূৰ ৰাতিপুৱা তাৰ সৰু কোঠাটোৰ টেবুলত সজাই থোৱা কিতাপ-বহীখিনি সজাই থাকোঁতে সি মাতিছিল তাইক প্ৰথমবাৰ এই নতুন নামেৰে। দীঘল সময় পাৰ কৰি শেৱালিসৰা এই শাৰদী পুৱা তাইৰ পদূলিত থিয় হৈ আকৌ মাতিছে সি সেই একেটা নামেৰে।

"চানু!" —দুখোজ আগুৱাই গ'ল তাই। হাতৰ মুঠিত থকা শেৱালি ফুলৰ সুবাস লাগিল বিক্ৰমৰ নাকত।

"ৰৈ আছিলা?" —আধামেলা চকু তুলি তাই তাৰ মুখলৈ চালে। চকুকিটা ৰঙা পৰিছে। গালৰ মিহি দাড়িবোৰে মুখখন ভৰাই পেলাইছে।

"ৰাতি নুশুলা?" —তললৈ চাই চায়েই তাক সুধিলে চন্দ্ৰালীয়ে।

"ওহোঁ। বহিবলৈ ছীট এটা পাইছিলো কোনোমতে।" —তাৰ দাড়ি ভৰ্তি গালখন মোহাৰি দিবলৈ উচ্পিচাই উঠিছিল শেৱালিৰ সুবাস লগা তাইৰ দুহাত। ৰঙাপৰা চকুকিটা যেন নিযৰসনা শেৱালিৰ পাপৰিৰে ধুই দিব এতিয়াই। হাতৰ মুঠি মেলি দিলে তাই। সি

নাকৰ আগলৈ তুলি ল'লে তাইৰ হাত। মুহূৰ্ততে সতেজ হৈ উঠিল তাৰ সমগ্ৰ চেতনা। ভবানী বৰুৱাই চোতালত ভৰি দি গ'ল খেকাৰি মাৰিলে। তাইৰ হাতৰ মুঠিৰ শেৱালিখিনি আলফুলে সি জেপত ভৰালে।

"তাৱৈদেউ!" —খৰমৰ শব্দ তুলি ভবানী বৰুৱা আহি পদূলি পালেহি।

"ৰেলত আহিলা?" — বৰুৱাই সুধিলে বিক্ৰমক। চন্দ্ৰালীৰ উচ্‌পিচ লাগিল।

"দেউতা চাহ খাই যাবলৈ কোৱা।" —জীয়েকৰ মুখলৈ চালে ভবানী বৰুৱাই। ৰাতিপুৱাতে চোতাল সাৰি গা-মূৰ ধুই আহিছে জীয়েকে আজি। অপত্য স্নেহে বৰুৱাৰ বুকুৰ ভিতৰখন জোকাৰি গ'ল মুহূৰ্তৰ বাবে।

"হৰিভকতহঁতে চাগে পদূলিলৈ চাই আছে। এতিয়া যাওক। মুখ-হাত ধুই ঘৰতে জিৰাওকগৈ।"

"মোৰ ভাগৰ লগা নাই।" —হঠাতে মুখৰ পৰা ওলাই যোৱা কথাষাৰৰ কাৰণে লাজ লাগি গ'ল তাৰ।

"তাইক অলপ পিছত পঠিয়াই দিম।"

"আমৈক ক'ব মই আহিলো বুলি। পিছত আহিবা তুমি।" —শেৱালিৰ গোন্ধ লৈ সি আগবাঢ়িল ঘৰ অভিমুখে। কেঁকুৰিটো নুঘূৰালৈকে একেথৰে চাই থাকিল চন্দ্ৰালীয়ে। ভবানী বৰুৱাই জীয়েকলৈ চাই মনত পেলালে বিছ বছৰ আগৰ সময় এখিনি!

# তেৰ

পুৱাই ওলাই আহিল সি দিখৌৰ পাৰলৈ। গুৱাহাটীত পঢ়িবলৈ বুলি ঘৰ এৰাৰ পিছত তাৰ আজন্ম চিনাকি দিখৌখন আজি আকৌ দেখিলে সি। বুজা হোৱাৰে পৰা এই নদীৰ লগত তাৰ মিতিৰালি। খৰালি দিনত শুকাই-খীণাই বুঢ়ী আইতাৰ শিৰ ওলোৱা হাতৰ ঠাৰিৰ ৰূপ লোৱা নদীখন আহাৰ-শাওণত নগা পাহাৰৰ পৰা নামি অহা খৰস্ৰোতা পাহাৰী ঢল বুকুত সাবটি ফেনে-ফোটোকাৰে ওফন্দি উঠে। এইখন নদীয়েই কেতিয়াবা ওৰে নিশা হোৱা দোপালপিটা বৰষুণৰ পাছত সাপৰ নেগুৰ ছিগা সোঁতেৰে দুপাৰ ওপচাই নিমিষতে ঘৰ-বাৰী তল নিওৱা দেখিছে সি অনেকবাৰ। দিখৌৰ এই সংহাৰী ৰূপলৈ তাৰ ভয় লাগে। তথাপি তাৰ ভাব হয় এই সংহাৰী ৰূপৰো এটা মাদকতা আছে খুব বেছি এদিন বা দুদিন দিখৌৰ পানীত তল যায় সুন্দৰপুৰ। পানী শুকাই যোৱাৰ পিছত পলস পেলোৱা মাটিত লহপহকৈ বাঢ়ি আহে তৰৈ, জিকা, উৰহী, কোমোৰা ঘৰে ঘৰে। আঘোণ পুহত খোজ কাঢ়ি পাৰ হ'ব পৰা নদীখনৰ পাৰলৈকে আহিবলৈ সি ভয় কৰিছিল শাওণ ভাদত নগা পাহাৰৰ পৰা হঠাতে হিলদল ভাঙি নামি আহিবপৰা পানীৰ আশংকাত সেয়ে'হ'লেও জেঠত পিছে নদীখন তাৰ মাকৰ দৰেই আপোন হৈ পৰিছিল। সুবিধা পালেই নদীৰ বুকুলৈ ঢাপলি মেলিছিল সিহঁত ল'ৰাবোৰে। গৰু বিহুৰ দিনা পুৱাই আহিছিল নদীখনলৈ গৰু ধুৱাবলৈ ল'ৰা-ছোৱালী আটাইবোৰ। বিশাল ব্ৰহ্মপুত্ৰৰ কথা শুনিছিল যদিও দেখাৰ সুযোগ তেতিয়ালৈকে সি পোৱা নাছিল। ভূগোলৰ কিতাপত থকা মেপতহে দেখিছিল শদিয়াৰ পৰা ধুবুৰীলৈকে এই দীৰ্ঘ আঠশ কিঃমিঃ অতিক্ৰমি অসমৰ বুকুৰে বৈ যোৱা বিশাল লুইতখন। সাগৰৰ দৰে গভীৰ নীলা সেই নদীয়ে তাক হাতবাউল দিছিল। দিখৌৰ পানীত জোবোৰা মাৰি উঠি মূৰৰ পানীখিনি জোকাৰি পেলাওঁতে সি ভাবিছিল লুইতৰ পানীত চিলনী সাঁতোৰ দিয়াৰ কথা। কিন্তু সেই সপোন পূৰ কৰিবলৈ সি বহুত দিন ৰ'ব লাগিল। মেট্ৰিক দি উঠাৰ পিছত তেজপুৰ, চতিয়া, বিশ্বনাথলৈ ফুৰিবলৈ গৈছিল সি। তেজপুৰত থকা মাহীযেকৰ ঘৰত এসপ্তাহ আছিল তাত। মহাভৈৰৱ, অগ্নিগড চাই বিশ্বনাথ চাৰিআলিৰ পেহীযেকৰ ঘৰ পাইছিলগৈ বাছত উঠি। নাগশঙ্কৰ মন্দিৰৰ শিৱলিঙ্গ দৰ্শন কৰাৰ পিছতে বাহিৰে বাহিৰে বিশ্বনাথ ঘাট পাইছিলগৈ। সি লুইতৰ বালুকাত থিয় হৈ দিগন্ত বিয়পা বিশাল বক্ষ দেখি বিস্মিত হৈছিল। ইমান বহল আৰু গভীৰ নদী এখনত ইমানদিনে কল্পনা কৰি থকা চিলনী সাঁতোৰ দিয়াৰ কথা ভাবি তাৰ দেহ মন পুলকিত হ'বাতকৈ ভীতিৰ ভাব এটাহে অনুভব কৰিছিল সি ঘাটৰ পৰা ছবিত ব্যস্ত হৈ সি

ব্ৰহ্মপুত্ৰৰ পানীত গা তিওৱাৰ কথা ভাবিছিল। ঘাটৰ পোনে পোনে বাৰিষাৰ ভৰা লুইতৰ বুকুত মুখ লুকুৱাই আছিল গুপ্ত কালী। পেহীয়েকৰ নিৰ্দেশত বিক্ৰমে ঘাটৰ পৰাই ডাঙৰ ডাঙৰ শিলাখণ্ডবোৰৰ মাজৰপৰা মুখ উলিয়াই থকা খুবলিৰ আকৃতিৰ সেই বিশেষ শিৱলিঙ্গৰ উদ্দেশ্যে মূৰ দোঁৱাইছিল। পেহীয়েকে কৈছিল খৰালি কালত শিৱলিঙ্গলৈ যাব পৰাকৈ কিছুমান শিলাখণ্ড নদীৰ বুকু ফালি উঠি আহে। দেও দি দি যাব পাৰি তেতিয়া শিৱলিঙ্গৰ দৰ্শন কৰিবলৈ। সি খুব মন দি পাৰৰপৰাই শিৱলিঙ্গৰ চৌপাশ ধুৱাই থকা পানীৰ ধাৰটোলৈ চাই আছিল। হিমালয়ৰ কোনোবা নিভৃত গহ্বৰৰপৰা ওলাই অহা স্ফটিকৰ দৰে পৰিষ্কাৰ, সৰু কিন্তু কোবাল ধাৰা এটাই হাজাৰ যোজন পথ অতিক্ৰম কৰি আৰু অনেকবোৰ ধাৰা উপ ধাৰা বুকুত সাবটি অমৃতৰ ধাৰা হৈ নামি আহিছে তাৰ এই মৰমৰ দেশখনলৈ, নদীখনৰ দুয়ো পাৰে থকা মানুহ আৰু অনেক বিধৰ বন্য তথা ঘৰচীয়া জীৱ-জন্তুৰ কাৰণে জীৱন আৰু জীৱিকাৰ মেটমৰা সম্ভাৰ লৈ। মাটি, বালি আৰু শিল কঢ়িয়াই সেই স্ফটিকৰ ধাৰা প্ৰাণ-প্ৰাচুৰ্যৰে পোৱাতী হৈছে। জীৱনৰ মহত্ত্বৰে মহীয়ান হৈ উঠিছে হিমালয়ৰ বৰফ খণ্ডৰপৰা নিঃসৃত চাম্পো, লোহিত আৰু শেষত ব্ৰহ্মপুত্ৰ নামধৰা এই জলধাৰা।

তাৰ চিনাকি দিখৌ নদীখনো ব্ৰহ্মপুত্ৰতে মিলিছে গৈ দেশখনৰ আন বহুতবোৰ নৈ-উপনৈৰ দৰেই। বাৰিষা ভৰা লুইতৰ পানীৰ সৈতে দিখৌৰ পানী একাকাৰ হৈ দুকূল ওপচাই পেলায়। নদীখনৰ দুই পাৰে থকা খেতিপথাৰ, ঘৰ-দুৱাৰ, খাট পাম সকলোতে পানী সোমায়। এক আঁঠু, এৰ্ককাল পানী হয়। কেতিয়াবা এসপ্তাহ, কেতিয়াবা দহ দিন পানী থাকে ঘৰে-পথাৰে। সুন্দৰপুৰত কলগছৰ ভূৰ সাজি সৰু ল'ৰা-ছোৱালীবোৰে নাও বায় সেই এআঁঠু-এৰ্ককাল পানীৰ ওপৰেৰে। লেকেচী বাঁহেৰে বনোৱা বৰশীৰ মুখত কেঁচুটোপ লগাই পিৰালিত বহি সিহঁতে মাছ টুপায় পানী ভৰ্তি চোতালত। এনেকুৱা এটা ডাঙৰ বানপানীৰ সময়ত তাৱৈয়েক আৰু সি বৰশী টুপাই এথাল চেনীপুঠি মাছ ধৰাৰ কথা তাৰ মনত পৰিল। তাৱৈকৰ ঘৰৰ বাৰাণ্ডাত বহি দিনটো সিহঁত দুটাই মাছ টুপাই থকা দেখি আমৈয়েকে খং কৰিছিল দুইটাকে। হেমপ্ৰভাৰ খঙত ৰঙা পৰা মুখ দেখি তাৱৈয়েকে তালৈ চাই চকু টিপ্ মাৰিছিল। মাকে চন্দ্ৰালীকো ডবিয়াইছিল। হাতকটা চেমিজ আৰু ফুট্‌ফুটীয়া পেণ্ট পিন্ধি তাই থালত পেলাই থোৱা চিল্‌চিলীয়া চেনীপুঠি মাছবোৰ হাতৰ তলুৱাত তুলি ৰ'দৰ মুখত দিছিল। মাছ ধৰাৰ নিচা লাগিছিল সিহঁত তিনিওটাৰে। ভাত খাবলৈ মাতি মাতি হাৰি যোৱা হেমপ্ৰভাই গোটেইসোপা মাছ পানীত পেলাই দিবলৈ উদ্যত হোৱাতহে সিহঁতে বৰশী এৰিছিল।

আহিন মহীয়া দিখৌৰ গৰাত বহি থাকোঁতে এইবোৰ অনেক কথা তাৰ মনত পৰিল। এনেকুৱা সময়ত নদীখনৰ ৰূপ বেলেগ। দুফালৰ গৰাকিটাৰ পৰা কেইবা ফুটো তলেৰে

বৈ যায় দিখৌৰ পানী। এই পাৰে থিয় হৈ সি নদীখনৰ সিটো পাৰলৈ চকু দিলে। এজাকমান পিন্‌পিনীয়া ল'ৰা-ছোৱালীয়ে সিপাৰৰ গৰাৰপৰা পানীলৈ জাঁপ মাৰিছে। কেইটামানে দলঙৰ ওপৰৰ পৰাও। একেলগে ইমানবোৰ ল'ৰা-ছোৱালী নদীত গা ধুবলৈ অহা আগতে কোনোদিনে নেদেখা কথা। অলপ আচৰিত হ'ল সি। হঠাতে ক'ৰপৰা আহিল ইমানবোৰ ল'ৰা-ছোৱালী? পিছ মুহূৰ্ততে তাৰ মনত পৰিল নদীখনৰ সিপাৰৰ চাপৰিত চৰকাৰে অস্থায়ী শৰণাৰ্থী শিবিৰ পাতিছে। পূব-পাকিস্তানৰ পৰা ভাগি অহা হাজাৰ হাজাৰ মানুহে তাত আশ্ৰয় লৈছে। বস্তুত হাজাৰ মানুহ আছে তাত। এই ল'ৰা-ছোৱালীবোৰ নিশ্চয় তাৰ পৰাই আহিছে।

দিখৌৰ পাৰত বহি চৌদিশৰ নৈসৰ্গিক দৃশ্য চোৱাৰ হেঁপাহ তাৰ নোহোৱা হ'ল। শ্বেইখ মুজিবুৰ ৰহমানৰ নেতৃত্বত পূব-পাকিস্তানৰ বাঙালী ভাষী জনসাধাৰণে আৰম্ভ কৰা মুক্তিযুদ্ধই কেনেকৈ সুন্দৰপুৰৰ নিচিনা উজনিৰ গাঁও এখনৰ সাধাৰণ মানুহৰ জীৱন যাত্ৰাতো প্ৰভাৱ পেলাইছে সেই কথা এবাৰ নিজ চকুৰে চাই বুজিবলৈ চেষ্টা কৰাৰ মন গ'ল বিক্ৰমৰ। বহি থকা ঠাইপৰা উঠি অকণমান আগুৱাই গৈ সি দলঙত উঠিল। হয়, হয়, এইবোৰ সিপাৰৰ অস্থায়ী শিবিৰৰেই ল'ৰা-ছোৱালী। মৈমনচিঙীয়া বা দিনাজপুৰীয়া ভাষাত চিঞৰ-বাখৰ কৰি নদীৰ পাৰটো সিহঁতে ৰজনজনাই আছে। বেছিখিনি ল'ৰাই গাৰ কাপোৰ খুলি নদীত জঁপিয়াইছে। ছোৱালীখিনিৰ অলপ ডাঙৰ কেইজনীয়ে বে-চাইজৰ পুৰণি চেমিজ নহ'লে ফ্ৰক একোটা পিন্ধিছে। ৰিলিফত পোৱা কাপোৰেই হ'ব সেইবোৰ। আটাইবোৰ ল'ৰা-ছোৱালীৰে ক্ষীণকায় চেহেৰা। সিহঁতৰ মটীয়া বৰণৰ তিতি থকা উদং গাবোৰত বেলিৰ পোহৰ পৰি চিক্‌মিকাই উঠিছে। বানপানীৰ সময়ত সি বৰশীত উঠোৱা চেনীপুঠি মাছবোৰ ৰ'দৰ মুখত চন্দ্ৰালীয়ে তুলি ধৰোঁতেও এনেকৈয়ে চিক্‌মিকাই উঠিছিল সেই আধামৰা মাছৰ ছাল। কিবা এটা অস্বস্তি লাগিল তাৰ। খৰ খোজেৰে ল'ৰা-ছোৱালীবোৰৰ কাষেদিয়েই সি পাৰ হৈ আহিল। সিহঁত কোনেও তাৰ ফালে নেচালে। শৰণাৰ্থী শিবিৰটোত ইতিমধ্যে কটোৱা সময়খিনিত সিহঁত অভ্যস্ত হৈ পৰিছে সুন্দৰপুৰৰ প্ৰাত্যহিক জীৱন যাত্ৰা আৰু নদীখনৰ লগত। সময়ে সময়ে কাঠৰ এই দলঙেৰে পাৰ হৈ অহা-যোৱা কৰা মানুহখিনি সিহঁতৰ জীৱন যাত্ৰাৰ লগৰে এটা নৈমিত্তিক ঘটনাৰ ৰূপত, দৈনন্দিন ৰুটিনৰ লগত মিলি গৈছে। সুন্দৰপুৰৰ এই অস্থায়ী শিবিৰ সিহঁতৰ কুমলীয়া মনত স্থায়ী হৈ গৈছে। এৰি থৈ অহা ঘৰ-দুৱাৰ, পৰিবেশ সকলো ধূসৰ হৈ পৰিছে সিহঁতৰ স্মৃতিত। সি ভাবিলে নতুন ঠাই, নতুন পৰিবেশৰ লগত ইমান সোনকালে কেৱল ল'ৰা-ছোৱালীয়েহে খাপ খাব পাৰে। দলঙখনৰ শেষ ছিৰিডালত ভৰি দি সি আকৌ এবাৰ সিহঁতবোৰলৈ চালে। সিহঁতৰ বেছিভাগেই তেতিয়া পানীত নামি বিভিন্ন ধৰণৰ সাঁতোৰৰ অনুশীলন আৰম্ভ কৰি দিছে

বিক্ৰমে বুৰঞ্জী পঢ়িছে। মানৱ সভ্যতাৰ প্ৰথম পুৱাৰেপৰা মানুহে ঠাই সলাইছে

খাদ্যৰ সন্ধানত আদিম মানুহে এখন জঙ্ঘল এৰি আন এখনলৈ গৈছে। হাবি ভাঙি, পাহাৰ কাটি শস্য উৎপাদন কৰিছে। অসমৰ পাহাৰীয়া জনগোষ্ঠীয়ে জুম খেতিৰ মাজেৰে সেই পৰম্পৰা এতিয়াও জীয়াই ৰাখিছে। আলেকজেণ্ডাৰৰ দৰে বহুতো উচ্চাকাঙ্ক্ষী সম্রাটে পাৰাপাৰহীন সাগৰত পাৰি দি বিশ্ব জয় কৰিবলৈ ওলাই আহিছে। যুদ্ধ জয় কৰি নতুন দেশ অধিকাৰ কৰিছে। নতুন চহৰ, নতুন গাঁও পাতিছে। মাৰি মৰক, আকাল-খৰাঙৰ হাত সাৰিবলৈ পাতি লোৱা চহৰ এৰি মানুহে নতুন ঠিকনাৰ সন্ধান কৰিছে। অসমৰ বুৰঞ্জীও এনেবোৰ ঘটনাৰে ভৰি আছে। উদয়াচল, অস্তাচল, কামৰূপ, কমতাপুৰ, অসম— যুগে যুগে কত নাম লৈছে তাৰ এই কলিজাৰ আপোন মৰমৰ দেশখনে! মানক খেদি অসম অধিকাৰ কৰাৰ পাছত ইংৰাজে বঙ্গৰ লগত একেলগ কৰি ৰাজ্যৰ প্ৰশাসন চলোৱাৰ কথা ভাবিলে। ইতিমধ্যে বৃহৎ কলেবৰ আৰু জনসংখ্যাৰ দেশ বঙ্গক প্ৰশাসনিক সুবিধাৰ কাৰণে দুভাগত ভাগ কৰা হৈছিল। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে প্ৰথম অৱস্থাত অসমক তাৰে এটা অংশৰ লগত লগাই নতুন এটা প্ৰশাসনিক গোট তৈয়াৰ কৰি অসমত পোন প্ৰথমবাৰৰ বাবে পশ্চিমীয়া শাসন ব্যৱস্থা প্ৰৱৰ্তন কৰিলে। কোম্পানীৰ কলিকতাত থকা মুখ্যালয়ৰপৰা মুন্সিফ, কেৰাণী আদি কাম কৰিবলৈ অনা বঙালী বাবুসকলৰ পৰামৰ্শ অনুসাৰে ইংৰাজে পতা ক'ৰ্ট-কাছাৰী, অফিচ-স্কুলত বঙালী ভাষা প্ৰৱৰ্তন কৰা হ'ল। ৰাজকীয় কাম-কাজৰপৰা অসমীয়া ভাষা অন্তৰ্ধান হ'ল। বঙালীসকলে ইংৰাজ চাহাবক বুজালে অসমীয়া ভাষা বাংলাৰ অপভ্ৰংশ। খৃষ্টধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ কাৰণে অহা মিছনেৰীসকলে যেতিয়া দেখিলে যে থলুৱা মানুহখিনিয়ে বঙালী ভাষা ক'ব নেজানে, ধৰ্ম প্ৰচাৰৰ স্বাৰ্থত তেওঁলোকে কোম্পানী বাহাদুৰক পুনৰবাৰ অফিচ,কাছাৰী, স্কুল, আদালতত বাংলাৰ পৰিৱৰ্তে অসমীয়া প্ৰচলন কৰিবলৈ জোৰ দিলে। ইতিমধ্যে কলিকতাৰ কলেজ, বিশ্ববিদ্যালয়ত পঢ়ি-শুনি নিজৰ ভাষা-সংস্কৃতিৰ মোল বুজিবলৈ সক্ষম হোৱা মুষ্টিমেয় অসমীয়া শিক্ষিত যুৱক কেইজনেও সেই দাবী উত্থাপন কৰিলে। অৱশেষত ইংৰাজৰ ভুল ভাগিল। ইতিমধ্যে বঙ্গ ভঙ্গৰ বিৰুদ্ধে আন্দোলন আৰম্ভ হ'ল গোটেই দেশতে। পুনৰবাৰ দুই বঙ্গ একেলগ কৰা হ'ল। অসমক এখন সুকীয়া ৰাজ্য হিচাপে গঢ় দি নতুন শাসন ব্যৱস্থাৰ প্ৰৱৰ্তন কৰা হ'ল। ঊনৈছ শতিকাৰ শেষৰ ফালে শিক্ষিত ভাৰতীয়সকলে গঠন কৰা ভাৰতীয় জাতীয় কংগ্ৰেছ নামৰ নতুন অনুষ্ঠান এটাই সমগ্ৰ ভাৰতবৰ্ষতে স্বায়ত্ত শাসনৰ সম্ভাৱনাৰ বিষয়ে আলোচনা-বিলোচনা আৰম্ভ কৰিলে। কুৰি শতিকাৰ আৰম্ভৰেপৰা শিক্ষিত ভাৰতীয়সকলে দেশৰ স্বাধীনতাৰ কাৰণে বিভিন্ন প্ৰকাৰৰ আন্দোলনৰ কাৰ্যসূচী হাতত ল'লে। কিছুমান বোমা-বাৰুদৰ ব্যৱহাৰেৰে সশস্ত্ৰ বিপ্লৱৰো পাতনি মেলিলে। প্ৰায় অৰ্ধ শতিকা ধৰি চলা অসহযোগ আন্দোলন, ভাৰত ত্যাগ আৰু অৱশেষত দ্বিতীয় মহাযুদ্ধৰ পিছত বিশ্ব ব্যাপি গঢ়ি উঠা স্বাধীনতা আৰু সম অধিকাৰৰ আন্দোলনৰ পিছত

মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতবৰ্ষই স্বাধীনতা অৰ্জন কৰিলে দ্বিখণ্ডিত ৰূপেৰে। ধৰ্মৰ নামত বিভাজিত এই উপ-মহাদেশখনত জন্ম হ'ল দুখন নতুন দেশ — ভাৰত আৰু পাকিস্তান। পূৰ্ব-বঙ্গ আকৌ এবাৰ অবিভক্ত বঙ্গৰপৰা আঁতৰি আহি ধৰ্মৰ নামত পূব-পাকিস্তান নামে নামকৰণ হ'ল। এতিয়া আকৌ সেই একেই দেশত ভাষাৰ ভিত্তিত এখন সাৰ্বভৌম নতুন দেশ স্থাপনৰ কাৰণে যুদ্ধৰ সূচনা হৈছে। তাৰেই ফলশ্ৰুতিত এইবোৰ মানুহ ঘৰ এৰি অঘৰী হৈছে। সুন্দৰপুৰৰ চৰণীয়া পথাৰৰ অস্থায়ী শিবিৰত থিতাপি লৈছে।

শিবিৰটো বিক্ৰমৰ চকুত পৰিল কিছু দূৰৰপৰাই। লানি লানি এচলীয়া ঘৰবোৰৰ টিঙৰ চালত সূৰ্যৰ পোহৰ পৰি চিক্‌মিকনি উঠিছে। আকৌ এবাৰ চন্দ্ৰালীয়ে হাতৰ তলুৱাত তুলি ৰ'দৰ মুখত দাঙি ধৰা চেনীপুঠি মাছবোৰলৈ মনত পৰি গ'ল তাৰ। চন্দ্ৰালী...! চন্দ্ৰালী...!! তাৰ মৰমৰ চন্দ্ৰালী!!! এৰা! তাইৰ হাতৰ তলুৱাত চিক্‌মিকাইছিল, সি বৰশীৰ আগত তোলা জাক জাক চেনীপুঠি। সেইবোৰ মাছৰ কিছুমানে জীয়াই থকাৰ তাড়নাত শেষ চেষ্টা কৰি জঁপিয়াই উঠিছিল তাইৰ লিহিৰি আঙুলিৰ ফাকত। জীয়াই থকাৰ সেই একেই তাড়নাতে এই এচলীয়া টিঙৰ তলত আশ্ৰয় লৈছেহি এইবোৰ উদ্বাস্তু মানুহে। জীৱন আৰু মৃত্যুৰ টনা-আঁজোৰাত দেশ আৰু বিদেশৰ সীমা একাকাৰ কৰি জীৱনৰ সন্ধান কৰিছে এই আধামৰা মানুহখিনিয়ে।

পঞ্চায়ত সভাপতি পুৰন্দৰ হাজৰিকাই ভবানী বৰুৱাক কলেজৰ সকলো দায়িত্বৰপৰা অব্যাহতি ল'বলৈ বাধ্য কৰিছে। তেৱেঁই আকৌ অস্থায়ী শৰণাৰ্থী শিবিৰৰ সমস্ত কামৰ ঠিকা লৈছে। বিক্ৰমে শুনিছে, ঠিকাৰ কামত বহুত পইচা আছে। গাঁৱৰ সকলোৱে বু-বু বা-বা কৰিছে বোলে ঠিকাদাৰ, অফিচাৰ, মিনিষ্টাৰ মিলি সেই পইচাৰ ভাগ বটাইছে। উদ্বাস্তু শৰণাৰ্থীক দিবলগা খাদ্য বস্তু, স্বাস্থ্য তথা সংস্থাপনৰ সুবিধাৰ কাৰণে আবণ্টিত ধনৰ সিংহভাগ সিহঁতে এইদৰেই হজম কৰিছে। উদ্বাস্তু শৰণাৰ্থীয়ে প্ৰতিবাদ কৰিব নোৱাৰে। ভবানী বৰুৱাই তাক কৈছে। এনেকৈয়ে দিনে দিনে পুৰন্দৰ হাজৰিকাৰ প্ৰতাপ বাঢ়িছে। দেউতাকে তাক আৰু খবৰ দিছে। ৰাজ্যৰ ৰাজধানী হেনো গুৱাহাটীলৈ নমাই অনাৰ সিদ্ধান্ত হৈছে। মেঘালয় বুলি এখন নতুন পাৰ্বত্য ৰাজ্য সৃষ্টি হ'ব অতি সোনকালেই। প্ৰতিষ্ঠা দিবসৰ তাৰিখো ঠিক হৈ গৈছে। পুৰন্দৰে আগন্তুক নিৰ্বাচনত বিধায়কৰ বাবে থিয় দিয়াৰ কথা ভাবিছে। কথাবোৰ শুনি সি বিস্মিত হৈছে। সেই কাৰণেই হঠাতে তাৰ প্ৰচণ্ড ইচ্ছা হ'ল, হাজৰিকাৰ শক্তিৰ এটা প্ৰধান উৎস এই অস্থায়ী শৰণাৰ্থী শিবিৰটো এবাৰ চাই যাবলৈ।

শিবিৰলৈ সোমোৱা ৰাস্তাটোৰ দাঁতিতেই আছে এটা সৰু অফিচ ঘৰ। বাহিৰত লগাই থোৱা ফলকনামাত লিখা আছে শিবিৰৰ নাম, প্ৰতিষ্ঠাৰ তাৰিখ আৰু তাত আশ্ৰয় লোৱা শৰণাৰ্থীৰ সংখ্যা। হাতত লৈ যোৱা ডায়েৰীখনত লিখি ল'লে বিক্ৰমে সেই তথ্য

অফিচৰ ভিতৰৰ পৰা লক্ষ্য কৰি আছিল তাক শিবিৰ পৰিচালক যোগেন চেতিয়াই। চকীদাৰটোক ক'লে, বাহিৰত কিবা কিবি লিখি থকা ল'ৰাটোক মাতি দিবলৈ।

"মোক মাতিছে? কোনে?" —বিক্ৰমে মানুহটোলৈ চালে।

"আমাৰ ছাৰে। শিবিৰ পৰিচালক যোগেন চেতিয়া ছাৰে।" —চকীদাৰ যেন লগা মানুহটোৱে তাৰ প্ৰশ্নৰ উত্তৰ দিলে। চকীদাৰটোৰ পিছে পিছে আহি অফিচ যেন লগা অকণমান ঘৰটোত সোমাল বিক্ৰম।

"নমস্কাৰ।" —ঘৰটোৰ ভিতৰত চকী-টেবুল এযোৰা লৈ বহি থকা মানুহজনলৈ চাই নমস্কাৰ দিলে সি। যোগেন চেতিয়াই মূৰ তুলি তালৈ চালে। এই উঠি অহা ল'ৰাবোৰৰ কথা ক'ব নোৱাৰি। আদৰ্শৰ বেমাৰী সিহঁত। সাৱধানে কথা কোৱা উচিত হ'ব। মনে মনে ভাবিলে চেতিয়াই।

"ক'ৰ ল'ৰা তুমি? কি কামত আহিছা?" —মাতটো কোমল কৰি সুধিলে যোগেন চেতিয়াই।

বিক্ৰমে নিজৰ পৰিচয় দিয়াৰ লগতে আন কথাবিলাকো ক'লে। শিবিৰৰ মানুহখিনিৰ অসুবিধা আৰু অভিযোগৰ একো ব্যৱস্থা নোহোৱাৰ কাৰণে যোগেন চেতিয়াও যে দায়ী [illegible]ৰ কথা-বতৰাত সেই কথাও নোলোৱাকৈ নেথাকিল। অলপ অস্বস্তিত পৰিল চেতিয়া।

"তুমি সৰু ল'ৰা। অৱশ্যে তোমাৰ কথাখিনিত কিছু সত্যতা নথকা নহয়। কিন্তু কথা হ'ল, তোমালোকৰ গাঁৱৰ মানুহেইতো কৰিছে সকলো কাম। মোতকৈ তেওঁলোকৰ লগতহে এইবোৰ কথা পাতিলে কামত আহিব।" —গা এৰা দিবলৈ চালে চেতিয়াই।

"সেইটো জানো। আজি মই শিবিৰটো চাবলৈহে আহিছিলো। আপোনাক লগ পাম বুলি ভবা নাছিলো। অৱশ্যে ভালেই হ'ল। আপোনাৰ কথাখিনিও মোৰ কামত আহিব।" —সম্ভ্ৰমেৰে ক'লে বিক্ৰমে।

চেতিয়াই কথা সামৰিলে। সামান্য হাঁহি ল'ৰাটোক বিদায় দিলে। বিক্ৰম ওলাই যোৱাৰ লগে লগে তেওঁ চিঠি এখনত সকলো কথা লিখি চকীদাৰক আদেশ দিলে সেইখন পুৰন্দৰ হাজৰিকাক ততাতৈয়াকৈ দি আহিবলৈ। যোগেন চেতিয়া চতুৰ বিষয়া। যি ব্যৱস্থা ল'ব লাগে পুৰন্দৰ হাজৰিকাই ল'ব। বিধায়ক হোৱাৰ সপোন দেখিছে মানুহটোৱে। ডেকা ল'ৰাক কেনেকৈ আদৰ্শচ্যুত কৰিব পাৰি সেই বিদ্যা ৰাজনীতিৰ পথাৰত ইতিমধ্যেই খোজ পেলোৱা পুৰন্দৰৰ নিশ্চয় থাকিব।

চকীদাৰৰ হাতৰ পৰা চিঠিখন লৈ থিয়ৈ থিয়ৈ পঢ়ি পেলালে পুৰন্দৰ হাজৰিকাই। ভবানী বৰুৱাৰ হৰিভকত বিজন চৌধুৰীৰ ল'ৰাটোক গুৱাহাটীলৈ যোৱা বাছত দেখাৰ কথা মনত পৰিল হাজৰিকাৰ।

"সাপৰ সৰু-বৰ নাই।" —হুপি থকা চিগাৰেটৰ টুকুৰাটো ভৰিৰ গোৰোহাৰে মোহাৰি

পেলালে পুৰন্দৰে। তাৰ পিছত হাতৰ চিঠিখন টুকুৰা-টুকুৰকৈ ফালি দুহাতৰ তলুৱাৰে মোহাৰি মোহাৰি এটা সৰু বলৰ দৰে কৰি দূৰলৈ দলিয়াই দিলে। খঙত ৰঙা পৰা চকু দুটাৰে তেওঁ চকীদাৰটোক হুকুম দিলে— "চেতিয়াক ক'বি চব যোগাৰ থাকিব। গধূলি ছয় বজাত পঞ্চায়ত অফিচলৈ আহি যাব।" —চকীদাৰটোৰ ফালে নোচোৱাকৈয়ে হাজৰিকা ভিতৰ সোমাল। শোৱনি-কোঠাৰ আলমাৰিটো খুলি বিলাতী মদৰ বটল এটা উলিয়াই কাগজেৰে নুৰিয়াই ল'লে। টেবুলৰ ওপৰতে পৰি থকা মটৰ চাইকেলৰ চাবিটো লৈ ঘৰৰ কাকো একো মাতবোল নকৰাকৈ মটৰ চাইকেল লৈ ওলাই গ'ল পুৰন্দৰ হাজৰিকা। যোগেন চেতিয়াৰ লগত এটা বিশেষ গধূলি মদৰ বটল খুলি বৰ্তমান আৰু ভৱিষ্যতৰ দিনবোৰৰ এখন নিখুঁত পৰিকল্পনা কৰিবলৈ।

# চৈধ্য

অস্থায়ী শৰণাৰ্থী শিবিৰৰ পৰিচালক যোগেন চেতিয়াৰে হোৱা কথা-বতৰাৰ পিছত বিক্ৰম উভতিল ঘৰ অভিমুখে। দলংখনৰ ওপৰৰপৰা সি অলপ সময় আগতে নদীখনত সাঁতুৰি-নাদুৰি হৈ-হাল্লা, হট্টগোলেৰে গোটেইখন উখল-মাখল লগাই থকা নাঙঠ-পিঙঠ ল'ৰা-ছোৱালীজাকৰ ফালে চাই পঠিয়ালে। ইতিমধ্যে বেছিভাগ ল'ৰা-ছোৱালীয়েই নদীৰপৰা উঠি শিবিৰলৈ উভতি গৈছে। অলপ সময় আগতে সিহঁতৰ চিঞৰ-বাখৰ, হাই-উৰুমিৰে জীৱন্ত হৈ উঠা তাৰ চিনাকি নদীৰ ঘাট এতিয়া প্ৰায় নিজান,কইনা ওলাই যোৱা বাহী বিয়াঘৰৰ দৰে। পূবৰ আকাশখনলৈ চালে সি। ৰাতিপুৱা দেখা পাতলীয়া ডাৱৰখিনি নোহোৱা হৈ আকাশখন এতিয়া কোনোবা চঞ্চলা চপলা গাভৰুৰ তন্বী দেহবল্লৰী শুৱনিকৈ তুলি ধৰিব পৰা এখন গাঢ় নীলা চাদৰ হৈ পৰিছে। শৰতৰ আগমনে ফৰকাল কৰি পেলোৱা ৰৌদ্ৰোজ্জ্বল দুপৰৰ আকাশ কোমল উষ্ণতাৰে মোহময় হৈ উঠিছে। কবি নবকান্তৰ দৰে অকণি আকাশ বুকুত সাবটি ল'বৰ মন গ'ল তাৰ। দলঙৰপৰা নামি সি তাৰ চিনাকি ঘাটটোৰ ফালে খোজ ল'লে। খৰালিৰ বালি চাপৰিত এতিয়া বাটে পোৱালি মেলিছে। সি গৰাৰ একেবাৰে কাষে কাষে লাহে লাহে আগবাঢ়িল। অ'ত-ত'ত গৰা খহিছে। মাটিৰ খহিপৰা টুকুৰাবোৰে দুপৰৰ নিৰ্জনতাক আৰু গভীৰ কৰিছে। পাটগাভৰু হেন দিখৌৰ পাৰে পাৰে কোমল কহুঁৱাবোৰ মৃদু বতাহত হালিছে-দুলিছে। পশ্চিমৰপৰা বোৱা কোমল মাটিৰ গোন্ধ সনা পাতল বতাহ জাকত প্ৰাণভৰি উশাহ ল'লে সি। নিৰ্মল অম্লজান ভৰা বতাহে তাৰ বুকুৰ ভিতৰখন সজীৱ কৰি তুলিলে। ইমানপৰে পুৱাৰপৰা ঘটি থকা ইটো-সিটো ঘটনাই গধুৰ কৰি পেলোৱা তাৰ মনটো মুকলি লাগিল। ৰূপহী প্ৰকৃতিৰ যাদুস্পৰ্শত সম্মোহনৰ বান আছিল। আপোন পাহৰি সি দিখৌৰ অপৰূপ সৌন্দৰ্য আকণ্ঠ পান কৰিবলৈ ধৰিলে এক ক্ষুধাতুৰ চাতকৰ দৰে।

চিনাকি ঘাটটো পালেগৈ সি। পিন্ধি থকা জোতাযোৰ পাৰতে এৰি সি নামি গ'ল পানী যুঁৱলিলৈ। গাঁৱৰ মহিলাখিনিয়ে কাপোৰ ধোৱা শিলৰ পাটছটা ৰ'দ মুখীয়া হৈ পৰি আছিল প্ৰাচীন কাছ এটাৰ দৰে। বছৰ বছৰ ধৰি পৰি থকা শিলছটাৰ বুকু মসৃণ, আইনা এখনৰ দৰে হৈ পৰিছিল। শিলছটাৰ কাষলৈ আহি সি কিছু সময় তাত পৰা ৰ'দৰ জিলমিলনিখিনিলৈ চাই থাকিল। মাজে মাজে শিলছটাৰ ওপৰত পৰা পোহৰখিনিকে এজোলোকা পানীৰ দৰে লাগিছিল তাৰ। একেথৰে শিলছটালৈ চাই থাকোঁতে তাৰ মনত পৰিল অহল্যাৰ কথা। ৰামৰ অপেক্ষাত যুগ যুগান্তৰ শিল হৈ পৰি ৰোৱা সেই প্ৰেমময়ী

নাৰীৰ স্মৃতিয়ে তাৰ চকুৰ পতালৈ আৰ্দ্ৰতা নমাই আনিলে। অজানিতে তাৰ প্ৰসাৰিত হাতে শিলছটা স্পৰ্শ কৰিলে।

"কি কৰিছা?" —চন্দ্ৰালী... চন্দ্ৰালীৰ মাত . তাৰ প্ৰসাৰিত হাত পিছুৱাই আহিল। ঘূৰি চালে সি। ঘাটৰ মুখৰ গৰাত থিয় হৈ তাই তালৈকে চাই আছে। তাৰ চকুত পৰিল তাইৰ দুডলীয়া বেণীত যেন দুটা পখিলা বান্ধ খাই আছে। আঁঠুৰ তললৈকে পৰা বগা ফ্ৰকটোৰ ওপৰত কমলাবুলীয়া পাতল ছুৰেটোৰ এটা পিন্ধিছে তাই, বুকুফলা। নৈৰ পাৰৰ কোমল বতাহৰ বা লাগি লাহে লাহে উৰি আছে তাইৰ কপালৰ দুযোফালে পৰি থকা দুই চাৰি অবাধ্য কেশগুচ্ছ।

"নামি আহা।" —তাইক মাতিলে সি দিখৌৰ পানী যুঁৰলিলৈ।

পিন্ধি থকা চেণ্ডলযোৰ সি খুলি থৈ যোৱা জোতাযোৰৰ কাষতে ৰাখি নামি গ'ল তাই নদীৰ পাৰৰ হেলনীয়া পথেৰে সিহঁতৰ চিনাকি নদীৰ চিনাকি ঘাটলৈ। তাৰ গাৰ একেবাৰে কাষত গৈ থিয় হ'ল তাই।

"কি কৰিছা ইয়াত?" —তাৰ চকুলৈ চাই আকৌ সুধিলে তাই। কাপোৰ ধোৱা শিলছটাত বহি সি ভৰিৰ তলুৱাৰে পানী কাটি আছিল। শিলছটাৰ মসৃণ বুকুত সি আকৌ এবাৰ আঙুলি বুলালে।

"বহা ইয়াতে।" —অকণমান লৰচৰ কৰি বহিল সি। গাত গা লাগিল সিহঁতৰ। তাইৰ গাৰ পৰা মিঠা সুগন্ধি এটা উৰি আহি তাৰ নাকত লাগিল।

"ঘাটলৈ আহিলা কিয়?"

"তোমাক বিচাৰি গৈছিলো। আমৈয়ে ক'লে, ৰাতিপুৱাই ওলাই আহিছিলা তুমি শৰণাৰ্থী শিবিৰলৈ। এতিয়া মানে তাৰ পৰা উভটিলা ভাবিয়েই ঘাটলৈ আহিছিলো, ইয়াতে পাওঁ বুলি।" —মাজ নদীৰে মেটেকা কিছুমান উটি গৈছিল ভটিয়নি পানীত। বেঙুনীয়া ৰঙৰ ফুল কেইপাহমানো ফুলিছিল তাত। বিক্ৰমে অলপ সময় এনেয়ে চাই থাকিল নদীৰ মাজৰ পানীৰ ধাৰটোৰ ফালে।

"এই মেটেকাবোৰ ক'ৰপৰা আহে, ক'লৈ যায় জানানে?" —সৰু মাতেৰে তাইক সুধিলে সি। তায়ো চালে এডাল প্ৰকাণ্ড অজগৰৰ দৰে লাহে লাহে অকাই-পকাই বৈ যোৱা দিখৌৰ বুকুলৈ। ভটীয়নি সোঁতত উটি গৈ আছে মেটেকাখিনি। চাই থাকোঁতে থাকোঁতে মেটেকাখিনি শিৱৰ মূৰৰ জঁটা যেন লাগিল তাইৰ।

"কিতাপত পঢ়িছোঁ, মেটেকাৰ ফুলৰ পৰা হোৱা গুটি বতাহত উৰি ফুৰে। এখন জলাশয়ৰ পৰা আন এখন জলাশয়লৈ এনেদৰেই সেইবোৰ বিয়পি পৰে।" —দুটামান ঘূৰণীয়া শিল নদীৰ বুকুৰপৰা বুটলি ল'লে চন্দ্ৰালীয়ে। সি তাইৰ মুখলৈ চালে।

"মানুহেও মেটেকাৰ সঁচ এঠাইৰ পৰা আন ঠাইলৈ লৈ আনে। আমাৰ দেশলৈ

এনেকৈয়ে এইবোৰ আহিছে বুলি ক'ৰবাত পঢ়া মোৰ মনত আছে।" —সি কথাৰ আঁত ধৰি ক'লে।

"মেটেকাৰ কথা ইমানকৈ ভাবিছা যে?" —সিহঁত বহি থকা শিলছটাৰ ওপৰেৰে তায়ো হাতখন বুলাই নিলে। পানী মিহলি চেঁচা স্পৰ্শটোৱে তাইৰ শৰীৰত শিহৰণ তুলিলে।

"শৰণাৰ্থী শিবিৰৰ মানুহখিনি এই মেটেকাৰ দৰে। বতাহত উৰি নহয়, ধুমুহাত পৰি নিজৰ ঘৰ এৰি সিহঁত আমাৰ দেশ পাইছেহি। গুৱাহাটী, ধুবুৰী, তেজপুৰ, লক্ষীমপুৰ, নগাঁও, মৰিগাঁও আনকি আমাৰ সুন্দৰপুৰতো আহি হাজাৰ-হাজাৰ শৰণাৰ্থীয়ে থিতাপি লৈছেহি সময়ৰ সোঁতত উটি।" —দূৰৰ আকাশত চকু থ'লে সি। অনুমান কৰিবৰ মন গ'ল তাৰ কিমান দূৰত আছে এই শৰণাৰ্থীসকলৰ জন্মভূমি?

"দেউতাই কৈছে—যুদ্ধ শেষ হ'লেই উভতি যাবগৈ এই মানুহখিনি।"

"যাব। উভতি যাব সৰহখিনি। কিন্তু কিছু সংখ্যক থাকিও যাব।"

"নিজৰ ঘৰ এৰি ইয়াত কিয় থাকি যাব এই মানুহখিনি? যুদ্ধৰ পিছত নিজৰ ঠাই, নিজৰ মানুহ বিচাৰি উভটি নোযোৱাৰ কি কাৰণ থাকিব পাৰে?"

চন্দ্ৰালীৰ প্ৰশ্ন শুনি অলপ সময় মনে মনে থাকিল বিক্ৰম। এই কথাৰ উত্তৰ দিবলৈ হ'লে ইতিহাসৰ বহুত পিছলৈ ঘূৰি যাব লাগিব সি। অতীজৰেপৰাই পূৰ্ব-বঙ্গৰ জনসাধাৰণক নানাবিধ প্ৰাকৃতিক দুৰ্যোগে জুৰুলা কৰি আহিছে। গঙ্গা, মেঘনাকে আদি কৰি পূব আৰু উত্তৰ ভাৰতৰ বেছিখিনি নদীয়েই পূৰ্ব-বঙ্গৰ মাজেৰে বৈ গৈ বঙ্গোপসাগৰত লীন হৈছেগৈ। বাৰিষাৰ কথা বাদেই খৰালি বতৰতো এই দেশৰ দুই তৃতীয়াংশ মাটি পানীৰ তলত থাকে। বাৰিষাৰ সময়খিনি ইয়াৰ সৰহখিনি মানুহে নিজে সাজি লোৱা হাত নাৱতে কটাই দিয়ে। বঙ্গদেশ মোগলে অধিকাৰ কৰাৰ পিছত হিন্দু উচ্চ বৰ্ণৰ জমিদাৰসকলে এই বন্যাৰ্ত্ৰ তথা ক্ষুধাৰ্ত মানুহখিনিৰ অৰ্থনৈতিক দুৰৱস্থাৰ সুযোগ লৈ তেওঁলোকক বন্ধুৱা, তাঁতী আদিৰ কামত নিয়োজিত কৰি সমস্ত মাটিবাৰীৰ মালিকানা ছলে-বলে-কৌশলে হস্তগত কৰিলে। তদুপৰি এই মানুহখিনিৰ বেছিভাগেই হিন্দু সমাজৰ নিম্ন শ্ৰেণীভুক্ত জাতিৰ হোৱা হেতুকে তেওঁলোকৰ ওপৰত উচ্চ বৰ্ণৰ জমিদাৰসকলৰ শাসন-শোষণৰো মাত্ৰাধিক্য হৈছিল দেশৰ অন্যান্য প্ৰান্তৰ দলিতসকলৰ ওপৰত হোৱা সামাজিক তথা অৰ্থনৈতিক নিষ্পেষণৰ দৰেই। অৰ্থনৈতিক দুৰৱস্থা আৰু সামাজিক নিষ্পেষণৰ হাত সাৰিবলৈ এইখিনি সময়তে এওঁলোকৰ এক বৃহৎ অংশই ইছলাম ধৰ্মত শৰণ লয়। মুছলমান নবাবসকলৰপৰা ইংৰাজে বঙ্গদেশ অধিকাৰ কৰাৰ সময়ত পূৰ্ব-বঙ্গৰ অধিবাসীসকলৰ সৰহভাগেই ইছলামধৰ্মী হৈছিলগৈ। পশ্চিমবঙ্গৰ কুলীন হিন্দুসকলৰ লগত এই সময়তে পূৰ্ব-বঙ্গৰ মুছলমানসকলৰ এক বিভাজন আহি পৰে যদিও ভাষা আৰু সংস্কৃতিৰ ফালৰপৰা এই দুয়োটা অংশৰ জনসাধাৰণৰ মাজত এক সু-প্ৰাচীন ঐক্য আছিল। ইছলাম ধৰ্মত দীক্ষিত হৈও আৰ্থিকভাৱে পূৰ্ব বঙ্গৰ জনসাধাৰণৰ

বিশেষ উন্নতি নহ'ল। প্ৰাকৃতিক দুৰ্যোগে জুৰুলা কৰা দেশখনক ধৰ্মান্তৰে আৰ্থিক সচ্ছলতা আনি দিব নোৱাৰিলে। ১৯৪৭ চনত পূব-পাকিস্তান নাম লৈ নতুনকৈ গঠিত হোৱা ইছলামিক ৰাষ্ট্ৰ পাকিস্তানৰ লগত চামিল হোৱা সত্বেও এই মানুহখিনিয়ে বিশেষ একো সুবিধা নেপালে।

"দুখীয়া-নিচলা মানুহেৰে আজিও ভৰি আছে সেইখন দেশ। সেই কাৰণেই স্বাধীনতাৰ আগতেও সেই দেশৰ পৰা হাজাৰ-হাজাৰ নিঃস্ব, কৰ্পদকহীন মানুহক আনি আমাৰ ৰাজ্যৰ অনাবাদী মাটিত স্থাপন কৰা হৈছিল।" —একান্তমনে তাৰ কথা শুনি আছিল চন্দ্ৰালীয়ে।

"কোনে কৰিছিল তেওঁলোকক এইদৰে আমাৰ দেশত স্থাপন?" —তাই সুধিছিল বিক্ৰমক।

"১৯৩৭ চনত ভাৰতক স্বায়ত্ত শাসন দিয়াৰ প্ৰথম পদক্ষেপ হিচাপে বৃটিছ চৰকাৰে নিৰ্বাচন পাতিছিল গণভোটৰ ভেটিত। নিৰ্বাচনত ভাৰতীয় জাতীয় কংগ্ৰেছ আৰু মুছলিম লীগ উভয়েই ভাগ লৈছিল। কংগ্ৰেছ দলে মুছলিম লীগতকৈ বেছি আসন পাইছিল যদিও মহাত্মা গান্ধীৰ ইচ্ছানুসাৰে চৰকাৰ গঠনৰপৰা আঁতৰি থাকিল। এনে এটা সুযোগ পাই ছাৰ চাদুল্লাৰ নেতৃত্বত মুছলিম লীগে অসমত চৰকাৰ গঠন কৰিলে। ভৱিষ্যতে যে ভাৰতবৰ্ষ ধৰ্মৰ ভেটিত দ্বিখণ্ডিত হ'ব সেই কথা ছাৰ চাদুল্লাৰ নিচিনা চতুৰ ৰাজনীতিজ্ঞই তেতিয়াই ধৰিব পাৰিছিল। পূৰ্ব-বঙ্গৰ গৰিষ্ঠ জনসাধাৰণ ইতিমধ্যেই ইছলাম ধৰ্মত দীক্ষিত হৈছিল। মুছলিম লীগৰ নেতৃত্বই এখন ইছলামিক ৰাষ্ট্ৰ গঠনৰ সপোন সফল কৰিবলৈকে অসমত পৰিকল্পিতভাৱে ইছলাম ধৰ্মাবলম্বীসকলৰ আবাদী বঢ়োৱাৰ কাৰ্যসূচী হাতত লৈছিল।" -—তাই সম্মোহিত হৈ গৈছিল তাৰ কথা শুনি। ইমান কথা জানে বিক্ৰমে! বুকু ফুলি উঠিছিল গৌৰৱত। দিখৌৰ বুকুলৈ আকৌ এবাৰ চকু দিলে তাই। নিশব্দে কিন্তু নিশ্চিন্তে বৈ আছে এই নদীৰ বুকুৰে অমৃতবাহী সলিল ধাৰা। তাইৰ বুকুৰেও নিশ্চিতি আৰু নিৰাপত্তাৰে বৈ আছে প্ৰেমৰ ফল্গু নদী, বিক্ৰম নামৰ তাইৰ আজন্ম চিনাকি আপোনৰো আপোন, এই ল'ৰাটোৰ বুকুৰ মোহনা বিচাৰি। সামান্য কাষ চাপি গ'ল তাই তাৰ শৰীৰৰ উম বিচাৰি।

তাৰ কথা শেষ হোৱা নাছিল। এইবাৰ সি তুলি ল'লে তাৰ হাতৰ মুঠিত তাইৰ হাত। লিহিৰি লিহিৰি আঙুলিকিটাৰ পাব গণি গণি সি কৈ গ'ল— "অসমৰ অনাবাদী মাটিত সেউজ বিপ্লৱৰ সূচনা কৰাৰ নামত পূৰ্ব-বঙ্গৰ দুখীয়া মুছলমান জনসাধাৰণক উদগনি দিয়া হ'ল অসমৰ মাটিত থিতাপি ল'বলৈ। ধুবুৰী, গোৱালপাৰা, দৰং আৰু মঙ্গলদৈ অঞ্চলৰ চৰ-চাপৰিবোৰৰ হাজাৰ-হাজাৰ বিঘা অনাবাদী মাটিত সৰু সৰু জুপুৰি সাজি এইসকল লোকক বসবাস কৰাৰ সুবিধা দিয়া হ'ল। বাৰিষা চৰবিলাক বাঢ়নী পানীয়ে ডুবাই পেলায়। দুঃস্থ মানুহখিনি পেটৰ ভোকত ৰ'ব নোৱাৰি ওলাই আহে কাম বিচাৰি আপেক্ষিকভাৱে সচ্ছল থলুৱা কৃষকৰ গাঁৱলৈ। নাঙল আৰু বলধেৰে খেতি কৰা থলুৱা

মানুহখিনিয়ে এসাঁজ ভাত, এখন কাপোৰৰ বিনিময়ত এইসকল উদ্বাস্তুক ব্যৱহাৰ কৰে সস্তীয়া বনুৱা হিচাপে কৃষি কৰ্মত। তাৰে কিছুমানক মাটি-বাৰী দি নিজৰ ঘৰতেই সংস্থাপন কৰি লয় কোনো কোনোৱে। অৱস্থাপন্ন কিঘৰে আকৌ ঘৰৰপৰা দূৰত থকা পামৰ খেতিপথাৰ চাবলৈ নিয়োগ কৰে এনেকুৱা দুই-চাৰিটা পৰিয়ালক স্থায়ী কৃষি বনুৱা হিচাপে। এই দৰেই ছাৰ চাদুল্লাই দেখা সপোন দিঠক হোৱাৰ পথত আগবাঢ়ে উত্তৰ-পূবৰ এই বৃহৎ অঞ্চলত।" —কথা শেষ কৰি সি চন্দ্ৰালীৰ হাতৰ আঙুলি নিজৰ আঙুলিৰে চেপি ধৰিলে। গাটো জিকাৰি উঠিল তাইৰ। তাৰ মুখৰ পৰা চকু আঁতৰাই তললৈ চালে তাই।

বেলি মূৰৰ ওপৰ পাইছিলহি। আহিনৰ ফৰকাল আকাশৰ ৰং লাগিছিল চন্দ্ৰালীৰ গাত, তাইৰ মনত। দিখৌৰ পানীত জোঁকাৰণি উঠিছিল। নদীৰ বুকু চুই এছাটি কোমল বতাহ উটি আহিছিল চিনাকি ঘাটলৈ। বিক্ৰমৰ কথাৰ সুৰত যাদু আছিল। আৱেগত তাইৰ চকুৰ পতা মুদখাই গৈছিল।

"আৰে! টোপনি আহিল নেকি তোমাৰ?" —ক'ব নোৱৰাকৈয়ে তাৰ কান্ধত তাই মূৰ থৈছিল। বিক্ৰমৰ মাত শুনি তাইৰ লাজ লাগিল। চকু নেমেলিলে তাই।

সি তাইৰ মুখলৈ চালে। নিশ্চিত নিৰাপত্তাৰে চন্দ্ৰালীয়ে তাৰ কান্ধত হেলান দিছে। সি তাইৰ মূৰত হাত থ'লে। ওচৰ চাপি আহিল তাই। বতাহো সৰকিব নোৱৰা হ'ল সিহঁত দুটাৰ মাজেৰে। তাৰ ডিঙিটো মেৰিয়াই ধৰিলে তাইৰ হাত দুখনে।

"এই...!" —লাহেকৈ মাতিলে সি।

"ওঁ...!" —শুনো-নুশুনোকৈ ওলাল তাইৰ ওঁঠ ফালি এই এটা মাত্ৰ শব্দ। বিক্ৰমে আলফুলে তাইক সাবটি ধৰিলে।

"ভালপাওঁ তোমাক!" —তাইৰ কাণৰ কাষত খুউব সন্তৰ্পণে সি উচ্চাৰণ কৰিলে যুগে যুগে ডেকা-গাভৰুৱে উচ্চাৰণ কৰা চিৰ নতুন সেই পুৰণা কথাশাৰী। কলেজ হোষ্টেলৰ প্ৰতিটো নিশা শেতেলীত পৰি উচ্চাৰণ কৰা এই এটা বাক্য আজি সি তাইৰ কাণৰ কাষত খুব লাহে লাহে, আলফুলে উচ্চাৰণ কৰিলে। তাইৰ চুলিত তাৰ ওঁঠ লগালে।

"ভালপাওঁ তোমাক!" দিখৌ নদীৰ বুকুৰ সোঁতে শুনিলে চন্দ্ৰালীৰ সেই মাত। বিক্ৰমৰ বুকুৰ মাজত সৰু সৰু ঢৌ কিছুমানে উখল-মাখল লগালে। দুহাতে তুলি ল'লে তাইৰ মুখমণ্ডল সি। তেতিয়াও চকু মেলা নাছিল চন্দ্ৰালীয়ে।

তাইৰ বন্ধ চকুৰ পতাত তাই অনুভৱ কৰিলে তাৰ উষ্ণ ওঁঠৰ কোমল অথবা তীক্ষ্ণ পৰশ। তাইৰ পাটগাভৰু বুকুত খদমদম লাগিল। দিখৌ নদীৰ চিনাকি ঘাটৰ চিনাকি শিলছটাই প্ৰাণ পালে। ৰৌদ্ৰোজ্জ্বল দুপৰত সেই পুৰণি শিলছটাই সিহঁতক শেৱালিৰ দলিচা পৰা দুবৰিৰ আমেজ দিলে। এজাক আলসুৱা ডাৱৰে শৰতৰ আকাশখন কেই মুহূৰ্তমানৰ কাৰণে সাবটি ধৰিলে।

# পোন্ধৰ

গুৰুজনাৰ জন্মোৎসৱলৈ মাজতে মাত্ৰ দুটা সপ্তাহহে বাকী। সুন্দৰপুৰৰ নামঘৰত এই কেইদিন সন্ধিয়াৰেপৰা 'পাৰিজাত হৰণ' নাটৰ আখৰা চলিছে। বিজন চৌধুৰীয়ে শেন চকু ৰাখিছে যাতে আখৰাৰ সময়ত সকলোবোৰ ভাৱৰীয়া উপস্থিত থাকে। পুৰুষ-তিৰোতা উভয়ৰে ভূমিকাত অসমৰ গাঁও আৰু সত্ৰসমূহৰো পৰম্পৰা অনুসৰি পুৰুষসকলেই অভিনয় কৰিছে। সত্যভামাৰ ভূমিকাত নামঘৰীয়াৰ সৰু পুতেক আনন্দিকে লোৱা হৈছে। সৰুৰেপৰা ল'ৰাটোৱে ৰাসলীলাত ৰাধাৰ ভূমিকা কৰি নাৰী চৰিত্ৰৰ ভাও কৰাত অভ্যস্ত হৈ গৈছে। যোৱা বছৰ মাজুলীৰ বিখ্যাত আউনীআটী সত্ৰত দুমাহ থাকি গুৰুজনাৰ 'পাৰিজাত হৰণ' নাটকৰ সত্যভামাৰ চৰিত্ৰটোৰ বিষয়ে খৰচি মাৰি জানি অহাৰ ফলত আনন্দিৰ অভিনযো মন পৰশা হৈছে। সত্ৰৰ নাট্যাচাৰ্যসকলৰ প্ৰচেষ্টাত অকল আনন্দিৰে নহয় বাকী কিজনৰো নৃত্যৰ মুদ্ৰা তথা অভিনয় আৰু সংলাপ প্ৰক্ষেপণৰ ভঙ্গী ভালেখিনি উন্নত হৈছে। বিজন চৌধুৰীৰ চকুত সেই কথা এই কেইদিনৰ আখৰাতে ধৰা পৰিছিল।

নাট মেলাৰ দিনৰেপৰা গাঁৱৰ ল'ৰা-ছোৱালীখিনি সন্ধিয়া হ'লেই আখৰা চাবলৈ বুলি নামঘৰত গোট খাযহি। ভবানী বৰুৱা আৰু বিজন চৌধুৰীৰ ঘৰৰ পেট্ৰ'মাক্স আৰু ডে-লাইটকেইটা আনি নামঘৰীয়াই সন্ধিয়াতে মচি-কুচি ফুল্ পাম্প দি জ্বলাই দিয়ে। তিনিটা পেট্ৰ'মাক্স আৰু দুটা ডে-লাইটৰ পোহৰে গোটেইখন দিন যেন পোহৰ কৰি পেলায়। নামঘৰীয়াই আধা বা পোনে ঘণ্টাৰ মূৰে মূৰে পেট্ৰ'মাক্সকিটাৰ হাৱা চেক্ কৰি দৰকাৰ হ'লে পুনৰ পাম্প দিয়ে। ভৰিৰ আঙুলিৰ ওপৰত ভৰ দি ফচ্‌ফচ্‌কৈ পেট্ৰ'মাক্সত পাম্প দিযাৰ দৃশ্যই ল'ৰা-ছোৱালীবোৰক সম্মোহিত কৰি পেলায। সিহঁতে ভাৱৰীয়াসকলৰ বচন আওৰোৱা চাবলৈ এৰি নামঘৰীয়াৰ চাৰিওফালে ভিৰ কৰেহি।

বিচিত্ৰ সুন্দৰপুৰৰ কৃষ্টি। গাঁওখনৰ সৰহখিনি মানুহ গুৰুজনাই প্ৰচাৰ কৰি যোৱা নামধৰ্মৰ অনুগামী। কেইঘৰমানে অৱশ্যে এতিয়াও পূজা-সেবাৰ পৰম্পৰা এৰা নাই। শাক্তপন্থী সেই কেইঘৰে শাৰদীয় দুৰ্গোৎসৱৰ সমযত ৰাস্তাৰ দাঁতিতে থকা বাৰোৱাৰী পূজা ঘৰত দেৱী মাতৃৰ প্ৰতিমা স্থাপন কৰি দুৰ্গা পূজাৰ আযোজন কৰে। তেওঁলোকৰ এই আযোজনত নামধৰ্মীসকলেও সৰ্বতোপ্ৰকাৰে সহায় সাৰথি কৰে। দান-বৰঙণিৰ বাহিৰেও পূজাৰ চাৰিও দিনে মণ্ডপলৈ আহি অভ্যাগতৰ সা-শুশ্ৰূষাত ভাগ লয অতি আনন্দেৰে। দুৰ্গোৎসৱৰ ঢাক আৰু ঢোল বজাবলৈ পূজা কমিটিযে ঢুলীযা আৰু ঢাকিযা কোচবিহাৰ নহ'লে জলপাইগুৰিৰপৰা ভাড়া আনে। সুন্দৰপুৰৰ ল'ৰা-ছোৱালীযেই নহয়,

জ্যেষ্ঠ পুৰুষ-মহিলায়ো বেলবৰণৰ সন্ধিয়াৰে পৰা আৰতিৰ সময়ত পূজামণ্ডপত আহি আৰতি উপভোগ কৰে, দিনত পূজাৰ শেষত পূজাৰীয়ে ছটিয়াই দিয়া শান্তিপানী শিৰত লৈ ৰক্তজবা ফুলৰ নিৰ্মালি কাণত পিন্ধি পৰম শ্ৰদ্ধাৰে দেৱীৰ আগত নতজানু হয়। মুঠতে কি শাক্ত, কি বৈষ্ণৱ সকলোৱে একেলগে সুন্দৰপুৰৰ সামাজিক-সাংস্কৃতিক পৰিবেশ কোনো কলুষ-কালিমা, অসূয়া-অপ্ৰীতিৰ সংস্পৰ্শলৈ আহিবলৈ নিদিয়াকৈ ধৰি ৰাখিছে।

এই বছৰ শাৰদীয় দুৰ্গোৎসৱ কেইদিনমান আগবাঢ়িছে। বিজয়া দশমীৰ এসপ্তাহ পিছতহে গুৰুজনাৰ জন্মোৎসৱৰ তিথি পৰিছে। নামঘৰত আখৰা চলাৰ মাজে মাজে ডেকা ল'ৰাহঁতে দুৰ্গোৎসৱ উপলক্ষে পাঠশালাৰপৰা আহিবলগা যাত্ৰাপাৰ্টিয়ে এইবাৰ কি কি নাটক দেখুৱাব সেই লৈয়ো আলোচনা কৰিছে। মুঠতে শৰতৰ আগমনৰ লগে লগেই সুন্দৰপুৰৰ ডেকা-গাভৰু, বুঢ়া-মেথা সকলোৰে মন-প্ৰাণ উৎসৱমুখৰ হৈ উঠিছে।

মাত্ৰ এজনৰ বাদে।

পুৰন্দৰ হাজৰিকাই শৰতৰ আগমনক আদৰিব পৰা নাই।

হাজৰিকাৰ খং উঠিছে। যোৱা বছৰেই নামঘৰত ঘটি যোৱা ঘটনাটোৱে এতিয়াও এটা কেঁচা ঘাঁৰ দৰে হাজৰিকাৰ মন আৰু শৰীৰত বিষক্ৰিয়া কৰি আছে। তেওঁ অহাত কি[illegible]পলম হোৱাৰ সুবিধা লৈ ভৱানী বৰুৱা আৰু বিজন চৌধুৰীয়ে গুৰুজনাৰ জন্মোৎসৱৰ সকলো আয়োজনৰ গুৰি ধৰাৰ দায়িত্ব লৈ ল'লে। এইবাৰো তেওঁলোককেই দায়িত্ব দিয়া হ'ল আগৰ বাৰ সকলো কাম নিয়াৰিকৈ চলোৱাৰ সুবাদতে। আৰু গাঁৱৰ মানুহখিনিও! ভৱানী বৰুৱা আৰু বিজন চৌধুৰী নহ'লে যেন তেওঁলোকে একো এটাকে কৰিব নোৱাৰে। মানুহখিনিয়ে জানো নেজানে আজি পাঁচ বছৰে পুৰন্দৰ হাজৰিকাই নিজৰ কামেৰে দেখুৱাই দিছে ভৱানী বা বিজন নোহোৱাকৈয়ো কাম হ'ব পাৰে, হৈ আছে। পুৰন্দৰ হাজৰিকা সামান্য বেপাৰীৰপৰা আজি লাখটকীয়া ঠিকাদাৰ হ'লহি। তাত ভৱানী বা বিজনৰ কি অৰিহণা আছে? আজি গাঁও পঞ্চায়তৰ সভাপতিৰ নিচিনা এটা অতি গুৰুত্বপূৰ্ণ পদবীৰ অধিকাৰী পুৰন্দৰ। সেই কথাও সম্ভৱ হৈছে হাজৰিকাৰ নিজৰ চেষ্টাতে। প্ৰায় এশ বছৰীয়া পুৰণি শাসকীয় দলটোৰ সন্মানীয় পদবীও অধিকাৰ কৰিছে নিজৰ যত্ন আৰু চাতুৰ্যৰে। তাতো ভৱানী বৰুৱা বা বিজন চৌধুৰীৰ সহায়ৰ দৰকাৰ হোৱা নাই কোনোদিনে। তেনেহ'লে গাঁৱৰ মানুহখিনিক কিয় লাগে সকলো কামতে সেই দুটা মানুহক? হাজৰিকাই দুহাতেৰে মূৰটো হেঁচি ধৰে।

"উদয়! হেই উদয় এইফালে আহ।" —বহি থকা আৰামী চকীখন এৰি থিয় হ'ল পুৰন্দৰ। চোতালখনৰ একাষে থকা দুকোঠলীয়া ঘৰটোৰ ভিতৰৰ বিছনাতে পৰি 'ৰেডিঅ' চিল'ন'ৰ হিন্দী গান শুনি শুনি সুহুৰি বজাই থকা উদয়ভানুৰ কাণত ঠৰহ্‌কৈ পৰিল সেই চিঞৰ। ৰেডিঅ'ৰ ছুইচ্ অফ্ কৰি একে জাঁপে থিয় হ'ল সি বিছনা এৰি। বিছনাৰ কাষৰ ৰছী এডালতে ওলোমাই থোৱা ৰঙা-নীলা আঁক-বাঁক থকা বিহাৰী গামোচাখন ডিঙিত

পেলাই লৰ মৰাদি আহি পুৰন্দৰৰ ওচৰত হাত মোহাৰি মোহাৰি থিয় দি'লেহি।

"দুৰ্গা পূজালৈ আৰু কেইদিন বাকী?" —আজি দহ বছৰ ধৰি উদয়ভানুৰ হিচাপ আছে পূজা-পাৰ্বণৰ দিন-বাৰ। মহা অষ্টমীৰ দিনা সি দুৰ্গা-মাইৰ বেদীত ছাগলী বলি দি আহিছে তাৰ নিজৰ আৰু মালিকৰ মঙ্গলৰ কাৰণে। আৰু এসপ্তাহ পাছতে ষষ্ঠী পূজা, বেল বৰণ। তাৰ মনত আছে।

"এইবাৰ পূজাত যাত্ৰাপাৰ্টি আহিবনে নাই?" —পুৰন্দৰ হাজৰিকাই কিবা এটা হিচাপ কৰিলে।

"আহিব, আহিব। পাঠশালাৰ কোনোবা পাৰ্টি এটা ঠিক কৰিছে বুলি শুনিছোঁ। সপ্তমীৰপৰা নৱমীলৈ এই তিনি ৰাতি পালা হ'ব।" —উৎসাহেৰে ক'লে উদয়ভানুৱে। সি বিহাৰৰ ল'ৰা হ'লেও দুৰ্গা পূজাৰ সময়ত যিকোনো এজন বঙালী মানুহৰ দৰেই পূজাৰ প্ৰত্যেকটো দিন উপভোগ কৰে। সুন্দৰপুৰৰপৰা অলপ দূৰত থকা ইটাৰ ভাটাকিটাৰ বিহাৰী বনুৱাখিনিয়ে পূজাৰ বতৰত ৰাতি ৰাতি কীৰ্তন কৰে। ৰামলীলাৰ গানবোৰো ঢুলুকি আৰু খঞ্জৰী বজাই বজাই কোনো কোনো দিনা সিহঁতে ওৰে ৰাতি গায়। তেনেকুৱা ৰাতিবোৰত উদয়ভানুৰ টোপনি কেনিবা পলায়। বহুত বছৰ আগতেই এৰি থৈ অহা গাঁওখনলৈ মনত পৰে তাৰ। কিন্তু উভতি যোৱাৰ কথাও সি ভাৱিব নোৱাৰে। যিটো ঘটনাৰ কাৰণে সি গাঁও এৰিবলগা হ'ল তাৰ পিছত সি গাঁৱলৈ যোৱাৰ কথা এই জনমত আৰু কেতিয়াও ভাবিব নোৱাৰে। সেই কাহিনী আনকি পুৰন্দৰকো আজিলৈকে সম্পূৰ্ণকৈ কোৱা নাই সি।

"কি হ'ল? থৰ লাগিলি যে?" —পুৰন্দৰৰ কথাত উদয়ভানুৰ সম্বিত ঘূৰি আহিল।

"ঘৰৰ কথা মনত পৰিছে?" —পুৰন্দৰে সম্পূৰ্ণকৈ নহ'লেও কিছু কথা জানে উদয়ভানুৰ বিষয়ে। সিমানখিনি খোজ-খবৰ নকৰাকৈ তাৰ নিচিনা মানুহ এটাৰ হাতত ইমান দায়িত্ব নিদিয়ে পুৰন্দৰে। জীৱিকাৰ উপায় বিচাৰি বিহাৰৰপৰা বহুত মানুহ আহে প্ৰতিদিনে অসমকে ধৰি পূৰ্বোত্তৰৰ ৰাজ্যকিখনলৈ। ঠেলা আৰু ৰিক্সাগাড়ী চলাবলৈ, ৰাস্তা বনোৱাৰ কাৰণে মাটিকটা আৰু শিল ভঙাৰ নিচিনা কঠিন কামবোৰ কৰিবলৈ, থলুৱা ডেকা-বুঢ়াৰ হাজমত কৰিবলৈ, ইটাৰ ভাটাত আঠালতীয়া মাটি কাটি ইটা পুৰিবলৈ, মিকিৰ আৰু উত্তৰ কাছাৰ পাহাৰৰ ডাঠ হাবি ভাঙি আদা আৰু কুঁহিয়াৰৰ খেতি কৰিবলৈ প্ৰতিদিনে অবধ আচাম মেইল আৰু কামৰূপ এক্সপ্ৰেছৰ অসংৰক্ষিত ডবাত পাণ জ্বপাদি জাপ খাই শয়ে শয়ে বিহাৰী বনুৱা আহে এই মুলুকলৈ। বছৰটোৰ দহ মাহ হাড় ভঙা পৰিশ্ৰম কৰি হোলীৰ আগে আগে দুমাহৰ কাৰণে সিহঁত দেচলৈ যায়গৈ। ল'ৰা-ছোৱালী, আই-বোপাই, ককাই-ভাইৰ লগত একেলগে হোলি খেলিবলৈ। দহ মাহ ধৰি হাড়ক মাটি, তেজক পানী কৰি ঘটা দুটা পইচাৰে দেচত থকা পৰিয়ালটোৱে ভূস্বামীৰ ওচৰত বন্ধকী থোৱা ঘৰৰ ভেটিটো উদ্ধাৰ কৰিবলৈ, বুকুত এই মাত্ৰ কাপোৰ ল'বলৈ শিকা ছোৱালীজনীৰ

এটা গতি লগাবলৈ, যোৱা বছৰ দুমাহ ঘৈণীয়েকৰ লগত একে পাটিতে শোৱা সময়খিনিৰ সাক্ষী হৈ জনম লোৱা পানী কেঁচুৱাটোৰ মুখ চাবলৈ। কিন্তু উদয়ভানু? আজি দহ বছৰে পুৰন্দৰক এবাৰো কোৱা নাই সি দেচত এৰি থৈ অহা তাৰ পৰিয়ালটোৱে চিঠি বা টেলিগ্ৰাম এখনেৰে তাৰ আই-বোপাই, ভাই-ককাইৰ কুশল মঙ্গল জনাই তাক হুকুম দিছে এইবাৰৰ হোলিত ঘৰলৈ আহি যাবলৈ। পুৰন্দৰে নিশ্চয়কৈ জানে উদয়ভানুৱে তেওঁৰপৰা এনে এটা কথা গোপন কৰিছে যি কথা জনাজনি হ'লে সি আকৌ এখন নতুন মুখা বিচাৰি সুন্দৰপুৰ আৰু পুৰন্দৰকো এৰি যাব লাগিব। তথাপি উদয়ভানু বিশ্বাসী। আজি দহ বছৰে সি পুৰন্দৰক ফাঁকি দিয়া নাই। পুৰন্দৰে তাতকৈ বেছি একো জানিবও বিচৰা নাই।

অলপ অপ্ৰস্তুত হ'ল উদয়ভানু। পুৰন্দৰৰ চকুত তাৰ এই ৰূপ ধৰা পৰি যোৱা সি নিবিচাৰে।

"নাই এনেয়ে।"

"হ'ব হ'ব। লাজ কৰিব নেলাগে দে। চব মানুহৰে কোনো কোনো সময়ত অতীতটো মনত পৰে। সেইটো একো ডাঙৰ কথা নহয়। এতিয়া শুন, মই কি কাৰণে তোক মাতিছোঁ।" —পুৰন্দৰে চোতাল এৰি শোৱনি-কোঠা সংলগ্ন সৰু কোঠালিটোলৈ খোজ ল'লে। বিশেষ কিবা কথা আলোচনা কৰিব লাগিলে পুৰন্দৰে সেইটো কোঠাকে ব্যৱহাৰ কৰে। যোৱা পাঁচটা বছৰত অনেকবাৰ উদয়ভানুৱে সেইটো কোঠাত পুৰন্দৰৰ লগত বিভিন্ন বিষয় আলোচনা কৰিছে। অকণমান আগৰ অন্যমনস্কতা এৰি সি পুৰন্দৰৰ নতুন পৰিকল্পনাৰ কথা শুনিবলৈ মনটো প্ৰস্তুত কৰিলে।

সৰু কোঠালিটোত বেতৰ চকী দুখন, কাঠৰ টেবুল এখন আৰু পুৰন্দৰৰ ব্যৱসায় সম্বন্ধীয় ফাইল দুটামানৰ বাহিৰে আন একো নাই। পুৰন্দৰে চকী এখন টানি বহি ল'লে। দুৱাৰখন জপাই দি উদয়ভানুও পুৰন্দৰৰ মুখামুখিকৈ ইখন চকীত বহিল।

"শঙ্কৰ জন্মোৎসৱৰ কাৰণে গাঁৱৰ মানুহখিনিয়ে নাট এখন মেলিছে জাননে?" —কোনো ভূমিকা নকৰাকৈ সুধিলে পুৰন্দৰে।

মূৰ দুপিয়ালে উদয়ভানুৱে। সেই কথা জানে সি। যোৱা এমাহমান ধৰি নামঘৰত ল'ৰাবোৰে নাটৰ আখৰা কৰি আছে। মাজে মাজে খোল-তাল লৈ বয়সীয়া মানুহ কেইজনমানেও আখৰাত যোগ দিয়া সি দেখিছে।

"নাটখন মেলোঁতে মানুহখিনিয়ে মোক এবাৰো নুসুধিলে। যোৱা বছৰ জন্মোৎসৱৰ কাৰ্যসূচী ঠিক কৰিবলৈ পতা সভাখনত উপস্থিত হওঁতে মোৰ অকণমান দেৰী হোৱাৰ সুযোগ লৈ ভবানী বৰুৱাই মানুহখিনিক হাত কৰিলে। মই গৈ পাওঁতে কাৰ্যসূচী ঠিক কৰা হৈ গ'ল বুলি কৈ চৰকাৰে দিয়াৰ সিটো পাৰৰ চাপৰিত পাতিব খোজা ৰিলিফ কেম্পৰ কথাহে উলিয়ালে।" —উদয়ভানুৱে পুৰন্দৰৰ মুখলৈ একেথৰে চাই চাই তেওঁনো আচলতে কি ক'ব খুজিছে তাকে অনুমান কৰিবলৈ চেষ্টা কৰিছিল। ভবানী বৰুৱাক বেয়া পায়

মানুহটোৱে। সেই কথা ভালদৰেই জানে সি। গাঁৱৰ মানুহখিনিয়ে তেওঁৰ কথামতে কাম কৰাটো পুৰন্দৰে পচন্দ নকৰে। কিন্তু এতিয়া কি কৰিব খুজিছে মানুহটোৱে সেইটোহে অনুমান কৰিবলৈ টান পালে উদয়ভানুৱে।

"পূজাত আহিবলগা যাত্রা পার্টিটোৱে পূজা মণ্ডপত পালা দেখুৱাই থাকোঁতেই গণ্ডগোল এটা লগাই দিব লাগিব। দুৰ্গা গোসাঁনীৰ আগত ছাগলী, হাঁহ, পাৰ বলি দি গাঁৱৰ মানুহৰ ধৰ্মীয় অনুভূতিত আঘাত হানিছে বুলি হৈ-হাল্লা লগাই পালা চোৱা মানুহ আৰু পূজা কমিটিৰ সভাপতি-সম্পাদকক ভালদৰে লপা-থপা দুটামান দিলেই মাৰপিট আৰম্ভ হৈ যাব। ডেকা ল'ৰাখিনি যাতে দুটা ভাগত ভাগ হৈ যায় তাৰ কাৰণে আমাৰ ফালৰপৰা ল'ৰা কিছুমানক আগতেই হাত কৰি ৰাখিব লাগিব। মুঠতে ঘটনাটো এনেদৰে ঘটাব লাগিব যাতে দুয়োপক্ষৰে কিছু লোক হতাহত হয়। মই ভবা ধৰণে কামটো কৰিব পাৰিলে জন্মোৎসৱৰ সমস্ত কাৰ্যসূচী ধূলিসাৎ হৈ যাব।" —তাৰ হতচকিত দৃষ্টি উপেক্ষা কৰি পুৰন্দৰে নিজৰ পৰিকল্পনা তাক বুজাই দিলে।

সেইদিনাই আবেলিলৈ উদযভানুৱে দহটা ডেকা ল'ৰাৰ দল এটা ঠিক কৰিলে। শৰণাৰ্থী শিবিৰত থকা ভগনীয়া মানুহখিনিৰ মাজৰ পৰাও পঞ্চাছজন [illegible] আৰু [illegible] গৰাকী তিৰোতাক নিৰ্বাচন কৰি পূজাৰ নিশা পালা চোৱা দৰ্শকৰ শাৰীত বহুৱাই ৰখাৰো বন্দৱস্ত কৰিলে। নৱমী পূজাৰ ৰাতিয়েই কামটো কৰাৰ সিদ্ধান্ত লৈ পুৰন্দৰৰ সন্মতি বিচাৰিলে।

ইফালে পূজা কমিটিৰ সম্পাদকে ভবানী বৰুৱা আৰু বিজন চৌধুৰীকে প্ৰমুখ্য কৰি গাঁৱৰ আটাইকে দুৰ্গা পূজাৰ কেউটা নিশা পাঠশালাৰপৰা আহিবলগা যাত্ৰাপাৰ্টিৰ পালা উপভোগ কৰাৰ কাৰণে নিমন্ত্ৰণ জনালে। ভবানী বৰুৱাই প্ৰত্যেক বছৰৰ দৰে এইবাৰো পূজাৰ কাৰণে নিজাববীয়াকৈ কিছু টকা দিলে। বিজন চৌধুৰী আৰু গাঁৱৰ আনসকলেও সাধ্যানুসৰি দান-বৰঙণি আগবঢ়ালে। গুৰুজনাৰ জন্মোৎসৱো একে সময়তে হোৱাৰ কাৰণে এইটো মাহত ৰাইজৰ ধন-বিত কিছু বেছি খৰচ হয়। পূজা আৰু বলিবিধান নেমানিলেও ল'ৰা-ছোৱালী আৰু ঘৰৰ মানুহজনীকো ব'হাগৰ বিহুৰ দৰে পূজাতো নতুন কাপোৰ একোসাঁজ দিয়াটো অসমৰ প্ৰায়বোৰ নগৰ-চহৰ, গাঁও-ভূঁইত নিয়মৰ দৰেই হৈ পৰিছে। তাৰ কাৰণেও ঘৰে ঘৰে খৰচৰ পৰিমাণ কিছু বাঢ়ে।

মহালয়াৰ দিনাৰেপৰা সুন্দৰপুৰৰ পৰিৱেশ উৎসৱমুখৰ হৈ উঠিল। বিক্ৰমেও এই কেইদিন ৰাতিপুৱাৰ চাহ-জলপান খায়েই চন্দ্ৰালীৰ ওচৰলৈ লৰ মাৰে। দুপৰীয়া তাতে ভাত-পানী খাই আবেলি বাৰোবাৰী পূজা মণ্ডপ পায়গৈ জয়ন্তক লগত লৈ। গাঁৱৰে খনিকৰ ভোগেশ্বৰে নদীৰ পাৰৰ আঠালতীয়া মাটি খচি খচি ধানখেৰৰ জুমুঠিত লেও দিয়া চাই থাকে সি বহু সময় নিবিষ্ট মনেৰে। খনিকৰৰ যাদুকৰী হাতৰ স্পৰ্শত মূৰ্ত হৈ উঠে দুৰ্গা, লক্ষ্মী, সৰস্বতী, কাৰ্তিক, মহিষাসুৰ আৰু সিংহৰ মূৰ্ত প্ৰতিচ্ছবি। সকলোতেই পঁয়া

লগা বেমাৰত আক্ৰান্ত হৈ দুয়োখন ভৰি অকামিলা হৈ পৰা বহিৰাম বৰাৰ মণিহাৰী দোকানৰপৰা কমলা ৰঙৰ লজেন্স আৰু মৰ্তন কিনি জয়ন্তক দিয়ে সি। পকেটত সৰহকৈ খুচুৰা পইচা থাকিলে কোনো কোনো দিনা ভগীৰথ হোটেলৰ গৰম গৰম ৰসগোল্লা একোটাও খায় সিহঁত দুয়োটাই। আন্ধাৰ হওঁতে-নহওঁতেই দুয়োটা আকৌ নামঘৰ পায়গৈ। দিনটো ইটো-সিটো কামত মাকক লাগি-ভাগি সহায় কৰি দি থকা চন্দ্ৰালীও সেই সময়তে নামঘৰ পায়হি। গোসাঁইঘৰত সন্ধিয়াৰ প্ৰাৰ্থনা গাই এইমাত্ৰ ওলাই অহা চন্দ্ৰালীৰ গাত লাগি থকা ধূপ-ধুনাৰ গোন্ধে সন্ধিয়াৰ শান্ত পৰিবেশ ঐশ্বৰিক অনুভৱেৰে প্ৰোজ্জ্বল কৰি তোলে। নামঘৰৰ মজিয়াত পাৰি থোৱা কঠ এখনতে বহি তিনিওটাই সত্যভামা আৰু ৰুক্মিণীৰ অভিমান ভাঙিবলৈ ভগৱান কৃষ্ণই স্বৰ্গৰ পাৰিজাত হৰণ কৰিবলগা হোৱা অৱস্থা চাই বৰ ৰস পায়।

বিজন চৌধুৰী সদায় উপস্থিত থাকে আখৰাত। ঘৰলৈ ওভতোঁতে তেওঁ আটাইকেইটা ল'ৰা-ছোৱালীকে সামৰি-সুঁতৰি লৈ যায়। চন্দ্ৰালী আৰু জয়ন্তই বিক্ৰমক ৰাতিৰ সাঁজৰ কাৰণেও ৰাখিব খোজে। ওৰে দিনটো পুতেকৰ আগমনলৈ বাট চাই থকা সুপ্ৰভাৰ কথা কৈ কোনোমতে তেওঁ সিহঁতক মান্তি কৰাই বিক্ৰমক এৰি দিবলৈ।

ঘৰলৈ ওভতোঁতে বাপেক-পুতেকে প্ৰায়েই কথা পাতে। পূব-পাকিস্তানৰ দিনক দিনে বেয়া হৈ অহা পৰিস্থিতিয়ে বিক্ৰমহঁতৰ পঢ়া-শুনাৰো যে বিস্তৰ ক্ষতি কৰিব সেই কথাও চৌধুৰীৰ মনলৈ আহে। বিক্ৰমে শৰণাৰ্থী শিবিৰত দেখা মানুহবোৰ আৰু শিবিৰ পৰিচালক যোগেন চেতিয়াই পুৰন্দৰৰ লগত মিলি কৰা দুৰ্নীতিৰ বিষয়ে বাপেকক বিবৰি কয়। একালৰ সহপাঠী পুৰন্দৰৰ এনেবোৰ কাম-কাজে চৌধুৰীক দুখ দিয়ে।

"স্বাধীনতাৰ সময়ত মহাত্মা গান্ধীয়ে দেখা ৰাম ৰাজ্যখন ক'ৰবাত হেৰাল। জৱাহৰলালে এসময়ত ৰাস্তাৰ লেম্পপোষ্টত ফাঁচি দিব লাগে বুলি কোৱা মানুহবোৰেই লাহে লাহে সমাজত আগশাৰী দখল কৰা আৰম্ভ হৈছে। সাম্ভাব্য যুদ্ধৰ গইনা লৈ সেই একেখিনি মানুহেই দুহাতে চৰকাৰী ধন লুটিবলৈ ধৰিছে। অনাগত দিনবোৰত আৰু কিমান বিপৰ্যস্ত সময়ৰ লগত মুখামুখি হ'বলৈ আমাক বাধ্য কৰিব সেয়া ঈশ্বৰেহে জানে।" — পুতেকৰ কথাৰ মূৰত বিজন চৌধুৰীয়ে তেওঁৰ অন্তৰত আজি কিছু দিনৰপৰা গুজৰি গুমৰি থকা চিন্তা কিছুমান এনেকৈয়ে প্ৰকাশ কৰিলে।

শৰতৰ আকাশত নতুন জোন ওলাইছে। নিৰ্মল আকাশৰ সেই কাঁচি জোন কোনোবা গাভৰুৰ বুটা বছা চাদৰত নিপুণ শিপিনীয়ে ৰেচমৰ সূতাৰে তোলা এধাৰী কপৌ ফুলৰ দৰে লাগিল বিক্ৰমৰ।

অজানিতে এটা হুমুনিয়াহ সৰি পৰিল তাৰ। শৰতৰ এই নিৰ্মল আকাশ ঢাকি ধৰিবলৈ ঠেৰেঙা লগা শীতে কুঁৱলীৰ ওৰণি লৈ আহি আছে অলক্ষিতে। সুন্দৰপুৰৰ ভাগ্যাকাশতো পুৰন্দৰ আৰু যোগেন চেতিয়াৰ নিচিনা মানুহে কুঁৱলীৰ ওৰণি আঁৰিব খুজিছে। পাৰিবনে

ভবানী বৰুৱা, বিজন চৌধুৰী, নামঘৰীয়া আৰু মাধৱ কলিতাৰ নিচিনা মানুহখিনিয়ে পুৰন্দৰ আৰু যোগেন চেতিয়াৰ চক্ৰান্ত নসাৎ কৰিবলৈ?

গধুৰ মন এটা লৈ সি দেউতাকৰ কাষে কাষে ঘৰৰ ফালে খোজ ললে।

# ষোল্ল

পূজামণ্ডপত দৰ্শকৰ সমাগম আৰম্ভ হৈছিল। জাক পাতি পাতি পুৰুষ-মহিলা, ল'ৰা-ছোৱালী পূজা চাবলৈ ওলাইছিল। বেল বৰণৰ সন্ধিয়া ৰাজহুৱা পূজামণ্ডপলৈ ওলাল ভবানী বৰুৱা আৰু বিজন চৌধুৰীৰ পৰিয়ালো। চন্দ্ৰালীয়ে ভায়েক জয়ন্তক নতুন কাপোৰ এযোৰ পিন্ধাই দিলে। দেউতাকে তাইৰ কাৰণে অনা নতুন ফ্ৰকটো উলিয়াই লৈও নিপিন্ধিলে তাই। বেলবৰণৰ সন্ধিয়া পূজামণ্ডপত বেছি মানুহ গোট নেখায়। অষ্টমী পূজাৰ দিনাহে ভিৰ হয় আটাইতকৈ বেছি। সেইদিনা পিন্ধিবলৈ থৈ দিলে তাই নতুন ফ্ৰক। দিখৌৰ পাৰৰ সেই বিশেষ দুপৰীয়া পিন্ধা ফ্ৰকটোকে আজিও পিন্ধিলে চন্দ্ৰালীয়ে।

বিক্ৰমৰ লগৰ ল'ৰা দুটা আহিছিল। সি সিহঁতৰ লগতে ওলাল পূজামণ্ডপলৈ। চন্দ্ৰালীৰ লগত একেলগে দেৱীৰ সন্মুখত আঁঠু লৈ নিৰ্মালি ল'বলৈ মন আছিল তাৰ। কিন্তু বন্ধুকিটাৰ আগত তাইৰ কথা উলিয়াবলৈ সঙ্কোচ হ'ল।

সিহঁত আটাইবোৰে দেৱী মূৰ্তি চালে। খনিকৰজনৰ কাম খুব সুন্দৰ হৈছে। বিক্ৰমৰ বন্ধু দুজনেও দেৱী মূৰ্তিৰ সৌন্দৰ্যৰ ভূয়সী প্ৰশংসা কৰিলে। তাৰৈয়েকহঁতৰ লগত সিহঁতক চিনাকি কৰি দিওঁতে চন্দ্ৰালীও কাষতে আছিল। সিহঁত দুটাই তাইৰ লগতো কথা পাতিলে। জয়ন্তই গোটেই মণ্ডপটোতে দৌৰা-ঢপৰা কৰি পৰিবেশটো আৰু ৰঙীণ কৰি তুলিলে।

"তুমি কোনদিনা যাব লাগিব?" —ভবানী বৰুৱাই কথাৰ মাজতে সুধিলে বিক্ৰমক। চন্দ্ৰালীৰ কাণতো পৰিল সেই কথা। তাইৰ মুখৰ হাঁহি মাৰ গ'ল।

"দুসপ্তাহ পিছত। গৈয়েই পৰীক্ষাত বহিব লাগিব।" —ইমান পৰে তাৰ মন ৰঙীণ কৰি ৰখা ভাববোৰ হঠাতে নোহোৱা হ'ল। পূজাৰ বন্ধত ঘৰলৈ অহাৰ পিছত এই প্ৰথম কলেজৰ কথা তাৰ মনত পৰিল।

"এওঁলোকৰ ঘৰ ক'ত?" —ৰজত আৰু দিগন্তই নিজৰ নিজৰ পৰিচয় আৰু ঘৰৰ ঠিকনা জনালে ভবানী বৰুৱাক। ৰজতৰ দেউতাকে ভবানী বৰুৱাৰ লগতে শ্বিলঙৰ কলেজত পঢ়িছিল সেই কথা জানি বৰুৱাৰ কলেজৰ এৰি অহা দিনবোৰলৈ মনত পৰিল। স্বাধীনতাৰ সেই প্ৰথম সময়খিনিত ঘটা বহুত ঘটনা এতিয়াও সৌ সিদিনাৰ কথা যেন হৈ মনত আছে তেওঁৰ। নোৱাখালিৰ সাম্প্ৰদায়িক সংঘৰ্ষ, মহাত্মা গান্ধীৰ অনশন আৰু স্বাধীনতাৰ কেইমাহমান পিছতে দিল্লীৰ জানুৱাৰীৰ ঠেৰেঙা লগা শীতৰ এটা কুঁৱলী কুঁৱলী আবেলিত সেই মহামানৱৰ হত্যা। কাশ্মীৰক লৈ দুই নতুনকৈ স্বাধীন হোৱা দেশৰ মাজত লগা প্ৰথমখন যুদ্ধ। স্বাধীনতাৰ প্ৰথম পুৱাৰেপৰা যেন বিভীষিকাৰ ক'লা ডাৱৰে

ঢাকি পেলাইছিল দুয়োখন দেশৰ আকাশ। এতিয়া আকৌ পূব পাকিস্তানত আৰম্ভ হৈছে বিভাজনৰ আন্দোলন। তাৰে গয়না লৈ ভাৰততো দিনে দিনে পৰিস্থিতি জটিল হৈ আহিছে। পৰীক্ষাবোৰ সময়ত হ'বনে নহয় সেই কথাকে লৈ আটাইকেইজন বন্ধু ব্যস্ত হৈ পৰিল। বিক্ৰমে কথাৰ মাজতে চন্দ্ৰালীৰ মুখৰ এন্ধাৰখিনিলৈ চাই আছিল। বৰ মন গৈছিল তাইৰ একেবাৰে কাষতে বহি তাইক আশ্বস্ত কৰিবলৈ। নোৱাৰিলে। লাজ আৰু সঙ্কোচে তাৰ ভৰি দুখন জঠৰ কৰি পেলালে। মনত থকাৰে পৰা সিহঁতে একেলগে খেলিছে, কাজিয়া কৰিছে, ডাঙৰো হৈছে একেলগে। ক'তা আগতে কোনোদিনেইতো তাইৰ সন্মুখত এনেকৈ লাজ, সংঙ্কোচে তাক ঘেৰি ধৰা নাছিল। যিকোনো সময়তে, যিকোনো পৰিবেশতে তাইৰ গাৰ কাষতে ধপ্‌কৈ বহি দীঘল বেণী দুডাল টানি তাইক ব্যতিব্যস্ত কৰি তুলিব পাৰিছিল। পৰিয়াল আৰু গাঁৱৰো যিকোনো মানুহৰ সন্মুখতে হাতত ধৰি তাইক টানি নিব পাৰিছিল, চকুপানী উলিয়াই কান্দি-কাটি আউলী-বাউলী নোহোৱালৈকে জোকাব পাৰিছিল, কাজিয়া কৰি নমতা-নমতি কৈ এঘণ্টা-দুঘণ্টা থকাৰ পিছতে আকৌ চুলি টানি, ভাকুত-কুটাই দি হাঁহিৰ খলকনি তুলিব পাৰিছিল। তেনেহ'লে আজি কিয় সি সেইবোৰ একোকে কৰিব পৰা নাই? আৰু তাই? তায়োতো ঘৰে-বাটে তাৰ লগত ঠেহ্ পাতি, চিঞৰি-বাখৰি হুলস্থূল লগাব পাৰিছিল! তায়ো আজি মুখ এন্ধাৰ কৰি নিমাতে বহি থাকিল ইমান দেৰি। কিয় এনে হ'ল? কি অদৃশ্য শক্তিয়ে হৰণ কৰিলে সিহঁতৰ সোণালী শৈশৱৰ সহজ আচৰণ, নিঃসঙ্কোচ মিলাপ্ৰীতি? এটা দীঘল হুমুনিয়াহে পৰিবেশটো হঠাতে গধুৰ কৰি পেলালে।

"কি হ'ল? কলেজলৈ ঘূৰি যোৱাৰ কথা ভাবি বেয়া লাগিছে নেকি?" —ৰজতৰ চকুৰপৰা সাৰি নগ'ল চন্দ্ৰালীৰ বেজেৰুৱা মুখ আৰু বিক্ৰমৰ অহৈতুক বিষাদগধুৰ দৃষ্টি।

বিক্ৰমে বুজি পালে। চন্দ্ৰালী আৰু তাৰ মাজত এই কেইমাহতে এটা বেলেগ সম্পৰ্কই পোখা মেলিছে। এই নতুন সম্পৰ্কৰ উন্মেষে সিহঁতৰ মাজৰ সহজ সম্বন্ধলৈ এক ধৰণৰ জড়তা, এটা আৱেগভৰা উত্তেজনা কঢ়িয়াই আনিছে। লগ পোৱা আৰু বিদায় লোৱাৰ দৰে সদায় কৰি অহা কামবোৰতো এতিয়া আনন্দ আৰু বিষাদে ঘৰ পাতিছে।

পুৰোহিতে বেলবৰণৰ কাম সমাধা কৰিলে। জলপাইগুৰিৰ পৰা অহা ঢাকীয়ে ঢাকত কোব মাৰিলে। পূজাৰ প্ৰথম আৰতি আৰম্ভ হ'ল। উপস্থিত আটায়ে মনোযোগেৰে আৰতি চাবলৈ ধৰিলে। শঙ্খ আৰু ঘণ্টা ধ্বনিৰ লগে লগে ধূপ আৰু ধূনাৰ ধোঁৱাই পূজাৰ পবিত্ৰ মন্ত্ৰধ্বনি ৰভাঘৰৰ চুকে-কোণে কঢ়িয়াই দিলে। বিক্ৰমে অনুভৱ কৰিলে ঢাক আৰু ঢোল বজোৱা মানুহ দুজনৰ হাতত যাদু আছে। দুয়োৰে সুন্দৰ তাল আৰু লয়সমৃদ্ধ বাজনাই ডাঙৰ ডাঙৰ ধূনাৰ মলা লৈ আৰতিৰ নৃত্য কৰি থকা ভক্তকিজনৰ শৰীৰত যেন বিজুলী সঞ্চাৰ কৰিলে। সেই সঙ্গীত আৰু নৃত্যৰ যুগলবন্দীয়ে সমবেত দৰ্শকসকলক এনেদৰে মন্ত্ৰমুগ্ধ কৰি পেলালে যে মানুহখিনিয়ে উশাহ সলাবলৈকো পাহৰি গ'ল। ৰজত আৰু

দিগন্তইও নিবিষ্টমনেৰে আৰতি উপভোগ কৰিলে।

প্ৰায় পোন্ধৰ মিনিটৰ পিছত প্ৰথম ভাগ আৰতিৰ অন্ত পৰিল। মন্ত্ৰমুগ্ধ দৰ্শকসকলে নিজৰ নিজৰ আসনতে লৰচৰ কৰি বহিল।

"বৰ ভাল বজালে ঢাকিয়া আৰু ঢুলীয়া দুয়োজনে। তেওঁলোকৰ ঘৰ ইয়াতে নে?" —সঙ্গীতৰ ৰেশ মাৰ যোৱাৰ পিছত ৰজতে ভবানী বৰুৱাক প্ৰশ্ন কৰিলে।

"এওঁলোক এইবাৰ প্ৰথম আহিছে ইয়ালৈ। কোচবিহাৰৰ পৰা আনিছে এওঁলোকক পূজা সমিতিয়ে।" —ভবানী বৰুৱাই ৰজত আৰু দিগন্তৰ চকুলৈ চালে। বিক্ৰমেও মন কৰিছিল কথাটো। এইবাৰ পূজামণ্ডপৰ আলোক-সজ্জাতো নতুনত্ব লক্ষ্য আছিল।

"মণ্ডপ আৰু প্ৰৱেশ পথৰ আলোক-সজ্জাৰ কাৰণেও বাহিৰৰপৰা কাৰবাক আনিছে নেকি?" —বিক্ৰমে এইবাৰ দেউতাককে সুধিলে কথাষাৰ।

"অঁ। পূজা সমিতিৰ সভাপতিৰ নিৰ্দেশতে এই নতুন ব্যৱস্থা লোৱা হ'ল। আমাৰ ইয়াৰ ঢুলীয়া আৰু ঢাকিয়াই কোচবিহাৰ বা শিলিগুৰিৰ ঢুলীয়া-ঢাকিয়াৰ জোৰ পাব পাৰে জানো?" —বিজন চৌধুৰীয়ে কথাখিনি কৈ ভবানী বৰুৱাৰ ফালে চালে। বৰুৱাই সন্মতিসূচকভাৱে মূৰ দুপিয়ালে।

মনে মনে থাকিল বিক্ৰম। এৰা! পথাৰ-সমাৰ, হাট-বজাৰ, কলা-সংস্কৃতি সকলোতে স্থানীয় মানুহখিনিৰ কদৰ চকুত পৰাকৈ কমি আহিছে। আকৌ এবাৰ ঢাকিয়া আৰু ঢুলীয়া দুজনৰ ফালে চালে বিক্ৰমে। পূজাৰ স্ফূৰ্তিৰ মাজতো এটা দুঃখবোধে তাক কাতৰ কৰিলে।

লগত যোগেন চেতিয়া আৰু গাঁৱৰে আন দুজনমানক লৈ পুৰন্দৰ হাজৰিকা পূজা মণ্ডপত উপস্থিত হ'ল। ভবানী বৰুৱাহঁতৰ লগত একেলগে বহি থকা গাঁৱৰ আন কেইজনমানে নিজৰ আসন এৰি থিয় দিলে। পুৰন্দৰ হাজৰিকা আৰু লগৰ কিজন বহি আৰতি চাবলৈ ধৰিলে।

হাজৰিকাৰ চকুৰে চকুৰে পৰিল বিক্ৰমৰ। কেইদিনমান আগতে যোগেন চেতিয়াৰ লগত হোৱা কথা-বতৰাখিনি মনত পৰিল তাৰ। শিবিৰত দেখা দিয়া সকলো অসুবিধাৰ কাৰণে আওপকীয়াকৈ পুৰন্দৰ হাজৰিকাকে জগৰীয়া কৰিব খোজা মানুহটোৱে এতিয়া সেইজন মানুহৰ লগতে একেলগে পূজা চাবলৈ আহিছে। তাৰ মনত পৰিল বিভিন্ন কাকতে-আলোচনীয়ে সঘনাই পঢ়িবলৈ পোৱা ৰাজনীতিক, ঠিকাদাৰ আৰু বিষয়া-পাৰিষদৰ মাজত গঢ়ি উঠা অভব্য মিতিৰালিৰ কথা। কলেজৰ পাঠ্যপুথিটো পঢ়িছে সি পাঁচ বছৰীয়া আৰু বাৰ্ষিক পৰিকল্পনাবোৰত জনসাধাৰণৰ উন্নতিৰ কাৰণে বিভিন্ন ধৰণৰ আঁচনি লোৱা হয়। সেইবোৰ ৰূপায়ণ কৰিবৰ কাৰণে আবণ্টন দিয়া হয় কোটি কোটি টকাৰ শকত পুঁজি। কিন্তু দেশৰ জনসাধাৰণ এইবোৰ আঁচনিৰ পৰা উপকৃত হ'ব পাৰিছে জানো? অবান্টিত পুঁজি মন্ত্ৰী-বিষয়া আৰু ঠিকাদাৰসকলৰে গঠিত অসাধু চক্ৰ এটাই কেনেকৈ কুক্ষিগত কৰি

মাধমাৰ সোধাইছে ৰাইজৰ মুৰত সেই কথা আজি দেশৰ প্ৰতিখন বাতৰি কাকত, আলোচনীৰ পাতে পাতে। কথাবোৰ যে ষোল্লঅনাই সঁচা, বেলবৰণৰ সন্ধিয়া ৰাজহুৱা পূজা ঘৰত পুৰন্দৰ হাজৰিকা আৰু যোগেন চেতিয়াক একেলগে দেখাৰ পিছত সি একেবাৰেই নিঃসন্দেহ হ'ল।

বন্ধু-বান্ধৱ, পৰিয়াল-পৰিজনৰ লগত একেলগে বহি পূজা চোৱাৰ আনন্দ মাটি হৈ গ'ল। ৰজত আৰু দিগন্ত তাৰ আলহী। সিহঁতে সুন্দৰপুৰ গাঁৱৰ এইবোৰ কথাৰ ভু নেপায়। সিহঁতৰ আনন্দত পানী ঢালিবলৈ সত নগ'ল তাৰ। কিন্তু হাজৰিকা আৰু চেতিয়াৰ লগত একেখন মণ্ডপতে বহি থকাটোও অসম্ভৱ হৈ উঠিল। পূজাৰ এই আনন্দময় পৰিবেশটো নষ্ট নকৰাকৈ কেনেকৈ ওলাই যাব পাৰি সি চিন্তা কৰিলে।

"ব'ল অলপ খোজকাঢ়ো ৰাস্তাই ৰাস্তাই।" —প্ৰস্তাৱটো ৰজতেই দিলে আৰতি চলি থকাৰ মাজতে।

বিক্ৰমে চন্দ্ৰালীলৈ চালে। তাই তেতিয়াও দেৱী মূৰ্তিলৈ চাই লৰচৰ নকৰাকৈ বহি আছিল হেমপ্ৰভা আৰু সুপ্ৰভাৰ মাজত। জয়ন্তই বায়েকৰ কোঁচতে বহি ঢাক আৰু ঢোলৰ তালে-তালে মূৰ লৰাই আছিল।

সিহঁত খোজ কাঢ়িবলৈ যোৱাৰ কথা শুনি সি বায়েকক খাটনি ধৰিলে তাকো দোকানলৈ উলিয়াই নি টফী খুৱাবলৈ। বিক্ৰমে তাৰ আঙুলিত ধৰি উলিয়াই আনিলে পূজামণ্ডপৰ বাহিৰলৈ। তাইকো মাতিলে দোকানলৈকে আহিবলৈ।

সৰু ল'ৰাটোৰ হাতত বেলুন আৰু টফী দি উঠি সি চন্দ্ৰালীলৈকো বেলুন আৰু টফী কিনিলে।

"ইঃ! বেলুন আৰু টফী দি ভুলাবলৈ আহিছে। ক'লৈনো যাবৰ হ'ল এতিয়া?" —তাই মুখখন ওন্দোলাই অভিমান কৰিলে।

ওচৰতে বৈ আছিল ৰজত আৰু দিগন্ত। তাৰ চকুলৈ চালে সিহঁতে। চন্দ্ৰালীৰ কথাৰ সুৰত সিহঁতেও কিবা এটা বুজি পালে।

"তোমোলোকো আঁহা। আমি এনেয়ে খোজকাঢ়িব খুজিছোঁ।" —ৰজতেই প্ৰস্তাৱ দিলে। ছোৱালীজনীয়ে বিক্ৰমক এৰি দিব খোজা নাই। পৰিবেশটো সহজ কৰি দিবলৈকে প্ৰস্তাৱটো আগবঢ়ালে সি।

"নালাগে। দেউতাহঁতে বেয়া পাব। আমি বাহিৰে বাহিৰে তোমালোকৰ ঘৰলৈ যামগৈ।" —সিহঁতৰ নিমন্ত্ৰণ আছিল ৰাতিৰ সাঁজৰ বাবে চন্দ্ৰালীহঁতৰ ঘৰতে। বিক্ৰমে আওপকীয়াকৈ চন্দ্ৰালীৰ অভিমান ভঙাৰ চেষ্টা কৰিলে।

"আমাক কি খুৱাবা আজি?" —দিগন্তয়ো তাইৰ মনটো ভাল লগাবলৈকে সুধিলে।

চন্দ্ৰালীৰ লাজ লাগিল। তাই দেখোন একো এটাকে কৰি দিয়া নাই মাকক গধূলি

আহিবলগা আলহীৰ কাৰণে ৰন্ধা-বঢ়া কৰোঁতে।

"আহকচোন আপোনালোক। দেখিবই নহয় মায়ে কি কি বনাইছে।" —বিক্ৰমে তাইক লগত নিব নোখোজাৰ খং জামৰিল তাইৰ।

"কিয় তুমি একো বনোৱা নাই?" —হাঁহি এটা মাৰি ৰজতে জোকালে তাইক।

"ব'ল ব'ল। আমি যাওঁ। চন্দ্ৰা তুমি দেউতাহঁতৰ ওচৰলৈ যোৱা। পুৰন্দৰ হাজৰিকা আৰু যোগেন চেতিয়াও আহি বহিছেহি মণ্ডপত। তাৰৈদেউ আৰু দেউতাই আৰু বেছি দেৰী কৰিব নেলাগে। ঘৰলৈকে যোৱাগৈ এতিয়া। আৰতিও শেষ হ'বৰ হৈছে।" —হাজৰিকাহঁতক দেখাৰপৰা তাৰ মনৰ মাজত সৃষ্টি হোৱা অশান্তিখিনিয়ে দেউতাক-মাকহঁত আৰু বেছি সময় পূজামণ্ডপত বহি থকা কথাটো যেন মানিব নুখুজিলে। চন্দ্ৰালীয়েও বুজিলে কিয় তাৰ অশান্তি লাগিছে।

থিয় হোৱা ঠাইডোখৰৰ পৰাই তাই পূজাথলীলৈ চাই পঠালে। দেউতাকহঁত ইতিমধ্যে উঠি আহিছে তাৰ পৰা। পুৰন্দৰ হাজৰিকা আৰু তেওঁৰ লগত অহা মানুহখিনিয়ে পূজাথলীৰ আটাইকিখন চকী দখল কৰি লৈছে। দেউতাকহঁত আহি নোপোৱালৈকে সিহঁত কেইটা তাতে ৰৈ থাকিল।

"তহঁত সোনকালে আহিবি। ৰাতি বেছি পৰলৈ ৰাস্তাত ঘূৰি নুফুৰিবি। দিন-কাল স[illegible]নি হৈছে।" বিজন চৌধুৰীয়ে বিক্ৰম, ৰজত আৰু দিগন্তক সোঁৱৰাই দিলে ভবানী বৰুৱাৰ ঘৰলৈ গধূলি ভাত খাবলৈ মতাৰ কথা।

চন্দ্ৰালীয়ে ভায়েকৰ হাতত ধৰিলে। ভবানী বৰুৱাৰ লগে লগে সুপ্ৰভা আৰু হেমপ্ৰভাও সেইখিনি পালেহি। আটাইকেইজনে ল'ৰা তিনিটা দূৰৰ কেঁকুৰিটোৰ এন্ধাৰত নেদেখা হৈ যোৱালৈকে চাই থাকিল।

"পুৰন্দৰ হাজৰিকাৰ মতলব ভাল নহয়। তুমি অলপ সাৱধান হ'বা।" —ঘৰৰ ফালে খোজ লৈ বিজন চৌধুৰীয়ে সাৱধান কৰিলে ভবানী বৰুৱাক।

"মানুহটোৱে আমাৰ বেয়াটোকে অনবৰতে ভাবি থকাৰ কথাটোহে মই বৰ আচৰিত পাইছোঁ।" —হেমপ্ৰভাই হুমুনিয়াহ কাঢ়িলে।

"তোমালোকৰ ঘৰখনে আজি ইমান বছৰে তেওঁলোকক কৰি অহা সহায়ৰ কথা ইমান সোনকালে মানুহজনে যে পাহৰি পেলালে সেই কথা ভাবিবলৈকে টান লাগে।" -—সুপ্ৰভাই সঁচাকৈয়ে দুঃখ পাইছিল পুৰন্দৰ হাজৰিকাৰ ব্যৱহাৰত।

"আচলতে ধন আৰু ক্ষমতাৰ লালসাই মানুহক কাবু কৰিলেই এনে হয়। পুৰন্দৰ হাজৰিকাৰো সেয়ে হৈছে। ভবানী বৰুৱাই অঞ্চলটোৰ কাৰণে চিন্তা কৰে। পুৰন্দৰে ভাবে, সেই কাম তেওঁহে কৰিব লাগে। কাৰণ পঞ্চায়তৰ সভাপতি তেওঁ। ভবানী বৰুৱা কোনো ৰাজনৈতিক দলৰ মানুহ নহয়। হ'ব পাৰে তেওঁ পুৰণা সম্ভ্ৰান্ত পৰিয়ালৰ। দিন-কাল এনে

হৈছে যে সক্ৰিয ৰাজনীতিত ভাগ নোলোৱা কোনো মানুহেই সামাজিক কামত নেতৃত্বৰ দায়িত্ব লোৱাটো ৰাজনীতি কৰাসকলে সহ্য নকৰে। ভবানীয়ে ৰাজনীতি কৰিব নোখোজে। পুৰন্দৰে ৰাজনীতি কৰিছে। ভবানী বৰুৱাৰ জনপ্ৰিয়তা তেওঁৰ ভাল লগা নাই। ৰাজনীতিকৰ সহজাত সন্দেহেৰে পুৰন্দৰে ভাবিছে, কেতিয়াবা এওঁৰ জনপ্ৰিয়তাই হাজৰিকাৰ কাৰণে ভাবুকিৰ সৃষ্টি কৰিব পাৰে। আজি নহ'লেও কাইলৈ ভবানী বৰুৱা হৈ উঠিব পাৰে পুৰন্দৰ হাজৰিকাৰ প্ৰতিদ্বন্দ্বী, এক প্ৰত্যাহ্বান। ৰাজনীতিত সফল হ'বলৈ হ'লে প্ৰতিদ্বন্দ্বীক সকলো সময়তে ধৰাশায়ী কৰি ৰাখিব পাৰিব লাগিব। পুৰন্দৰে তাকেই কৰিছে।"

"কিন্তু মইতো পুৰন্দৰৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিব খোজা নাই।"

"তুমিহে কৈছা সেই কথা। পুৰন্দৰে কিহৰ ওপৰত ভৰসা কৰি তোমাৰ জনসেৱা ৰাজনৈতিক উদ্দেশ্যৰ বাহিৰত বুলি ভাবিব? তেওঁ দেখিছে, তুমি এই অঞ্চলৰ প্ৰত্যেকটো ৰাজহুৱা কামত আগভাগ লৈছা। ৰাজ্যৰ বাহিৰত পঢ়া-শুনা কৰিও তুমি গাঁৱলৈকে ঘূৰি আহিলা, গাঁৱতেই আছা। যদি কাইলৈ তুমি ৰাজনীতিৰ পথাৰত নামিব খোজা, পুৰন্দৰ তকৈ তোমাৰ গ্ৰহণযোগ্যতা ৰাইজৰ ওচৰত বেছি হ'বও পাৰে। সেই কথা তেওঁ জানে।" —বিজন চৌধুৰীয়ে কথা কৈ কৈ জয়ন্তক বোকোচাত তুলি ল'লে।

"সিহঁতে কেনি যাম বুলিলে অ' আইজনী?" —স্নেহেৰে সুধিলে সুপ্ৰভাই চন্দ্ৰালোক।

"ৰাস্তাই ৰাস্তাই খোজ কাটিম বুলি কৈ গৈছে।"

"ডেকা ল'ৰা। তাতে প্ৰথম আমাৰ গাঁৱলৈ আহিছে। সি গাঁওখন দেখুৱাবলৈ লৈ গৈছে চাগে।" —হেমপ্ৰভাৰ মাতত বিক্ৰমৰ প্ৰতি মৰম নিগৰি পৰিল।

"ইঃ! এন্ধাৰত কি বা দেখিব? চহৰত পঢ়া-শুনা কৰা ল'ৰাবোৰে কি কি নতুন কথা শিকি আহে কোনে জানে?" —চন্দ্ৰালীৰ মনটো আকৌ গোমা হ'ল।

"তুমিও নগ'লা কিয়?" —ছোৱালীজনীৰ হাতখন সুপ্ৰভাই আলফুলে নিজৰ হাতৰ মুঠিত সুমুৱাই ল'লে।

কাষ চাপি আহিল তাই আমৈয়েকৰ। মানুহজনীৰ শৰীৰৰপৰা কোমল ফুৰফুৰীয়া গোন্ধ এটা ওলাইছে। তাইৰ এনে লাগিল যেন গোটেই গাঁওখনৰে শেৱালি ফুলবোৰ সুপ্ৰভাৰ ভৰিৰ পৰা মূৰলৈকে উপচি পৰিছে। তাই মূৰটো হলাই সুপ্ৰভাৰ বুকুৰ উম ল'লে।

# সোতৰ

আৰতি শেষ হৈছিল। পূজা কমিটিৰ সভাপতি, সম্পাদক আটায়ে আহি পুৰন্দৰ হাজৰিকাৰ খা-খবৰ ল'লেহি। সন্মুখৰ চাহ দোকানৰপৰা ল'ৰা এটাই চাহ-মিঠাই আনি প্ৰত্যেকৰে হাতে হাতে দিলে।

যোগেন চেতিয়াই উদয়ভানুৰ লগত অনুচ্চ সুৰত কথা পাতি আছিল। পূজা কমিটিৰ সভাপতিয়ে তাৰ কাণে-কাণে কিবা এটা ক'লে। উদয়ভানু লগে লগেই উঠি আহি পুৰন্দৰ হাজৰিকাৰ কাষ পালেহি।

"হ'ব, হ'ব। চিন্তা কৰিব নেলাগে।" —পুৰন্দৰে সভাপতিক আশ্বাস দিলে। তাৰপিছত যোগেন চেতিয়ালৈ চাই চকু টিপিয়ালে।

"সভাপতিয়ে আপোনাৰ পৰা অষ্টমী পূজাৰ বলি-বিধানৰ কাৰণে কিবা এটা বিচাৰিছে। মই কৈছোঁ হৈ যাব, নহ'ব জানো?"

"আপুনি কৈছে, নহৈ পাৰেনে? কিন্তু বস্তুটো সভাপতিয়ে নিজেই অনাব লাগিব। খা-খৰচখিনি মোৰপৰা কাইলৈকে লৈ আহিব।" —যোগেন চেতিয়াৰ কথাত সভাপতি আশ্বস্ত হ'ল।

"হ'ব, হ'ব ছাৰ। মই তেনেহ'লে কাইলৈ দুপৰীয়াৰ ভিতৰতে আপোনাক লগ ধৰিম।" —সভাপতিয়ে থাউকতে সময়টো খাটাং কৰি ল'ব খুজিলে।

পুৰন্দৰে উদয়ভানুক নিৰ্দেশ দিলে। পেণ্টৰ ভিতৰৰ পকেট এটাৰপৰা নোটৰ বাণ্ডিল এটা উলিয়াই উদয়ভানুৱে গণি গণি দুহাজাৰ টকা সভাপতিৰ হাতত দিলে।

"চেতিয়াৰ লগত মোৰ হিচাপ আছে। আপুনি বলি-বিধানৰ কাৰণে যি লাগে কিনি-কুটি ল'ব। কম হ'লে উদয়ভানুক জনাব। ম'হটো যাতে তেল পিছলা হয় সেইটো চাব।" —পুৰন্দৰৰ মাতটো শেষৰ ফালে অলপ ডাঙৰ হৈ ওলাইছিল।

পূজা কমিটিৰ সভাপতিৰ মনটো শৰতৰ পূৰ্ণিমাৰ জোনটোৰ নিচিনা ফৰকাল হৈ পৰিল। আজি দহ বছৰ ধৰি তেওঁ সুন্দৰপুৰত মা দুৰ্গাৰ পূজাভাগ আয়োজন কৰি আহিছে বহু কষ্টৰে। গাঁৱৰ বেছিভাগ মানুহ মহাপুৰুষীয়া হোৱাৰ কাৰণে পূজাৰ খা-খৰচ যোগাৰ কৰোঁতে সদায় মূৰৰ ঘাম মাটিত পেলাব লগা হয়। মহাষ্টমীৰ বলি-বিধানো হাঁহ-পাৰ দিয়েই শেষ কৰাৰ বাহিৰে গত্যন্তৰ নেথাকে। পঠা এটা আনিও বলি দিয়া আজিলৈকে হৈ উঠা নাই। সেই কাৰণেই চাগে আই গোসাঁনী তেওঁৰ ওপৰত এতিয়াও প্ৰসন্ন হোৱা নাই। দহ বছৰ ধৰি গোসাঁনীৰ পূজাৰ অঞ্জলি ঘৰৰ মানুহজনীক দি আহিছে, ল'ৰা সন্তান এটা

পোৱাৰ হেঁপাহত। নাই লাভ হোৱা নাই। দহ বছৰত চাৰিজনীকৈ ছোৱালীৰ জন্ম দি মানুহজনীয়ে যৌতুকৰ খৰচহে বঢাইছে। এইবাৰ পুৰন্দৰ হাজৰিকাৰ যত্নতে যদি কেণা ছিগে! সভাপতিয়ে ভাবিলে ৰাতিপুৱাই খুঁটিলৈ যাব লাগিব। তেল পিছলা ম'হ তাতেই পোৱা যাব।

আৰতি উপভোগ কৰাৰ কাৰণে গোট খোৱা ৰাইজ ঘৰমুৱা হৈছিল। নিশাৰ ভাগলৈ পাঠশালাৰ পৰা অহা যাত্ৰাপাৰ্টিয়ে 'সতী বেউলা'ৰ পালা কৰাৰ কথা। লখিন্দৰ-বেউলাৰ কাহিনীয়ে এতিযাও দৰ্শকৰ চকুত শাওণৰ বান আনে। সেয়েহে সোনকালে ঘৰলৈ গৈ ভাত-পানী খাই আজৰি হৈ আহিব লাগিব। পূজামণ্ডপত সুচল ঠাই এডোখৰ অধিকাৰ কৰি ওৰে নিশা পালা চোৱাৰ আশাত লৰালৰিকৈ ঘৰমুৱা হ'ল ইমান বেলি আৰতি চাই মচগুল হৈ থকা মানুহখিনি।

নগ'ল মাথোন পুৰন্দৰ হাজৰিকা আৰু যোগেন চেতিযা। পূজা কমিটিৰ সভাপতিয়ে দিয়া প্ৰস্তাৱটো শুনাৰেপৰা হাজৰিকাৰ মনত সম্ভাৱনাই উক্মুকাইছিল। যোগেন চেতিয়াৰ লগত বেলেগে বহাৰ কাৰণে চেতিয়াৰ ঘৰলৈকে দুযো আগবাঢ়িল। উদযভানুক মাতি সন্ধিয়া বহাৰ কাৰণে লাগতিয়াল বস্তুকেইবিধ আনিবলৈও পূজা মণ্ডপতে নিৰ্দেশ দিলে পুৰন্দৰে।

"আজিলৈকে সুন্দৰপুৰত কিয়, এই গোটেই অঞ্চলটোতে ম'হ বলি হোৱা নাই। এইটো এটা ডাঙৰ ঘটনাই হ'ব ইযাত।" —উদযভানুৱে গিলাচত ঢালি দিয়া হুইস্কিখিনিলৈ এবাৰ চকু দি নিজকে কোৱাৰ দৰে ক'লে পুৰন্দৰে।

"মা দুৰ্গা গোসাঁনীৰ আগত ম'হ বলি দিয়াটো ইয়াতেই নহয়, আমাৰ ফালেও একেবাৰে বিৰল। খবৰটো প্ৰচাৰ হ'লে ওচৰ-পাজৰৰ মানুহৰ সোঁত ব'ব এইখন পূজালৈ।"

"অহাবাৰ ইলেক্চনত উঠাৰ কথা ভাবিছোঁ। পূজা, কিছু, ভাওনা, সবাহ য'তেই সুবিধা পোৱা যায় প্ৰচাৰ চলাব লাগিব এতিযাৰপৰাই। পিছে অনা এটা কথাও আছে ইয়াৰ লগত।" —গিলাচত জোখাৰে পানী মিহলাই দুযোজনে ওঁঠত লগালে। উদযভানুৱে দোকানপৰা অনা চানাখিনি অলপ অলপকৈ দুখন প্লেটত সজাই দিলে।

"মাংসখিনি হওঁতে অলপ সময় লাগিব। কাম কৰা ল'ৰাটোও আৰতি চাবলৈ গৈ এতিয়াহে ঘৰ সোমাইছেহি।"

"হ'ব, হ'ব। লাহে লাহেই হওকচোন। পিছে গাঁৱৰ কোনো কোনোৱে ম'হ বলি দিয়াটো ভাল নেপাবও পাৰে।" গিলাচত প্ৰথম সোহাটো মাৰি পুৰন্দৰে চিগাৰেট এটা জ্বলাই ল'লে। "কাৰ কথা ক'ব খুজিছে?"

"ভবানী বৰুৱাৰ কথাই ক'ব খুজিছোঁ। বিজন চৌধুৰীয়েও উজান দিব পাৰে।"

"কিন্তু এইটো এটা শাস্ত্ৰ সন্মত বিধান। শাক্তপন্থীসকলে বিশ্বাস কৰে বলি বিধানও

মহাপুৰুষীয়াসকলে বিশ্বাস কৰে নামধৰ্মত। সকলোৰে নিজৰ নিজৰ অধিকাৰ আছে। ভবানী বৰুৱা বা বিজন চৌধুৰীৰ কথাই শেষ কথা হ'ব নোৱাৰে নহয়।"

অকণমান নিচা লাগিছিল যোগেন চেতিয়াৰ। শৰণাৰ্থী শিবিৰৰ পৰিচালনাত কেৰোণ আছে বুলি ভবানী বৰুৱা আৰু বিজন চৌধুৰীয়ে ওপৰলৈ অভিযোগ-পত্ৰ পঠাইছে বুলি গুৱাহাটীৰ অফিচৰ বৰবাবুৱে কেইদিনমান আগতে খবৰ এটা দিছিল। মানুহকিটাই যাৰে-তাৰে কামত হাত দিয়ে। যোগেন চেতিয়া যদিও এইখন গাঁৱলৈ চাকৰি সূত্ৰেহে আহিছে, তথাপি এইখিনি সময়ৰ ভিতৰতে বহুখিনি তলা-নলা গম পাই গৈছে। পুৰন্দৰ হাজৰিকাই ভবানী বৰুৱাক সহ্য কৰিব নোৱাৰে সেই খবৰো গোটাইছে চেতিয়াই। হাজৰিকা ঠিকাদাৰ। চেতিয়াৰ কামো ঠিকাদাৰৰ লগত। সুবিধা পাওঁতেই পা-পইছা কিছু গোটাই নল'লে পিছত কোনেও উভতি নেচায়। ভবানী বৰুৱা আৰু বিজন চৌধুৰী ভাল মানুহ, আগ চোতালৰ তুলসী। যোগেন চেতিয়া পূজাৰী নহয়, তুলসী পাতেৰে কি কৰিব তেওঁ?

"আপুনি ঠিকেই কৈছে। পূজাৰ পিছতেই বৰ নামঘৰত শঙ্কৰ জন্মোৎসৱৰ দিনা ভাওনাৰ আয়োজন কৰিছে ভবানী বৰুৱাহঁতে। সেইখিনি মানুহ মোৰ ফলীয়া এতিয়াও হোৱা নাই। এতিয়া দুৰ্গোৎসৱত ম'হ বলি দিয়াৰ খৰচ ময়েই বহন কৰিছোঁ বুলি গম পালে তেওঁলোকে মোক এঘৰীয়াই কৰে নেকি?" —কৈ কৈ পুৰন্দৰে চালে উদয়ভানুলৈ। যোগেন চেতিয়াৰ গিলাচ খালী হৈছিল। "এটা কাম কৰিব পাৰে।" —উদয়ভানুৱে আগবঢ়াই দিয়া গিলাচত সোহা মাৰিলে চেতিয়াই।

"ভাওনাত ভাগ লোৱা ল'ৰাখিনিৰ প্ৰত্যেকৰে লগত কথা পাতি চাব পাৰে। শৰণাৰ্থী শিবিৰটো ঠায়ে ঠায়ে মেৰামতি কৰিবলগা হৈছে। ঠাণ্ডা অহাৰ আগে আগে মানুহখিনিক গাইপতি কম্বল একোখন দিয়াৰো আদেশ আহিছে। ল'ৰাকিটাই ইচ্ছা কৰিলে সেইখিনি কাম ল'ব পাৰে। অৱশ্যে আপুনি যদি ভাল দেখে।" —পুৰন্দৰ হাজৰিকাৰ মুখত হাঁহি ওলাল। এইবোৰ সৰু-সুৰা কাম আগতে তেৱেঁই কৰিছিল। এতিয়া সেইবোৰ নিজৰ অনুগামী সকললৈকে এৰি দিয়া কৰিছে। ভাল বুদ্ধি দিছে যোগেন চেতিয়াই। উদয়ভানুৰ মুখলৈ চালে পুৰন্দৰে।

"কালিলৈকে মাতি দিবি ল'ৰাখিনিক গাইগুটীয়াকৈ। চেতিয়াৰ অফিচৰপৰা ৰাতিপুৱাই গৈ কামৰ হিচাপখিনি লৈ আহিবিগৈ। প্ৰথম কাম হ'ব সিহঁতৰ এইটো। পাঁচ হাজাৰতকৈ বেছি টকাৰ কাম যাতে এটাইও নেপায় সেইটো চাবি। নহ'লে কামো নিসিজিব, আমাৰ লাভো নহ'ব।" —উদয়ভানুৱে মূৰ দুপিয়ালে। পুৰন্দৰৰ চকুৰপৰা আঁৰ কৰি সি নিজৰ গিলাচৰ পানীয়খিনিত ডাঙৰ সোহা এটা মাৰিলে। বিদেশী সুৰাৰ তীক্ষ্ণ সোৱাদ তাৰ খাদ্য নলীৰে বৈ গৈ পেট পালেগৈ।

** **

বিক্ৰম, ৰজত আৰু দিগন্তই কথা পাতি পাতি দলং পাৰ হৈ শৰণাৰ্থী শিবিৰটোৰ কাষ পাইছিলগৈ। বিক্ৰমে পুব-পাকিস্তানত হৈ থকা যুদ্ধখনৰ কথা উলিয়ালে।

"আগৰেপৰা উত্তৰ-পূবৰ সাৰুৱা অনাবাদী মাটিৰ লোভত জাকে জাকে মানুহ সেইখন দেশৰপৰা আহিয়েই আছিল। এতিয়া যুদ্ধৰ গইনা লৈ বানপানীৰ গতিৰে মানুহ আহি দেশখন ভৰাই পেলাইছে। যুদ্ধ শেষ হোৱাৰ পিছতো যে এইখিনি মানুহ ইয়াতেই থাকি নেযাব তাৰ গেৰাণ্টি কোনে ল'ব?"

ৰজত আৰু দিগন্তই কেম্পটোৰ ফালে চালে। শৰতৰ মুকলি আকাশত সপ্তমীৰ জোন। পাতল শেঁতা পোহৰ পৰা দীঘলীয়া চালি ঘৰবোৰৰ ছাঁ পৰিছে সম্মুখৰ চোতালত। আধা পোহৰ আধা এন্ধাৰে পৰিবেশটো কোমল কৰি তুলিছে। কিন্তু সেই কোমল প্ৰশান্তিৰ আঁৰত লুকাই আছে এখন দেশ, এটা জাতি, এখিনি মানুহৰ অস্তিত্বক প্ৰচণ্ড প্ৰত্যাহ্বানৰ সন্মুখীন কৰিবপৰা কিছুমান ৰূঢ় সত্য।

হঠাতে কেইটামান ছায়ামূৰ্তি ওলাই আহিল কেম্পটোৰ দাঁতিৰ ফালে থকা এচলীয়া টিনৰ ঘৰ এটাৰপৰা। বিক্ৰমহঁতে কথা পাতি পাতি ইতিমধ্যে ৰাস্তাটোৰ সিপাৰে থকা বৰগছ এডালৰ ওখ ওখ শিপা কেইডালমানৰ ওপৰতে বহি পৰিছিল। শিবিৰৰপৰা অহা ছয়ামৃয়া পোহৰত সিহঁত তিনিটাক তেনেকৈ বহি থকা কোনেও দেখা নেপালে। ছায়ামূৰ্তিকেইটা শিবিৰৰ গেট খুলি বাহিৰ ওলাল।

"কথাবোৰ বুজি পাইছানে তোমালোকে?" কোনোবা এটাই ইকিটাক প্ৰশ্ন কৰিলে। —বিক্ৰমে লগৰকিটাৰ মুখলৈ চালে। আটাই কেইটাই উশাহ বন্ধ কৰি কাণ উনালে।

"নৱমীৰ দিনা হ'বলগা ভাওনাখনৰ সময়তেই কামটো কৰিব লাগিব। সময়টো জনাম দাদাৰ লগত আলোচনা কৰি। কামটো কৰাৰ পিছতেই কেইদিনমানৰ কাৰণে তোমালোক ইয়াৰপৰা আঁতৰি যাব লাগিব।"

"আমি ৰাতি ৰাতিয়েই গুচি যাম। গাড়ী-গুৰা কিবা এখন বন্দবস্ত কৰিছেনে নাই?" —ল'ৰা এজনে কথা কৈ থকা মানুহটোক প্ৰশ্ন কৰিলে। বিক্ৰমৰ বুকুৱে ধান বানিবলৈ আৰম্ভ কৰিলে। মানুহকিটাৰ আলোচনাখিনিয়ে কিবা এটা অঘটন ঘটাৰ ইঙ্গিত দিছে। কি কৰিব খুজিছে এই মানুহখিনিয়ে? কোনে ইহঁতক ইয়ালৈ আনি এই ধৰণে সাজু কৰিছে? বিক্ৰমে মূৰটো পিছফালে হলাই কাৰোবাক চিনি পাই নেকি চাবৰ চেষ্টা কৰিলে। পাতলীয়া জোনাকৰ পোহৰ আছিল দুই এটাৰ মুখত।

প্ৰথমতে কথা কোৱা মানুহটোৰ মুখখন চিনাকি যেন নেলাগিল তাৰ। মুঠতে ল'ৰা চাৰিটা আছিল দলটোত। কাকো চিনি নেপালে বিক্ৰমে। কথা পাতি পাতি ল'ৰাকিটা দলঙখনৰ বিপৰীত দিশে গুচি গ'ল। অলপ সময় একেদৰেই বহি থাকিল তিনিওটা প্ৰথমে ৰজতেই ভঙ্গ কৰিলে মৌনতা।

"কি ভাবিছ তই?"

"কিবা এটা ঘটিব যেন লাগিছে। এই শিবিৰটো হোৱাৰেপৰা ইয়াত কিছুমান আগতে নোহোৱা ঘটনা ঘটিবলৈ ধৰিছে। কিছুমান মানুহে শিবিৰত লগা বস্তু-বাহানি যোগাৰ দিয়াৰ ঠিকা-ঠুকলি কৰি দুপইচা ঘটিছে। দেশ এৰি পলাই অহা ভগনীয়া মানুহৰ দুৰ্বলতাৰ সুযোগ লৈ লম্পট কেইটামানে সিহঁতৰ মাইকী মানুহৰ গাত হাত দিছে। চুৰি-চাপ্ৰাচীৰ ঘটনাও বাঢ়িছে আগতকৈ। এতিয়া উৎসৱৰ বতৰ। তাৰে সুবিধা লৈ কোনোবাই কিবা এটা অঘটন ঘটোৱাৰ পৰিকল্পনা কৰিছে বুলিহে মোৰ সন্দেহ হৈছে।" —কথাখিনি কওঁতে বিক্ৰমে তাৰ মাতটো যথাসম্ভৱ সৰু কৰি ৰাখিলে। ৰজত আৰু দিগন্তৰো চিন্তা হ'ল। ইতিমধ্যে কেম্পটোৰ মানুহবোৰৰ হাই-উৰুমি মাৰ গৈছিল। দলঙখনৰ বিপৰীত দিশে গুচি যোৱা দলটো ঘূৰি অহাৰ লক্ষণ নেদেখি তিনিওটা উঠি পৰিল। ষষ্ঠীৰ আকাশৰ জোন ডুব গৈছিল দিগন্তত।

"কি কৰিবি এতিয়া?" —দলঙৰ ওপৰত উঠাৰ পিছত সুধিলে দিগন্তই।

"সদ্যহতে ঘৰলৈ গৈ ভাত-পানী খাওঁগৈ। কাইলৈ দেউতা আৰু তাঁৰৈৰ লগত কথা পাতি চাওঁ। গাঁৱৰ ল'ৰাখিনিকো মাতি কথা পাতিব লাগিব। শৰণাৰ্থী শিবিৰত থকা মানুহখিনিৰ লগত গাঁৱৰ মানুহৰ বিশেষ সম্পৰ্ক নাই। তেওঁলোকৰো লগত কথা-বতৰা পাতি গাঁৱত যাতে একো অঘটন নঘটে তাৰ কাৰণে চেষ্টা কৰিব লাগিব।"

বিক্ৰমৰ কথাত দুয়োটাই হয়ভৰ দিলে। সিহঁতৰ ফালেও এই ধৰণৰ ঘটনাবোৰ ঘটিবলৈ ধৰিছে। আচলতে গোটেইখন দেশতে এটা অস্থিৰতা আহি পৰিছে। নতুন নতুন পৰিস্থিতিয়ে নতুন নতুন সমস্যাৰ সৃষ্টি কৰিছে। মানুহ বাঢ়িছে, বয়-বস্তুৰ দাম চৰিছে, যুদ্ধৰ প্ৰয়োজনত সাধাৰণ মানুহৰ সুখ-শান্তি ব্যাহত হৈছে। বিৱৰ্তনৰ সময় এয়া। সাৱধানে খোজ নেপেলালে ছিটিকি পৰাৰ ভয় সকলোৰে।

চুপ্-চাপ্ তিনিওটাই দলং পাৰ হৈ ঘৰৰ ফালে খোজ ল'লে। সুপ্ৰভা আৰু বিজন চৌধুৰীৰ লগতে হেমপ্ৰভা, ভৱানী বৰুৱা আৰু চন্দ্ৰালীয়েও বিক্ৰমহঁতৰ অপেক্ষাত পদূলিমুৰ পাইছিলহি। জয়ন্তৰ টোপনি আহিছিল। সি আমৈয়েকৰ বিছনাতে ইতিমধ্যে লালকাল দিছিল।

# ওঠৰ

জিলাৰ সদৰলৈ আহিছে পুৰন্দৰ হাজৰিকা। জিলা সমিতিৰ বিষয়ববীয়া নিৰ্বাচনৰ কাৰণে বিভিন্ন আঞ্চলিক আৰু গাঁওবিলাকৰ পৰা সদস্যসকল আহি উপস্থিত হৈছেহি। দলৰ পুৰণা কাৰ্যালয়টো ছিণ্ডিকেটপন্থীয়ে পালে। চহৰখনৰ এমূৰে এটা ভাড়াঘৰত নতুনকৈ শাসকীয় গোটটোৰ জিলা কাৰ্যালয় আৰম্ভ কৰা হৈছে। পূব-পাকিস্তানৰ পৰিস্থিতি নিয়ন্ত্ৰণৰ কাৰণে দেশৰ সৰ্বোচ্চ মহলত সিদ্ধান্ত লোৱা হৈ গৈছে। সেনাবাহিনীক মোতায়েন কৰাব। যিকোনো সময়তে আৰম্ভ হ'ব পাৰে ভাৰত-পাকিস্তানৰ মাজৰ তৃতীয়খন যুদ্ধ বৃটিছে এৰি থৈ যোৱাৰ মাত্ৰ তেইছ বছৰৰ ভিতৰত। পুৰন্দৰ হাজৰিকাই চিন্তা কৰিলে যুদ্ধ আৰম্ভ তেওঁৰো হৈছে। এই যুদ্ধ দলৰ ভিতৰত প্ৰতিষ্ঠা লাভৰ যুদ্ধ। এই যুদ্ধ ক্ষমতা দখল কৰাৰ যুদ্ধ। গাঁৱৰপৰা পঞ্চায়ত, পঞ্চায়তৰপৰা জিলা, জিলাৰ পিছত ৰাজ্য। তাৰ পাছত কেন্দ্ৰ। যুদ্ধ, যুদ্ধ আৰু যুদ্ধ! ক্ষমতা, প্ৰতিপত্তি, খ্যাতি, প্ৰতিষ্ঠা সকলো সম্ভৱ এই এটা জীৱনতে। কেৱল জানিব লাগিব যুদ্ধ জয়ৰ কৌশল। সাজু থাকিব লাগিব অং বৰতে যুঁজাৰু ম'হৰ দৰে, ধাৰাল কৰি ৰাখিব লাগিব পাশুপাত। প্ৰথম আঘাততে ধৰাশায়ী কৰিব পাৰিব লাগিব শত্ৰু আৰু প্ৰতিদ্বন্দ্বীক।

ভবানী বৰুৱাক দুৰ্গা পূজা আৰু শঙ্কৰ জন্মোৎসৱৰ সময়তে মোক্ষম আঘাত হনাৰ পৰিকল্পনা সফল নোহোৱাৰ কাৰণে পুৰন্দৰে উদয়ভানুকে দোষাৰোপ কৰিলে। পইচা-পাতি সময়মতে দিয়া সত্ত্বেও অষ্টমী পূজাৰ মহাবলীৰ সময় উকলি যোৱাৰ পিছতহে কমিটিৰ সভাপতিয়ে বলিৰ ম'হটো যোগাৰ কৰিব পাৰিলে। পূজাৰীয়েও লগ্ন উকলি যোৱাৰ কাৰণে বলি-বিধান কৰিবলৈ অসন্মত হ'ল। উদয়ভানুক দায়িত্ব দিছিল পুৰন্দৰে পূজাৰীক ছলেবলে ৰাজি কৰাবলৈ। সফল হ'ব নোৱাৰিলে সি। শৰণাৰ্থী শিবিৰত উদয়ভানুৱে বন্দবস্ত কৰা ডেকাকিটাৰ লগত হোৱা কথা-বতৰাও কেনেবাকৈ বিজন চৌধুৰীৰ ল'ৰাটোৰ কাণত পৰিল। নামঘৰত গাঁৱৰ আটাইখিনি মানুহৰ সন্মতিক্ৰমে শান্তি-সম্প্ৰীতি বজাই ৰখাৰ স্বাৰ্থত শৰণাৰ্থী শিবিৰত থকা মানুহখিনিকো গাঁৱৰ উৎসৱ-পাৰ্বণত সহযোগ কৰাৰ বাবে অনুৰোধ কৰি বিক্ৰমে প্ৰস্তাৱ এটা লোৱালে। গোসাঁনীৰ আগত ম'হ বলি দিবলৈ পূজা কমিটিৰ সভাপতিয়ে চলোৱা প্ৰচেষ্টাৰ বিষয়েও নামঘৰতে মানুহখিনিয়ে আলোচনা কৰিছিল। গোটেই বিষয়টোত ধৰ্মীয় বিশ্বাস আৰু ৰীতি- নীতি জড়িত থকাৰ কাৰণে খৰ্‌ধৰকৈ সিদ্ধান্ত লোৱা উচিত নহ'ব বুলি ভবানী বৰুৱাই বিষয়টো গাঁৱৰ মুখিয়ালসকলৰ বিবেচনাৰ কাৰণে ৰাখি থ'লে উদয়ভানুৱে ঠিক কৰি ৰখা ডেকা

দুটামানে বিষয়টো গাঁও আৰু আঞ্চলিক পঞ্চায়তত্তে আলোচনা কৰিলে বেছি ভাল হ'ব বুলি প্ৰস্তাৱ এটা দিছিল। কিন্তু ধৰ্মীয় আচাৰ-আচাৰণ, ৰীতি-নীতিৰ আলোচনা পঞ্চায়তৰ দৰে ৰাজনৈতিক আৰু প্ৰশাসনিক সংগঠন এটাৰ আলোচনাৰ বিষয়বস্তু হ'ব নোৱাৰে বুলি বিজন চৌধুৰী, নামঘৰীয়া আৰু তৰণী মাধৱ কলিতা আদিয়ে আপত্তি উঠোৱাত সেইটো প্ৰস্তাৱো গৃহীত নহ'ল।

যোগেন চেতিয়া আৰু উদয়ভানুৱে ভাওনাৰ ৰাতি শৰণাৰ্থী শিবিৰৰ ল'ৰা কেইটামান আৰু উদয়ভানুৱে বন্দৱস্ত কৰা গুণ্ডা কেইটামানক পঠাই কামটো কৰোৱাৰ কথা আকৌ এবাৰ উলিয়াইছিল, পুৰন্দৰে একে আষাৰে না কৰিলে। যি উদ্দেশ্য আগত ৰাখি আজি পোন্ধৰ বছৰে দিন-ৰাতি একাকাৰ কৰিছে, এনেকুৱা অবিবেচকী কাম কৰি কলিতেই তাক মষিমূৰ কৰাৰ নিচিনা নিৰ্বোধ নহয় তেওঁ। স্কুলতে পঢ়া বুৰঞ্জীত পাইছিল, আলাবৈৰ ৰণত মোগল সেনাৰ আক্ৰমণত একে দিনাই দহ হাজাৰ সেনা হেৰুৱাই মহাবীৰ লাচিতৰ ধৈৰ্যচ্যুতি ঘটিছিল। আতন বুঢ়াগোহাঁয়ে প্ৰবোধ দি আহোম সেনাপতিক কৈছিল— "বাৰীৰ পুখুৰী এটা সিঁচোতেও দুই-চাৰিক শালে-শিঙিয়ে বিন্ধে। এইখন ৰণহে। পাঁচ-দহ হাজাৰ সৈন্য ৰণত পৰিলেই যুঁজ এৰি সেনাপতিয়ে পলায়ন নকৰে।"

পুৰন্দৰে মহাৰণ জিকাৰ সপোন দেখিছে। গাঁৱৰ সামান্য ঘটনা এটাই সেই মহাৰণৰ ফলাফল নিৰ্ণয় কৰিব নোৱাৰে। যোগেন চেতিয়াৰ পৰামৰ্শ তেওঁ একে আষাৰে নুই কৰিছিল।

চিনাকি হোটেলখনৰ সৰু কোঠাটোৰ সংলগ্ন স্নানাগাৰত সোমাল পুৰন্দৰ। গাঁৱৰপৰা অহা বাছখনত পাণ জপাদি জাপি আনিছিল যাত্ৰীসকলক। গৰমত উশাহ-নিশাহ বন্ধ হ'ব যেন লাগিছিল পুৰন্দৰৰ। খোলা খিৰিকীৰে সোমোৱা ধূলি-মাকতিৰে পিন্ধি থকা খদ্দৰৰ চোলা-পেণ্টযোৰে মটীয়া বৰণ ধৰিছিল। সৰু আইনাখনত প্ৰতিফলিত হোৱা মুখখনলৈ চকু দিলে তেওঁ। আধা পকা, আধা কেঁচা দাড়িবোৰৰ ওপৰেৰে হাতখন বুলাই নিলে। চল্লিছৰ ডেওনা পাৰ হোৱা পাঁচ বছৰেই হ'ল। সময় বৈ নেথাকে কাৰো কাৰণে। এইবাৰেই জিলাৰ নেতৃত্বলৈ আহিব লাগিব। গাঁও আৰু আঞ্চলিকবিলাকৰ পৰা অহা প্ৰায়খিনি প্ৰতিনিধিকে অন্ততঃ এবাৰকৈ লগ ধৰাৰ কাম হৈ গৈছে ইতিমধ্যে। উদয়ভানুৱে যোৱা ৰাতি তাৰে কিছুমানক দ্বিতীয়বাৰো লগ কৰিছে। মানুহ চাই চাই কাৰোবাক কাৰোবাক লেফাফা কিছুমানো দিয়া হৈছে। ফল ধৰা যেন লাগিছে। উদয়ভানুৱে আৰু অলপ লেফাফা আজি নিয়াৰ কথা কৈছে। অস্থায়ী শৰণাৰ্থী শিবিৰৰ ঠিকাৰ কামটোৰেই এইখিনি খৰচৰ জোৰা মাৰিব পৰা যাব। জিলাৰ নেতৃত্বত বহি ল'ব পাৰিলে নতুন সুবিধা বহুত আহিব। লেন-দেন, যোগ-বিয়োগেইতো ধৰি ৰাখিছে ক্ষমতা আৰু প্ৰতিষ্ঠাৰ চাবি-কাঠী। সেই কথা পুৰন্দৰে শিশু কালতেই শিকিছে।

বিশ্বস্ত লগুৱা উদয়ভানু। ঠিকা-ঠুকলিৰ কাৰণে নেতা-পালিনেতা, আমোলা-বিষয়ালৈ পঠাবলগা বন্ধ খামৰ পৰা বিহুৰে-সংক্ৰান্তিয়ে পঠোৱা গহনা, কাপোৰ আৰু কি দৈ, ক্ৰীমৰ টেকেলিলৈকে সকলো দেনা-পাওনাৰ সঠিক হিচাপ ৰাখিব জানে সি। যোগেন চেতিয়াৰ নিচিনা মানুহৰ বিশেষ পচন্দবিলাকৰো খবৰ ৰাখে আৰু সেইমতে যোগাৰ কৰে। আগতে এই এটা বস্তু যোগাৰ কৰিবলগা হ'লে বৰ অসুবিধা হৈছিল তাৰ। শৰণাৰ্থীবিলাক চৰে-চাপৰিয়ে, হাটে-বাটে পিয়া-পি দিয়াৰ পাছত যেনিবা সেইটো কাম একেবাৰে উজু হৈ গ'ল। পুৰন্দৰে লক্ষ্য কৰিছে উদয়ভানুৱে এতিয়া টোপোলা-টাপলি কঢ়িওৱাতকৈ জীয়া যৌৱনৰ ইহাত-সিহাত কৰাতহে বেছি ৰস পোৱা হৈছে।

"কিমানক লগ কৰিলি?" —উদয়ভানু দুৱাৰ ঠেলি সোমাই আহিছিল কোঠাটোলৈ। থিয়ৈ থিয়ৈ সুধি পেলালে পুৰন্দৰে কথাটো। আবেলি চাৰি বজাৰ পিছত আটাইবোৰ প্ৰতিনিধি ভিতৰ সোমাব। তাৰ আগতেই হিচাপ পকা কৰি পেলাব লাগিব।

"চাৰিশৰ লিষ্টি আছিল। একুৰি কম তিনিশক চুব পাৰিছোঁ। দুপৰীয়া ভাত খোৱাৰ আগতে আৰু আঢ়ৈ কুৰিমান টানিব পাৰিম।" —উদযভানুৱে সোঁহাতৰ তলুৱাত লৈ থকা খৈনী টেপা পুৰন্দৰক আঁৰ কৰি মুখত ভৰালে।

"হৈ যাব। বাকী থকাবোৰৰ ওচৰলৈ গৈও লাভ নাই। সিহঁতে এনেযেও মোৰ ছাঁটোকে নসহে। এইখিনিযেই যথেষ্ট। ৰাজধানীৰ পৰা অহাকিটাৰ আগত দাণ্ড মাৰিবলৈ বুলিহে ইমানসোপা খৰচ কৰিবলগা হ'ল। নহ'লে ইয়াৰ আধাৰেই কাম হৈ গ'লহেঁতেন।"

"মন সৰু নকৰিব। আঘোণত ভঁৰাল ভৰাবলৈ হ'লে ব'হাগত কঠিয়া পাৰিবই লাগিব।"

পুৰন্দৰৰ মনটো ফৰকাল লাগিল। জিলা সভাপতিৰ পদটো দখল কৰিব পাৰিলেই পঞ্চায়তৰ মেম্বাৰৰ পৰা বিধানসভাৰ সদস্যলৈকে সকলোৰে খবৰ থাকিব হাতৰ মুঠিত। দৰকাৰ মতে সেইবোৰ ব্যৱহাৰ কৰিলেই হ'ল। অৱশ্যে অকল উদযভানুৰে সেই কাম নহ'ব। আৰু মানুহ বিচাৰিব লাগিব। পঞ্চাযত, মহকুমা, জিলা সকলোতে নিজৰ মানুহ ৰাখিব লাগিব। উদয়ভানুৱে লগ কৰা মানুহখিনিৰ মাজতেই কেইটামান ওলাব নিশ্চয়। বাকীবোৰ সময়ে সময়ে ওলাই থাকিব। আচল কথা চকু-কাণ খোলা ৰাখিব লাগিব অনবৰতে। সুবিধা চাই সময়ৰ শৰ মাৰিব লাগিব লক্ষ্য ভেদ কৰাকৈ।

লগত লৈ অহা ছুট্‌কেছ খুলি উদয়ভানুৰ ফৰ্মাইচ মতে লগাখিনি দিলে পুৰন্দৰে।

"ৰাজধানীৰপৰা নেতা দুজনমান অহাৰ কথা। মই চাৰ্কিট হাউছতে লগ কৰিম গৈ। তোৰ কথা কৈ থ'ম। বেগ দুটা যোগাৰ কৰি থোৱা আছে। মহাবীৰৰ গোলাৰপৰা উঠাই ল'বি। চাবি, চাৰ্কিট হাউছলৈ যাওঁতে সেইকিটা আনবোৰৰ চকুত নপৰে যেন।"

"হৈ যাব। সেইবোৰ চিন্তা কৰিব নালাগে।" —উদযভানুৱে নিশ্চিন্ত কৰিলে

"সন্ধিয়াৰ পিছতে আৰম্ভ হ'ব প্ৰাথমিক সভা। মাজনিশাৰ পিছতহে ভোটা-ভোটি

হ'ব। ৰাতি ভাত খোৱাৰ সময়লৈ চব দফা-ৰফা হৈ যাব লাগে। বিলৰপৰা আহি পাবলগা মাছখিনি পালেহি নে নাই?"

"আহি গৈছে। আমাৰ তাৰ বিলৰ মাছ বুলি শুনিয়েই অনেকৰ জিভাৰ পানী পৰিছে।" —হাঁহি এটা মাৰি উদয়ভানু ওলাই গ'ল। পুৰন্দৰ শইকীয়াই দুৱাৰৰ ছিটিকানিডাল লগাই দিলে। ছুট্‌কেছটো খুলি বাকী থকা পইছাৰ বাণ্ডিলকিটা এবাৰ এবাৰ চুই চালে।

"ভাগ্যৰ চকৰি ঘূৰে ধনৰ বলত।" —লুইতৰ পানী ওভোতাই বোৱাব পাৰি ধনৰ জোৰ থাকিলে। পুৰন্দৰে এই কথা ঠেকি শিকিছে।

ছুট্‌কেছটো বন্ধ কৰি তলাটো মাৰি চাবিকোছা বেগত ভৰালে। হোটেলৰ চন্দুকত ভৰাই থৈ যাব লাগিব এইটো। কাকো বিশ্বাস কৰিব নোৱাৰি এই সংসাৰত।

গা ধুবলৈ বাথৰূমত সোমাল পুৰন্দৰ হাজৰিকা। দলৰ জিলা সভাপতি হোৱাৰ নিশ্চিতিয়ে মনটো উখল-মাখল লগাইছে। টেপটো খুলি তেওঁ বাল্টিত পানী ভৰালে। এলুমিনিয়ামৰ মগটোৰে গা-মূৰ তিতি যোৱাকৈ পানী এবাল্টি ঢালি দিলে গোণা ম'হৰ দৰে শক্তিশালী শৰীৰটোত। পিৰ্‌পিৰাই উঠিল পুৰন্দৰ হাজৰিকাৰ পঞ্চচল্লিছ বছৰীয়া পুৰুষ দেহ। আজি গোটেই ৰাতি সাৰে থাকিব লাগিব। কালিলৈ ৰাতিপুৱাৰ জলপানৰ পিছতহে প্ৰতিনিধিবোৰ ঘৰাঘৰি যাবগৈ। ৰাজধানীৰ পৰা আহিবলগা নেতা দুজন চাগে আবেলিৰ ফালেহে উভতিব। অহাকালি ৰাতিহে যুদ্ধ জয়ৰ সোৱাদ ল'ব পৰা যাব। যোগেন চেতিয়াই চব বন্দৱস্ত পকা থাকিব বুলি কৈছে। নহ'লেতো উদয়ভানু আছেই! অৱশ্যে তাৰ দৌৰ দুঅনীয়া টকীয়াটোতে সীমাবদ্ধ। যোগেন চেতিয়াৰ শিপা বহু তললৈ বিয়পা।

হোটেলৰপৰা দিয়া লাক্স চাবোন টুকুৰাৰে গাটো ঘঁহি ঘঁহি ধুলে পুৰন্দৰে। নিজৰ লগত অনা গামোচাখনেৰে তিতা গাটো মচি পেলালে জোৰে-জোৰে। গাৰ ক'লা ছালখনে গামোচাৰ ঘঁহনিত ৰঙচুৱা বৰণ ধৰিলে।

ধপ্‌ধপীয়া ধুতি-পাঞ্জাবী পিন্ধি পুৰন্দৰে প্ৰতিনিধি শিবিৰলৈ যাবলৈ ৰিক্সা এখনৰ খবৰ কৰিলে। ছুট্‌কেছটোৰ লগতে ৰূমৰ চাবিটোও মেনেজাৰৰ হাতত তুলি দিলে। চিনাকি মেনেজাৰজনে শুভেচ্ছা জনালে। নিৰ্বাচনৰ খবৰ ৰাখে তেওঁ।

"আজি নিশা উভতি অহা নহ'ব চাগে। কালিলৈ পুৱা প্ৰতিনিধিসকল যোৱাৰ পিছতহে আহৰি হ'ব পাৰিম।"

"আপোনাৰ ল'ৰাজন?" —উদয়ভানুৰ কথা সুধিলে মেনেজাৰে।

"ক'তনো আহিব পাৰিব। সিও ব্যস্ত হ'ব লাগিব।"

"যেতিয়াই আহে আহিব পাৰে। মই ৰাতিৰ চকীদাৰক কৈ থ'ম।" —ৰিক্সা এখন আহি হোটেলৰ গেটত ৰ'লহি। পুৰন্দৰে বিদায় ল'লে।

স্থানীয় কলেজখনৰ খেলপথাৰতে প্ৰতিনিধিসকলৰ খোৱাৰ ব্যৱস্থা কৰা হৈছিল।

পুৰন্দৰ হাজৰিকাই কলেজৰ গেটৰ পৰাই ৰিক্সাখনক বিদায় দিলে। ইতিমধ্যে সৰহখিনি প্রতিনিধি আহি ভোজনগৃহ পাইছিলহি। পুৰন্দৰ হাজৰিকাক দেখি দহ-বাৰজনমান পুৰণা চিনাকি প্রতিনিধি আগুৱাই আহিল। সকলোকে নমস্কাৰ জনালে পুৰন্দৰে।

"কেনেকুৱা পাইছে খোৱা-বোৱা?"

"ভাল হৈছে। খুব ভাল হৈছে।" —এজন প্রতিনিধিয়ে খুব উৎসাহেৰে ক'লে।

"মোৰ বোধেৰে যোৱা পাঁচবাৰৰ তুলনাত এইবাৰেই সকলো ব্যৱস্থা আটাইতকৈ ভাল হৈছে।" —আন এজনে একেই
উৎসাহেৰে নিজৰ মন্তব্য আগবঢ়ালে।

দলটো পুৰন্দৰক মাজত লৈ আগবাঢ়িল ভোজনগৃহৰ ফালে। পুৰন্দৰে দেখিলে, ভোজনগৃহৰ একাষে উদয়ভানু থিয় হৈ আছে। পুৰন্দৰক কলেজৰ গেটৰপৰাই যাতে এনেকুৱা এটা দলে বেৰি-কুৰি ভোজনগৃহলৈ লৈ আহে সেইটো বন্দবস্ত উদয়ভানুৰে।

দলটোৱে আন প্রতিনিধিসকলকো মাত লগালে। লাহে-লাহে প্রতিনিধিসকলৰ বুজন গোট এটাই পুৰন্দৰ হাজৰিকাক বেৰি ধৰিলে। কথাৰ মাজতে পূব-পাকিস্তানৰ পৰিস্থিতিয়েও ঠাই পালে। যুদ্ধ যে আসন্ন এই কথাত কোনেও দ্বিমত নকৰিলে।

পুৰন্দৰ হাজৰিকাই ৰাতিৰ যুদ্ধখন জিকাৰ প্রস্তুতি এতিয়াই কৰিলে। প্রতিনিধিসকলৰ প্রায় সকলোৱেই ইতিমধ্যে আহি পাইছিল। ৰান্ধনি ঘৰত পাঁচলি কটাৰপৰা পিলনীয়াৰ হেতালৈকে সকলো নিৰীক্ষণ কৰিলে পুৰন্দৰে। উদয়ভানুৱে লক্ষ কৰি থাকিল প্রতিজন প্রতিনিধিৰ হাব-ভাব। যি কিজনৰ ওচৰলৈ সি এতিয়াও যাবপৰা নাছিল সেই কিজনক পুৰন্দৰৰপৰা কিছু দূৰত বহা তাৰ চকুত পৰিল।

"হ'ব। ভোজনৰ পিছতেই সিহঁতো হ'ব পুৰন্দৰৰ পক্ষত।" —উদয়ভানুৰ মনত কোনো সন্দেহ নাই। এইবোৰ সমস্যা সমাধানৰ চাবি-কাঠী তাৰ হাতৰ মুঠিত।

সকলো প্রতিনিধিয়ে ভাত-পানী খাই শেষ কৰে মানে প্রায় তিনি বাজিবৰে হ'লহি। ৰাজধানীৰপৰা আহিবলগীয়া নেতাকিজন চাৰি বজাৰ আগ আগে আহি পোৱাৰ কথা। পুৰন্দৰে উদয়ভানুলৈ চালে। চকুৰ ইঙ্গিতেৰে সি বুজালে বাকী থকা প্রতিনিধি সকলৰো বেছিভাগৰ লগত তাৰ দেখা-সাক্ষাৎ হৈ গৈছে। প্রতিনিধিসকলক বহি থকা ঠাইতে নমস্কাৰ একোটা দি পুৰণা সতীৰ্থ দুজনমানক লগত লৈ এইবাৰ চাৰ্কিট হাউছৰ ফালে খোজ ল'লে পুৰন্দৰ হাজৰিকাই। তেওঁক আগবঢ়া দেখি কিছুসংখ্যক প্রতিনিধিয়েও খোজত খোজ মিলালে।

পুৰন্দৰৰ মনটো ফৰকাল লাগিল। পিছলৈ চাই অনুমান কৰিলে তেওঁৰ লগত প্রায় চল্লিছ-পঞ্চাছজনমান প্রতিনিধি আহি আছে।

চাৰ্কিট হাউছৰ বাৰাণ্ডাত সম্ভাব্য প্রাৰ্থী দুজনমান আগৰে পৰাই ৰ'ই আছিল। পুৰন্দৰ

হাজৰিকাৰ দলটো আগুৱাই অহা দেখি তেওঁলোকৰ কপাল কোঁচ খালে। কথাটো পুৰন্দৰৰ চকুত পৰিল। এক মুহূৰ্তও অপব্যয় নকৰিলে তেওঁ। মুখত এটা সন্তোষৰ হাঁহি লৈ সম্ভাব্য প্ৰাৰ্থী দুজনক নমস্কাৰ জনালে দুহাত জোৰকৈ।

"ভাত-পানী খোৱা হ'লনে?" —বিনয়েৰে সুধিলে তেওঁলোকক। উত্তৰ দিয়াৰ আগতে অকণমান খেৰো-গেৰো কৰিছিল দুয়োজনে।

"ভোজনগৃহত নেদেখিলো আপোনালোকক।" —পুৰন্দৰ এইবাৰ ৰৈ দিলে সম্ভাৱ্য প্ৰতিদ্বন্দ্বী দুয়োজনৰ সন্মুখত। মানুহ দুজনে ইজনে-সিজনৰ মুখলৈ চালে।

"আমি খায়েই আহিছিলো। পোনে-পোনে চাৰ্কিট হাউছলৈকে আহিলো।" —অলপ কম বয়সীয়া যেন লগাজনে অৱশেষত মুখ খুলিলে।

"শিবিৰৰ খোৱা-বোৱা বেছ উপাদেয় হৈছিল বুলি কৈছে সকলোৱে। আপোনালোকে নিশ্চয় ভাল পালেহেঁতেন।" —বিনয়ৰ হাঁহিটো তেতিয়াও লাগি আছিল হাজৰিকাৰ মুখত।

"শুনিছোঁ ব্যৱস্থা-পাতি ভাল হোবাৰ কথা।" —এইবাৰ সিজনেও মুখ খুলিলে।

"কৰিবপৰা সকলোখিনিয়েই কৰিবলৈ চেষ্টা কৰিছোঁ। কোনেও যাতে বেয়া নাপাই তাৰ কাৰণে আমাৰ কৰ্মীখিনিয়ে দেহে-কেহে খাটিছে। সন্ধিয়াৰ সাঁজ নোখোৱাকৈ নেথাকিব বুলি আশা কৰিলোঁ।" —মানুহ দুজনে কি ক'ব ঠিৰাং কৰিব নোৱাৰি অস্বস্তিত পৰিল।

তেওঁলোকক তাতে এৰি হাজৰিকা আগ বাঢ়িল চাৰ্কিট হাউছৰ সভাকক্ষলৈ। চকীদাৰক মাতি আনি পৰ্যবেক্ষকৰ কাৰণে আগতেই বন্দৱস্ত কৰি থোৱা কোঠাকেইটা খোলাই ব্যৱস্থা-পাতিবোৰ চাই ল'লে। নতুন টাৱেল, চাবোন আৰু ফলমূলৰ টুকুৰি একোটা উদয়ভানুৱে আনি সেইখিনি পোৱালেহি। চকীদাৰটোৱে কাম কৰা ল'ৰা এটা মাতি আনি সেইবোৰ যথাস্থানত থোৱালে।

পৰ্যবেক্ষক দুজন চাৰি বজাৰ আগে-আগেই চাৰ্কিট হাউছ সোমালহি। পুৰন্দৰ হাজৰিকা আৰু লগৰখিনিয়ে আদৰিলে ফুলৰ থোপাৰে তেওঁলোক দুজনক। ই দুজন প্ৰাৰ্থীয়েও পৰ্যবেক্ষক দুজনক আদৰণি জনালে। পুৰন্দৰ হাজৰিকাই দুয়োজন আলহীক চাৰ্কিট হাউছৰ বৈঠকখানাত বহুৱালে। ই দুজন প্ৰাৰ্থীও লগে-লগে আহি বহিলহি তাতে। চাহৰ পৰ্ব শেষ হোৱাৰ পাছত দুয়োজন পৰ্যবেক্ষকে নিজৰ নিজৰ কোঠালৈ খোজ ল'লে। তড়িৎ গতিৰে পুৰন্দৰে উদয়ভানুক চিনাকি কৰি দিলে তেওঁলোকৰ লগত।

"আপোনালোকৰ সুবিধাৰ কাৰণে এই ল'ৰাজন থাকিব ইয়াতে।"

"কি নাম?" —এজনে সুধিলে। উদয়ভানুৰ নাম শুনাৰ লগে লগে পুৰন্দৰে কৰি থোৱা বন্দৱস্তৰ অৰ্থ বুজি পালে দুয়োজনে।

"এতিয়া অকণমান জিৰাওঁ আমি। তুমি পাঁচ বজাত আহিবা।" —উদয়ভানুৱে নমস্কাৰ দিলে। পুৰন্দৰ হাজৰিকা আৰু আন দুজন প্ৰাৰ্থীয়েও প্ৰতি নমস্কাৰ দিলে।

পৰ্যবেক্ষক দুজন ৰুমলৈ যোৱাৰ পিছত ই দুজন প্ৰাৰ্থী অলপ বিমোৰত পৰিল। পুৰন্দৰৰ লগত একেটা কোঠাতে এনেদৰে বহিব লগা হোৱাত যেন অলপ অস্বস্তি পালে তেওঁলোকে।

"আহক চাহ খাই কথাকে পাতোঁ।" —পুৰন্দৰ হাজৰিকাই ই দুজনক প্ৰস্তাৱ দিলে। কম বয়সীয়া যেন লগাজনে বয়সস্থজনৰ মুখলৈ চালে।

"আহক আহক। কথা পতাততো একো বাধা নাই।" —পুৰন্দৰ হাজৰিকাই দুযোজনকে আমন্ত্ৰণ কৰিলে।

পাঁচ বজাৰ আগে-আগে উদয়ভানুৱে পৰ্যবেক্ষককিজনক দেখা কৰিলেগৈ। তাৰ আধা ঘণ্টা পিছতে পৰ্যবেক্ষক দুজনে পুৰন্দৰ হাজৰিকাৰ লগতে আন দুজন সম্ভাব্য প্ৰাৰ্থীকো মাতি পঠালে।

পোন্ধৰ মিনিট পিছত 'হাই কমাণ্ড'ৰ হুকুমৰ কথা তিনিওজনকে জনাই দিলে দুই পৰ্যবেক্ষকে। দলৰ স্বাৰ্থৰ খাতিৰত সৰ্বসন্মতভাৱে জিলা সভাপতিৰ নিৰ্বাচন বিচাৰিছে হাই কমাণ্ডে। ইতিমধ্যে প্ৰতিনিধিসকলৰ সৰহ সংখ্যকৰ মত হাই কমাণ্ডে জানি গৈছে। পুৰন্দৰ হাজৰিকাই হ'ব দলৰ নতুন জিলা সভাপতি।

পুৰন্দৰ হাজৰিকাই বুজি পালে যোগেন চেতিয়াই হাই কমাণ্ডক বুজাব পাৰিলে। বাকী দুজন প্ৰাৰ্থীক কাৰ্যকৰী কমিটিৰ সদস্য হিচাপে হাই কমাণ্ডে মনোনীত কৰিছে। পুৰন্দৰ হাজৰিকাই আপত্তি নকৰিলে। হাই কমাণ্ডৰ ইচ্ছাই তেওঁৰ বাবে আদেশ।

নিশা আহাৰৰ আগে-আগে সকলো কাম সুকলমে হৈ গ'ল। দুযোজন পৰ্যবেক্ষকৰ উপস্থিতিত প্ৰতিনিধিসকলৰ সৰ্বসন্মত সমৰ্থনেৰে পুৰন্দৰ হাজৰিকা জিলা সভাপতি নিৰ্বাচিত হ'ল। উদয়ভানুৱে সেই দিনা পুৱা বৰ বিলৰপৰা মৰোৱাই অনা টাট্‌কা মাছেৰে প্ৰতিনিধিসকলে নিজৰ নিজৰ উদৰ পূৰাই পিছদিনাৰ ওভটনি যাত্ৰাৰ বাবে সাজু হ'ল।

# ঊনৈছ

পূজাৰ পিছতে আহিল দীপান্বিতা। সুন্দৰপুৰত আঁউসীৰ নিশাৰ এন্ধাৰ খেদি জ্বলি উঠিল ৰাশি ৰাশি দীপৰ শিখা। পদূলিমূৰত কলগছ পুতি বাঁহৰ কামীৰ ওপৰত সজোৱা হ'ল মাটিৰ চাকি। চাৰিআলিৰ দোকানীবোৰে চহৰৰপৰা আনি পোহাৰ মেলিলেহি আতচবাজী আৰু ফট্‌কাৰ। চৌধুৰী আৰু বৰুৱাৰ পৰিয়াল দুটাই একেলগে উপভোগ কৰিলে দীপান্বিতাৰ পোহৰৰ মেলা। নিশালৈ আটায়ে কালী পূজাৰ মণ্ডপলৈ গৈ কালী গোসাঁনীক সেৱা জনালেগৈ। ইমান স্ফূৰ্তিৰ মাজতো কিন্তু বিক্ৰমৰ মনত দুঃখ।পূজাৰ ছুটী শেষ হওঁ হওঁ। তাৰ মনটো অশান্ত হৈ উঠিছে উভতি যোৱাৰ দিন যিমানেই ওচৰ চাপিছে। ইফালে পূব-পাকিস্তানৰ পৰিস্থিতি অতিকে উত্তপ্ত হৈ পৰিছে। ৰাৱালপিণ্ডিৰ প্ৰাসাদত বহি পাকিস্তানৰ সেনাধক্ষ্য আৰু ৰাষ্ট্ৰপতি য়াহায়া খানে দুহেজাৰ মাইল দূৰৰ বিদ্ৰোহ দমন কৰিবলৈ দায়িত্ব দিছে জেনেৰেল টিক্কা খানক। ২৫ মাৰ্চ ১৯৭১ৰ পৰাই য়াহায়া আৰু টিক্কা খানৰ আদেশত পাকিস্তানী সেনাই পূব-পাকিস্তানৰ হাজাৰ-হাজাৰ মুক্তিযোদ্ধা, প্ৰতিবাদী বুদ্ধিজীৱী, ছাত্ৰ আৰু নিৰীহ কৃষকক নিৰ্বিচাৰে হত্যা কৰা আৰম্ভ কৰি দিছিল। চীনৰ লগত গঢ়ি তোলা নিকট সম্পৰ্কৰ সুবিধা লৈ ভাৰতৰ সামৰিক শক্তিক আকৌ এবাৰ মুখামুখি প্ৰত্যাহবান জনোৱাৰ কাৰণে সাজু হ'ল জেনেৰেল য়াহায়া খান। ভাৰতৰ কেন্দ্ৰীয় নেতৃত্বইও বুজি পালে যুদ্ধ অৱধাৰিত। পূব-পাকিস্তানৰ সাত কোটি বঙালীৰ মুক্তিস্পৃহা য়াহায়া আৰু টিক্কা খানৰ দৰে সেনাধক্ষ্যৰ ৰক্ত পিপাসাই কিমান দিনৰ বাবে দমন কৰি ৰাখিব পাৰিব? এই ধামখুমীয়াত পৰি আশ্ৰয় বিচাৰি পলাই অহা লাখ-লাখ জনতাৰ অন্ন-বস্ত্ৰ যোগানৰ দায়িত্ব আৰু কিমান দিন বব পাৰিব ভাৰতৰ কৃষিভিত্তিক আৰ্থিক ব্যৱস্থাই? জেনেৰেল মানেকশ্বক প্ৰধানমন্ত্ৰীয়ে দায়িত্ব দিলে ভাৰতীয় সৈন্য বাহিনীক অৱধাৰিত যুদ্ধৰ কাৰণে সকলো ফালৰেপৰা প্ৰস্তুত কৰি তুলিবলৈ। বিক্ৰমহঁতৰ পূজাৰ ছুটী শেষ হওঁ হওঁ সময়ত পাকিস্তান আৰু ভাৰত উভয়ে ধৈৰ্য আৰু সহিষ্ণুতাৰ শেষ প্ৰান্তত উপনীত হোৱাৰ লক্ষণ বিশ্বৰ সকলোৱেই প্ৰত্যক্ষ কৰিলে। ভাৰতৰ পূব আৰু পশ্চিম দুয়ো সীমান্ত সন্টম। বিশ্বৰ প্ৰান্তে প্ৰান্তে সকলোৱে অনুভৱ কৰিলে যিকোনো মুহূৰ্ততে ৰণ দুন্দুভি বাজি উঠিব ভাৰত আৰু পাকিস্তানৰ মাজত তৃতীয়বাৰৰ বাবে।

আসন্ন পৰিস্থিতিৰ বিষয়ে চন্দ্ৰালীৰ লগতো বিক্ৰমে কথা পাতিছে। মানুহে মানুহৰ ওপৰত কৰা অত্যাচাৰৰ চূড়ান্ত স্তৰ হ'ল যুদ্ধ। সন্মুখ সমৰত হতাহতি যুদ্ধত প্ৰবৃত্ত হৈছিল আদিম মানুহ। গছৰ ডাল, পাথৰৰ পিছত মানুহ মাৰিবলৈ ব্যৱহাৰ হৈছিল কুঠাৰ, যাঠী,

বিষাক্ত কাঁড। সময়ৰ লেজত ধৰি মানুহে আৱিষ্কাৰ কৰিলে হিলৈ, বৰটোপ, পানী আৰু আকাশী জাহাজ, বন্দুক আৰু বোমা-বাৰুদ। দ্বিতীয় মহাসমৰৰ শেষৰ ফালে আণৱিক বোমাৰ এটা আঘাততে লাখ লাখ মানুহ, একোখন একোখন প্ৰকাণ্ড চহৰ নিমিষতে ধূলিসাৎ কৰাৰ ক্ষমতা অৰ্জন কৰিলে এই মানুহেই। তেজষ্ক্ৰিয়তাৰ বিকীৰণেৰে যুগ যুগ ধৰি উত্তৰ প্ৰজন্মৰ শৰীৰত দুৰাৰোগ্য ব্যাধি জাপি দিবপৰা হ'ল আধুনিক যুগৰ মানুহ। বিজ্ঞানৰ নতুন নতুন আৱিষ্কাৰে দিনে দিনে অত্যন্ত বিধ্বংসী ৰূপ দিয়া এই সকলোবোৰ যুদ্ধ-বিগ্ৰহৰ প্ৰেক্ষাপটত প্ৰধান কাৰণ মাত্ৰ দুটা— ক্ষমতা আৰু ধনৰ লিপ্সা। পৃথিৱী আৰু প্ৰকৃতি প্ৰদত্ত ঐশ্বৰ্যৰ অধিকাৰী হৈ এখন দেশ, এটা জাতি, এখিনি মানুহে আন সকলোবোৰ দেশ, সকলোবোৰ জাতি, সকলোখিনি মানুহৰ ওপৰত প্ৰভুত্ব চলোৱাৰ ভাৱনাতেই যুগে-যুগে অৱতাৰণা কৰি আহিছে যুদ্ধৰ। কাশ্মীৰক নিজৰ ভূখণ্ডৰ লগত চামিল কৰাৰ চেষ্টাতেই পাকিস্তানে ভাৰতৰ লগত দুবাৰ যুদ্ধ কৰিলে। এতিয়া আকৌ পূব-পাকিস্তানৰ সাত কোটি জনতাৰ স্বনিয়ন্ত্ৰণৰ দাবী নস্যাৎ কৰিবলৈ আৰম্ভ কৰিলে এইখন নতুন যুদ্ধৰে। চন্দ্ৰালীয়ে একান্তমনে শুনিলে বিক্ৰমে কৈ যোৱা মানৱ ইতিহাসৰ তেজে ধোৱা অলেখ যুদ্ধৰ কথা।

"যুদ্ধ সঁচাকৈয়ে হ'ব নেকি?"

"সঁচাকৈয়ে মানে? অঘোষিত যুদ্ধ আৰম্ভ হৈ গৈছে কেতিয়াবাই। জেনেৰেল টিক্কা খানে ২৫ মাৰ্চতে আৰম্ভ কৰিলে সেই অঘোষিত যুদ্ধ।"

"তেনেহ'লে আৰু কি যুদ্ধ আৰম্ভ হ'ব এতিয়া?"

"টিক্কা খানে ২৫ মাৰ্চত আৰম্ভ কৰা যুদ্ধ মুক্তিকামী নিৰস্ত্ৰ পূব-পাকিস্তানী জনতাৰ বিৰুদ্ধে। যিখন যুদ্ধ এতিয়া হ'ব, সি হ'ব ভাৰত আৰু পাকিস্তানৰ মাজত। সেইখন যুঁজৰ অৱধাৰিত পৰিণতি লাখ লাখ শৰণাৰ্থী আৰু পৰ্যুদস্ত ভাৰতীয় অৰ্থনীতি। ভাৰতৰ পক্ষে প্ৰত্যক্ষ যুঁজত অৱতীৰ্ণ হোৱাৰ বাহিৰে অন্য উপায় নোহোৱা হৈছে। পাকিস্তানী সেনাই আক্ৰমণ কৰিব ভাৰতীয় সেনাৰ ঘাটি। ভাৰতৰ বায়ু সেনাৰ বিমানে বোমাৰে উৰুৱাব পাকিস্তানৰ বিমানঘাটি, প্ৰতিৰক্ষা প্ৰতিষ্ঠান, যুদ্ধৰ সামগ্ৰী তৈয়াৰ কৰা কল-কাৰখানা। পাকিস্তানৰ নৌ সেনাই আক্ৰমণ কৰিব ভাৰতীয় নৌ সেনাক। বন্দৰে বন্দৰে চলিব চাবমেৰিন আৰু যুদ্ধ জাহাজৰপৰা অবিৰাম গোলাবৰ্ষণ।"

"তুমি কলেজলৈ নেলাগে যাব। যুদ্ধ লাগিলে মোৰ বৰ ভয় লাগিব।" চন্দ্ৰালীৰ চকুত চকুপানীয়ে ভিৰ কৰিলে।

"কলেজ হয়তো বন্ধ ঘোষণা কৰিব। বয়-বস্তুৰ মূল্য আকাশলংঘী হ'ব। নাটনি হ'ব জীৱন ধাৰণৰ কাৰণে অত্যাৱশ্যকীয় সামগ্ৰীসমূহৰ। সাধাৰণ মানুহৰ বিলাই-বিপত্তি নোহোৱা হ'ব।" —বিক্ৰমে চন্দ্ৰালীৰ বাহুত হাত থ'লে।

"শৰণাৰ্থী শিবিৰত থকা মানুহখিনিৰ নিচিনাই হ'ব নেকি আমাৰো অৱস্থা?" বৰ

আতঙ্কিত অনুভৱ কৰিলে চন্দ্ৰালীয়ে।

"যুদ্ধত যদি ভাৰতীয় সৈন্য পিছ হুঁহকে তেনেকুৱা অৱস্থা আমাৰো হোৱাটো অসম্ভৱ নহয়। '৬২ ৰ চীনা আক্ৰমণৰ সময়ত টাৱাং, বমডিলা আৰু তেজপুৰৰপৰা পলাই অহা মানুহখিনিৰ একেই অৱস্থা হৈছিল। অৱশ্যে সেইখন যুদ্ধ সোনকালে শেষ হোৱাৰ কাৰণে বেছি দিন কষ্ট নেপালে মানুহখিনিয়ে।"

"শুনিছোঁ দেউতাৰ মুখত সেইবোৰ কথা। তুমি কলেজলৈ নেযাবা।" —আকৌ একেটা কথাকে দোহাৰিলে চন্দ্ৰালীয়ে।

"পৰহিলৈ কলেজলৈ উভতিম। যদি যুদ্ধ আৰম্ভ হয় বোধকৰোঁ হোষ্টেল খালী কৰিব লাগিব। সময়ত দেখা যাব। তুমি চিন্তা কৰিব নালাগে।" —হঠাতে সি এটা হুমুনিয়াহ কাঢ়িলে। চন্দ্ৰালীহঁতৰ বাৰাণ্ডাতে বহি কথা পাতিছিল দুয়োটাই। জয়ন্ত আৰু মাক হেমপ্ৰভা শুই আছিল ভিতৰত। কাম কৰা ল'ৰাটোও বোধকৰোঁ বাচন-বৰ্তন সামৰি জিৰাবলৈ গৈছিল। ভবানী বৰুৱাই দিখৌৰ বালিচাপৰিৰ সৰিয়হতলী চাবলৈ গৈছে হালোৱা ল'ৰা দুটাৰ লগত। ঘৰখন একেবাৰে নিমাওমাও হৈ পৰিছে নবেম্বৰৰ মিঠা শীতৰ দুপৰত।

"ভিতৰলৈ যাবা?" —চন্দ্ৰালীয়ে তালৈ নোচোৱাকৈয়ে সুধিলে।

"ব'লা।" —দুয়োটা চন্দ্ৰালীৰ পঢ়া কোঠাত সোমাল। সি তাইৰ পঢ়া টেবুলত সজাই থোৱা ফুলদানীটোৰ ফালে চালে। দুথোপা লতা গোলাপ সজাই থৈছে চন্দ্ৰালীয়ে। কোমল গুলপীয়া ৰঙৰ ফুল দুপাহে পৰিবেশটো মিঠা কৰি তুলিলে।

"মোৰ ভয় লাগিছে।" —তাৰ চকীৰ পিছফালে হাত থ'লে চন্দ্ৰালীয়ে।

"কিহৰ ভয়?" —বহি থকাৰপৰাই মূৰ ঘূৰাই তাইলৈ চাব খুজিলে সি। তাই তাৰ মূৰত হাত থ'লে।

"নেচাবা মোৰ ফালে।" —তাৰ বুকুত তোলপাৰ লাগি গ'ল। যেন বিজুলী চমকিল নীলা কপহুৱা মুকলি আকাশত। গাটো ৰম্‌ৰমাই গ'ল তাৰ।

তাই কাষ চাপি আহিল। সি অনুভৱ কৰিলে তাৰ চুলিৰ মাজত তাইৰ লিহিৰি আঙুলিৰ মিঠা বুলনি। দুয়োখন হাতেৰে সি তাইক বিচাৰিলে। তাইৰ নাকৰ গৰম নিশ্বাস পৰিল তাৰ মসৃণ গ্ৰীৱাৰ উন্মুক্ত ঠাইখিনিত।

লেউ-সেউ হৈ পৰিল চন্দ্ৰালী। তাইৰ আঁঠুকিটা কঁপিছিল। তাই তাৰ ডিঙিত সাবটি ধৰিলে দুয়োটা হাতেৰে। সি থিয় হ'ল। আলফুলে সাবটি ধৰিলে তাইক বুকুৰ মাজত। সিহঁতৰ বুকুৰ ধপ্‌ধপনিত নবেম্বৰ মাহৰ নিজান দুপৰ বাঙ্ময় হৈ উঠিল। একেলগে বাজি উঠিল হাজাৰখন তানপুৰা।

"বা। ক'ত আছা তুমি?" —জয়ন্তৰ মাত। টোপনি ভাঙিছে তাৰ। মাকৰ বুকু এৰি বায়েকক বিচাৰিছে সি।

ছাটিকৈ এৰি দিলে বিক্ৰমে চন্দ্ৰালীক তাৰ বাহু বন্ধনৰপৰা। তাইৰ অধোনত মুখখন তুলি ধৰিলে দুহাতেৰে।

"ভাইটিয়ে বিচাৰিছে তোমাক। ব'লা ওলাই যাওঁ।" --সি আগবাঢ়িল। এক মুহূৰ্ত শিলৰ মূৰ্তিৰ দৰে একে ঠাইতে বৈ থাকিল চন্দ্ৰালী। কেতিয়া আহিব আকৌ এই বাতুল সময়! তাইৰ বুকুৰ ধপ্‌ধপনি তেতিয়াও মাৰ যোৱা নাছিল। খোলা দুৱাৰেৰে চকু মোহাৰি মোহাৰি জয়ন্ত সোমাই আহিল।

"বা কি কৰিছা তুমি?" —কোলাত তুলি ল'লে তাক চন্দ্ৰালীয়ে। হেমপ্ৰভা উঠি আহিছিল ইতিমধ্যে। বিক্ৰমৰ লগত বাৰাণ্ডাতে বহিল তেওঁ। কণকৰা ল'ৰাটোৱে চাহ আনিলে।

"তাঁৰেয়েৰাই খুব চিন্তা কৰিছে। পুৰন্দৰ হাজৰিকা জিলা সভাপতি হোৱাৰেপৰা তেখেতৰ বিৰুদ্ধে বৰকৈ লাগিবলৈ ধৰিছে তেওঁ। গাঁওখনৰ মানুহখিনিয়ো লাহে লাহে পুৰন্দৰৰে লগ লাগিছে। এনেকৈ কিমান দিন ইয়াত থাকিবপৰা যাব সেইটোহে চিন্তাৰ কথা হৈছে।" --হেমপ্ৰভাৰ কথাখিনি মন দি শুনিলে বিক্ৰমে। দেশ আৰু পৰিস্থিতিৰ পৰিৱৰ্তন হৈছে। ৰাজনীতি, কূটনীতি ৰাজা আৰু ৰাজকাৰ্যৰ পৰিধি পাৰ হৈ সাধাৰণ মানুহৰ জীৱনলৈ সোমাই আহিছে। ৰাজনৈতিক মতবাদ অনুসৰি মানুহ বিভিন্ন দল-উপদলত বিভাজিত হ'বলৈ ধৰিছে। ক্ষমতাৰ যুঁজত প্ৰতিদ্বন্দ্বীক শত্ৰু হিচাপে গণ্য কৰাৰ পৰম্পৰা আৰম্ভ হৈছে। পুৰন্দৰ হাজৰিকাই ভবানী বৰুৱাক ৰাজনৈতিক প্ৰতিদ্বন্দ্বী হিচাপে গণ্য কৰিছে। তাৰেই ফলশ্ৰুতি এই শত্ৰুতা। হেমপ্ৰভাৰ চিন্তা লাগিবৰে কথা। তাৰো চিন্তা হ'ল।

"তাঁৰেয়েও এটা শক্তিশালী ৰাজনৈতিক দলত যোগ দিয়াটোৱেই উচিত হ'ব বোধকৰোঁ।" —বহুত ভাবি-চিন্তি সি হেমপ্ৰভাৰ কথাৰ উত্তৰ দিলে। হেমপ্ৰভা আচৰিত হ'ল। ইয়াৰ আগতে তাৰ মুখত এনেকুৱা কথা কেতিয়াও শুনা নাই তেওঁ।

"ৰাজনৈতিক দলত যোগ দিব লাগে? কি লাভ হ'ব তেতিয়া? পুৰন্দৰ হাজৰিকাই এখেতৰ বিৰুদ্ধে যিবোৰ কাম কৰিছে সেইবোৰ বন্ধ কৰিব জানো?"

"পুৰন্দৰ হাজৰিকাই ক্ষমতাৰ সোৱাদ পাইছে। মানুহৰ মঙহৰ সোৱাদ পোৱা বাঘৰ দৰে ক্ষমতাৰ ৰাগীয়ে যাক এবাৰ মতলীয়া কৰিছে সি গুৰু-গোসাঁই একোকে নমনা হোৱাৰ দৃষ্টান্ত বুৰঞ্জীৰ পাতে পাতে। লোহাই লোহাক কটাৰ দৰে এনে মানুহৰ বিৰুদ্ধে থিয় দিবলৈ হ'লে তাৰেই শৰেৰে তাকেই বিদ্ধ কৰিব লাগিব। তাঁৰেকো এতিয়া এনে এটা ৰাজনৈতিক শক্তিৰ প্ৰয়োজন, যি পুৰন্দৰ হাজৰিকাৰ ৰাজনৈতিক শক্তিৰ সমকক্ষ।"

"বুজিছোঁ। তুমিয়েই বুজাবাচোন তেখেতক।"

"মই পৰহিলৈ যামগৈ। তেখেতৰ লগত আজিয়েই কথা পাতিব লাগিব। ইফালে

যুদ্ধও ওচৰ চাপি অহা যেন লাগিছে। যি সিদ্ধান্ত লয় সোনকালে ল'ব লাগে।"

যুদ্ধৰ কথা ওলোৱাত হেমপ্ৰভা পুনৰ চিন্তামগ্ন হ'ল। আইতাকৰ মুখত শুনিছিল তেওঁ দ্বিতীয় মহাযুদ্ধৰ কথা। জাপানী সেনা আৰু সুভাষ বসুৰ আজাদ হিন্দ ফৌজে বৃটিছক হৰুৱাই কহিমা পাইছিলহি। জাপানৰ লগত যুদ্ধ কৰিবলৈ বগা চাহাবৰ লগতে ক'লা নিগ্ৰো সৈন্যও আহিছিল জাকে-জাকে অসমৰ বুকুলৈ। ঠায়ে ঠায়ে সেনাৰ ছাউনি পাতিছিল, উৰা জাহাজৰ ঘাটি পাতিছিল। শ শ মিলটাৰী ট্ৰাক চলিছিল অসমৰ ৰাস্তাই-ঘাটে। বস্তুৰ দাম জুই-ছাই হৈছিল। বঙ্গ দেশত বোলে লাখে-লাখে মানুহ অনাহাৰত মৰিছিল। যুদ্ধৰ কাৰণে প্ৰয়োজনীয় খাদ্য সামগ্ৰী সংগ্ৰহ কৰা হৈছিল সাধাৰণ মানুহৰ মুখৰপৰা দুবেলাৰ ভাত কাঢ়ি নি। এসেৰ নিমখৰ দাম হৈছিল চাৰি টকা। তেল, কেৰাচিনৰ অভাৱত সন্ধিয়াতে নিঃপালি দিছিল নগৰ-চহৰ, গাঁও-ভূঁইৰ বাসিন্দা। অৱশ্যে যুদ্ধৰ আচল ৱিভিষীকা প্ৰত্যক্ষ কৰিবলগা নহ'ল অসমৰ ৰাইজে। হিৰোশ্চিমা আৰু নাগাচাকিত পেলোৱা আণৱিক বোমাই জাপানৰ কঁকাল ভাঙি দিলে। মিত্ৰশক্তিৰ ওচৰত আঁঠু ল'লে জাপানৰ সম্ৰাট হিৰো হিটোৱে।

যুদ্ধৰ বিভিষীকা দেখিছিল আইতাৰ পূৰ্বপুৰুষেও। বদন বৰফুকনে অনা মানে ধাহি-মুহি নিছিল অসমৰ মানুহৰ সঞ্চিত সম্পদ। ছোৱালী-বোৱাৰীৰ ওপৰত চলিছিল নিৰ্বিচাৰ ধৰ্ষণ। গৰ্ভৱতী তিৰোতাৰ পেট কাটি কেঁচুৱাৰ মূৰেৰে সিহঁতে খেলিছিল ফুটবল। গাৰ নোম শিঁয়ৰি উঠা এইবোৰ কাহিনীও কৈছিল আইতাই। হেমপ্ৰভাই পাহৰা নাই।

ভায়েকক কোলাত তুলি চন্দ্ৰালী মাকৰ কাষ পাইছিলহি। দুয়োটাকে হেমপ্ৰভাই চপাই ল'লে বুকুৰ কাষলৈ। যুদ্ধৰ বিভীষিকাই চুব নোৱৰাকৈ যেন তেওঁ আঁচলত লুকুৱাই ৰাখিব সিহঁতক। বিক্ৰমে দেখিলে সেই দৃশ্য। পৃথিৱীৰ সকলো মাতৃয়েই একে। সুপ্ৰভাই এসপ্তাহ ধৰি চকু উখহাই আছে তাৰ ওভতাৰ দিন হিচাপ কৰি। মাজে মাজে মাকৰ ওপৰত তাৰ খঙো উঠিছে। কেঁচুৱা হৈ থকা নাই এতিয়া সি। নিজৰ ভাল-বেয়া বুজি পায়। দায়িত্ব ল'ব পৰাকৈ অভিজ্ঞ হৈ উঠিছে ঘৰৰপৰা আঁতৰি থকা এই সময়খিনিতে। চন্দ্ৰালীৰ চকুলৈ চালে সি। মাকৰ বুকুৰ কাষ চাপি তায়ো যেন অলপ অপ্ৰস্তুত হৈ পৰিছে এই মুহূৰ্তত।

"মই উঠোঁ তেতিয়াহ'লে। লগত নিবলগীয়া বস্তু কেইটামান এতিয়াও গোট খোৱা নাই।" —বিদায় লৈ থিয় দিলে সি।

"সাৱধানে থাকিবা।" —হেমপ্ৰভাৰ মাত থোকাথুকি হৈছিল আৱেগত।

"সন্ধিয়া আহিবা।" —চন্দ্ৰালীৰ মাতত চাটক চৰাইৰ তৃষ্ণা। মূৰ দুপিয়ালে সি।

# বিছ

সুন্দৰপুৰ কলেজখন ৰাজনীতিৰ দবা ক্ষেত্ৰ হৈ পৰিল পুৰন্দৰ হাজৰিকাৰ নিত্য নতুন চালেৰে। ছাত্ৰ-ছাত্ৰীয়েই নহয়, শিক্ষক-শিক্ষয়িত্ৰী আৰু আন কৰ্মচাৰীসকলৰ মাজতো বিভিন্ন দল-উপদলৰ সৃষ্টি হ'বলৈ ধৰিলে। ইমানদিনে ৰাজনৈতিক দলাদলিৰ পৰা আঁতৰত থকা কলেজখনত আটাইবোৰ ৰাজনৈতিক দল-উপদলে নিজা নিজা ছাত্ৰ সংগঠনৰ শাখা গঠন কৰিলে। একতা সভাৰ নিৰ্বাচন, কলেজ সপ্তাহ পালন আদি নানান অছিলাত ইদলে সিদলৰ লগত তৰ্কাতৰ্কি, হতাহতি আনকি মৰামৰি পৰ্যন্ত কৰাও আৰম্ভ হ'ল। কলেজত হোৱা এই ঘটনাবোৰে সুন্দৰপুৰকে ধৰি ওচৰ-পাজৰৰ গাঁওবোৰতো অশান্তি বিয়পাই দিলে। ভবানী বৰুৱাক গাঁৱৰ বয়সীয়া মানুহখিনিয়ে ধৰিলে, এনেদৰে কলেজখন ধ্বংস হ'বলৈ এৰি দিব নেলাগে। কলেজ পৰিচালনা কমিটিৰ আগন্তুক নিৰ্বাচনত অধ্যক্ষৰ পদৰ কাৰণে তেওঁ থিয় দিব লাগে। ভবানী বৰুৱাই আকৌ দবাখেলৰ গুটি হাতত ল'বলৈ ইতঃস্তত কৰিলে। কিন্তু বিজন চৌধুৰীকে ধৰি আন কেইবাজনেও নেৰানেপেৰাকৈ ধৰিলে বৰুৱাক। পাৰ হৈ যোৱা বছৰ কিটাত পুৰন্দৰ হাজৰিকাই কলেজখনৰ উন্নতিৰ নামত যিবোৰ কাম কৰিলে সেই আটাইবোৰেই মূৰকত হিতে বিপৰীত হোৱাৰ পৰিপ্ৰেক্ষিতত ভবানী বৰুৱাৰ দৰে অভিজ্ঞ আৰু কৰ্মঠ ব্যক্তিৰ যে অত্যন্ত প্ৰয়োজন সেই কথাও প্ৰত্যেকেই দোহাৰিলে। শেষত বৰুৱাই নিজৰ আগৰ সিদ্ধান্ত পৰিহাৰ কৰি আকৌ এবাৰ কলেজৰ দায়িত্ব ল'বলৈ সাজু হ'ল।

ইতিমধ্যে ভাৰত-পাকিস্তানৰ মাজত ডিচেম্বৰৰ ৩ তাৰিখৰপৰা পূব-পশ্চিম দুয়ো সীমান্ততে সন্মুখ সমৰ আৰম্ভ হৈছিল। পূব-পাকিস্তানত ভাৰতীয় সৈন্য আৰু মুক্তি বাহিনীৰ যুগ্ম আক্ৰমণত ছেদেলি-ভেদেলি হৈ পৰিল তিৰানব্বৈ হাজাৰ পাকিস্তানী সেনা। মাত্ৰ দুসপ্তাহতে শেষ হ'ল পূব-পাকিস্থানৰ যুদ্ধ। ষোল্ল ডিচেম্বৰত ঢাকাত থকা পাকিস্থানী সেনা বাহিনীৰ মুখ্য সেনাধিনায়ক জেনেৰেল নিয়াজীয়ে ভাৰত আৰু মুক্তি বাহিনীৰ কমাণ্ডিং অফিচাৰ জেনেৰেল জগজিৎ সিং অৰোৰাৰ সন্মুখত বিনাচৰ্তে আত্মসমৰ্পণ কৰিবলৈ বাধ্য হ'ল। দুয়োপক্ষৰ মাজত স্বাক্ষৰিত হল 'ইন্সট্ৰুমেণ্ট অব ছাৰেণ্ডাৰ' আৰু তাৰেই আধাৰত পোন প্ৰথমবাৰৰ বাবে গঠিত হ'ল 'বাংলাদেশ' নামেৰে পূব-পাকিস্তান তথা পূৰ্ব-বঙ্গৰ বুকুৰপৰা নতুন এখন সাৰ্বভৌম ৰাষ্ট্ৰ। সাতচল্লিছত ভাৰত দ্বিখণ্ডিত কৰি বৃটিছে সৃষ্টি কৰি থৈ যোৱা দুখন সাৰ্বভৌম ৰাষ্ট্ৰৰ পিছত তৃতীয়খন সাৰ্বভৌম ৰাষ্ট্ৰ বাংলাদেশৰ সৃষ্টি হল ভাৰতীয় উপ মহাদেশত।

সাতকোটি মানুহৰ আত্ম-নিয়ন্ত্ৰণৰ সপোন সাৰ্থক হ'ল। চীন আৰু আমেৰিকা যুক্তৰাষ্ট্ৰৰ সমৰ্থনপুষ্ট পাকিস্তানক ইমান সহজে পৰাভূত কৰাৰ সুবাদত বিশ্বৰ ৰাজনৈতিক মঞ্চত ভাৰতৰ নাম মৰ্যাদা সহকাৰে লোৱা আৰম্ভ কৰিলে বিশ্ববাসীয়ে। আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু পশ্চিম ইউৰোপে এই প্ৰথম ভাৰতৰ সামৰিক শক্তিৰ পৰিচয় পালে। পাকিস্তানৰ দৰ্প চূৰ্ণ হ'ল আৰু চীনৰ শাসকগোষ্ঠীয়ে নতুনকৈ ভাৰত-চীন সীমান্ত সমস্যাৰ সমাধান বুজাপৰাৰ মাজেৰে কৰাৰ প্ৰয়োজনীয়তাৰ বিষয়ে বিভিন্ন মাধ্যমৰ আগত বিবৃতি দিলে।

এই সকলোবিলাক ঘটনাই ভাৰতৰ জনসাধাৰণৰ অন্তৰত তদানীন্তন নেত্ৰীগৰাকীৰ প্ৰতি বিশেষ শ্ৰদ্ধা আৰু ভালপোৱাৰ জন্ম দিলে। মহীষমৰ্দিনী দুৰ্গাৰে ৰিজালে এই নাৰীক বহু বিজ্ঞজনে। যিসকল জ্যেষ্ঠ নেতাই তেওঁৰ বিৰোধিতা কৰিছিল সেইসকলক জনতাই ভাৰতীয় ৰাজনীতিৰ অলাগতিয়াল ফচিলত পৰিণত কৰিলে। বাংলাদেশ মুক্তি যুদ্ধৰ ফলশ্ৰুতিত তেওঁ পিন্ধা বিজয় তিলকে বিশ্বৰ ৰাজনৈতিক মহলৰ সম্ভ্ৰম আদায় কৰিলে। মহীষমৰ্দিনীৰ হাত আৰু অধিক শক্তিশালী কৰিবলৈ হাজাৰ হাজাৰ ডেকা ৰাজনীতিক ওলাই আহিল ৰাজনীতিৰ মুকলি পথাৰলৈ।

পুৰন্দৰ হাজৰিকাই অতীতৰ দক্ষতাৰে নিজৰ স্থিতি এই সুযোগতে সুদৃঢ় কৰি ল'লে। এক সম্ভাৱনাময় যুৱ নেতা হিচাপে প্ৰাদেশিক কমিটিত স্থান দিয়া হ'ল তেওঁক। অসমৰ মুখ্যমন্ত্ৰীয়ে হাজৰিকাৰ দৰে আৰু কেইজনমান ডেকা ৰাজনীতিকক আগন্তুক বিধানসভা নিৰ্বাচনত দলীয় প্ৰাৰ্থীত্ব প্ৰদান কৰিলে। মহিষমৰ্দিনী দুৰ্গাৰ ৰূপত জনমানসত প্ৰতিষ্ঠা লাভ কৰা নেত্ৰীগৰাকীৰ দলৰ প্ৰাৰ্থী পুৰন্দৰে অতি সহজেই বিধানসভা নিৰ্বাচনত জয়লাভ কৰাই নহয়, নিৰ্বাচনৰ পিছত গঠিত নতুন মন্ত্ৰীসভাত এজন ৰাজ্যিক পৰ্যায়ৰ মন্ত্ৰী হিচাপে স্থানো লাভ কৰিলে।

সুন্দৰপুৰ কলেজৰ নিৰ্বাচন ইতিমধ্যেই হৈ গৈছিল। ভাৰত-পাকিস্তান যুদ্ধ, বাংলাদেশৰ মুক্তি সংগ্ৰাম, জিলা আৰু প্ৰাদেশিক কমিটিৰ বিভিন্ন সমস্যা আৰু সৰ্বোপৰি বিধানসভাৰ নিৰ্বাচনক লৈ অতিকে ব্যস্ত হৈ পৰা পুৰন্দৰে কলেজৰ পৰিচালনা সমিতিৰ নিৰ্বাচনৰ প্ৰতি বিশেষ মনোযোগ দিব নোৱৰাত ভবানী বৰুৱা বিনা প্ৰতিদ্বন্দ্বিতাৰে আকৌ এবাৰ পৰিচালনা সমিতিৰ সভাপতি হিচাপে নিৰ্বাচিত হ'ল। পুৰন্দৰ হাজৰিকাৰ দিনে দিনে বাঢ়ি অহা ৰাজনৈতিক প্ৰতিষ্ঠাৰ কথা মনত ৰাখি ভবানী বৰুৱাই নিজেই ৰাজনীতিলৈ গৈ হাজৰিকাক দেখা কৰিলেগৈ। পুৰন্দৰেও ভবানী বৰুৱাক আশ্বস্ত কৰিলে —সুন্দৰপুৰৰ ৰাইজৰ বিবেচনা শক্তিক তেওঁ সন্মান কৰে। কলেজখনৰ উন্নতিৰ কাৰণে যিকোনো ধৰণৰ সহায়-সহযোগ আগবঢ়াবলৈ দ্বিধা নকৰে তেওঁ।

ভবানী বৰুৱা কিন্তু আশ্বস্ত নহ'ল। মানুহ চিনাৰ শক্তি আছে তেওঁৰ। পৰিৱৰ্তিত পৰিস্থিতিত পুৰন্দৰে এইখিনি কথা কৈছে যদিও সময়ত যে তেওঁ আগৰ ৰূপ নল'ব সেই

কথা নিশ্চয়কৈ কোৱা নাযায়। এবাৰ সাপে খালে লেজুলৈকো ভয় —এই আপ্তবাক্য নেপাহৰে তেওঁ। সাৱধানে প্ৰতিটো খোজ পেলাবলৈ আকৌ এবাৰ নিজকে নিজে সকীয়ালে বৰুৱাই।

পুৰন্দৰৰ ৰাজধানীত থকা ঘৰৰপৰা ওলাই বিক্ৰমকো এবাৰ লগ পাই যাবলৈ বুলি ভবানী বৰুৱা পাণবজাৰ পালেগৈ। কটন কলেজৰ দ্বিতীয় ছাত্ৰাবাসৰ নিজৰ কোঠাৰ বিছনাত বিক্ৰমে ক্লাছ শেষ কৰি আহি বাগৰ দিছিল মাত্ৰ। ভবানী বৰুৱাই কোঠাৰ দুৱাৰত টুকুৰিওৱা শব্দ শুনি উঠি আহি সি দুৱাৰ মেলি দিলে।

"কেতিয়া আহিল আপুনি?" —পঢ়া টেবুলৰ লগতে থকা কাঠৰ চকীখন আগবঢ়াই দি বিক্ৰমে ভবানী বৰুৱাৰ খবৰ ল'লে।

বৰুৱাই মাননীয় মন্ত্ৰী পুৰন্দৰৰ লগত হোৱা কথা-বতৰাৰ সবিশেষ জনালে তাক। বিক্ৰমেও জানে দিনে দিনে বাঢ়ি আহিছে পুৰন্দৰ হাজৰিকাৰ ৰাজনৈতিক প্ৰতিপত্তি। মুখ্যমন্ত্ৰীয়ে ৰাজহুৱাকৈয়ে চাৰ্টিফিকেট দিছে হাজৰিকাৰ দক্ষতা আৰু কৰ্ম-কুশলতাৰ। ভবানী বৰুৱায়ো পঢ়িছে খবৰ কাগজত মুখ্যমন্ত্ৰীৰ সেই বিবৃতি।

"পুৰন্দৰ নতুন প্ৰজন্মৰ ৰাজনীতিক। সমাজ সেৱাতকৈ ক্ষমতা দখলৰ প্ৰতিহে এইচাম নেতা বেছি আগ্ৰহী। স্বাধীনতা আন্দোলনে জন্ম দিয়া ৰাজনৈতিক নেতাসকলৰ সৰহখিনিয়েই লাহে লাহে সক্ৰিয় ৰাজনীতিৰপৰা আঁতৰি পৰিছে। স্বাধীনতাৰ পিছত ৰাজনীতি কৰিবলৈ লোৱা মানুহখিনিয়ে আগৰ নেতাসকলৰ দৰে দেশৰ মুক্তিৰ কাৰণে কষ্ট কৰিব লগা নহ'ল। এতিয়া তেওঁলোক দেশৰ অৰ্থনৈতিক উন্নতি আৰু সৰ্বাঙ্গীন বিকাশৰ কাৰণেহে সচেষ্ট হ'ব লাগে। নতুন নতুন আঁচনি, নতুন নতুন কাৰ্যপন্থা হাতত ল'ব লাগে। এই সকলোবোৰ কামৰ লগত টকা-পইচাৰ সম্পৰ্ক আছে। ৰাজনৈতিক ক্ষমতাৰ লগত অৰ্থৰ সম্পৰ্ক অতি নিকট।" —ভবানী বৰুৱাই কথাখিনি লাহে লাহে কিন্তু স্পষ্ট মাতেৰে ক'লে বিক্ৰমক। যোৱা তিনি বছৰে সিও খুব ওচৰৰপৰা ৰাজনৈতিক নেতৃত্বৰ কাম-কাজ পৰ্যবেক্ষণ কৰাৰ সুবিধা পাইছে। দেশৰ জনসংখ্যা দ্ৰুতগতিৰে বাঢ়িছে। স্বউৎপাদিত খাদ্য সামগ্ৰীৰে এই বিশাল জনতাৰ চাহিদা পূৰণ নহয়। পেট্ৰোলিয়াম উৎপাদনকাৰী দেশসমূহে তেলৰ দাম বঢ়াই নিছে। এসত্তৰৰ যুদ্ধ জয়ৰ পিছত সমগ্ৰ দেশতে নতুন আশাৰ যি ঢৌ উঠিছিল সি লাহে লাহে স্তিমিত হৈ আহিছে।

স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীৰ মাজতো ৰাজনৈতিক দলবোৰ সোমাই পৰিছিল। কমিউনিষ্ট দলবিলাকে অৱশ্যে প্ৰথমৰে পৰাই ছাত্ৰ সংগঠন একোটা তৈয়াৰ কৰি লৈছিল। এতিয়া বাকীবোৰ ৰাজনৈতিক দলেও নিজৰ নিজৰ ছাত্ৰ সংগঠন গঢ় দিছে। পুৰন্দৰ হাজৰিকাই অসমৰ অৰাজনৈতিক ছাত্ৰ সংগঠনটোক নিজৰ দলীয় সংগঠনৰ আওতালৈ আনিবলৈ চেষ্টা কৰিছে। একেখন গাঁৱৰে পুৰণি চিনাকি বিক্ৰমক পুৰন্দৰে মাতি পঠিয়াইছিল

এই বিষয়ে আলোচনা কৰিবলৈ। ভবানী বৰুৱাক সি সেই কথা বিতংকৈ জনালে। বৰুৱাই বুজি পালে বিক্ৰমে ইতিমধ্যে ছাত্ৰনেতা হিচাপে যি এটা পৰিচয় গঢ়ি তুলিছিল তাৰ সুবিধা ল'বলৈকে পুৰন্দৰৰ এই তৎপৰতা। যি কৰে নিজৰ বিচাৰ-বিবেচনা মতেই কৰিবলৈ উপদেশ দিলে তেওঁ বিক্ৰমক।

চন্দ্ৰালীকো হোষ্টেলতে এবাৰ লগ ধৰি আহিবলৈ বুলি দুয়ো ওলাল। ৰিক্সা এখনত উঠি দীঘলীপুখুৰীৰ সিটো পাৰে থকা কটন ছাত্ৰী নিবাসৰ দুৱাৰমুখ পায়গৈ মানে বাৰে বৰণীয়া পখিলা এজাকৰ দৰে জাকে-জাকে ছোৱালী দীঘলীপুখুৰীৰ পাৰৰ ৰাস্তাৰে সান্ধ্য ভ্ৰমণৰ কাৰণে ওলাই আহিছিল। চকীদাৰটোক চন্দ্ৰালীক মাতি দিবলৈ ক'লে বিক্ৰমে, তাইৰ দেউতাক অহা বুলি খবৰ দি। ভিজিটিং ৰুমতে দুয়োজনকে বহিবলৈ কৈ চকীদাৰজন হোষ্টেলৰ ভিতৰলৈ সোমাল চন্দ্ৰালীক খবৰ দিবলৈ।

খুব কমেই আহে ভবানী বৰুৱা জীয়েকৰ ওচৰলৈ। মণিঅৰ্ডাৰ যোগে তেওঁ তাইৰ মাহেকীয়া খৰচৰ পইচাখিনি পঠাই দিয়ে। ঘৰলৈ নিয়মীয়াকৈ চিঠি লিখে চন্দ্ৰালীয়ে। বিক্ৰম থকাৰ কাৰণেও জীয়েকক লৈ ভবানী বৰুৱা নিশ্চিন্তে থাকিব পাৰে। দেওবাৰে দেওবাৰে সিহঁত দুয়োটাই লগ পাই বুলি তাইৰ চিঠিৰ পৰাই তেওঁ গম পাইছে। এইবাৰৰ সুতে মাত্ৰ দুবাৰ আহিছে তেওঁ ইয়ালৈ। ভিজিটিং ৰুমত বহি থকাৰ পৰাই দুমহলীয়া হোষ্টেলটোৰ ওপৰৰ চাদলৈ চকু দিলে তেওঁ। কেইবাজনীও ছোৱালীয়ে চাদৰ ওপৰত থিয় হৈ কিবাকিবি কৰি আছিল। উজ্জ্বল বৰণৰ ছোৱালী কিজনীৰ মুখত আবেলিৰ বেলিয়ে ফাকু গুৰিৰ ৰং ছটিয়াইছিল। সিহঁতৰ হাঁহিভৰা মুখবোৰলৈ চাই ভবানী বৰুৱাই সুন্দৰপুৰ, পুৰন্দৰ হাজৰিকা, ৰাজনীতি আদি এশ-এবুৰি সমস্যাৰ কথা মুহূৰ্ততে পাহৰি পেলালে। এক স্বৰ্গীয় আনন্দৰ অনুভূতিয়ে তেওঁৰ পিতৃ-হৃদয় জোকাৰি গ'ল।

"দেউতা।" —দুৱাৰৰ সিপাৰৰপৰাই মাত দিলে চন্দ্ৰালীয়ে। ভবানী বৰুৱাৰ বুকুত উথপ্থপ লাগিল। বহি থকা চকীখনৰ পৰা খপ্জপাই থিয় হ'ল তেওঁ।

"থিয় হ'ল যে? বাহিৰলৈ গৈ কথা পাতিব নেকি?" —বিক্ৰমে তাৱৈয়েকৰ মুখলৈ চালে।

অলপ যেন অপ্ৰস্তুত হ'ল ভবানী বৰুৱা। চন্দ্ৰালী আহি ভিজিটিং ৰুম পাইছিলহি ইতিমধ্যে। থিয় হৈ থকাৰপৰাই জীয়েকলৈ চালে ভবানী বৰুৱাই। অন্তৰৰ মৰমবোৰ তেওঁৰ দুচকুত থূপ খাই পৰা বিক্ৰমৰ চকুত পৰিল।

"ইয়াতে বহিবা নে বাহিৰলৈ যাবা?" —সহজভাৱে সুধিলে তাই দেউতাকৰ মুখলৈ চাই।

ভবানী বৰুৱা লাহে লাহে চকীখনত বহি পৰিল। চন্দ্ৰালী আৰু বিক্ৰমেও চকী দুখন টানি ল'লে।

"তুমি আহিবা বুলি গমেই নাপাওঁ। কেতিয়া আহিলা?"

"যোৱাকালি সন্ধিয়া পালোহি। কলেজ আৰু গাঁৱৰো ৰাজহুৱা কাম কিছুমান লৈ আহিছিলো। মন্ত্ৰী পুৰন্দৰ হাজৰিকাকো লগ কৰিবলগীয়া আছিল।" —পুৰন্দৰৰ নাম শুনি তাই বিক্ৰমৰ মুখলৈ চালে। বহুত কথা পাতিছে সিহঁত দুয়োটাই মানুহটোক লৈ।

"কাম হ'লনে?" —তাই সুধিলে দেউতাকক।

"হৈছে আৰু। তোমাক এবাৰ চাই যাবলৈ আহিলো। সকলো ঠিক-ঠাক আছেনে? পঢ়া-শুনা কেনে?"

"চিঠিত দেখোন লিখিছোঁৱেই। মোৰ চিঠি তুমি নপঢ়া নেকি?" —দেউতাকৰ লগত অলপ ধেমালি কৰিবলৈ মন গ'ল তাইৰ। বিক্ৰমে বুজি পালে। ভবানী বৰুৱাই ধৰ্মৰাই উঠিল।

"ইঃ! মই তোমাৰ চিঠি নপঢ়ো। কি কোৱা তুমি?"

"জীয়েকে জোকাইছে আপোনাক। জীয়েকৰ চিঠি আহিব বুলি যে আপুনি পোষ্ট অফিচলৈ কাম নেথাকিলেও তাঁতবাতি
কৰি থাকে সেইটো গাঁৱত কোনেনো নেজানে। আৰু তুমিও যে! দেউতাৰাক এনেকৈ ক'ব লাগেনে?"

"ক'মেইতো। দেউতাই সুধিছেনো কিয়? এদিন চিঠি পোৱা দেৰী হ'লেই ছুপাৰ বাইদেউলৈ টেলিফোন কৰে। লগৰ ছোৱালীবোৰেও এতিয়া মোক জোকাবলৈ লৈছে।"

"কি বুলি জোকাই সিহঁতে?" —বিক্ৰমৰ মাতত কৌতুক।

"নকওঁ যোৱা। তোমাক সেইবোৰ কেলেই? দেউতা চাহ খাব নেকি?" —ল'ৰা-ছোৱালীহালৰ কথাত আমোদ পাইছিল ভবানী বৰুৱাই। এনেকৈ দুয়োটাকে দেখিলে তেওঁৰ বুকুখন ভৰি উঠে। বৰ ভাল ল'ৰা বিক্ৰম। তাইক সুখত ৰাখিব সি।

"চাহ ক'ত পাম ইয়াত?"

"মই বনাই আনিম। ৰূমত ষ্টোভ আছে নহয়।"

"নেলাগে। চাহ কৰিবলৈ যাওঁতেই সময় যাব। তাতকৈ বাহিৰলৈ গৈ লতাশিল পথাৰৰ কাষৰ চাহ দোকানতে বহোঁগৈ ব'লা। আপোনাৰ আপত্তি আছে নেকি?" —শেষৰ প্ৰশ্নটো সি ভবানী বৰুৱালৈ চাই কৰিলে।

"ব'লা। তাই চাহ বনাবলৈ গ'লে কথা পাতিবলৈ ক'ত সময় থাকিব?" —তিনিওটা ভিজিটিং ৰূমৰ পৰা ওলাই আহিল। দীঘলীপুখুৰীৰ পাৰে পাৰে খোজকাঢ়ি ফুৰা ছোৱালীবোৰৰ কেইজনীমানৰ লগত ল'ৰা কেইটামানো দেখা গ'ল। দুই-এটাই পুখুৰীৰ পাৰৰ ৰেইলিঙতে বহি বা আউজি লগ কৰিবলৈ অহা ছোৱালীজনীৰ লগত কথা পাতিছে। দুই-একে আকৌ মীন বিভাগৰ অফিচটোৰ চিৰিত বহিছেগৈ। ফাগুন মাহৰ শান্ত আবেলিটো

চঞ্চল হৈ উঠিছিল। বিক্রমে আঁৰ চকুৰে চালে চন্দ্ৰালীলৈ। তাইৰ এখন হাত দেউতাকৰ হাতৰ মুঠিত। খুব কথা পাতিছে বাপেক জীয়েকে। অকণমান আগবাঢ়ি গৈ চাহ দোকানখনত সোমালগৈ সি। ৰাস্তাৰ ফালে মুখ কৰি বহিব পৰা টেবুল এখনৰ সন্মুখত বৈ চাহ দোকানৰ ল'ৰাটোক টেবুলখন ভালকৈ পৰিষ্কাৰ কৰি দিবলৈ হুকুম দিলে।

চন্দ্ৰালী আহি দেউতাকৰ লগতে বহিলহি। সি ইতিমধ্যে পৰিষ্কাৰ কৰি ৰখোৱা টেবুলখনতে ল'ৰাটোৱে তিনি গিলাচ পানী আনি থ'লেহি সিহঁতৰ সন্মুখত।

"কিনো পায় ইয়াত?" —দেউতাকে চন্দ্ৰালীক সুধিলে।

"চাহ, চিঙৰা, ৰসগোল্লা, বুন্দিয়া, ভুজিয়া চব পাব ইয়াত।" —পানী আনি দিয়া ল'ৰাটোৱে তপৰাই মাতিলে।

"ৰসগোল্লা এটাকৈ আৰু বুন্দিয়া-ভুজিয়া এক প্লেটকৈ দিয়া। লগতে তিনি কাপ স্পেচিয়েল চাহ।" —ভবানী বৰুৱাই কিবা ক'বলৈ পোৱাৰ আগতেই বিক্ৰমে ল'ৰাটোক আদেশ দিলে। তিনিওটাই দোকানত বহি চাহ খাই থকা গ্ৰাহকখিনিলৈ এবাৰ চকু ফুৰাই নিজৰ ভিতৰতে কথা-বতৰাত ব্যস্ত হ'ল।

# এঘাৰ

ডেকা মন্ত্ৰী পুৰন্দৰ হাজৰিকাই আপাততঃ ভবানী বৰুৱাৰ লগত আপোচ কৰা যেন দেখুবালেও ভিতৰি ভিতৰি কিন্তু সষ্টম হৈ থাকিল সুযোগ আৰু সুবিধাৰ অপেক্ষাত। কৌটিল্যৰ অৰ্থশাস্ত্ৰ পঢ়িছে পুৰন্দৰে। ৰাজনীতিৰ দবাখেলৰ আচল শক্তি হ'ল খবৰ। শত্ৰুৰ বিষয়ে সবিশেষ সকলো ৰাজনীতিকেই ৰাখে। শত্ৰু বা প্ৰতিদ্বন্দ্বীৰেই নহয়, বন্ধু আৰু বিশ্বস্তৰ বিষযেও ওৱাকি বাহাল থকাজনেহে বাজীমাৎ কৰিব পাৰে। উদযভানুৰ বিষযেও সকলো খবৰ জনা আছে পুৰন্দৰৰ। যোগেন চেতিযাৰ দৰে নিযাৰ লগত তাৰ হলি-গলি বাঢ়ি গৈছে দিনে দিনে। প্ৰতিদ্বন্দ্বী শিবিৰে সেই খবৰ ইতিমধ্যেই পাই গৈছে।

"তই এসপ্তাহমানৰ কাৰণে সুন্দৰপুৰলৈ যা।" — মন্ত্ৰীৰ চৰকাৰী বাসভৱনৰ গুপ্ত কক্ষত বহি পুৰন্দৰে উদযভানুক হুকুম দিলে।

"কেতিয়া যাব লাগিব?" —উদযভানুৱে হিচাপ কৰিলে। যোগেন চেতিযাৰ লগত আজি ৰাতি দেখা কৰাৰ কথা আছে। কিবা হেনো ডাঙৰ কাম আছে।

"এতিয়াই।"

"এটা বিশেষ কাম আছিল। কালিলৈ পুৱাই গ'লে নহ'ব জানো?" খোৰো গেৰো কৰিলে উদযভানুৱে।

পুৰন্দৰ হাজৰিকাৰ খবৰ ঠিক আছিল। যোগেন চেতিযাৰ ঘৰত উদযভানুৱে উজনিৰ মদৰ মহল লৈ আলোচনা কৰাৰ কথা আছিল আজি ৰাতি। উদয়ভানুৱে কিয় জনোৱা নাছিল তেওঁক এই কথা? সুন্দৰপুৰলৈ যাবলৈ বুলি আদেশ পোৱাৰ পিছত গো মুখ মেল খোৱা নাই তাৰ।

"কিয? কি কাম আছে তোৰ ইযাত? তেনেকুৱা একো জৰুৰী কাম মই তোক দিয়া নাই।" —খুব সহজভাৱেই কথাকিটা ক'লে পুৰন্দৰে। বস্তুত ভিতৰুৱা কথা জানে এই বিহাৰী ল'ৰাটোৱে। সেই কাৰণেই পুৰন্দৰ অলপ বেছি সাৱধান হ'ব লগা হৈছে এই মুহূৰ্তত। উজনিৰ ৰাজনীতিত মদৰ মহলৰ ঠিকাদাৰ দীনদয়াল সিঙৰ প্ৰভাব আছে। দলীয় সভা-সমিতি, ৰাজহুৱা আৰু নিৰ্বাচনী ৰেলী, কেন্দ্ৰীয় কমিটি আৰু নেতৃত্বলৈ পঠাবলগীয়া দান-বৰঙণি, এই সকলোবোৰৰ কাৰণে প্ৰযোজন টকা-পইচাৰ। আৰু ধনৰ টোপোলাৰ আচল যোগানকাৰী হ'ল এই মহলদাৰ, ঠিকাদাৰসকলেই দীনদযাল সিঙৰ নিচিনা মানুহে নিজৰ প্ৰয়োজনতেই ৰাজনৈতিক দলৰ ভিতৰচ'ৰাৰ খবৰ ৰাখে, পা পইচা দিয়াৰ আগতে কোন নেতাৰ কিমান দাম তাৰ হিচাপ কৰে। উদয়ভানুৰ দৰে নেতা-পালিনেতাৰ বিশ্বস্ত

অনেকেই দীনদয়ালহঁতৰ লগত ওচৰ সম্পৰ্ক স্থাপন কৰাৰ খাতিৰতে এইবোৰ খবৰ যোগান ধৰে।

উদয়ভানুৱে পুৰন্দৰ হাজৰিকাৰ মুখলৈ চালে। আজি অত বছৰ ধৰি মানুহটোৰ ছাঁৰ দৰে আছে সি। দিনে-ৰাতিয়ে এই মানুহটোৰ কাৰণেই সি তেজক পানী কৰি খাটিছে। প্ৰথম ঠিকাদাৰী আৰম্ভ কৰোঁতে ধনৰ টোপোলা লৈ সিয়েই আমোলা-বিষয়া, নেতা-পালিনেতাক দেখা কৰিছিল। 'ৱৰ্ক অৰ্ডাৰ' উলিওৱাৰপৰা বিল পাছ কৰোৱাই ট্ৰেজাৰীৰপৰা টকা উলিওৱালৈকে সকলো কাম খুটি-নাতি মাৰি কৰি দিছিল। পুৰন্দৰেও খবৰ-খেয়াল ৰাখিছিল তাৰ। বিহাৰৰ পূৰ্ণিয়া জিলাৰ ভিতৰুৱা গাঁৱৰ উদয়ভানু নামৰ পোন্ধৰ-যোল্ল বছৰীয়া ল'ৰাটো যিদিনা পেটৰ তাড়নাত আহি হাজৰিকাৰ ঘৰত হালোৱা সোমাইছিলহি সেইদিনাই তাক চিনি পাইছিল পুৰন্দৰে। ধানবাদৰ কয়লাখনিত কাম কৰি অহা উদয়ভানুৰ যোল্ল বছৰীয়া শৰীৰৰ প্ৰতিডাল নোমত লাগি আছিল কয়লাৰ মলি। ক'লাপৰা তাৰ নখৰ গুৰিত পিছে কয়লাৰ দাগ নাছিল। কৰাল মৰা তেজৰ দাগ আছিল তাত। ধানবাদৰ কয়লা মাফিয়াক নেতৃত্ব দিছিল সূৰ্য নাৰায়ণ সিংহই। প্ৰতিটো কয়লা খনিৰপৰা মানুহটোৰ নিকা সৈন্য বাহিনীয়ে সংগ্ৰহ কৰিছিল নিৰ্দিষ্ট পৰিমাণৰ ধন, গুণ্ডাকৰ হিচাপে। কয়লাখনিত কাম কৰা প্ৰতিজন বনুৱাই দিব লাগিছিল সাপ্তাহিক মজুৰীৰ দহ শতাংশ সূৰ্য নাৰায়ণৰ মানুহক। উদয়ভানুৱেও দিছিল আন সকলোৰে দৰেই তাৰ আৰ্জনৰো দহ শতাংশ। সি সিহঁতক নিদিয়াৰ কোনো কাৰণ নাছিল। ধানবাদৰ মাফিয়াৰ বিৰুদ্ধে থিয় হ'বলৈ প্ৰশাসন, পুলিচ কাৰো সাহস নাছিল। তেনেস্থলত উদয়ভানুৱে কিয় আপত্তি কৰিব কয়লাখনিৰ সেমেকা এন্ধাৰ খান্দি সপ্তাহত পোৱা মজুৰীৰ দহ শতাংশ সূৰ্য নাৰায়ণ সিংহৰ হাতত তুলি দি জীৱন আৰু জীৱিকাৰ নিৰাপত্তা নিশ্চিত কৰিবলৈ?

কিন্তু ধানবাদৰ মাফিয়াই কয়লাখনিৰ বনুৱাৰপৰা টকা লৈয়েই ক্ষান্ত নাছিল। মধ্যযুগীয় সামন্তহঁতৰ দৰেই বনুৱা বস্তিৰ গাভৰু-জীয়াৰী-বোৱাৰীবোৰো আছিল সিহঁতৰ ভোগৰ সামগ্ৰী। পূৰ্ণিয়াৰপৰা অহা চফল ডেকা উদয়ভানুৱে সেই কথা জনা নাছিল। ছমাহ কয়লাখনিত কাম কৰাৰ পিছত এসপ্তাহ ছুটী লৈ ঘৰলৈ গ'ল সি। ছমাহ মজুৰী কৰি সি ঘৰলৈ বুলি লৈ গৈছিল এহাজাৰ টকা। ভূস্বামীৰ মাটিত বিনা মজুৰীৰে খাটি খাটি অকালতে তেজ বতিয়াই মৰিব লগীয়া হোৱা গাঁৱত থকা তাৰ পৰিয়ালৰ কাৰণে এহেজাৰ টকা বহুত টকা। বাপেক-মাক, ভায়েক-ভনীয়েকে তালৈ অবাক হৈ চাইছিল। ছমাহ মাত্ৰ কাম কৰি হাজাৰ টকা আনিছে সি! এক বুজাব নোৱৰা আনন্দত সিহঁত আটাইৰে কোটৰগত শুকান চকুবোৰ অনেক দিনৰ মূৰত চকু পানীৰে সেমেকি উঠিছিল।

এসপ্তাহ পিছত ভায়েক-ভনীয়েককো লগত লৈ সি উভটি আহিছিল। সি কাম কৰা কয়লাখনিৰ পৰা নাতিদূৰত এটা একোঠলীয়া ঘৰ ভাড়া লৈছিল সি ত্ৰিছ টকাৰ মাহেকীয়া

হিচাপত। ভাযেক, ভনীযেকক আনি সেইটো ঘৰতে সুমুৱাইছিল সি। তাৰ কাম আছিল পুৱাৰ ছিফট্ত। সূৰ্য নাৰাযণ সিঙৰ মানুহে কযলাখনিৰ প্ৰতিটো খবৰ পুংখানুপুংখকৈ ৰাখিছিল। প্ৰতিটো বনুবাৰ ওপৰতে যেন চকু ৰাখিছিল। উদয়ভানুৰ লগত অহা চৈধ্য পোন্ধৰ বছৰীযা ভনীযেকৰ খবৰো সিহঁতে পাই গৈছিল দুদিন পাছতে। দিনৰ ছিফটত কাম কৰা উদযভানুক দুদিন পিছত ৰাতিৰ ছিফট্লৈ বদলি কৰিছিল ঠিকাদাৰৰ মহৰী বাবুৱে। সন্দেহ কৰাৰ একো অৱকাশ নাছিল উদযভানুৰ। ওৰে নিশা এন্ধাৰ খনিত কাম কৰি ভাগৰি-জুগৰি পুৱতি নিশা উভতি আহিছিল সি ত্ৰিছ টকাত ভাডা লোৱা তাৰ একোঠলীযা ঘৰটোলৈ।

খোলা দুৱাৰৰ বাহিৰত তেজেৰে লপ্থপ্ হৈ পৰি আছিল তাৰ বাৰ বছৰীযা ভাযেকটো। কাষৰ জুপুৰিবোৰত থকা মাইকী, মতা, ল'ৰা ছোৱালী কোনোৱেই ওলাই অহা নাছিল। পাগলৰ দৰে দৌৰি গৈছিল সি তেজেৰে তুম্‌ৰলি দিযা ভাযেকৰ কাষলৈ। পিচ মুহূৰ্ততে চকু ঘূৰাই লচ্‌মীক বিচাৰিলে সি। ক'তো নাই তাই। অচেতন ভাযেকক হাস্পতাললৈ নিবলৈ ওচৰৰ মানুহখিনিক কাবৌ-কাকুতি কৰিলে। কোনো নাহিল তাৰ লগত। বস্তিৰ গলিত পৰি থকা ঠেলা এখনত তুলি ভাযেকক নি চৰকাৰী হাস্পতাল পোৱাই মানে প্ৰাণবাযু উৰি গৈছিল বাৰ বছৰীযা সেই ফুকলীযা ল'ৰাটোৰ

হাস্পতালৰ পৰা বাহিৰে বাহিৰে শ্মশানলৈ লৈ গৈছিল সি ভাযেকৰ মৃতদেহ। হাস্পতালৰ ডাক্তৰেই পুলিচক খবৰ দিছিল। থানাৰপৰা অহা চিপাই। এটাই কাগজ এখিলাত তাৰ নাম-ধাম লিখি মৃতদেহটো চমজাই দিছিল তাক। ভাযেকৰ মৰা শৰীৰটো সৎকাৰৰ কাৰণে তাকেই গতাই দিছিল চৰকাৰৰ চিপাহীযে। ঠেলাখনত তুলিযেই শ্মশানলৈ নিছিল সি ভাযেকৰ সেই প্ৰাণহীন শৰীৰ। হাতত থকা শেষ পইচা কিটা শ্মশানৰখীয়া চণ্ডালটোক দি বাৰ বছৰীযা ল'ৰাটোৰ সৎকাৰৰ পিছত ঘূৰি আহিছিল সি তাৰ অন্ধকাৰ জুপুৰিটোলৈ।

জীযাই আছিল লচ্‌মী। ৰাতি পুওৱাৰ আগতেই অৰ্ধ উলঙ্গ তাইৰ পাটগাভৰু দেহ তাৰ এন্ধাৰ জুপুৰিৰ খোলা দুৱাৰেদি দলিযাই দি গৈছিল চাৰিটা মানুহে। সি ধোৱা ধোৱা দেখিছিল। কযলা খনিৰ ক'লা এন্ধাৰে তাৰ সমস্ত দৃষ্টিশক্তি কাঢ়ি নিছিল।

একোঠলীযা ঘৰটোৰ এচুকত থকা চুলাটোতে এবাল্টি পানী গৰম কৰি সি তাইৰ শৰীৰৰ ক্ষত চিহ্নবোৰ ধুৱাই দিছিল। দিনটো চুপ্ চাপ্ পৰি আছিল সিহঁত দুটা কাণিদুৱৰী হৈ থকা একোঠলীযা ঘৰটোত। ৰাতিৰ এন্ধাৰত মুখ লুকুৱাই পূৰ্ণিযালৈ যোৱা ৰেলগাড়ীত উঠিছিল দুযোটা। ঘৰলৈ উভতি আহি মাক-বাপেকৰ কোনো প্ৰশ্নৰ উত্তৰ দিবপৰা নাছিল সি। বোবা হৈ যোৱা লচ্‌মীক এৰি যোৱা বাটেৰেই উভতি আহিছিল ধানবাদলৈ।

সপ্তাহজোৰা মানসিক আৰু শাৰীৰিক সংঘাতে জৰ্জৰিত কৰি পেলাব লাগিছিল তাক। কিন্তু তাৰ নিদ্ৰাহীন শৰীৰত এটা মাতাল হাতীৰ উন্মাদনা অনুভৱ কৰিছিল সি

কালী গোসাঁনীৰ দৰে তাৰ ডিঙিতো নৰমুণ্ডৰ মালা আঁৰি ল'বলৈ এটা দুৰ্বাৰ ইচ্ছা জাগিছিল। ক'ৰপৰা ইমান শক্তি পাইছিল সি ক'ব নোৱাৰে। দুদিন দুৰাতিৰ ভিতৰতে চাৰিটা মানুহৰ মৰাশ ধানবাদৰ ৰাস্তাত পৰি থকা দেখিছিল হাজাৰ হাজাৰ কয়লা শ্ৰমিকে। সূৰ্য নাৰায়ণ সিংহৰ সাম্ৰাজ্যত হুৱাদুৱা লাগিছিল। উদয়ভানুৱে ধানবাদ এৰি পলাইছিল। আৰ-তাৰ মুখৰপৰা অসম বোলা দূৰণিবটীয়া হাবি-জঙ্ঘলেৰে ভৰা ঠাই এখনৰ নাম শুনিছিল সি। সুন্দৰপুৰ নামৰ ঠাইডোখৰলৈ কেনেকৈ আহিল সি আজিও ভালকৈ ক'ব নোৱাৰে।

পুৰন্দৰ হাজৰিকাই কাম দিছিল তাক। হালোৱা হিচাপে হাজৰিকাৰ ঘৰত থাকি পেটৰ ভাত মোকোলাইছিল সি। বিহাৰলৈ উভতি যোৱাৰ কথা ভবাটোও সম্ভৱ নাছিল। সেই সময়তে সুৰিন্দৰ কুমাৰৰপৰা উদয়ভানু হৈছিল সি। পুৰন্দৰ হাজৰিকাইয়ে দিছিল তাক এই নতুন নাম। চাৰিটা মানুহৰ হত্যাৰ অভিযোগত অভিযুক্ত সুৰিন্দৰ কুমাৰ নামৰ বিশ বছৰীয়া ল'ৰাটো বিচাৰি বিহাৰৰ পুলিচে বিহাৰ চলাথ কৰিলেও অসমলৈ নাহে, আৰু আহিলেও সুৰিন্দৰ কুমাৰক বিচাৰি নেপায়। সুৰিন্দৰৰ ঠাইত তেতিয়া উদয়ভানুৰ জন্ম হৈছে। পুৰন্দৰ হাজৰিকাই সুৰিন্দৰ কুমাৰৰ অস্তিত্ব অসমৰ বতাহত মিলাই দিছিল চিন-মোকাম নোহোৱাকৈ।

সময় পাৰ হৈ গৈ থাকিল নিজস্ব গতিৰে। উদয়ভানু হৈ পৰিল বিশ্বস্ত অনুচৰ পুৰন্দৰ হাজৰিকাৰ। সময়ত সি নাঙলৰ মুঠি এৰি দিলে পুৰন্দৰৰ নিৰ্দেশমতে। পুৰন্দৰ হাজৰিকাৰ গাৰ ছাঁৰ দৰে থাকে সি আজিকালি। সেই পুৰন্দৰেই আজি তাক সুধিছে—"কি কাম আছে ইয়াত তাৰ?"

দীনদয়াল সিঙৰ লগত যোগেন চেতিয়াৰ লেন-দেন আছে। আবকাৰী বিভাগৰ অবৰ সচিব হিচাপে যোগেন চেতিয়াই দীনদয়ালৰ মদৰ মহলৰ ফাইল চোৱাচিতা কৰে। সাতশখন চাহ বাগিছা থকা উজনিত দীন দয়ালৰ মুঠতে আঢ়ৈ কুৰিখন মদৰ মহল আছে। স্থানীয় ল'ৰা কেইটামান, নিজৰ পৰিয়ালৰ দুজনমান আনকি পুৰণি কৰ্মচাৰী কেইটামানৰ নামতো দীনদয়ালে মদৰ মহলৰ আবণ্টন লয়। যোগেন চেতিয়াই কোৱামতে প্ৰায় এহাজাৰ কোটি টকাৰ ব্যৱসায় হয় বছৰটোত এই পঞ্চাছখন মদৰ মহলত। শতকৰা পঞ্চাছ হাৰত প্ৰায় পাঁচছ কোটি টকা লাভ কৰে দীনদয়ালে। সেই পাঁচশ কোটি টকাই মহলদাৰ দীনদয়ালৰ হাতলৈ আনি দিয়ে ক্ষমতাৰ বাঘজৰীৰ শকত মুঠি। উজনি অসমৰ ৰাজনীতিৰ চকৰি দীনদয়ালৰ মৰ্জিতে ঘূৰে। পুৰন্দৰ হাজৰিকাই ভালদৰে জানে সেই কথা।

দীনদয়াল সিঙৰপৰা পইছা লয় সকলো ৰাজনৈতিক দল আৰু নেতাই। শাসনত থকাসকলৰ ভাগতেই পৰে সিংহ ভাগ। বিনিময়ত আবকাৰী কৰৰ বৃহৎ অংশ এটা নিদিয়াকৈ সাৰি যোৱাৰ সুবিধা পায় সি। এই ব্যৱস্থা ৰাজনীতিৰ প্ৰথম পাঠ লোৱাৰে পৰা দেখি আহিছে পুৰন্দৰে। নিৰ্বাচনৰ সময়ত দীনদয়ালৰ ওচৰলৈ সকলো দল-উপদলৰ প্ৰাৰ্থীৰ

লানি নিছিগা সোঁত বয়। ধক্‌ধকীয়া বগা চাদৰ পৰা গাদীত বহি দীনদয়ালে চন্দুকৰপৰা খম্‌খমীয়া নোটৰ বাণ্ডিল বিলাই প্ৰাৰ্থী আৰু দলৰ অতীতৰ অভিলেখ আৰু ভৱিষ্যতৰ সম্ভাৱনা চাই।

"দীনদয়ালৰ ব্যৱসায়ৰ কায়দা-কিটিপ মই জানো। কিন্তু সেই কথাৰ লগত তোৰ সুন্দৰপুৰলৈ যোৱা নোযোৱাৰ কি সম্পৰ্ক?" —দীনদয়ালৰ দেশৰে মানুহ ই উদযভানু। পুৰন্দৰৰ মূৰটো হঠাতে উতলি উঠিল গৰম কেৰাহীত দিয়া তেলৰ দৰে। এইবাৰ অলপ কাঢা সুৰত সুধিলে উদযভানুক তেওঁ।

উত্তৰত উদযভানুৱে যি কথা ক'লে সেয়া শুনি পুৰন্দৰ হাজৰিকাৰ চতুৰ ৰাজনৈতিক মগজ সক্ৰিয় হৈ উঠিল। ভৱিষ্যতে অসমৰ ৰাজনীতিত আচল ক্ষমতা দখল কৰিবলৈ হ'লে তিনিটা কথাৰ ওপৰত বিশেষ গুৰুত্ব দিব লাগিব। সংখ্যালঘুসকলক লৈ সৃষ্টি কৰা ভোট বেঙ্ক অক্ষুণ্ণ ৰখা, অসমৰ খিলঞ্জীয়া মানুহখিনিৰ মাজত অনুসূচীত জাতি, জনজাতি, পিচপৰা আৰু বেছি পিচপৰা আদি বিভিন্ন গোট সৃষ্টি কৰি মানুহখিনিক বিভাজিত কৰি ৰখা আৰু তেল, কয়লা, চাহ আৰু মূল্যবান বনাঞ্চলৰে সমৃদ্ধ উৰ্বৰ অসমৰ অৰ্থনীতিত নিজৰ নিয়ন্ত্ৰণ কায়েম কৰা। দীনদয়াল সিঙৰ দৰে মানুহৰ সম্পূৰ্ণ সমৰ্থন পুৰন্দৰৰ কাৰণে উপৰোক্ত দুটা কাৰকৰ নিয়ন্ত্ৰণৰ স্বাৰ্থত অপৰিহাৰ্য।

বৰ্তমানৰ আবকাৰী মন্ত্ৰীৰ ভূমিকাত ক্ষুণ্ণ হৈ উঠিছে দীনদয়াল। যোৱাটো নিৰ্বাচনত সকলো সহায়-সহযোগিতা কৰাৰ পিছতো মন্ত্ৰীয়ে মদৰ মহলৰ আবণ্টনৰ বছেৰেকীয়া নিবিদাৰ সময়ত তাৰ বহু কেইখন পুৰণা মহল শিৱসাগৰৰ প্ৰতিদ্বন্দ্বী থলুৱা ব্যৱসায়ী এজনক আবণ্টন দিছে। বেনামী নামত থকা এই কেইখন মহল হাতছাড়া হোৱাত সাংঘাটিক লোকচান ভৰিব লগা হৈছে দীনদয়ালে।

"যোগেন চেতিয়া বা তোৰ লগত কথা পাতি তাৰ কি লাভ হ'ব?" অলপ সময় চিন্তা কৰি সুধিলে পুৰন্দৰে।

"সেইটোৱেইতো আচল কথা। যোগেন চেতিয়াই দীনদয়ালক জনাইছে যে যদি আবকাৰী বিভাগৰ দায়িত্ব বৰ্তমানৰজন মন্ত্ৰীৰপৰা আনি আন এজনক দিয়া হয় তেতিয়াহে পিছৰ বছৰৰ নিবিদাৰ সময়ত তাৰ পচন্দ মতে আবণ্টন পোৱাৰ সম্ভাৱনা থাকিব। কথাটো পচন্দ হৈছে তাৰ। সেই কাৰণেই আজি ৰাতি সি যোগেন চেতিয়াৰ ঘৰলৈ আহিব। চেতিয়াই মোকো তাৰ লগত বহিবলৈ মাতিছে। আপোনাৰ নিজৰ মানুহ বুলিয়েই নহয়, জাতি ভাই বুলিও মোৰ প্ৰতি দীনদয়ালৰ এটা টান থাকিব পাৰে বুলি যোগেন চেতিয়াই অনুমান কৰিছে।" —উদয়ভানুৰ কথাখিনি পুৰন্দৰে মনোযোগেৰে শুনিলে। যুক্তি আছে তাৰ কথাত। তথাপি আৰু কিছু কথা জানি ল'ব লাগিব কিবা এটা সিদ্ধান্ত লোৱাৰ আগতে

"ইমানখিনি কথা-বতৰা হোৱাৰ পিছতো তই মোক জনোৱা নাছিলি কিয়?" ---

উদয়ভানুৰ প্ৰতি উদয় হোৱা সন্দেহ আঁতৰ হোৱা নাছিল তেতিয়াও হাজৰিকাৰ মনৰ পৰা।

"মই কথাটো অলপ বেলেগ ধৰণে ভাবিছিলোঁ। বৰ্তমানৰ আবকাৰী মন্ত্ৰীৰ লগত 'চীফ'ৰ সনাপিঠা। আপুনি যে নতুনকৈ উঠি অহা চামৰ ভিতৰত আটাইতকৈ চতুৰ নেতা সেই কথা আন সকলোৱে যিদৰে জানে বৰ্তমানৰ আবকাৰী মন্ত্ৰী ডাণ্ডৰীয়াইও জানে। দীনদয়ালৰ বিৰুদ্ধে উজনিৰ ফালৰ থলুৱা ব্যৱসায়ীজনক উঠাই দিয়াৰ আঁৰত যে আবকাৰী মন্ত্ৰীৰে হাত আছে সেই কথা 'চীফে'ও জানে। আচলতে দীনদয়ালক কাবু কৰি ৰখাৰ কাৰণেই এই গোটেই পৰিকল্পনাটো কৰা হৈছে। এতিয়া সেইটো মানুহৰ লগত যদি আপুনি নিজে কিবা কথা পতাৰ বিষয়ে 'চীফে' কেনেবাকৈ জানে কথাটো বৰ ভাল ভাবে নল'ব পাৰে তেওঁ। সময়ৰ আগতেই
তুৰুপৰ কাৰ্ড চালত এৰি দিলে মূৰকত লোকচান হোৱাৰহে সম্ভাৱনা। সেই কাৰণে এনে ধৰণৰ প্ৰাথমিক কথা-বতৰাবোৰৰপৰা আপোনাক আঁতৰাই ৰখাৰ পৰিকল্পনা কৰিছিলো।" —উদয়ভানুৰ কথাত যুক্তি আছিল। স্বীকাৰ নকৰি নোৱাৰিলে পুৰন্দৰ হাজৰিকাই। অলপ বেলি তেওঁ চিন্তা কৰিলে মনে-মনে।

"তই সুন্দৰপুৰলৈ আজিয়েই যাগৈ। দীনদয়ালৰ লগত যি কথা পাতিব লাগে যোগেন চেতিয়াই অকলেই পাতক। এনেকুৱা কথা-বতৰাৰ সময়ত মই থকা যি, তই থকাও একেই। যোগেন চেতিয়াই তাৰ লগত কি কথা পাতে মোক জনাব। সময়ত কথাবোৰ বিবেচনা কৰি চাই সিদ্ধান্ত ল'ব লাগিব।" —উদয়ভানুক আৰু কোনো কথা কোৱাৰ সুযোগ নিদি হাজৰিকা ওলাই গ'ল চেম্বাৰৰপৰা। উজনিৰ ৰাজনীতিত নিজৰ স্থান নিষ্কণ্টক কৰাটো তেওঁৰ প্ৰথম কাম। তাৰ পিছত দলৰ অবিসম্বাদী নেতা হোৱাৰ পৰিকল্পনা কাৰ্যকৰী কৰাত আৰু কোনো বাধা নেথাকিব। সেই কথা তেওঁ ভালদৰেই জানে। দীনদয়ালহঁতৰ নিচিনা মানুহবোৰৰ লগত প্ৰয়োজন সাপেক্ষে হাত মিলোৱাৰ কথা তেওঁ বহুত আগতেই থিৰ কৰি থৈছে।

# বাইছ

উদয়ভানুৱে বুজিলে পুৰন্দৰ হাজৰিকাই সিদ্ধান্ত এটা লৈছেই। যোগেন চেতিয়াক ফোন কৰি কথাটো জনাই দিব লাগিব। দীনদয়ালৰ অলপ খং উঠিব পাৰে উদয়ভানু আলোচনালৈ নহাৰ কাৰণে। কিন্তু এই মুহূৰ্তত দীনদয়াল সিঙৰ স্থিতি কিছু দুৰ্বল। ভিতৰি ভিতৰি গুজৰি-গুমৰি থাকিলেও দেখাদেখিকৈ বৰষিব নোৱাৰে সি। পুৰন্দৰ হাজৰিকাই হলা গছত বাগী কুঠাৰ মাৰিব জানে। দীনদয়ালে এই সময়ত যে আন কাৰো ওচৰলৈ সহায় বিচাৰি যাব নোৱাৰে সেই কথা তেওঁৰ নিচিনা শিয়ান নেতাক বুজাব নেলাগে।

মনটো ফৰকাল লাগিল তাৰ। সুন্দৰপুৰত তাৰ কৰিবলগা কাৰ্যখিনিৰ বিষয়ে বুজি লৈ ৰাতিৰ বাছত টিকট এটা কাটিবলৈ মন্ত্ৰীৰ ব্যক্তিগত সহায়কাৰীক আদেশ দিলে সি। যোগেন চেতিয়াকো ফোনেৰেই কথাখিনি জনাই দিলে। চেতিয়াই পুৰন্দৰৰ লগতো কথা পাতিলে।

চেম্বাৰত বহি পুৰন্দৰে বিভাগীয় ফাইল কিছুমান চাই আছিল। নতুন সমস্যা কিছুমানে তেওঁক চিন্তিত কৰি তুলিছে।

দেশৰ পৰিস্থিতি আগতকৈ বেয়াৰ ফালে গতি কৰিছিল। বাংলাদেশৰ মুক্তি যুদ্ধৰ সফলতাই আনি দিয়া আনন্দৰ জোৱাৰত ভাটা পৰিবলৈ আৰম্ভ কৰিছিল। বঙ্গ-বন্ধু শ্বেইখ মুজিবুৰ ৰহমানৰ জনপ্ৰিয়তাই দৰিদ্ৰ বাংলাদেশী জনসাধাৰণৰ পেটৰ ভোক উপশম কৰিবপৰা নাছিল। উন্মুক্ত আন্তঃৰাষ্ট্ৰীয় সীমান্তইদি নিতৌ হাজাৰ হাজাৰ ভোকাতুৰ শৰণাৰ্থী ভাৰতলৈ আহিয়েই আছিল। উনৈছ শতিকাৰ আৰম্ভৰেপৰা আহি থকা উদ্বাস্তুবোৰৰ দৰেই এতিয়া অহা শৰণাৰ্থীসকলেও ঘাইকৈ অসমৰ অনাবাদী চৰ অঞ্চলতে বসতি স্থাপন কৰিলে। পাকিস্তানৰ মিত্ৰ ৰাষ্ট্ৰ চীন আৰু আমেৰিকাই ভাৰতৰ উঠি অহা সামৰিক শক্তিক নিয়ন্ত্ৰণত ৰখাৰ কাৰণে ৰাজনৈতিক আৰু অৰ্থনৈতিক হেঁচা অব্যাহত ৰাখিছিল। পেট্ৰোলিয়াম উৎপাদক দেশ সমূহেও জোঁট বান্ধি এই বিধ অত্যাৱশ্যকীয় সামগ্ৰীৰ মূল্য নিৰ্ধাৰণৰ কাৰণে এক 'কাৰ্টেল' গঢ়ি তুলিছিল। তেল ৰপ্তানি কৰা দেশবিলাকৰ প্ৰত্যেককে উৎপাদনৰ সৰ্বোচ্চ সীমা নিৰ্ধাৰণ কৰি দি আন্তঃৰাষ্ট্ৰীয় বজাৰৰ বৰ্ধিত চাহিদাৰ সুবিধা লৈ পেট্ৰ'লিয়ামজাত সামগ্ৰীৰ মূল্যৰ উৰ্দ্ধমুখী গতি সৃষ্টি কৰিছিল। উৎপাদক দেশবোৰে 'অ'পেক' নামৰ সংস্থাটোৰ জন্ম দিয়াৰ দুটা বছৰৰ ভিতৰতে কেঁচা তেলৰ আন্তঃৰাষ্ট্ৰীয় মূল্য এশ শতাংশতকৈও বেছিবৃদ্ধি পাইছিল। ইতিমধ্যে জনসংখ্যাই ষাঠি কোটিৰ সীমা অতিক্ৰম কৰা ভাৰতৰ অৰ্থনীতি এইবোৰ বিভিন্ন কাৰণত প্ৰায় ভাঙি পৰাৰ উপক্ৰম

হৈছিল। দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰা চল্লিছ কোটি মানুহৰ দুঃখ-দুৰ্দশাই চৰম সীমা পাইছিলগৈ। খাদ্য আৰু অন্ন-বস্ত্ৰৰ সমস্যাই জুৰুলা কৰা মানুহখিনিক এই আপাহতে সংঘবদ্ধ কৰি বিৰোধী ৰাজনৈতিক দলবোৰে দেশৰ বিভিন্ন প্ৰান্তত আন্দোলন গঢ়ি তুলিছিল। গুজৰাটৰ নৱ-নিৰ্মাণ আন্দোলন, বিহাৰৰ সৰ্বাত্মক-বিপ্লৱৰ আন্দোলন তথা সমগ্ৰ দেশ জুৰি আৰম্ভ হোৱা ৰেল-কৰ্মচাৰীৰ আন্দোলনে এসত্তৰৰ যুদ্ধ জয়ৰ সোণালী স্মৃতি দেশৰ সৰহ সংখ্যক মানুহৰ মনৰ পৰা মচি পেলাইছিল।

পয়ষষ্ঠিৰ পাক-ভাৰত যুদ্ধৰ পিছৰেপৰা ভাৰতৰ ৰাজনৈতিক জগতখনলৈও চকুত লগা পৰিৱৰ্তন আহিছিল। বৃটিছৰ বিৰুদ্ধে আৰম্ভ হোৱা স্বাধীনতাৰ যুদ্ধত ভাৰতীয় ৰাজনীতিক নেতাসকলক ৰাইজ তথা দেশ সেৱাৰ আকৰ্ষণে উদ্বুদ্ধ কৰিছিল ৰাজনীতিৰ পথাৰত প্ৰৱেশ কৰিবলৈ। স্বাধীনতাৰ পিছত শাসনৰ বাঘজৰী হাতত লৈ তেওঁলোকৰো কিছু সংখ্যকৰ মানসিক পৰিৱৰ্তন হ'ল। ক্ষমতাই আনি দিয়া সা-সুবিধা আৰু লাহ-বিলাহে সমাজ-সেৱাৰ কথা পাহৰাই ব্যক্তিগত স্বাৰ্থ পূৰণৰ ফালে বহুতকে আকৃষ্ট কৰিলে। টাচকেণ্ট চুক্তিৰ পিছতেই প্ৰধানমন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীৰ মৃত্যু হোৱাত এচাম নতুন নেতা ৰাজনীতিৰ জগতলৈ আহিল। এই নতুন নেতা আৰু কৰ্মীসকল আছিল স্বাধীনোত্তৰ ভাৰতৰ প্ৰথমচাম ৰাজনৈতিক নেতা। তেওঁলোক ৰাজনীতিৰ পথাৰখনত জন-সেৱাৰ উদ্দেশ্যেৰে নহয়, জীৱিকা উপাৰ্জনৰ কাৰণেহে প্ৰৱেশ কৰিছিল। বিশ্বৰ সকলোবোৰ সাৰ্বভৌম দেশতেই ৰাজনীতি ইতিমধ্যে এটা বৃত্তি হিচাপে স্বীকৃত হৈছিল। কিন্তু শ শ বছৰ ধৰি পৰাধীনতাৰ শিকলিৰে বান্ধ খাই থকা ভাৰতীয় জনতাৰ চকুত প্ৰাক্-স্বাধীনতা যুগৰ নেতাসকল আছিল কেৱল জনসেৱাৰ আদৰ্শৰে উদ্বুদ্ধত দেৱতুল্য পুৰুষ। মহাত্মা গান্ধী, লোকমান্য তিলক, পণ্ডিত নেহৰু, সুভাষ, মৌলানা আজাদ এইসকল আছিল সকলোৰে নমস্য, অসাধাৰণ ব্যক্তি। দেশ আৰু জাতিৰ সেৱাত আত্মোৎসৰ্গী এই মহান পুৰুষসকলৰ আদৰ্শৰে স্বাধীনতাৰ আগৰ ৰাজনৈতিক নেতা-কৰ্মীসকল উদ্বুদ্ধ হৈছিল। কিন্তু স্বাধীনোত্তৰ কালৰ নতুন ৰাজনৈতিক নেতা-কৰ্মীয়ে ৰাজনীতিক কেৱল সেৱাৰ পৰা বৃত্তিৰ শাৰীলৈ নমাই আনিলে। ঊনসত্তৰত যেতিয়া দেশৰ প্ৰধান ৰাজনৈতিক দলটো দ্বিখণ্ডিত হ'ল, শাসকীয় ভাগটোৰ লগত থাকি যোৱা সৰহখিনি নেতা-কৰ্মীয়েই আছিল এই নতুন চামৰ। 'তৰুণ তাৰ্কিক'ৰ পৰিচয়েৰে তেওঁলোকৰ বহু কেইজন জাতীয় সংসদ আৰু ৰাজ্যিক বিধানসভাবোৰলৈ নিৰ্বাচিত হৈ আহিল। পুৰন্দৰ হাজৰিকা সেইসকল তৰুণৰে মাজৰ এজন লেখত ল'বলগীয়া নেতা হিচাপে স্বীকৃত হ'ল উত্তৰ-পূবৰ এই ৰাজ্যখনত। সুন্দৰপুৰৰ পঞ্চায়ত সভাপতিৰপৰা প্ৰায় এশ বছৰীয়া পুৰণি সৰ্বভাৰতীয় দল এটাৰ জিলা সভাপতি আৰু তাৰ এবছৰ পাছতেই অসমৰ এশ ছাব্বিশজনীয়া বিধানসভাৰ বিধায়ক পদলৈ নিৰ্বাচন, এক কথাত এক নজীৰবিহীন ঘটনা অসমৰ চৌবিছ বছৰীয়া স্বাধীনোত্তৰ বুৰঞ্জীত। তাতোকৈ লেখত ল'বলগীয়া কথা

অৰ্ধ শতিকাতকৈ বেছি ৰাজনৈতিক অভিজ্ঞতাৰে পুষ্ট ৰাজ্যৰ সন্তুৰোধ মুখ্যমন্ত্ৰী মহোদযৰ দ্বাৰা পুৰন্দৰ হাজৰিকাৰ দক্ষতাৰ ৰাজহুৱা স্বীকৃতি, সৰ্বভাৰতীয দলীয কেন্দ্ৰীয কমিটিৰ সন্মানীয সদস্য হিচাপে নিৰ্বাচন আৰু হাই কমাণ্ডৰ দ্বাৰা কেন্দ্ৰীয নীতি নিধাৰণ কমিটিলৈ নিমন্ত্ৰণ। হাজৰিকাই বুজি পাইছিল ইযাৰ পিছৰ প্ৰতিটো পদক্ষেপ সাবধানে দিব লাগিব ৰাজনীতিৰ এই কণ্টকাকীৰ্ণ পথাৰত। এশ বছৰীযা অভিজ্ঞতাৰে পুষ্ট দেশৰ সৰ্ববৃহৎ ৰাষ্ট্ৰীয দলটোৰ কৰ্মীৰ সংখ্যা, নেতাৰ সংখ্যা অলেখ, প্ৰতিদ্বন্দ্বীও দেধাৰ। সামান্য ভুল একোটাই ইমানদিনে কৰি অহা সকলো প্ৰচেষ্টাত পানী ঢালি দিব পাৰে। উদযভানুক সেই কাৰণেই দীনদযাল সিঙৰ লগত এতিযাই মুখামুখি হ'বলৈ দিব নোৱাৰে পুৰন্দৰে।

ইমান পৰে সন্মুখত মেলি থোৱা ফাইলটোৰ ফালে এবাৰো চোৱা নাছিল পুৰন্দৰে। চিন্তাত কপালৰ গাঠি থূপ খাই যোৱা মানুহটোৱে এইবাৰ ফাইলটো একেবাৰে বন্ধ কৰি দিলে। আনহাতে দীনদযাল সিঙকো হাতত ৰখা নিতান্তই জৰুৰী পুৰন্দৰ হাজৰিকাৰ ভৱিষ্যৎ পৰিকল্পনাৰ সফল ৰূপাযণৰ স্বাৰ্থত। তাৰ আৰ্থিক শক্তি আৰু ৰাজ্য তথা কেন্দ্ৰত ইতিমধ্যে সি গঢ়ি তোলা 'লবী' পুৰন্দৰে কামত লগাব পাৰিব যদি তাৰ লেগাম তেওঁ হাতৰ মুঠিত ৰাখিব পাৰে। সেইটো কৰিবৰ কাৰণে দীনদযালৰ বিষযে সকলোখিনি কথা জানিব লাগিব। পুংখানুপুংখকৈ অধ্যযন কৰিব লাগিব তাৰ জন্মৰ মুহূৰ্তৰপৰা এতিযালৈকে সি পাৰ কৰি অহা প্ৰতিটো মুহূৰ্তৰ খতিযান।

চেম্বাৰ এৰি চৰকাৰী বাসভৱনৰ অ'ছুতীযা কক্ষত বহিলহি ডেকা মন্ত্ৰী পুৰন্দৰ হাজৰিকা। মেহগনি কাঠৰ টেবুলখনৰ ছটা ড্ৰয়াৰৰ প্ৰত্যেকটোতেই লগোৱা আছে গড়ৰেজ কোম্পানীযে বিশেষভাৱে তৈযাৰ কৰা তলা। কোঠাৰ একোণত থকা ষ্টীল আলমাৰীৰ গোপন কক্ষৰপৰা পুৰন্দৰে এজোটা চাবি উলিযাই আনিলে। সোঁহাতৰ তৃতীয় ড্ৰয়াৰটো খুলি এটা ফাইল উলিযাই তেওঁ মনোযোগেৰে পঢ়িবলৈ ধৰিলে। আধা ঘণ্টামান পাছত ফাইলটো ড্ৰয়াৰত সুমুৱাই থৈ আকৌ সাৱধানে তলা মাৰিলে। চাবিকোছা সযতনে ভৰাই থ'লে ষ্টীল আলমাৰীটোৰ গোপন কক্ষত। টেবুলৰ ওপৰত থকা এটা বিশেষ ফোনৰপৰা কেইটামান ফোন কৰিলে উজনি অসমৰ তিনিজন বিশেষ ব্যক্তিলৈ। পাঁচৰ পৰা দহ মিনিটলৈকে কথা পাতিলে তেওঁ প্ৰত্যেকজনৰ লগতে। মন্ত্ৰী হাজৰিকাই টেলিফোনত কথা শেষ কৰি যেতিযা দৰ্শনাৰ্থীৰ লগত কথা পতাৰ কাৰণে ৰখা মুকলি কোঠাটোত বহিলহি তেতিযালৈকে উজনি অসমৰ তিনিখন জিলাত দীনদযাল সিঙৰ অতীত জীৱনৰ পাৰ হৈ যোৱা প্ৰতিটো মুহূৰ্তৰ খতিযান লোৱাৰ কাম তড়িৎ গতিৰে আৰম্ভ হৈ গৈছিল।

দৰ্শনাৰ্থীসকলৰ মাজত হাজৰিকাৰ সাক্ষাৎ বিচাৰি বহি আছিল পাঁচজন ডেকা ল'ৰা। ডিব্ৰুগড় বিশ্ববিদ্যালযৰ ছাত্ৰ এই পাঁচজন ডেকা উজনিৰ পাঁচখন নামী কলেজৰ ছাত্ৰ একতা সভাৰ সাধাৰণ সম্পাদক। তেওঁলোকৰ লগত আছুতীযাকৈ কথা পতাৰ কাৰণে

হাজৰিকাই তেওঁলোকক কাষৰে আন এটা কোঠালৈ মাতি নিলে। কাম কৰা ল'ৰা এটাক মাতি আটাইকে ভালকৈ চাহ-জলপান দিয়াৰ আদেশ দি তেওঁ কথা-বতৰা আৰম্ভ কৰিলে। অসমত ছশ বছৰ ৰাজত্ব কৰা আহোমসকলৰ গৰিষ্ঠ সংখ্যকৰ বসতি স্থল উজনি অসমে ৰাজ্যৰ ৰাজনীতিত আৰম্ভণিৰেপৰাই বিশেষ স্থান অধিকাৰ কৰি আহিছে। পুৰন্দৰ হাজৰিকাই সেই কথা মনত পেলাই দিলে পাঁচোজন উঠি অহা ছাত্ৰ নেতাক।

"তোমালোকৰ আচৰিত নালাগেনে যে পুৰণি অসমৰ বিভিন্ন অঞ্চলত শ শ বছৰ ধৰি ৰাজত্ব কৰা প্ৰায় প্ৰতিটো সম্প্ৰদায়েই আজি হয় অনুসূচীত জনজাতি, নহয় অনুন্নত জাতি হিচাপেহে পৰিচিত?" —মন্ত্ৰী ডাঙৰীয়াই আচম্বিতে কৰা প্ৰশ্নটোৱে ল'ৰা কেইজনক বিবুধিত পেলালে। ডেকা ছাত্ৰ কেইজনে ইজনে-সিজনৰ মুখলৈ চালে। ইমানদিনে 'ট্ৰাইবেল' আৰু 'বেকৱাৰ্ড' এই শব্দ দুটা ব্যৱহাৰ কৰোঁতে এসময়ৰ এই মহাপ্ৰতাপী শাসক সম্প্ৰদায়বিলাক কিয় এতিয়া এনে পৰিচয়েৰে পৰিচিত হ'বলগীয়া হৈছে সেই কথা এবাৰো মনলৈ অহা নাছিল তেওঁলোক এজনৰো। হাজৰিকাৰ প্ৰশ্নৰ উত্তৰত সেয়ে কোনো এজনেও একো নেমাতিলে। কিছু সময় অপেক্ষা কৰি ডেকাকিজনৰপৰা একো উত্তৰ নেপাই পুৰন্দৰে আগৰ কথাৰ জেৰ টানিলে।

"তাৰ কাৰণ হ'ল হিন্দু ধৰ্মৰ প্ৰসাৰ। চাৰি বৰ্ণত বিভক্ত হিন্দু জাতকে জন্মতেই লৈ আঁহে বৰ্ণ পৰিচয়। সেয়ে এই অঞ্চলৰ খিলঞ্জীয়া যিখিনি মানুহে সময়ৰ সোঁতত হিন্দু ধৰ্মত দীক্ষা ল'লে সেই সকলোৱেই পৰিচিত হ'বলগা হ'ল শূদ্ৰ হিচাপে। আহোম, কোঁচ, বড়ো, কছাৰী এই সকলো জাতিৰ মানুহ সেই কাৰণেই শ শ বছৰ ধৰি এই অঞ্চলৰ হৰ্তা-কৰ্তা-বিধাতা হৈও আধুনিক ভাৰতত অনুসূচীত জনজাতি বা অনুন্নত জাতি হিচাপেহে পৰিচিত হ'বলগা হ'ল।"

"কিন্তু এতিয়া জনজাতি বা পিছপৰা সম্প্ৰদায়ৰ মানুহ বুলি কোনো হীনমন্যতাৰ ভাব কোনো ছাত্ৰ-ছাত্ৰী বা ডেকা-গাভৰুৰ মাজত দেখা নেযায়।" —বিশ্ববিদ্যালয় ছাত্ৰ একতা সভাৰ সম্পাদকজনে অকণমান সময় চিন্তা কৰি ক'লে।

"কথা সেইটো নহয়। কথা হ'ল এই সম্প্ৰদায়সমূহৰ বেছিখিনি মানুহেই সামাজিক, আৰ্থিক সকলো দিশৰ পৰাই পিছ পৰা। অনুসূচীত জাতি আৰু জনজাতিৰ কাৰণে সেই কাৰণেই সংবিধানতো বিশেষ সুৰক্ষাৰ ব্যৱস্থা ৰখা হৈছে।" —পুৰন্দৰ হাজৰিকাই এবাৰ এবাৰকৈ প্ৰত্যেকজন যুৱ নেতাৰ মুখলৈ চালে।

"সেইটো কথা জানো। চৰকাৰী চাকৰি আৰু শিক্ষানুষ্ঠানত তেওঁলোকৰ কাৰণে আসন সংৰক্ষণৰ ব্যৱস্থা আছে।" —উজনিৰ নামী আৰু প্ৰতিষ্ঠিত কলেজ এখনৰ সম্পাদকজনে এইবাৰ মুখ খুলিলে।

"আচল কথাটোলৈ এতিয়াহে আহিলা তোমালোক।" —পুৰন্দৰ হাজৰিকাই

মিচিকিয়ালে। ল'ৰাকিজনে মন্ত্রী ডাঙৰীয়াৰ মুখলৈ চালে। এই চতুৰ ডেকা মন্ত্রীজনে কি কথা ক'ব খুজিছে তেওঁলোকৰ এজনেও ধৰিব নোৱাৰিলে।

"কিহৰ কথা ক'ব খুজিছে আপুনি ছাৰ?" —আটাইকেইজনে চালে অনুসন্ধিৎসু চকুৰে পুৰন্দৰ হাজৰিকালৈ।

কাম কৰা ল'ৰা এটাই চাহ আৰু মিঠাইৰ প্লেট একোখন প্রত্যেকজন অভ্যাগতৰে সন্মুখৰ টেবুলত সজাই দিলে।

"চাহ খোৱা।" —পুৰন্দৰ হাজৰিকাই একাপ চাহ নিজেও ল'লে।

"অসমৰ আহোম, কোঁচ আৰু অন্যান্য পিছ পৰা সম্প্রদায়ৰ কাৰণেও সংৰক্ষণৰ ব্যৱস্থা কৰাটো উচিত হ'ব বুলি নাভাবানে তোমালোকে?" —চাহৰ কাপত চুমুক দি পুৰন্দৰ হাজৰিকাই সুধিলে। ল'ৰাকিজনে ইজনে-সিজনৰ মুখলৈ চালে।

"কিন্তু তেনে ধৰণৰ সংৰক্ষণৰ ব্যৱস্থা সংবিধানত আছে বুলিতো মই নেজানো।" —বিশ্ববিদ্যালয় একতা সভাৰ সম্পাদকে অলপ বিমোৰ ভাবত ক'লে।

"তাৰ কাৰণেই আমি সংগঠিত হ'ব লাগিব। সংবিধান সংশোধনৰ কাৰণে জনমত গঢ়ি তুলিব লাগিব। অসমৰ ছাত্রসকল সদায়েই ৰাজহুৱা স্বাৰ্থত ৰাজপথলৈ ওলাই আহিছে। আমাৰ অনুন্নত সম্প্রদায়ৰ ভৱিষ্যৎ প্রজন্মৰ স্বাৰ্থত আমিয়েই জানো আগবাঢ়িব নালাগিব?" —পুৰন্দৰ হাজৰিকাই চাহৰ কাপ টেবুলত থ'লে।

"উজনিত তোমালোকে অনুন্নত আৰু পিছপৰা জাতি ছাত্র সংগঠন নামেৰে এটা নতুন সংগঠন গঢ়ি তোলা। যি সহায়-সাৰথি লাগে সকলো ব্যৱস্থা মই কৰিম।" —এইবাৰ পুৰন্দৰে তুৰুপৰ তাচ মেজত থ'লে।

"কিন্তু এনেকুৱা এটা সংগঠন হ'লে অসমৰ বৃহত্তৰ ছাত্র সংগঠনৰ ঐক্য নষ্ট নহ'ব জানো? এতিয়ালৈকে অসমৰ ঐক্যবদ্ধ ছাত্র সংগঠনে ৰাজহুৱা স্বাৰ্থত যি এক শক্তিশালী ভূমিকা লৈ আহিছে, এনেদৰে এটা নতুন সংগঠন গঠন কৰিলে সেই শক্তি বহু পৰিমানে খৰ্ব নহ'ব জানো?" —শিৱসাগৰৰপৰা অহা ডেকা ছাত্রজনে কিছু উষ্মাৰে ক'লে কথাষাৰ।

"মইতো ছাত্র সংগঠনৰ মাজত বিভাজন আনিবৰ কাৰণে কোৱা নাই। সেই ধৰণৰ কোনো আত্মঘাতী পৰিকল্পনা মোৰ নাই। তোমালোকৰ বৰ্তমান সংগঠনৰ মাজতেই এনে এটা শাখা সংগঠন গঠন কৰি সংবিধান সংশোধনৰ জৰিয়তে আমাৰ ভৱিষ্যৎ প্রজন্মৰ স্বাৰ্থ সুৰক্ষাৰ কাৰণে এটা সবল আন্দোলন গঢ়ি তোলাৰ স্বাৰ্থতহে কৈছোঁ। তোমালোকে মন কৰা নাই নে যে ভাৰতৰ আন আন প্রদেশবোৰত এনে ছাত্র সংগঠন ইতিমধ্যেই গঠন হৈছে।" —পুৰন্দৰে এইবাৰ কথাত জোৰ দি ক'লে।

ছাত্র নেতাকেইজনে নিজৰ ভিতৰতে কথা অলপ পাতিব খুজিলে। পুৰন্দৰে আটাইকেইজনৰে থকা-খোৱাৰ বন্দবস্ত কৰিবলৈ ব্যক্তিগত সহায়কাৰীক হুকুম দিলে।

"হোটেললৈ গৈ মুখ-হাত ধুই লোৱাগৈ। ৰাতিৰ ভাত ইয়াতে খাবা। মোৰ গাড়ীয়ে তোমালোকক আঠ বজাত লৈ আহিবগৈ। তেতিয়াই জনাবা কি সিদ্ধান্ত ল'লা এই বিষয়ে।" —পুৰন্দৰ হাজৰিকা উঠিল। ব্যক্তিগত সহায়কক ভিতৰৰ কোঠালৈ মাতি নি ছাত্ৰ নেতাকেইজনৰ প্ৰত্যেকৰে হাত খৰচৰ কাৰণে পাঁচ হাজাৰকৈ টকা একোটা খামত ভৰাই তেওঁলোক থকা হোটেলত ৰুমে ৰুমে দি অহাৰ হুকুম দিলে। এইটো কাম যাতে খুব সাৱধানে কৰা হয় সেই বিষয়েও সকীয়াই দিলে ডেকা মন্ত্ৰীয়ে। ছাত্ৰ নেতাসকলৰ এজনেও যাতে তেওঁলোকৰ প্ৰত্যেকেই বেলেগে বেলেগে একোটা এনে ধৰণৰ খাম পাইছে সেই কথা জানিব নোৱাৰে তাকো নিশ্চিত কৰিবলৈ সহায়কাৰীজনক তেওঁ বুজাই দিলে।

# তেইছ

অন্যান্য পিছপৰা জাতিৰ ছাত্ৰ-ছাত্ৰীসকলক লৈ উজনিত এটা নতুন যুৱ-ছাত্ৰ সংগঠন জন্ম হোৱাৰ খবৰটো বনজুইৰ দৰে বিয়পি পৰিল সমগ্ৰ অসমতে। কোকৰাঝাৰত ইতিমধ্যে প্লেইনছ্ ট্ৰাইবেল কাউন্সিল বুলি এটা সংগঠনে বডোসকলৰ বাবে এখন স্বায়ত্তশাসিত ৰাজ্যৰ দাবী লৈ মেল-মিটিং আৰম্ভ কৰিছিলেই। নৰনাৰায়ণ-চিলাৰায়ৰ দিনৰেপৰা কোচবিহাৰ আৰু অসমৰ বঙ্গাইগাঁও, ধুবুৰী অঞ্চলত বসবাস কৰি অহা কোঁচ-ৰাজবংশীসকলো নিজৰ অস্তিত্বক লৈ সংকট আৰু সন্দেহৰ ধামখুমীয়াত পৰিল। খাচী আৰু গাৰোসকলৰ বাবে সুকীয়াকৈ মেঘালয় ৰাজ্যৰ সৃষ্টি কৰা হৈছিলেই। কাৰ্বি আৰু ডিমাচাসকলেও বাকী থকা পাৰ্বত্য জিলা দুখন সামৰি এখন স্বায়ত্তশাসিত ৰাজ্যৰ দাবী উত্থাপনৰ কাৰণে চিন্তা-চৰ্চা আৰম্ভ কৰিলে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ অন্যান্য জনজাতিসকলৰ মাজতো নিজাকৈ একোখন স্বায়ত্তশাসিত জিলা পৰিষদ গঠনৰ সপোনে উকমুকনি ল'লে। বিক্ৰম চৌধুৰী আৰু সতীৰ্থ ছাত্ৰসকলৰ মাজত এই কথাবোৰ সঘনাই আলোচনা-বিলোচনা হ'বলৈ ধৰিলে। নিশ্চিতভাৱে ব্ৰহ্মপুত্ৰ উপত্যকাৰ যুৱ ছাত্ৰ সমাজ এনেধৰণ বিভাজনৰ সন্মুখত এক ডাঙৰ প্ৰত্যাহবানৰ সন্মুখীন হ'বলগা হ'ল। ইমানদিনে এইটো অঞ্চলৰ অপ্ৰতিদ্বন্দ্বী একমাত্ৰ অৰাজনৈতিক ছাত্ৰ সংগঠনটোৰ নেতাসকলে কিদৰে অসমৰ ছাত্ৰ সমাজৰ ঐক্য বিনষ্ট নোহোৱাকৈ ৰাখিব পাৰি তাক নিশ্চিত কৰি লৈ অনেক আলোচনা আৰু দিহা-পৰামৰ্শৰ অন্তত কিছুমান আঁচনি ল'লে।

পুৰন্দৰ হাজৰিকাই পৰিস্থিতিৰ ওপৰত চোকা নজৰ ৰাখিছিল। অৰাজনৈতিক ছাত্ৰ সংগঠনটোৰ মাজত বিভাজন ঘটাব পৰাৰ ওপৰতেই হাজৰিকাৰ আঁচনিৰ সাফল্য বহুলাংশে নিৰ্ভৰশীল সেই কথা তেওঁ জানিছিল। উজনি অসমত তেওঁৰ প্ৰত্যক্ষ প্ৰভাৱত গঠন হোৱা পিছপৰা সম্প্ৰদায়ৰ ছাত্ৰ সংগঠনটোৰ অনুৰূপে মধ্য আৰু নামনি অসমতো সংগঠনটোৰ শাখা-প্ৰশাখা গঠন কৰাৰ প্ৰচেষ্টা হাতত ল'বলৈ তেওঁ তেওঁৰ অনুগামী ছাত্ৰ নেতাকিজনক নিৰ্দেশ দিলে। ইয়াৰ বাবে প্ৰয়োজনীয় খা-খৰচ সম্পূৰ্ণ যোগান ধৰিলে এই ডেকা মন্ত্ৰীয়ে। অস্থায়ী শৰণাৰ্থী শিবিৰৰ ঠিকা কৰোঁতে অৰ্জন কৰা অভিজ্ঞতাও তেওঁ কামত লগালে। যোগেন চেতিয়াৰ দৰে আৰু কেইবাজনো আমোলাৰ সহায় লাভ কৰিলে পুৰন্দৰ হাজৰিকাই। অতি শীঘ্ৰেই ৰাজনৈতিক নেতা, চৰকাৰী আমোলা, বিষয়া, বৃহৎ পুঁজিপতি আৰু ঠিকাদাৰৰ চক্ৰ এটা এই প্ৰথম সুসংহত ৰূপত ৰাজ্যখনত জন্ম পালে দেশৰ সংহত উন্নয়নৰ কাৰণে আবণ্টিত বিভিন্ন শিতানৰ পুঁজিৰ আবণ্টন, বিতৰণ আৰু

ব্যৱহাৰৰ সমস্ত প্ৰক্ৰিয়াটো এই চক্ৰটোৱে নিজৰ হাতলৈ আনিলে। আবণ্টিত পুঁজিৰ এটা সৰু অংশ কমিছন আৰু লাভাংশৰ নামত উলিয়াই আনি এনেকুৱা ৰাজনৈতিক কাৰ্যকলাপত ব্যৱহাৰ কৰাৰ প্ৰক্ৰিয়াটোৰো এনেকৈয়ে আৰম্ভণি ঘটিল।

বিক্ৰম চৌধুৰীহঁতে অসমৰ অৰ্থনৈতিক সংস্কাৰৰ কাৰণে বাইছ দফীয়া দাবীচনদ এখন প্ৰস্তুত কৰিলে। নিত্য ব্যৱহাৰ্য সামগ্ৰীৰ অবিৰত মূল্যবৃদ্ধি, খোৱা বস্তুৰ নাটনি, সংস্থাপনৰ অভাৱ আদি সমস্যাসমূহ সমাধান কৰাৰ কাৰণে এই দাবী চনদত কিছুমান বিকল্প উপায়ো সন্নিবিষ্ট কৰা হ'ল। এষষ্ঠিৰ ভাষা আন্দোলনৰে পৰা, শোধনাগাৰ স্থাপন, ডিব্ৰুগড়লৈকে ব্ৰডগজ ৰেলৰ সম্প্ৰসাৰণ, মাতৃভাষাক শিক্ষাৰ মাধ্যম ৰূপ দিয়া আদি সকলো ধৰণৰ আন্দোলনৰ গুৰি ধৰোঁতা অসমৰ ছাত্ৰ সমাজে প্ৰস্তুত কৰা এই অৰ্থনৈতিক দাবী চনদৰ ওপৰত আলোচনা কৰিবলৈ চৰকাৰ সন্মত হ'ল। মুখ্যমন্ত্ৰীৰ নিৰ্দেশত কেবিনেটৰ কেইজনমান বছা বছা মন্ত্ৰী ছাত্ৰসকলৰ লগত আলোচনাত বহিল। বয়স আৰু অভিজ্ঞতাৰ ফালৰপৰা কনিষ্ঠ হ'লেও পুৰন্দৰ হাজৰিকাই যে সেই সকলোৰে ভিতৰত অন্যতম এই কথা প্ৰথম বৈঠকতে ছাত্ৰ নেতাসকলে বুজিব পাৰিলে।

প্ৰথম দিনাৰ আলোচনাৰ মেজত মুখ্যমন্ত্ৰী আৰু আন মন্ত্ৰীসকলে মুকলিভাৱে মত বিনিময় কৰিলে ছাত্ৰ নেতাসকলৰ লগত। বিক্ৰম চৌধুৰীয়ে মন কৰিলে প্ৰায় নব্বৈ মিনিটৰ সেই বৈঠকত পুৰন্দৰ হাজৰিকাই নিজাকৈ এষাৰো কথা নক'লে। এটাও মন্তব্য নেৰাখিলে। মুখ্যমন্ত্ৰীৰ গাৰ ছাঁ হৈ মাত্ৰ থিয় হৈ থাকিল গোটেই সময়খিনি। মাজে মাজে কেৱল মুখ্যমন্ত্ৰীৰ কাণৰ কাষত ফুচ্ফুচাই দুই এটা কথা কোৱাহে দেখা গ'ল তেওঁক। বিক্ৰমে কথাটো লগৰকিজনকো ক'লে। পুৰন্দৰ হাজৰিকাই হয়তো ছাত্ৰনেতাসকলৰ সন্মুখত মুখ্যমন্ত্ৰীৰ বিশেষ পৰামৰ্শদাতা হিচাপে নিজৰ চিনাকি দিব খুজিছিল, এনেকুৱা এটা অভিমত দিলে তেওঁলোকৰ দুজনমানে। প্ৰথম দিনৰ আলোচনাত ছাত্ৰসকলৰ ফালৰপৰা দাবী চনদৰ দফাকিটাৰ যুক্তিযুক্ততাৰ ওপৰত বক্তব্য ৰখা হ'ল। চৰকাৰৰ ফালৰ পৰা সময় বিচৰা হ'ল দফাকিটাৰ ওপৰত সংশ্লিষ্ট চৰকাৰী বিভাগসমূহৰ মন্তব্য বিচৰাৰ উদ্দেশ্যে। এমাহৰ পিছত দ্বিতীয় বৈঠকৰ
সিদ্ধান্তও গ্ৰহণ কৰা হ'ল সভাৰ শেষৰ ফালে।

সভাৰ কাম সমাধা কৰি নিজৰ চেম্বাৰলৈ উভতি আহিল পুৰন্দৰ হাজৰিকা। আলোচনাত উপস্থিত থকা ছাত্ৰ নেতাকিজনৰ মুখবোৰ এখন এখনকৈ মনত পেলাবলৈ চেষ্টা কৰিলে তেওঁ। তেওঁ মন চকুৰ ৰঞ্জন ৰশ্মিৰে তন্নতন্নকৈ খুটিয়াই চালে প্ৰত্যেকখন মুখৰ ভিতৰৰ মুখখনক। মনত পৰিল সেই কেইখন মুখৰ মাজত দেখা এখন চিনাকি চিনাকি লগা মুখ। উদয়ভানুক সুধি গম পালে তেওঁৰ অনুমান সঠিক। সুন্দৰপুৰৰ ল'ৰা সি। বিজনলাল চৌধুৰীৰ একমাত্ৰ সন্তান। একেখন বাছতে তাৰ প্ৰথম গুৱাহাটী যাত্ৰাৰ

সঙ্গী আছিল তেওঁ। পুৰন্দৰ হাজৰিকাই বিক্ৰম চৌধুৰীক লগ পাব বিচাৰিলে। এই খবৰ লৈ বিক্ৰমৰ ওচৰলৈ উদযভানুৱে শাসনাধিষ্ঠিত দলৰ যুৱ সংগঠনৰ নেত' এজনক পঠালে। বহু সময় চিন্তা কৰাৰ পাছত বিক্ৰম সন্মত হ'ল পুৰন্দৰক দেখা কৰিবলৈ। চৰকাৰী গাড়ীত উঠি সি দোভাগ নিশা ৰাজধানী চৌহদত প্ৰবেশ কৰিলে। মন্ত্ৰীৰ বাসভৱনৰ বৈঠকখানাত বহু কেইজন দৰ্শনাৰ্থী তেতিয়াও বহি আছিল। লগত অহা যুৱ নেতাজনে বিক্ৰমৰ কাণে কাণে ক'লে বহি থকা লোক কেইজনৰ প্ৰত্যেকেই কিবা নহয় কিবা বিচাৰি আহিছে মন্ত্ৰীৰ ওচৰলৈ। হাতে হাতে তেওঁলোকৰ আবেদন পত্ৰৰ টোপোলা। একমাত্ৰ বিক্ৰম চৌধুৰীয়েই এনে ব্যক্তি যাৰপৰা কিবা বিচাৰিছে খোদ মন্ত্ৰী মহোদযে। যুব নেতাই বিক্ৰম চৌধুৰীক বুজালে মন্ত্ৰীৰ অনুৰোধ ৰক্ষা কৰিলে সি পস্তাব নেলাগে ভৱিষ্যতে যিকোনো সুবিধা বিচাৰি নিশ্চিন্তে আহিব পাৰিব পুৰন্দৰৰ অভ্যন্তৰৰ গোপন কক্ষলৈ।

অলপ নাৰ্ভাছ লাগিছিল বিক্ৰমৰ। পুৰন্দৰ হাজৰিকাক সি চিনি পাই ল'ৰালিৰেপৰা। বিক্ৰমে যেতিয়া মাত্ৰ স্কুললৈ যোৱা আৰম্ভ কৰিছিল,হাজৰিকাই তাৰ বহুত আগতেই দেউতাকৰ ব্যৱসাযতে সোমাই পৰিছিল। বিক্ৰমে চকুৰ আগতে দেখিছে কেনেকৈ পুৰন্দৰ হাজৰিকা সাধাৰণ ব্যৱসাযীৰপৰা পঞ্চাযতৰ সভাপতি হৈছিল। সুন্দৰপুৰ কলেজৰ পৰিচালনা সমিতিখন দখল কৰিবলৈ তেওঁ কিমান কৌশলেৰে ভবানী বৰুৱাক পদত্যাগ কৰিবলৈ বাধ্য কৰিছিল, সেযাও তাৰ মনত আছিল। অস্থাযী শৰণাৰ্থী শিবিৰ বোৱা, শৰণাৰ্থীসকলৰ খাদ্য আৰু লাগতিযাল সামগ্ৰীৰ যোগান আদি নানা কামৰ ঠিকা লৈ কিদৰে হাজৰিকাই যোগেন চেতিযাৰ দৰে আমোলাৰ সহায়ত টকাৰ পিছত টকাবনাইছিল – এইবোৰ একোৱেই অজনা নহয তাৰ বাবে। ইমানখিনিলৈকে এখন মুকলি কিতাপৰ দৰেই হাজৰিকাৰ জীৱন পৰিক্ৰমা বিক্ৰমৰ চকুৰ আগত। কিন্তু পঞ্চায়ত সভাপতিৰপৰা শাসনাধিষ্ঠিত দলৰ জিলা সভাপতি, বিধাযকৰ মনোনযন লাভ আৰু নিৰ্বাচনত সহজ জয়, প্ৰথমবাৰ বিধাযক হৈয়েই মন্ত্ৰীসভাত অন্তৰ্ভুক্তি, এইবোৰ কৃতকাৰ্যতাৰ আঁৰৰ কাহিনী সি একো নেজানে। যোৱা তিনিটা বছৰত বৰ্ষীয়ান মুখ্যমন্ত্ৰীৰ অতি বিশ্বস্ত ডেকা মন্ত্ৰী হিচাপে গোটেই ৰাজ্যই জানিছে পুৰন্দৰক। ছাত্ৰ নেতাসকলৰ লগত হোৱা বৈঠকতো বিশেষ কথা কোৱা নাছিল পুৰন্দৰ হাজৰিকাই। কিন্তু কোনো কথাই যে মানুহটোৰ শেন চকুৰপৰা সাৰি যোৱা নাছিল. সেই কথা লক্ষ্য কৰিছিল বিক্ৰমে। দীঘলকৈ উশাহ এটা লৈ বৈঠকখানাত বহি থকা মানুহখিনিৰ মুখবোৰৰ ওপৰেৰে এবাৰ সি চকু ফুৰাই নিলে। উকা কাগজৰ দৰে মুখ সেইবোৰ। একো পঢিব নোৱাৰি নিলিখা কাগজত। সি তাৰ সুসজ্জিত কোঠালিটোৰ চাৰিওফালে এনেয়ে চকু ফুৰালে। হাতৰ ওচৰতে পোৱা খালী চোফা এখনতে বহি সি মন্ত্ৰীৰ নিমন্ত্ৰণলৈ অপেক্ষা কৰিবলৈ ধৰিলে।

পোন্ধৰ মিনিটমান বহিবলগা হ'ল বিক্ৰম। ইতিমধ্যে আগতে অহা দুজনমান বয়সস্থ

মানুহক মন্ত্ৰীৰ সহায়কে মাতি নিলেহি। সোনকালেই ওলাই আহিল তেওঁলোক। তাৰ পিছতেই যুৱ ছাত্ৰ নেতাজনে বিক্ৰমৰ বাহুত হাত দিলে।

"ব'লক। মাতিছে ভিতৰলৈ।" —বিক্ৰমে ল'ৰাজনৰ মুখলৈ চালে। তাৰ পিছত উঠি থিয় হ'ল যাবৰ কাৰণে।

"আহক।" —আগে আগে যোৱা ছাত্ৰ নেতাজনে পৰ্দা ঠেলি ভিতৰলৈ খোজ ল'লে। পাছে পাছে বিক্ৰম। দুটামান কোঠা পাৰ হৈ সিহঁত এটা একেবাৰে সৰু কোঠাত সোমাল। মন্ত্ৰী পুৰন্দৰ হাজৰিকা বহি আছিল অকলে। সন্মুখৰ টেবুলত দুটামান চৰকাৰী ফাইল আৰু এটা টেলিফোন।

"বহা।" —বিক্ৰমৰ ফালে চাই হাজৰিকাই সন্মুখৰ চকীখনলৈ আঙুলিয়ালে।

"তুমি বাহিৰতে বহাগৈ। আমাৰ কথা-বতৰা শেষ হ'লে খবৰ দিম।" —মন্ত্ৰীৰ নিৰ্দেশ পাই যুৱ নেতাজন ওলাই গ'ল অহা বাটেৰেই। পুৰন্দৰ হাজৰিকাই নিজেই সংযোগী দুৱাৰখন বন্ধ কৰি দিলে।

"কেনে চলিছে তোমাৰ পঢ়াশুনা?" —খুব সহজ প্ৰশ্ন এটা। দীঘলীয়া আলোচনা আৰম্ভ কৰাৰ আগৰ প্ৰস্তাৱনা!

"ঠিকেই আছে।" —মানুহজনক ছাৰ বুলি সম্বোধন কৰিব নে নকৰিব ঠিক কৰিব নোৱাৰিলে বিক্ৰমে। গাঁৱত থাকোঁতে লগ পালে খুৰা বুলি মতা মনত আছে। এইটো পৰিবেশত পুৰন্দৰ হাজৰিকাই সেই পুৰণা সম্বন্ধক কিদৰে ল'ব বিক্ৰম সেই বিষয়ে নিশ্চিত হ'ব নোৱাৰিলে। সেয়ে একো এটা সম্বন্ধ নধৰাকৈয়ে সি উত্তৰ দিলে।

সন্মুখৰ টেবুলত থকা ফাইলকিটাৰ মাজৰপৰা এটা ফাইল টানি ল'লে হাজৰিকাই। কেইটামান মিনিট মাত্ৰ পঢ়ি চালে ফাইলৰ ভিতৰত থকা কাগজ কেইখিলা।

"ড্ৰাফটিং ভাল হৈছে। কোনে কৰিছে?" —বিক্ৰমলৈ নোচোৱাকৈয়ে সুধিলে পুৰন্দৰে।

"কিহৰ কথা কৈছে, বুজা নাই।" —বিক্ৰমে অলপ অসুবিধা পালে।

"খুৰা বুলিয়েই মাতিবা তুমি। মন্ত্ৰী হোৱাৰ কাৰণে একো সলনি হোৱা নাই।" —বিক্ৰমৰ মনৰ দোধোৰ-মোধোৰ ভাবটো ধৰিব পাৰিছিল হাজৰিকাই। ল'ৰাটোৱে ঠিক কৰিবপৰা নাই আগৰ সম্বন্ধৰে মাতিব নে নেমাতে এতিয়াৰ এই চৰকাৰী পৰিবেশত। পৰিস্থিতিটো সহজ কৰি দিব লাগে, পুৰন্দৰে পুৰণা সম্বন্ধটোৰ গইনা লৈয়েই সেইটো কৰিব খুজিলে।

এক মিনিট সময় মৌন হৈ ৰ'ল বিক্ৰম। এইখিনি সময়তে বহুত সলনি হৈছে মানুহজন। তিনিটা বছৰ অসমৰ মাননীয় মন্ত্ৰীৰ আসন শুৱাইছে সুন্দৰপুৰৰ এটা সাধাৰণ পৰিয়ালৰ এটা সাধাৰণ ল'ৰাই। মেট্ৰিক পাছ কৰি পিতৃৰ ব্যৱসায়ত হাত দিয়া এইজন

মানুহে মাত্র কেইটামান বছৰৰ ভিতৰতে অসমৰ ৰাজনীতিত এক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছে।

"আপুনি কিহৰ কথা কৈছে মই ধৰিবপৰা নাই, খুৰা।" —অলপ সহজ হৈ ল'ৰি-চৰি বহিল বিক্ৰম।

"বাইছ দফীয়া এই দাবী চনদখনৰ ড্ৰাফটিং ভাল হৈছে। কলেজ, বিশ্ব বিদ্যালযৰ ছাত্ৰ কেইজনমানেই যে এইখন লিখিছে মোৰ বিশ্বাস নহয।" —বিক্ৰমে বুজি পালে। পুৰন্দৰ হাজৰিকা নামৰ এই চতুৰ মন্ত্ৰীজনে জানিব খুজিছে বিক্ৰমহঁতৰ পিছত আৰু কোন কোন মানুহ আছে।

"আপুনি ভাল হৈছে বুলি ভবাৰ কাৰণে মোৰো ভাল লাগিছে।" —সাৱধানেৰে উত্তৰ দিলে সি।

পুৰন্দৰে এইবাৰ বিক্ৰমৰ চকুলৈ চালে। ল'ৰাটোৰ বুদ্ধি আছে। টোপ গিলা নাই সি।

"কিন্তু এই সকলোবোৰ কথা কেবিনেটৰ পৰা আৰম্ভ কৰি বিভাগীয় পৰ্যায়লৈকে বাৰম্বাৰ আলোচিত হৈছে। কোনো কোনো ক্ষেত্ৰত কিছু আঁচনিও হাতত লোৱা হৈছে। আমাৰ ৰাজ্যৰ সামগ্ৰিক অনগ্ৰসৰতা, ঔদ্যোগিক পৰিৱেশৰ অভাৱ, যাতায়াতৰ অসুবিধা আদি নানান কাৰণত বহু কৰিবলগা কাম আমি ইচ্ছা থকা সত্ত্বেও কৰিবপৰা নাই। তোমালোকেও নিশ্চয় সেই কথা নুবুজাকৈ থকা নাই।" —বিক্ৰমে কাণ পাতি শুনি গৈছিল পুৰন্দৰ হাজৰিকাৰ কথা। বাইছ দফীয়া দাবী চনদখনৰ কথা আলোচনা কৰিবলৈ যে তাক মন্ত্ৰীয়ে এই ৰাতিখন মতাই অনা নাই সেইকথা সিও বুজি পাইছিল। শান্তভাৱে সি মূল কথাটোৰ কাৰণে অপেক্ষা কৰিলে।

ইতিমধ্যে চাহ-মিঠাইৰ ট্ৰে লৈ কাম কৰা ল'ৰা এটা সোমাই আহিছিল।

"ভাতকে খাই যাবা নেকি?" —পুৰন্দৰ হাজৰিকাই সন্মুখৰ দেৱালত ওলমি থকা ঘড়ীটোৰ ফালে চাই সুধিলে।

"নেলাগে খুৰা। আমি হোষ্টেলত চাৰে আঠটাতে ভাত খাওঁ। মই খায়েই আহিছোঁ। চাহ কাপকে খাম।"

"এ হয়তো। পাহৰিয়েই গৈছিলো হোষ্টেলত যে সোনকালে ভাত দিয়ে। আচলতে কি জানা মইতো হোষ্টেলত থাকি পঢ়াশুনা কৰাৰ সুবিধাই নেপালো। কেনেকৈনো জানিম সেইবোৰ নীতি-নিয়মৰ কথা। নে কি কোৱা?" —হঠাতে পৰিৱেশটো একেবাৰে ঘৰুৱা হৈ পৰিল। বিক্ৰমে পুৰন্দৰ হাজৰিকাৰ প্ৰতি এই প্ৰথম এক সমীহৰ ভাব অনুভৱ কৰিলে। মানুহটোৱে কথা ক'ব জানে, মনে মনে স্বীকাৰ কৰিলে সি।

"বাংলাদেশৰ মুক্তি যুদ্ধৰ পিছৰেপৰা নিতৌ নতুন নতুন সমস্যা কিছুমানে গোটেই দেশখনতে অশান্তিৰ সৃষ্টি কৰিছে। সেইবোৰ কথা তুমি জানাই ... -চাহ কাপ হাতত

তুলি লৈছিল বিক্রমে। পুৰন্দৰে এবাৰ তাৰ ফালে চাই কৈ গ'ল।

"এসত্তৰৰ পিয়লত অসমৰ জনগাঁথনি কিছু চকুতপৰা ধৰণে সলনি হৈছে। ভাৰতৰ অন্যান্য প্ৰদেশৰ বাহিৰেও ওচৰ চুবুৰীয়া দেশৰপৰাও বহুত সংখ্যক মানুহৰ প্ৰব্ৰজন হৈছে ইয়ালৈ।" —বিক্ৰমৰ মনত পৰিল ছাৰ চাদুল্লাৰ কথা। বৃটিছৰ দিনতেই মন্ত্ৰীসভা গঠন কৰি এই মানুহজনে পৰিকল্পিতভাৱে অসমৰ অনাবাদী মাটিত তেতিয়াৰ পূৰ্ব বঙ্গৰ ভূমিহীন মানুহক থাপি 'সেউজ বিপ্লৱ' সাধন কৰাৰ নামত মাটিৰ মালিকীস্বত্ব প্ৰদান কৰিছিল। তেতিয়াই বৃটিছ চৰকাৰৰ ৰেভিনিউ কমিছনাৰে সোঁৱৰাই দিছিল, যদি এই প্ৰব্ৰজন এনেদৰেই চলি থাকে মাত্ৰ পাঁচটা দশকৰ পিছতেই অবিভক্ত শিৱসাগৰ জিলাৰ বাহিৰে অসমৰ বাকী জিলাসমূহৰ জনগাঁথনিৰ অভাৱনীয় পৰিৱৰ্তন হ'ব। অস্তিত্বৰ সংকটত পৰিব থলুৱা অধিবাসী। দেশখনৰ উত্তৰ সীমাত থকা পৃথিৱীৰ একমাত্ৰ হিন্দুৰাষ্ট্ৰ নেপালৰ পৰাও এই অঞ্চললৈ অবিৰত ভাবে আহি আছে জীৱন আৰু জীৱিকাৰ তাগিদাত— হাজাৰ হাজাৰ দৰিদ্ৰ নেপালী।

"বিষয়টো লৈ আমিও আলোচনা নকৰা নহয়। কিন্তু প্ৰব্ৰজন দেশৰ ভিতৰৰ পৰা হোৱাত বাধা দিব নোৱাৰি যদি সংবিধানতেই বিশেষ ব্যৱস্থা কৰা নহয়। বিদেশৰ পৰা হৈ থকা প্ৰব্ৰজন বন্ধ কৰিবৰ কাৰণে স্বাধীনতাৰ পিচৰেপৰা বিভিন্ন আঁচনিৰ কথা বিভিন্নজনে কৈ আহিছে। কিন্তু ফলপ্ৰসূ হোৱা নাই। বাংলাদেশৰ মুক্তি যুদ্ধৰ সময়ত আৰু এতিয়াও সেই দেশৰপৰা অহা শৰণাৰ্থী আৰু জীয়াই থকাৰ তাড়নাত অহা উপান্ত মানুহৰ সংখ্যা কমাৰ কোনো লক্ষণ দেখা নাই। নেপালৰপৰাও একে গতিৰে মানুহ আহিয়েই আছে। সময়ত গৈ থলুৱা মানুহৰ অস্তিত্বয়েই বিপন্ন হৈ পৰাৰ সম্পূৰ্ণ সম্ভাৱনা এতিয়াই দেখা গৈছে।" —বিক্ৰমে এইবাৰ মুখ খুলিলে। এইবোৰ কথা সিহঁতে প্ৰায়েই আলোচনা কৰে। পুৰন্দৰ হাজৰিকা প্ৰভাৱশালী ৰাজনীতিক, ডেকামন্ত্ৰী। তেনেকুৱা এজন প্ৰভাৱশালী মানুহক সিহঁতৰ নিচিনা ল'ৰাখিনিয়ে ভাবি থকা কথাখিনি এনেদৰে ক'বলৈ পাই তাৰ ভাল লাগিল।

"তুমি এটা খুব স্পৰ্শকাতৰ বিষয় উত্থাপন কৰিলা। চৰকাৰত থাকি ধৰ্ম নিৰপেক্ষ দেশ এখনত কিছুমান বিষয় ৰাজহুৱাভাৱে আলোচনা কৰাত আমাৰ অসুবিধা। বিৰোধী শিবিৰ আৰু যুৱ ছাত্ৰ সংগঠনসমূহে অৱশ্যে এটা জনমত গঢ়ি তুলিব পাৰে এনেবোৰ বিষয়ত। চৰকাৰেও তেতিয়া এটা স্থিতি ল'বলৈ সুবিধা পায়।" —পুৰন্দৰ হাজৰিকাই আকৌ এবাৰ বিচক্ষণ ৰাজনীতিজ্ঞৰ পৰিচয় দিলে। মানুহজনে আৰু কি কয় শুনিবৰ কাৰণে সি আগ্ৰহেৰে অপেক্ষা কৰিলে।

"এটা কথা তুমি মন কৰিছানে?"

"কওক।"

"সংবিধানে দলিত আৰু জনজাতিসকলৰ সৰ্বাঙ্গীন উন্নতি আৰু সুৰক্ষাৰ কাৰণে মাত্ৰ দহ বছৰলৈ সংৰক্ষণৰ ব্যবস্থা কৰিছিল। কিন্তু এই ব্যৱস্থা এতিয়াও বাহাল ৰাখিবলগা হৈছে আৰু ই বহুদিনলৈ থাকিব।" —হঠাতে প্ৰসঙ্গ সলনি কৰিলে পুৰন্দৰে।

"হয়। সেইটো আমিও বুজি পাইছোঁ।"

"কিন্তু কথা হ'ল কেৱল অনুসূচীত জাতি আৰু জনজাতিৰ মানুহখিনিয়েই জানো একমাত্ৰ পিছপৰা মানুহ আমাৰ দেশত? ভাৰতৰ আন ঠাইৰ কথা নকওঁ। আমাৰ ৰাজ্যৰে কোঁচ, আহোম, বৰিয়া, মৰিয়া এই আটাইবোৰেই জানো পিছপৰা সম্প্ৰদায়ৰ ভিতৰত নপৰে? যদি পৰে, তেনেহ'লে তেওঁলোকৰ কাৰণে সংৰক্ষণৰ ব্যৱস্থা কৰা উচিত নহয়নে?" —শাওণৰ আকাশত যেন ডাৱৰে ডাৱৰে খুন্দা খালে। তড়িৎ গতিৰে এছাটি চকমক পোহৰে তাৰ মগজুৰ শিৰা-উপশিৰাবোৰ তীব্ৰভাৱে জোকাৰি দিলে।

সি বুজি পালে পুৰন্দৰ হাজৰিকাই কিয় এই ৰাতিখন এনেদৰে তাক অকলশৰে তেওঁৰ বাসভবনলৈ মতাই অনাইছে। উজনিৰ ছাত্ৰনেতাসকলৰ কেইজনমানে ইতিমধ্যে এটা নতুন যুৱ ছাত্ৰ সংগঠনৰ জন্ম দিছে অনুন্নত শ্ৰেণীৰ নৱ প্ৰজন্মৰ কাৰণে। শিক্ষা আৰু চাকৰি উভয় ক্ষেত্ৰতে এইবোৰ জাতিৰ যুৱক-যুৱতীৰ কাৰণে যথোপযুক্ত সংৰক্ষণৰ ব্যৱস্থা নিশ্চিত কৰাৰ কাৰণে চৰকাৰৰ ওচৰত দাবী উত্থাপন কৰিছে এই সংগঠনটোৱে।

"তোমালোকে ইয়াতো এটা ছাত্ৰ সংগঠনৰ কথা চিন্তা কৰি চাব পাৰা। সংৰক্ষণৰ প্ৰশ্নটো ভাৰতৰ ৰাজনীতিত অনাগত দিনবোৰত এটা অতি জৰুৰী প্ৰশ্ন হিচাপে বিবেচিত হ'বলৈ বাধ্য। আজি নহ'লেও কাইলৈ সমগ্ৰ ভাৰতবৰ্ষৰ পিছপৰা শ্ৰেণীৰ মানুহখিনি একত্ৰিত হ'বই। তুমি জানানে, জনসংখ্যাৰ ফালৰপৰা এই শ্ৰেণীৰ মানুহ ভাৰতৰ সৰ্বমুঠ জনসংখ্যাৰ এক তৃতীয়াংশ। অসমততো তাতকৈও বেছি। এনে এখন বৃহৎ মঞ্চক আমি এতিয়াই একগোট কৰি ভৱিষ্যতে দেশৰ এক শক্তিশালী সংগঠন হিচাপে গঢ়ি তোলাটো আমাৰ সকলোৰে কৰ্তব্য নহয়নে?" —পুৰন্দৰ হাজৰিকাৰ কথাত জোৰ আছিল। যিখন ভৱিষ্যতৰ ভাৰতৰ কথা তেওঁ কৈছিল, বিক্ৰমে জানে, সেইখনেই আচল ভাৰত। জাতিৰ ভিত্তিত উত্তৰ ভাৰতত ৰাজনৈতিক দল গঠনৰ প্ৰচেষ্টা আৰম্ভ হৈছেই। দলিত, অনুন্নত আৰু ব্ৰাহ্মণ-কায়স্থ —এই তিনিটা ভাগত জনসাধাৰণ সংগঠিত হৈছে। বিক্ৰমৰ মূৰৰ ভিতৰত এজাক ধুমুহাৰ আগজাননী সি অনুভৱ কৰিলে।

"তুমি ভৱিষ্যতৰ ভাৰতৰ এজন অগ্ৰণী সেনানী হ'ব পাৰা, যদি সময় থাকোঁতেই মই দেখুওৱা পথত খোজ পেলোৱাৰ সাহসী সিদ্ধান্ত ল'ব পাৰা। উজনিত এই প্ৰচেষ্টা আৰম্ভ হৈ গৈছে, সেই কথা তুমি নিশ্চয় জানা। মধ্য আৰু নামনিৰ দায়িত্ব মই তোমাক দিব খোজো। তুমি নেতৃত্ব ল'বলৈ সাজু হোৱা। পৃষ্ঠপোষকৰ দায়িত্ব মই ল'ম।" —পুৰন্দৰ হাজৰিকাই কথা শেষ কৰিলে

তোলপাৰ লাগি গ'ল বিক্ৰম চৌধুৰীৰ মগজুত। ৰাজনীতিৰ ভিতৰচ'ৰা এতিয়াও দেখা নাই সি। পুৰন্দৰ হাজৰিকাৰ লগত কটোৱা এই এঘণ্টা সময়ত এটা ভুমুকি মৰাৰ সুযোগ পালে, সদায় শুনি অহা অথচ আজিলৈকে প্ৰায় অচিনাকি হৈয়েই থকা এই বৈচিত্ৰ্যময় জগৎ খনৰ অভ্যন্তৰলৈ। কিন্তু এই এটা ভুমুকিতে যিখিনি চকুত পৰিল, সেয়া খুব ভাল লগা অভিজ্ঞতা যে নহয় বুজি পাওঁতে তাৰ অসুবিধা নহ'ল। পুৰন্দৰ হাজৰিকাৰ কথাবিলাকে আৰু এটা দিশৰ বিষয়ে তাক সচেতন কৰি দিলে। ভৱিষ্যতৰ ভাৰতৰ ৰাজনীতি বহুত বেছি পৰিমাণে জাতি তথা গোষ্ঠীনিৰ্ভৰ হ'ব। এই বিষয়ে তাৰ কোনো সন্দেহ নাই। খুব সাৱধানে খোজ দিব লাগিব সি এইখন জগতত।

"মোক অলপ সময় দিয়ক খুৰা।" —অলপ নহয়, তাক কিছু বেছিকৈয়ে প্ৰয়োজন সময়ৰ। শুনা কথা, দেখা ঘটনা আৰু আগন্তুক সম্ভাৱনাবোৰ পাগুলীয়াব লাগিব। সিদ্ধান্ত লোৱাৰ আগতে ভাবিব লাগিব।

পুৰন্দৰ হাজৰিকাই যুৱ নেতাজনক মাতি পঠালে। বিক্ৰমে নমস্কাৰ দিলে। ডেকা মন্ত্ৰীৰ ঘৰৰপৰা ওলাই তাৰ চাৰি বছৰীয়া চিনাকি ৰাজপথেৰে যেতিয়া সিহঁতক লৈ অনা গাড়ীখনে ঢপলিয়াবলৈ আৰম্ভ কৰিছিল, ৰাজধানীৰ চৌহদৰ ভিতৰত থকা পুলিচ থানাৰ ঘণ্টাত তেতিয়া নিশা বাৰ বজাৰ কোব পৰিছিল।

এটা নতুন দিনৰ কিছুমান নতুন সম্ভাৱনাৰ কল্পনাৰে তাৰ বাইছ বছৰীয়া চকুকিটা আন্ধাৰৰ মাজতো ট-টকৈ জিলিকি উঠিল।

# চৌবিছ

সুন্দৰপুৰৰপৰা উদয়ভানু উভতি আহিল। তাত থকা সাত দিনত সি দৰকাৰী আটাইবোৰ খা-খবৰ সংগ্ৰহ কৰিলে। প্ৰত্যেক দিনা ৰাতি দিনটোৰ খতিয়ান দি পুৰন্দৰৰ লগত কথা পাতিলে। ভবানী বৰুবাই সুন্দৰপুৰ কলেজ আৰু ওচৰ-পাজৰৰ অঞ্চলৰ হাইস্কুল তিনিখনৰো পৰিচালনা সমিতিৰ সভাপতি হিচাপে দায়িত্ব লোৱাৰ খবৰটো শুনি হাজৰিকা কিছুপৰ মনে মনে থাকিল। ভবাতকৈ বেছি সোনকালে ভবানী বৰুৱাৰ জনপ্ৰিয়তা বাঢ়িছে অঞ্চলটোৰ ৰাইজৰ মাজত, মনে মনে চিন্তা কৰিলে পুৰন্দৰে।

পিছদিনা ৰাতিলৈ উদয়ভানুক ৰাজধানীলৈ ঘূৰি অহাৰ নিৰ্দেশ দি দিছিল হাজৰিকাই। সমষ্টিৰ আঞ্চলিক আৰু শাখা সমিতিবোৰৰ সভাপতি আৰু সদস্যসকলৰ আটাইকে আগৰ হিচাপ মতেই অলপ-অচৰপ কিবা দি আহিবলৈও তাক নিৰ্দেশ দিলে। উদয়ভানুৱে এইখিনি কাম নক'লেও কৰিলেহেঁতেন। কিন্তু হাজৰিকাই তথাপি তাক মনত পেলাই দিলে। সমষ্টিৰ কৰ্মী আৰু সমৰ্থক এই মানুহখিনিৰ জৰিয়তে তেওঁ আহি আজি ৰাজধানী পাইছেহি। নিজৰ কাৰণেই নহয়, উত্তৰ পুৰুষৰ কাৰণেও সমষ্টিটো নিৰাপদ কৰি যাব লাগিব তেওঁ। পৰিয়ালকেন্দ্ৰিক ৰাজনৈতিক ব্যৱস্থা এটা ইতিমধ্যেই আৰম্ভ হৈ গৈছে দেশত এসওবৰ যুদ্ধৰ সফলতাই সেই ব্যৱস্থা সুদৃঢ় কৰাত আৰু সহায় কৰিলে। আচলতে সমগ্ৰ দেশখনতেই গণতান্ত্ৰিকতাতকৈ সামন্ততান্ত্ৰিক ব্যৱস্থা এটাহে যে এতিয়াও বাহাল আছে সেই কথা এই কম দিনতে বুজি পাইছে পুৰন্দৰে। সাম্যবাদী দলকিটাক বাদ দিলে বাকী আটাইবোৰ ৰাজনৈতিক দলতে কম বেছি পৰিমাণে ভূতপূৰ্ব ৰাজ পৰিয়াল, সামন্ত আৰু জমিদাৰ শ্ৰেণীৰ মানুহ ভৰি আছে। দপদপনিও আছে সেইবোৰ মানুহৰ দলৰ বাহিৰে ভিতৰে। অৱশ্যে অসমৰ ক্ষেত্ৰত সেই কথা প্ৰযোজ্য নহয়। এতিয়ালৈকে পৰিয়ালকেন্দ্ৰিক ৰাজনীতিও অসমত আৰম্ভ হোৱা নাই। কিন্তু মূল ভূ-খণ্ডৰ ঘটনা প্ৰবাহৰ প্ৰভাৱৰপৰা সদায় ৰাজ্যখন আঁতৰি নেথাকে। আৰু অসমত পৰিয়ালকেন্দ্ৰিক ৰাজনীতিৰ জন্মদাতা যদি পুৰন্দৰ হাজৰিকাই হয় তাতেনো ক্ষতি কি। অৰ্থনৈতিকভাৱে অনগ্ৰসৰ দেশ এখনত উদ্যোগ, কৃষি আৰু সেৱা কোনোটোতে দেশৰ সকলো প্ৰাপ্তবয়স্কক নিয়োগৰ সুবিধা দিয়াটো সম্ভৱ নহয়। শিক্ষাৰ প্ৰসাৰ আৰু স্বাস্থ্য সেৱাৰ সাৰ্বজনীন বিস্তাৰৰ ফলত জনসংখ্যা বৃদ্ধিৰ হাৰ দ্ৰুততৰ হৈছে। ব্যৱসায-বাণিজ্য, উদ্যোগ আদিৰ দৰেই ৰাজনীতিৰ ক্ষেত্ৰখনো বৃত্তিগত সেৱালৈ ৰূপান্তৰিত হোৱাটো অৱশ্যম্ভাৱী অসমৰ বাহিৰৰ প্ৰায়বোৰ ৰাজনৈতিক দলৰ নেতা-কৰ্মীয়ে সেই কথা বুজি পাইছে। পুৰন্দৰ হাজৰিকাৰ দৃষ্টিতো পৰিছে সেই

কথা। উদয়ভানু মূল ভূ-খণ্ডৰ ল'ৰা। বুজি সিও পাইছে।

এইখিনি সময়ত ভবানী বৰুবাৰ লগত এটা বুজাপৰালৈ অহা দৰকাৰ। সুন্দৰপুৰ কলেজৰ বিগত নিৰ্বাচনতে বৰুৱাই প্ৰমাণ কৰি দিলে যে সেইটো অঞ্চলত পুৰন্দৰ হাজৰিকাৰ ক্ৰমবৰ্ধমান জনপ্ৰিয়তা আৰু ৰাজনৈতিক শক্তি সত্ত্বেও ভবানী বৰুৱাৰ জনপ্ৰিযতা হ্ৰাস হোৱা নাই। নিঃস্বাৰ্থ সমাজকৰ্মী হিচাপে বৰুৱাৰ দেউতাকৰ দিনৰপৰা থকা ভাবমূৰ্তি অক্ষত আছে এতিয়াও। হাজৰিকাই বিভিন্ন দিশৰ পৰা ভাবি চালে। ভবানী বৰুবাই যদি পুৰন্দৰ হাজৰিকাক সমৰ্থন কৰে, অন্ততঃ অহা নিৰ্বাচনলৈকে নিশ্চিন্ত হ'বপৰা যাব। অন্যান্য পিছপৰা জাতিৰ ছাত্ৰ-ছাত্ৰীক লৈ ইতিমধ্যে উজনিত গঢ়ি তোলা ছাত্ৰ সংগঠনটো মধ্য আৰু নামনি অসমতো গঢ়ি তোলাৰ কাৰণে বিক্ৰম চৌধুৰীক যদি সন্মত কৰিবপৰা যায় ভবানী বৰুৱাৰ লগত বুজাপৰালৈ অহাটো সহজ হ'ব। চোকাবুদ্ধিৰ ল'ৰা বিক্ৰম। হাজৰিকাই আকৌ এবাৰ দুদিনৰ আগতে ল'ৰাটোক কোৱা তেওঁৰ কথাখিনি দোহাৰি চালে মনৰ ভিতৰতে। কথাখিনিত সততা আছিল। তাত তেওঁৰ আন্তৰিকতাও ওলাই পৰিছিল। যাবৰ সময়ত ল'ৰাটোৱে কথাবোৰৰ ধনাত্মক দিশটো চিন্তা কৰা বুলি তেওঁৰ এটা ভাব হৈছিল।

উদয়ভানু সোমাই আহিল। পুৰন্দৰ হাজৰিকালৈ এবাৰ চাই সি বিপৰীত দিশৰ চকী এখনত বহি পৰিল।

"সকলো ঠিকেই আছেনে?" —সদায় সোধাৰ দৰেই আৰম্ভ কৰিলে পুৰন্দৰে।

"দুই-এটা সমস্যা আছে। কিন্তু চম্ভালিব নোৱৰা ধৰণৰ কোনো অসুবিধা চকুত পৰা নাই।"

"ভবানী বৰুবাৰ কথাটো কি হ'ল?"

"যিখিনি খবৰ মই গোটাব পাৰিছোঁ তাৰপৰা এই কথা আপুনি ধৰি ল'ব পাৰে যে যদি কোনোবাই সুন্দৰপুৰত আপোনাক বিপদত পেলাব পাৰে সেয়া ভবানী বৰুবাৰ বাহিৰে আন কোনো হ'ব নোৱাৰে। আগতকৈও জনপ্ৰিয়তা বাঢ়িছে মানুহজনৰ।"— পুৰন্দৰ হাজৰিকাই জানে সেই কথা। কিন্তু ৰাজনীতিৰ পাশাখেলত জনপ্ৰিয়তাই শেষ কথা নহয়। আৰু বহুত কিবাকিবিৰ দৰকাৰ সেইখন খেলৰ পাকৈত খেলুৱৈ হ'বলৈ। সেই বিষয়ত ভবানী বৰুৱা তেওঁৰ সমকক্ষ হ'ব নোৱাৰে।

"মাজতে খবৰ ওলাইছিল বৰুৱাই ৰাজনীতিত সোমোৱাৰ কথা ভাবিছে বোলে।"

"কথাটো বৰ সঁচা যেন লগা নাই। বিৰোধী দল বুলিবলৈ শক্তিশালী কোনো পাৰ্টিয়ে সুন্দৰপুৰত এতিযাও থিতাপি ল'বপৰা নাই। অবশ্যে ভৱিষ্যতলৈও যে কোনেও নোৱাৰিব সেই কথা ন-দি ক'ব নোৱাৰি।"

"ঠিক কথা। বৰুৱাই নিজে কিবা ভাবিছে নেকি?"

"তেখেতৰ লগত খোলাখুলিকৈ এইবোৰ কথা মই পতা নাই। তেখেতৰ ঘৰৰ

মানুহ গৰাকীৰ আগত মোৰ চিনাকি মানুহ এজনীয়ে তেনেকুৱা কথা এটা উলিয়াই চাইছিল। মানুহজনে কোনোবা ৰাজনৈতিক দলত যোগ দিয়াৰ কথা উলিয়াওঁতেই মানুহ গৰাকীয়ে সাত জাঁপ মাৰি উঠিছিল বোলে।" —পুৰন্দৰ হাজৰিকাৰ মুখত হাঁহি ওলাল। তেওঁৰ ধাৰণা ভুল নাছিল। ৰাজনীতিৰ বোকা খেলৰ অভিজ্ঞ এন আছে ভৱানী বৰুৱাৰ পৰিয়ালৰ। সহজে গাত নেলেটিয়াই সেয়া। তথাপি সাৱধান হোৱা ভাল

"ভৱানী বৰুৱাৰ ছোৱালীজনীও ইয়াতে আছে। বিক্ৰম চৌধুৰী নামৰ ল'ৰাটোৱে পঢ়া কলেজখনতে পঢ়ে। তাতকৈ দুই শ্ৰেণীৰ পিছত। গাঁৱৰ আৰ-তাৰ মুখত শুনামতে সৰুৰেপৰা দুয়োটা দুয়োটাৰে বৰ লগ।" —উদয়ভানুৱে হঠাতে মনত পৰাৰ দৰে ক'লে। হাজৰিকাৰ কাণ থিয় হৈ গ'ল। ভাল খবৰ আনিছে উদয়ভানুৱে। বিক্ৰমৰ হাব-ভাবৰপৰা অনুমান হয় অৱশেষত নতুন ছাত্ৰ সংগঠনটোৰ দায়িত্ব ল'বলৈ সি সন্মত হ'ব। সেইটো হ'লে বিক্ৰমকে ভৱানী বৰুৱাৰ ওচৰলৈ পঠাবপৰা যাব।

"কি নাম ছোৱালীজনীৰ? ক'ত থাকে?" —পুৰন্দৰে ছোৱালীজনীৰ বিষয়ে সবিশেষ জানিব খুজিলে। উদয়ভানুৱে সোনকালেই সকলো খবৰ যোগাৰ কৰি হাজৰিকাক জনোৱাৰ কথা ক'লে। তাৰ পিছত এই সাতদিনে সুন্দৰপুৰ আৰু আশ-পাশৰ অঞ্চলত ঘূৰি-ফুৰি সংগ্ৰহ কৰা সকলো বিষয়ৰে পুৰন্দৰ হাজৰিকাক সবিশেষ জনালে উদয়ভানুৱে। তাৰ কথা শেষ হ'লত হাজৰিকাই ক'লে, উজনিৰপৰা আহিবলগীয়া ল'ৰাখিনি সেইদিনাই ৰাতিলৈ আহি পোৱাৰ কথা। সিহঁতৰ কাৰণে ষ্টাৰ হোটেলত পাঁচটা ৰুমৰ ব্যৱস্থা কৰাৰ দায়িত্ব দিলে তেওঁ উদয়ভানুক।

পুৱা ন বজাৰপৰা কেবিনেট মিটিং আছিল। উদয়ভানুক বিদায় দি পুৰন্দৰ হাজৰিকাই ৰাজনৈতিক বিভাগৰ সচিবে দি থৈ যোৱা খচৰা মেম'ৰেণ্ডামখন ভালদৰে দুবাৰমান পঢ়ি চালে। য'ত য'ত কথা কিছুমানৰ সালসলনি কৰা দৰকাৰ ভাবিলে, সেইবোৰত ৰঙা চিয়াঁহীৰে দাগ দিলে। ক্ষন্তেক পিছতে ব্ৰীফ্‌কেছত লাগতিয়াল কাগজ-পত্ৰ ভৰাই মুখ্যমন্ত্ৰীৰ বাসভৱনলৈ বুলি ওলাই গ'ল পুৰন্দৰ হাজৰিকা। যোৱা এবছৰ ধৰি মুখ্যমন্ত্ৰী ৰাজধানীত থকা প্ৰত্যেকটো দিন পুৱা আঠ বজাতে মুখ্যমন্ত্ৰীৰ বাসগৃহত থকা কাৰ্যালয় পায়গৈ পুৰন্দৰ। পাৰ হৈ যোৱা দিনটোৰ যিবোৰ ঘটনা মুখ্যমন্ত্ৰীক জনোৱা দৰকাৰ বুলি তেওঁ ভাবে সেইবোৰৰ সবিশেষ জনায়। তাৰ পিছত সেইদিনাৰ জৰুৰী কামখিনিৰ বিষয়ে খুটি-নাটি মাৰি আলোচনা কৰি ল'বলগীয়া কাৰ্যব্যৱস্থাৰ সিদ্ধান্তও তৈয়াই লৈ লয় দুয়োজনে। মুখ্যমন্ত্ৰীৰ গাৰ ছাঁ হৈ গৈছে হাজৰিকা যোৱা এবছৰে। বৰ্ষীয়ান ৰাজনীতিকজন ধৃতৰাষ্ট্ৰ নহয়, তথাপি সুবিধা দেখি পুৰন্দৰ হাজৰিকাই নিজকে সজাই লৈছে সঞ্জয়ৰ ৰূপত।

মুখ্যমন্ত্ৰীয়ে হাই- কমাণ্ডৰপৰা পোৱা দুটা নতুন নিৰ্দেশৰ কথা ক'লে। দিল্লীকে ধৰি উত্তৰ ভাৰতৰ প্ৰায়বোৰ চহৰতে বিৰোধীপক্ষৰ শ্ৰমিক সংগঠনবোৰৰ ধৰ্মঘটৰ বাবে সাম্ভ

হৈছে। অসংগঠিত কৃষি আৰু হস্তশিল্পত নিয়োজিত মানুহখিনিৰ কিছুসংখ্যক মূল্য বৃদ্ধি আৰু খাদ্য সংকটৰ পৰিপ্ৰেক্ষিতত গাঁও এৰি চহৰ পাইছেহি। হাই-কমাণ্ডে পৰিস্থিতিৰ বিষয়ে আলোচনা কৰিব খুজিছে। ৰাজ্যৰ মুখ্যমন্ত্ৰী সকলক দিল্লীলৈ তলব কৰিছে। হাই-কমাণ্ডৰ লগত আলোচনাৰ সময়ত পুৰন্দৰো মুখ্যমন্ত্ৰীৰ লগত থাকিব লাগিব।

"দ্বিতীয় কথাটো?"

"অসমৰ অৰাজনৈতিক ছাত্ৰ সংগঠনটোৱে ভাষা আন্দোলন, শোধনাগাৰ স্থাপন আদিকে ধৰি সকলোবোৰ ৰাজহুৱা দাবীৰ ক্ষেত্ৰতে কিয় মাত মাতে সেই কথা জানিব খুজিছে হাই-কমাণ্ডে। যোৱা ছমাহ ধৰি বাইছ দফীয়া দাবী চনদৰ ওপৰতো তেওঁলোকে মাজে মাজে শোভাযাত্ৰা, অৱৰোধ আদি কৰি আহিছে। এই গোটেই সমস্যাটোৰ বিষয়েও মোৰপৰা সবিশেষ বিচাৰিছে।"

পুৰন্দৰ হাজৰিকাই জানিছিল, আজি নহয় কালিলৈ ছাত্ৰ সংগঠনটোৰ বিষয়ে হাই-কমাণ্ডে জানিবলৈ বিচাৰিবই। এনে এটা সম্ভাৱনা দেখিয়েই সমান্তৰাল সংগঠন এটাৰ কথা ভাবিছিল তেওঁ। পিছে এই বিষয়ে এতিয়াই মুখ্যমন্ত্ৰীক জনাব নোৱাৰি। বিক্ৰম চৌধুৰীৰ লগত চলি থকা কথা-বতৰা এতিয়াও শেষ হোৱা নাই। একে সময়তে মুখ্যমন্ত্ৰীকো আশ্বস্ত কৰি ৰাখিব লাগিব। বিষয়টো যে পুৰন্দৰ হাজৰিকাৰ বিবেচনাত আছে সেই কথা তেওঁ জানিব লাগিব। খুব সাৱধানে প্ৰত্যেকটো শব্দ জুখি চাই চাই তেওঁ এই কথাখিনি ক'লে মুখ্যমন্ত্ৰী ডাঙৰীয়াক।

"কথাটো হাই কমাণ্ডৰ দৃষ্টিগোচৰ যে এদিন হ'ব সেই কথা মোৰ মনত আছিল। সেই কাৰণেই সংগঠনটোৰ যোৱা বিছ বছৰৰ কাৰ্যকলাপৰ সম্পূৰ্ণ খতিয়ান মই বনাই ৰাখিছিলো। সিহঁতৰ অতীত আৰু বৰ্তমানৰ নেতৃত্বৰ প্ৰত্যেকৰে খবৰ লৈ ইতিমধ্যে ফাইল খোলা হৈছে। বাইছ দফীয়া দাবী চনদক লৈ কিদৰে আগবাঢ়িব এই বিষয়ে সিহঁতৰ নেতাবিলাকৰ মাজতেই ঐকমত্য হোৱা নাই। খুব সোনকালে নহ'লেও এই মাহৰ ভিতৰতে আমাৰ কামত অহা ধৰণৰ কিবা এটা যে ঘটিব সেইটো প্ৰায় নিশ্চিত বুলিয়েই ধৰি ল'ব পাৰে ছাৰ।" —এই প্ৰথম পুৰন্দৰ হাজৰিকাই মুখ্যমন্ত্ৰীক আভাস দিলে, ইতিমধ্যে তেওঁ একপ্ৰকাৰ স্থিৰ কৰি পেলোৱা কাৰ্যপন্থাৰ বিষয়ে। অভিজ্ঞ বৰ্ষীয়ান নেতাজনে তেনেকুৱাই কিবা এটা আশা কৰিছিল হাজৰিকাৰপৰা। ইমান সময়ে চিন্তাত তেওঁৰ বহল কপালখন ভৰি থকা শংকৰ ৰেখাবোৰ মুহূৰ্ততে মচ খাই গ'ল। এটা স্বস্তিৰ হাঁহি মাৰিলে মানুহজনে।

"তুমি মই আশা কৰাতকৈয়ো বেছি দক্ষতাৰ পৰিচয় দিছা। বৰ ভাল পাইছোঁ মই। এটা কথা কওঁ...।"

"ছাৰ! সকলো আপোনাৰ আশীৰ্বাদ।"

"মোৰ আশীৰ্বাদে একো নকৰে। তোমাৰ মাজত এজন ৰাজনীতিকৰ থাকিবলগা

প্ৰায়বোৰ গুণেই আছে। মোৰ ইমানদিনৰ অভিজ্ঞতাৰে কৈছোঁ সেই কথা। আহি থকা দিনবোৰ এতিয়াতকৈও বহুত বেছি জটিল হ'ব। সেই সময়ত তোমাৰ দৰে মানুহবোৰেই প্ৰয়োজন হ'ব আমাৰ দলটোক আটাইতকৈ বেছি।"

অকণমান ৰ'ল মানুহজন। পুৰন্দৰ হাজৰিকাৰ মুখৰপৰা ভৰিলৈ আকৌ এবাৰ নিৰীক্ষণ কৰিলে তেওঁ। তাৰ পিছত অলপ সময় চকু মুদি ভাবিলে নীৰৱে। হাজৰিকাই বহাৰপৰা উঠি খোলা খিৰিকীৰে বাহিৰলৈ চালে। এই মানুহজনে একে আষাৰে শৈল শিখৰৰপৰা ইংৰাজ চৰকাৰে পাতি থৈ যোৱা এশ বছৰীয়া পুৰণি ৰাজধানীখন নমাই আনি ভৈয়াম পোৱালেহি। ৰাজধানী নামটোৰেই নোহোৱা কৰি দিব খুজিছিল এই বৃদ্ধ ৰাজনীতিকে। মুখ চাই ধৰিব নোৱাৰি কোন সময়ত কি ভাবে কচু যুদ্ধৰ এই অভিজ্ঞ সেনাপতিয়ে।

চকু মেলিলে আঢৈ কুৰি বছৰীয়া ৰাজহুৱা জীৱনৰ অভিজ্ঞতাৰে পুষ্ট এজন সঁচা সমাজসেৱকে।

"সময় সলনি হৈছে। মোৰ নিচিনা আমাৰ সময়ৰ ৰাজনীতি কৰা মানুহখিনি খুব সোনকালেই দেশৰ সংসদ, বিধানসভাবোৰৰপৰা অন্তৰ্ধান হ'ব। যোৱা নিৰ্বাচনতে সেই কথা সূৰ্যালোকৰ দৰে ফট্‌ফটীয়া হৈ ওলাই পৰিছে। তোমালোকৰ দৰে নতুন চামে ৰাজনীতিক সমাজসেৱাৰ সলনি বৃত্তি হিচাপেহে লোৱাৰ পৰিৱেশ এটা সৃষ্টি হৈছেই। অনাগত ভৱিষ্যতত আদৰ্শতকৈ ব্যৱহাৰিক প্ৰয়োজনীয়তাই ৰাজনীতিত অগ্ৰাধিকাৰ পাব। অতি সোনকালে সমগ্ৰ পৃথিৱীতে অৰ্থনৈতিক উন্নয়নৰ স্বাৰ্থত ৰাজনৈতিক আদৰ্শ মূল্যহীন হৈ পৰিব। সমাজবাদ, সাম্যবাদ আদি মতবাদবিলাক অচিৰেই বুৰঞ্জী হোৱাৰ সম্ভাৱনা দেখিছোঁ মই।" —খুব মনোযোগেৰে শুনি আছিল পুৰন্দৰ হাজৰিকাই সত্তৰোৰ্দ্ধ এই জননেতাজনৰ স্বগতোক্তি। হাজৰিকাই ৰাজনীতিৰ অ-আ ক খ শিকিছে হাতে-কামে। কিতাপৰ বিদ্যা কম তেওঁৰ। কিন্তু যি পৰিৱৰ্তনৰ কথা বৃদ্ধ ৰাজনীতিকজনে কৈছে, তাৰ উদাহৰণ তেওঁ নিজেই।

"ছাৰ গোটেই পৃথিৱীতে এটা নৱজাগৰণৰ সূচনা হোৱা যেন নেলাগেনে আপোনাৰ? পৃথিৱীৰ প্ৰত্যেকখন দেশ, প্ৰতিটো জাতিৰ ক্ৰিয়াকাণ্ডই আন আটাইবোৰ দেশ, সকলোবোৰ জাতিক কিবা নহয় কিবা ধৰণে প্ৰভাৱিত কৰা নাইনে? আমেৰিকা আৰু ছোভিয়েট দেশৰ মাজত চলি থকা শীতল যুদ্ধই পৃথিৱীৰ প্ৰায়বোৰ দেশকে কোনোবা নহয় কোনোবা এটা পক্ষত থিয় হ'বলৈ বাধ্য কৰাইছে। গোষ্ঠী নিৰপেক্ষতাৰ কথা কৈও আমি ছোভিয়েট দেশৰ প্ৰতি বেছি দৰদী নহয়নে? উপকূলীয় দেশবিলাকে খাৰুৱা তেলৰ দাম বঢ়াই দিয়াৰ লগে লগে আমাৰ কল-কাৰখানা, খেতিপথাৰ পৰ্যুদস্ত হৈ পৰা নাইনে? মোৰ ধাৰণাত এতিয়া দেশ এখনৰ অৰ্থনৈতিক উন্নতিয়েই চৰকাৰৰ এখনৰ প্ৰথম আৰু প্ৰধান দায়িত্ব

এক বিশেষ ৰাজনৈতিক মতবাদত ধৰি থকাতকৈ দেশৰ মানুহৰ অভাৱ-অনাটন দূৰ কৰাৰ কাৰণে ল'ব লগা ব্যৱস্থাসমূহৰ প্ৰতিহে চৰকাৰ বেছি সচেতন হোবাৰ সময় আহি পৰিছে। এই কথা স্বীকাৰ নকৰাকৈ থাকিলে আমাৰ অৱস্থা সাত কণাৰ হস্তী দৰ্শনৰ দৰে নহ'বনে?" —এই প্ৰথম এনে ধৰণৰ আলোচনাত একেলগে ইমানখিনি কথা ক'লে পুৰন্দৰে। বৃদ্ধ নেতাজনে কিছুপৰ মনে মনে থাকি কিবা যেন ভাবিলে। পুৰন্দৰ হাজৰিকাই দেখিলে, মানুহজনে খোলা খিৰিকীৰে দূৰৰ আকাশখনলৈ চাই আছে। বিশাল আকাশখনৰ অতি সামান্য অংশ এটা সেই উন্মুক্ত খিৰিকীৰে চকুত পৰিছে পুৰন্দৰ হাজৰিকাৰো। ফট্‌ফটীয়া নীলা আকাশৰ চকুত পৰা সেই সামান্য অংশ পুৰন্দৰ হাজৰিকা আৰু সত্তৰোৰ্ধ্ব এই বৃদ্ধ নেতা দুয়োজনে জানে অন্তহীন ব্ৰহ্মাণ্ডৰ এটা একেবাৰে ক্ষুদ্ৰাতিক্ষুদ্ৰ অংশ। কিমান কোটি গ্ৰহ নক্ষত্ৰৰ সমাহাৰ এই বিশাল ব্ৰহ্মাণ্ড কোনে জানে? তাৰেই ক্ষুদ্ৰাতিক্ষুদ্ৰ অস্তিত্ব পৃথিৱী। সেই বিশালতাৰ কথা ভাবি পুৰন্দৰ হাজৰিকাৰ সমস্ত শৰীৰ জিকাৰ খাই উঠিল।

খিৰিকীৰ পৰা চকু ঘূৰাই লৈছিল মুখ্যমন্ত্ৰীয়ে। কিবা এটা কথাই মানুহজনক অত্যন্ত চিন্তিত কৰি তুলিছে যেন অনুমান হ'ল পুৰন্দৰৰ। মঙ্গোলীয় চেহেৰাৰ মানুহজনৰ মুখ চাই সহজে একো বুজা নেযায়। কিন্তু এই মুহূৰ্তত সেইখন মুখতো ধৰা পৰিছে মানুহজনৰ ভিতৰত বলি থকা ধুমুহাৰ চিন। পুৰন্দৰ হাজৰিকাৰ কপালখন থুপ খাই আহিল।

"ইমান কম সময়ৰ ভিতৰতে মানুহে এসত্তৰৰ কীৰ্তি-কাহিনী পাহৰি পেলাব বুলি মোক তেতিয়া কোনোবাই কোৱা হ'লে তেনেকুৱা মানুহক মূৰ্খ বুলি দ্বিতীয়বাৰ চিন্তা নকৰাকৈয়ে কৈ দিলোহেঁতেন। কিন্তু পৰিস্থিতিৰ ইমান দ্ৰুত গতিৰে অৱনতি হৈছে যে কালিলৈ যদি দেশত ভাবিব নোৱৰা অঘটন এটাও ঘটি যায় মই আচৰিত নহ'ম।" — এইবাৰ অবাক হ'ল পুৰন্দৰ। কি ক'ব খুজিছে জন্মৰেপৰা দাৰিদ্ৰ্য আৰু বৈষম্যৰ বিৰুদ্ধে অহৰহ যুঁজ দি অহা এই মানুহজনে। কিবা এষাৰ কৈ তেওঁৰ চিন্তাৰ সোঁত আনফালে ঢাল খুৱাবলৈ মন নগ'ল এই মুহূৰ্তত পুৰন্দৰৰ।

"প্ৰধানমন্ত্ৰীয়ে নিৰ্বাচনত ভ্ৰষ্টাচাৰৰ আশ্ৰয় লোৱা বুলি দাখিল কৰা আবেদনখনৰ শুনানি আৰম্ভ কৰিছে উচ্চ ন্যায়ালয়ে।"

অকণমান সময় মনে মনে থাকি বৃদ্ধই আৰম্ভ কৰিলে। জানে জানে, সেই কথা পুৰন্দৰেও জানে। বিগত দুটা নিৰ্বাচনৰ পিছত ভাৰতৰ বিভিন্ন উচ্চ ন্যায়ালয়ত এনেকুৱা লেখ আবেদন বহু কেইখন দাখিল কৰা হৈছে। সেইবোৰৰ বেছি ভাগেই উচ্চ ন্যায়ালয়সমূহে খাৰিজ কৰিছে। এলাহাবাদৰ গোচৰটো এতিয়াও নিষ্পত্তি নোহোৱা এমুঠি গোচৰৰ মাজৰে এটা। সমগ্ৰ পৃথিৱীয়ে জানে, কোনো ভ্ৰষ্টাচাৰৰ আশ্ৰয় লোৱাৰ প্ৰয়োজন নাই প্ৰধানমন্ত্ৰীৰ আসন শুৱনি কৰি থকা এই গৰাকী বীৰাঙ্গনাৰ। মহীয়সী নাৰী তেওঁ। মাতৃ দুৰ্গাৰ আসনত বহুৱাই কোটি কোটি ভাৰতীয়ই দেৱীৰ মৰ্যাদা দিছে এই গৰাকী ক্ষণজন্মা নাৰীক। 'প্ৰিভি

পাৰ্ছ' ৰদ কৰি ভূতপূৰ্ব ৰজা আৰু সামন্তসকলক সাধাৰণ ৰাইজৰ শাৰীলৈ নমাই আনিছে তেওঁ, কোটি কোটি অনাহাৰী-অৰ্ধাহাৰী জনতাৰ মুখত দুসাঁজ অন্নৰ ব্যৱস্থা কৰিবলৈ সেউজ বিপ্লৱৰ সূচনা কৰিছে, গৰীব কৃষকৰ কাৰণে ধনৰ ব্যৱস্থা কৰিবলৈ বেঙ্ক ৰাষ্ট্ৰীয়কৰণেৰে গাঁৱে গাঁৱে বেঙ্কৰ সেৱাৰ সুবিধা আগবঢ়াইছে। আটাইতকৈ ডাঙৰ কথা পাকিস্তানৰ মুখত চূণ সানি তেওঁ বিশ্বক চকুত আঙুলি দি দেখুৱাই দিছে ধৰ্মৰ নামত বৃটিছে কৰি যোৱা দেশ বিভাজন আছিল কেনেকুৱা এটা ভুল সিদ্ধান্ত। সেই নাৰীয়ে ভ্ৰষ্টাচাৰৰ আশ্ৰয় লৈ নিৰ্বাচন জিকাৰ কি প্ৰয়োজন?

মুখ্যমন্ত্ৰীয়ে নীৰৱে শুনিছিল পুৰন্দৰ হাজৰিকাৰ কথা।

"এৰা! এই সকলো কথাই সঁচা। কিন্তু দেশৰ আইনে ঠিক কৰি দিয়া নিৰ্বাচন বিধিত এনে কিছুমান বাধা নিষেধ আছে, যিবোৰ আমি বহুতেই ইচ্ছাকৃতভাৱেই হওক বা নজনাৰ দোষতে হওক মানি নচলো। উচ্চ ন্যায়ালয়ে তেনে কেইটামান বিষয়ৰ উল্লেখ পাইছে এইখন লেখ আবেদনত। হাই কমাণ্ডে গোচৰটো চম্ভালিবৰ চেষ্টা কৰিছে। কিন্তু যি শুনা গৈছে শেষ ৰক্ষা নহ'বও পাৰে।"

কি কয় এই বৃদ্ধ ৰাজনীতিকে? পুৰন্দৰ হাজৰিকাই বিশ্বাস নকৰে এই কথা। এইবোৰ বিৰোধীপক্ষৰ কাৰচাজি। অচিৰেই এই আবেদনো খাৰিজ হৈ যাব। কিবা ভ্ৰষ্টাচাৰ হ'লেও ব্যৱস্থা হৈ যাব সেইবোৰ নোহোৱা কৰাৰ। ককাক-দেউতাকৰ দিনৰেপৰা কূটনীতি, ৰাজনীতিত সিদ্ধহস্ত পৰিয়াল এটাৰ একমাত্ৰ উত্তৰাধিকাৰী এই গৰাকী নাৰী ইমান পাতল ধাতুৰে গঢ়া নহয় যে সামান্য এটা ভ্ৰষ্টাচাৰৰ গোচৰে কক্ষচ্যুত কৰিব পাৰিব ভাৰতৰ এই উজ্জ্বল নক্ষত্ৰক। বৃদ্ধ মুখ্যমন্ত্ৰীজনক দিনে দিনে বাঢ়ি অহা বয়সে ভীত কৰি তুলিছে। পুৰন্দৰে ভাবিলে, যি হৈছে ঠিকেই হৈছে। দেশৰ দৰেই প্ৰদেশতো ডেকা তেজৰ প্ৰয়োজন হৈছে দলৰ নেতৃত্ব লোৱাৰ কাৰণে। সাজু হৈ থাকিব লাগিব তেওঁ এতিয়াৰপৰাই প্ৰতিটো মুহূৰ্ততে।

হাতৰ ঘড়ীলৈ চালে পুৰন্দৰে। উদয়ভানুৱে ইতিমধ্যে উজনিৰ ল'ৰাখিনিক লগ পাইছে নিশ্চয়। বিক্ৰম চৌধুৰীৰ লগত আজি সন্ধিয়াই লগ লগাই দিব লাগিব সিহঁতক।

বৃদ্ধ ৰাজনীতিজ্ঞই স্থিৰদৃষ্টিৰে চাই থাকিল কিছু বেলি তেওঁৰ প্ৰিয় শিষ্যৰ মুখমণ্ডললৈ। বুজি পালে পুৰন্দৰ হাজৰিকাই বিশ্বাস কৰা নাই এইবোৰ কথা। স্বাভাৱিক প্ৰতিক্ৰিয়া যৌৱনৰ এয়া। এতিয়াও অভিজ্ঞতাই পকোৱা নাই এই ডেকা মন্ত্ৰীৰ মগজুৰ শিৰা। দ্ৰুত গতিৰে ঘটনা ঘটিছে চৌদিশে। বয়স হৈছে তেওঁৰ। তাল মিলাই চলিবলৈ গৈ কৰ্ফাল খাই পৰাৰ সম্ভাৱনা দিনে দিনে বাঢ়ি আহিছে। অভিজ্ঞতাৰে পুৰঠ হ'বলৈ পুৰন্দৰ হাজৰিকাক আৰু কিছু সময় লাগিব। কিন্তু সময় সঁচাকৈয়ে আছে জানো তেওঁৰ হাতত? নেজানে তেওঁ, কাকো সুধিবও নোৱাৰে। জৰ্জ অৰৱেলে কোৱা 'বিগ ব্ৰাদাৰ'ৰ চকু এতিয়া

চাৰিওফালে।

বিদায় দিলে পুৰন্দৰক তেওঁ। হাই-কমাণ্ডে মাতি পঠাইছে বৃদ্ধ মুখ্যমন্ত্ৰীক, বোধহয় শেষবাৰৰ বাবে মুখ্যমন্ত্ৰী আৰু দলৰ প্ৰাদেশিক গোটৰ সভাপতি হিচাপে। বহুত কথা আলোচনা কৰিবলগা আছে। টেবুলৰ ফালে চকু দিলে তেওঁ। যোৱাৰ আগতে পৰি থকা ফাইলখিনি চাব লাগিব। এটা দীঘলীয়া উশাহ টানি বহি থকা চকীখন ঘূৰাই ফাইলৰ ৰঙা ফিটা খোলা আৰম্ভ কৰিলে সত্তৰোৰ্ধ্ব নেতাজনে।

# পাঁচিছ

বিক্রমৰ কথা বতৰা আৰু ব্যৱহাৰ-পাতিত এটা পৰিৱৰ্তন অনুভৱ হৈছিল চন্দ্ৰালীৰ। কথা কৈ থকাৰ মাজতে সি কথাৰ আঁত হেৰুৱাইছিল। তাইৰ মুখৰ ওপৰত নিবদ্ধ তাৰ দৃষ্টি কেতিয়াবা কেতিয়াবা কোনোবা অচিন অনন্তলৈ আঁতৰি গৈছিল। দীঘলীপুখুৰীৰ পাৰত খোজকাঢ়ি থাকোঁতে হঠাৎ তাৰ ভৰি দুখন বৈ গৈছিল।

"কি হৈছে তোমাৰ?" কলেজ কেণ্টিনৰ টেবুলত চাহ কাপ আগত লৈ কিবা ভাবত বিভোৰ হৈ থকা বিক্ৰমলৈ চাই সুধিছিল তাই।

"একো হোৱা নাই।" —সি উত্তৰ দিছিল।

চন্দ্ৰালীৰ এনে লাগিছিল যেন এটা চাবি দিয়া পুতলাই কোৱা কথা আছিল সেইসাৰ। তাইৰ বুকুখনে হাহাকাৰ কৰিছিল। ক'ৰবাত ছন্দপতন ঘটিছিল। তাইৰ বুকুৰ মাজত ইমানদিনে বাজি থকা চিনাকি সুৰবোৰ হঠাতে যেন কিছুমান অৰ্থহীন আলাপলৈ সলনি হৈ গৈছিল। শব্দবোৰ তাইৰ কাণত বাজিছিল, কিন্তু সেইবোৰৰ কোনো অৰ্থ নাছিল। তাৰ কথাই আগৰ দৰে হৃদয়ত তাইৰ কোনো ঢৌ নুতুলিছিল। তাৰ চকুত চকু থৈ তাই পঢ়িব খুজিছিল তাৰ হৃদয়ৰ ভাষা। কিন্তু মাত্ৰ এমাহ আগতে যি চকুৰ ভাষা আছিল এজাক জোনাকৰ দৰে স্নিগ্ধ, এথোপা খৰিকাজাইৰ দৰে সুগন্ধিত, এখন সাগৰৰ দৰে সমাহিত, সি আজি শাওণৰ আকাশৰ দৰে আচ্ছাদিত, খৰালিৰ নদীৰ দৰে নিস্তেজ, নিৰ্বীৰ্য, মৰুভূমিৰ দৰে ধূসৰ, অবোধ্য।

চন্দ্ৰালী অস্থিৰ হৈ উঠিছিল। শনিবাৰে শেষ ক্লাছটো কৰি উঠিয়েই বিক্ৰমক বিচাৰি তাই ইউনিয়ন হল পাইছিলগৈ। এজাক অচিনাকি ল'ৰাৰ মাজত বহি আছিল সি। তাইক দেখি সি উঠি আহিছিল।

"ক্লাছ শেষ হ'ল?" —তাৰ মাতত উচ্ছ্বাস নাছিল।

"যাব পাৰিবা মোৰ লগত।" — গহীন মাতেৰে তাই তাক প্ৰশ্ন কৰিছিল। ইতঃস্তত কৰিছিল সি। অচিনাকি ল'ৰাখিনিয়ে সিহঁতৰ ফালে চাইছিল।

"অলপ জৰুৰী কথা আলোচনা কৰিবলগা আছিল। আজি নগ'লে নহয় পাৰা নেকি?" —ল'ৰাখিনিৰ ফালে এবাৰ চাই সি তাইক সুধিছিল। নহয় পাৰ চন্দ্ৰালীয়ে? কি কথা সোধে সি? ইমান বছৰৰ সান্নিধ্যত এনেকুৱা প্ৰশ্ন সিটো এবাৰো কৰা নাছিল। এখন্তেক ৰ'ল তাই।

"কালিলৈ আহিব পাৰিবা? এঘাৰ বজাত।" —সকাহ পালে সি। কথা দিলে দেওবাৰে

এঘাৰ বজাত আহিব। আকৌ এবাৰ তাৰ চকুলৈ চালে চন্দ্ৰালীয়ে। সি চকু ঘূৰাই ল'ৰাখিনিৰ ফালে চাইছিল। চন্দ্ৰালীৰ হুমুনিয়াহে বতাহজাক গধুৰ কৰি পেলাইছিল।

"যাওঁ এতিয়া।" —তাই ইউনিয়ন হলৰ বাহিৰলৈ ওলাই আহিল। কেইটোপালমান চকুপানীয়ে তাইৰ সন্মুখৰ পথ ধুঁৱলী-কুঁৱলী কৰি পেলাইছিল। কিয় হয় এনেকুৱা, কাৰোবাৰ অকণমান অবহেলাই কিয় এনেদৰে বুকুত ধুমুহা বোৱাই, শান্ত-সমাহিত জলধাৰাত কিয় উঠে সৰ্বনাশী ছুনামি! খহি পৰে কিয় হিমাচ্ছাদিত শৈল শিখৰৰ গৰ্বিত শিৰ, পৃথিৱীৰ বুকু ভেদি হঠাতে উদ্‌গীৰিত হোৱা লাভাৰ উত্তাপত?

হাতৰ ঠাৰিৰে চকুৰ পানী মচিছিল চন্দ্ৰালীয়ে।

"দিদি, ৰিক্সা।" —টিলিঙা বজাই ৰিক্সাৱালাটোৱে তাইক আহ্বান কৰিছিল।

কথা কোৱাৰ শক্তি নাছিল চন্দ্ৰালীৰ। বিধ্বস্ত শৰীৰটো এৰি দিছিল ৰিক্সাখনৰ ৰেক্সিনৰ ছীটৰ ওপৰত। ৰিক্সাৱালাটোৱেও পেডেল ঘূৰাইছিল দীঘলীপুখুৰীৰ সিপাৰে থকা ছাত্ৰী নিবাসলৈ যোৱা চিনাকি পথেৰে। তাই ৰিক্সাৰপৰা নামি নিঃশব্দে উলিয়াই দিছিল ৰিক্সাৰ ভাড়া, হোষ্টেলৰ গেটৰ আগত।

"চালাম দিদি।" - -ৰিক্সাৱালাটো আঁতৰি গৈছিল আন যাত্ৰীৰ সন্ধানত। তভক মাৰি ৰৈ আছিল তাই বন্ধ গেটৰ সন্মুখত। হঠাতে কেতিয়াও নভবা কথা এটা ভাবি পেলাইছিল তাই। বিক্ৰম ওলাইছে নেকি নতুনৰ সন্ধানত? এটা দীঘল হুমুনিয়াহ ওলাই আহিছিল তাইৰ প্ৰেম গধুৰ গাভৰু বুকু ভেদ কৰি। গধুৰ খোজ পেলাই তাই আগবাঢ়িছিল হোষ্টেলৰ চিনাকি কোঠালৈ। হঠাতে অহা এজাক বাউলি বতাহে তাইৰ অবিন্যস্ত চুলিবোৰ টোকোৰা চৰাইৰ বাহৰ ৰূপ দিছিল। হ'ব পাৰে। প্ৰতিটো মুহূৰ্তইতো লৈ আনে নতুন সম্ভাৱনা, নতুন চিন্তা, নতুন খবৰ আশা আৰু নিৰাশাৰ। চন্দ্ৰালীয়ে দীঘলকৈ উশাহ সলালে। ইমান দুৰ্বল হ'লে কেনেকৈ চলে। হ'ব পাৰে? বিক্ৰমে নতুন কিবা চিন্তা কৰিছে। কালিলৈ আহিব সি। সুধিব লাগিব কি সেই নতুন খবৰ, তাইৰ চিনাকি পৃথিৱীত তোলপাৰ লগাবপৰা এনে কি খবৰ লৈ ফুৰিছে সি তাৰ মনৰ মাজত? প্ৰকৃতিস্থ হ'ল তাই। খৰখোজেৰে এইবাৰ তাই ৰূমত সোমাল।

** ** **

একো এটা সিদ্ধান্তলৈ আহিবপৰা নাছিল বিক্ৰম। পুৰন্দৰ হাজৰিকাৰ লগত কথা পতা দুসপ্তাহ পাৰ হৈ গৈছিল ইতিমধ্যে। হাজৰিকাই কেইবাবাৰো মানুহ পঠাইছে বিক্ৰমে কি সিদ্ধান্ত ল'লে জানিবৰ কাৰণে। বহুত চিন্তা কৰিছে সি। অন্যান্য পিছপৰা সম্প্ৰদায়ৰ উন্নয়ন আৰু সুৰক্ষাৰ কাৰণে সংবিধান প্ৰদত্ত ব্যৱস্থাৰ নিশ্চয় দৰকাৰ আছে। কিন্তু ছাত্ৰ-ছাত্ৰীৰ মাজত এনেকুৱা এটা উদ্দেশ্যৰে নতুন এটা সংগঠনৰ জন্ম দিলে ভৱিষ্যতে বৃহৎ অসমীয়া জাতি গঠনৰ প্ৰচেষ্টাটোৱেই ভীষণভাৱে আঘাতপ্ৰাপ্ত হ'ব পাৰে, সি চিন্তা কৰিলে।

ভাষিক সংখ্যালঘুসকলৰ মাজতো একে ধৰণৰ মনোভাব এটা মাধ্যম আন্দোলনৰ সময়ৰেপৰাই গা কৰি উঠিছে। অনতিপলমে ধৰ্মীয় সংখ্যালঘুসকলৰ সুৰক্ষাৰ কাৰণেও ছাত্ৰ সংগঠন গঢ়ি তোলাৰ কাৰণে সংখ্যালঘু প্ৰধান অঞ্চলবিলাকত প্ৰচাৰ চলোৱাৰ খবৰ সিহঁতেও পাইছে। জীৱিকাৰ সন্ধান আৰু ব্যৱসায় তথা চাকৰিৰ খাতিৰত অহা উত্তৰ ভাৰতীয় নাগৰিকৰ সংখ্যাও ৰাজ্যখনত উলাই কৰিবপৰা বিধৰ নহয়। তিনিচুকীয়া আৰু ডিব্ৰুগড়ৰ ৰাজনৈতিক অঙ্কত তেওঁলোকৰ প্ৰাধান্য দিনক দিনে বাঢি আহিছে। এই কথাবোৰ সি লগৰ কেইটামানৰ লগতো আলোচনা কৰিছে। সিদ্ধান্ত এটা ল'বই লাগিব। কিন্তু তাকে কৰোঁতে তাৰ লগত জড়িত এইবোৰ অনেক কথাই তাক জুৰুলা কৰিছে। চন্দ্ৰালীক কথাখিন ক'ম বুলিও ক'বপৰা নাই। তাইক কোৱাৰ আগতে নিজৰ মনতে কথাবোৰ জুকিয়াই এটা গৎ দিব খুজিছে সি। কিন্তু কিবা এটা সিদ্ধান্তলৈ অহাৰ আগতেই উজনি অসমৰ এই ল'ৰাখিনি আজি আহি ওলালহি। পুৰন্দৰ হাজৰিকাক লগ কৰিয়েই সিহঁত কলেজ পালেহি। ইউনিয়ন হলৰ বাহিৰতে সিহঁতক লগ কৰিছে সি। চন্দ্ৰালীয়ে তাক বিচাৰি আহিছিল। কেইবাদিনো হ'ল তাইৰ ওচৰলৈ যাবপৰা নাই। আহত হৈছে তাই। তাৰ পৰা বিদায় লৈ আঁতৰি যাওঁতে তাইৰ চকুৰ কোণ ভৰি আহিছিল, দেখিছে সি। কিন্তু ল'ৰাখিনিক এৰি সেই মুহূৰ্তত তাইৰ লগত যোৱা সম্ভৱ নাছিল। নুবুজিবনে চন্দ্ৰালীয়ে সেই কথা? কালিলৈ তাক মাতি গৈছে তাই, নেমাতিলেও গ'লহেঁতেন সি। সকলোবো' কথা তাইক মুকলিকৈ ক'বই লাগিব।

মনটো বান্ধি লৈ সি উজনিৰ ল'ৰাখিনিৰ লগত বহুত কথা পাতিলে। মনৰ ভিতৰত থকা সন্দেহ আৰু সংশয়ৰ কথা খোলোচাকৈ ক'লে সিহঁতৰ আগত। সময়ৰ গতি ৰোধ কৰা অসম্ভৱ। বৈদিক যুগৰপৰা ভাৰতীয় সমাজ বিভক্ত হৈ আহিছে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰৰ মাজত। সমাজৰ অভ্যন্তৰলৈ প্ৰসাৰিত হৈছে বৰ্ণবাদৰ শিপা। দলিত আৰু নীহকুলীয়া মানুহখিনি হাজাৰ বছৰৰ নিষ্পেষণৰ ফলত শিক্ষা, দক্ষতা, প্ৰতিষ্ঠা, প্ৰজ্ঞা সকলোতে পিছপৰা। এই পৰিপ্ৰেক্ষিতত তেওঁলোকৰ স্বাৰ্থত সাংবিধানিক সংৰক্ষণৰ প্ৰয়োজন অনস্বীকাৰ্য। ল'ৰাখিনিৰ কথাত যুক্তি আছিল। মানুহে মানুহক জাতপাতৰ দোহাই দি চিৰদিন নিষ্পেষিত কৰি ৰখাৰ ষড়যন্ত্ৰ ব্যৰ্থ কৰিবলৈ হ'লে সংগঠিত হোৱাৰ বাহিৰে গত্যন্তৰ থাকিব নোৱাৰে। ড° আম্বেদকাৰে দেখুৱাই যোৱা পথেৰে দলিতসকলে ইতিমধ্যেই নিজক সংগঠিত কৰাৰ প্ৰচেষ্টা আৰম্ভ কৰিছে। দক্ষিণত বৃহৎ সংখ্যক পিছপৰা শ্ৰেণীৰ জনতাই সংগঠিত ৰূপত জন্ম দিছে দ্ৰাবিড় নৱ-জাগৰণ আন্দোলন। উত্তৰ ভাৰতত সংগঠিত হৈছে যাদৱ, অহীৰ, কুৰ্মী আদি পিছপৰা সম্প্ৰদায়ৰ লোকসকলক লৈ গঠিত নতুন ৰাজনৈতিক দল।

বিক্ৰমৰ মনৰ খেলিমেলি আঁতৰিল। আমেৰিকাৰ গৃহযুদ্ধ শেষ হোৱাৰ এশ বছৰ

পাছতো কৃষ্ণাঙ্গসকলৰ আৰ্থিক অৱস্থা আৰু সামাজিক প্ৰতিষ্ঠা পুতৌলগা। হিটলাৰৰ 'পিওৰ ৰেচ্' থিওৰীৰ অনুগামী ইউৰোপৰ ৰাজনীতিত আজিও বৰ্ণবাদ শেষ হোৱা নাই। তাৰ দ্বিধা, সংশয় সকলো আঁতৰি গ'ল।

"আপোনালোকৰ লগত মই একমত। আমাৰ ভৱিষ্যৎ আমিয়েই কৰিব লাগিব সুৰক্ষিত। মধ্য আৰু নামনি অসমৰ অন্যান্য পিছপৰা শ্ৰেণীৰ ছাত্ৰখিনিক সংগঠিত কৰাৰ দায়িত্ব ল'বলৈ মই প্ৰস্তুত।" —সাবটি ধৰিলে বিক্ৰমক ল'ৰাখিনিয়ে। আলোচনা শেষ কৰি একেলগে ওলাই আহিল কটন কলেজৰ চৌহদ এৰি সিহঁত আটাইবোৰ।

"হাজৰিকা ছাৰে আপোনাক লগত লৈ যাবলৈ কৈছিল।" —উজনিৰপৰা অহা সাংগঠনিক সম্পাদক বিৰাজ গগৈয়ে বিক্ৰমক
উদ্দেশ্য কৰি ক'লে।

"সিদ্ধান্ত যেতিয়া ল'লোৱেই, যিমান সোনকালে পাৰি কামত ধৰাই ভাল। কেতিয়ামানে যাব লাগিব?" —মনৰ দ্বিধা আঁতৰি যোৱাৰ পিছত বিক্ৰমৰ কথাত আস্থা আৰু আশাৰ সুৰ বাজিছিল।

"ব'লক প্ৰথমে কিবা এটা খাই লওঁ। ছাৰ সন্ধিয়াৰ পিছতে ৰাজধানী আহি পোৱাৰ কথা। ঘৰলৈকে আহিবলৈ কৈছে।"

"ব'লক।" —কলেজ কেণ্টিন প্ৰায় খালী হৈ আহিছিল। শেষৰ ক্লাছকিটাও ইতিমধ্যে হৈ গৈছে।

কেণ্টিনৰ মেনেজাৰজন আগুৱাই আহিল। বিক্ৰমক নমস্কাৰ দি সুধিলে তেওঁ— "কি খাব?"

চাহ একো কাপ আৰু লবঙ্গ একোটা খাই দিশপুৰলৈ যোৱা চিটি বাছত উঠিলগৈ কাছাৰীৰ বাছ আস্থানৰ ল'ৰাখিনি। হাতৰ ঘড়ীলৈ চালে বিক্ৰমে। সন্ধিয়া পাৰ হৈ গৈছে কেতিয়াবাই। অ'ত-ত'ত জ্বলি থকা ষ্ট্ৰীট্ লাইটৰ ক্ষীণ পোহৰে গুৱাহাটী চহৰৰ আন্ধাৰ গলিবোৰ পোহৰাবলৈ চেষ্টা কৰি হাৰি গৈছে। আৰু বহুত পোহৰ লাগে সেইবোৰ গলিৰ আন্ধাৰ আঁতৰাবলৈ। বিক্ৰমে বিৰাজ গগৈলৈ চালে—"কিমান মেগাৱাট বিজুলী লাগিব অসম পোহৰাবলৈ?"

বিৰাজ গগৈয়ে বিক্ৰমৰ মুখলৈ চালে। হঠাতে এইটো কি প্ৰশ্ন কৰিছে এই ল'ৰাটোৱে।

বিক্ৰমে জানে, বিৰাজ গগৈয়ে সেই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে। পুৰন্দৰ হাজৰিকাৰ হাততো নাই তাৰ উত্তৰ। সি নিজেই উলিয়াই ল'ব লাগিব নিজে সোধা প্ৰশ্নৰ সঠিক উত্তৰ। সি সন্মুখৰ এন্ধাৰখিনিলৈ চালে। হেড্ লাইটৰ পোহৰত বাটৰ ধূলিবোৰ সোণৰ চেঁকুৰাৰ দৰে চিক্‌মিকাইছে। এটা জোঁকাৰ মাৰি পুৰণি চিটিবাছখন দিশপুৰ অভিমুখে চলিবলৈ আৰম্ভ কৰিলে কাছাৰীৰ আস্থান এৰি।

# ছাব্বিছ

শিৱসাগৰৰ চৰকাৰী বাছ আস্থান সময় মতেই আহি পালেহি গুৱাহাটীৰপৰা শিৱসাগৰলৈ চলা নিশাৰ বাছখন। এহাতত এয়াৰ বেগটো ওলোমাই লৈ বাছৰপৰা নামি আহিল বিক্ৰম। যোৱা বছৰৰপৰা ৰাজ্যিক পৰিবহন নিগমে অসমৰ প্ৰধান প্ৰধান চহৰ কেইখনলৈ নৈশ বাছ চলাচলৰ ব্যৱস্থা কৰিছে। ৰাজধানীখন দিশপুৰলৈ নামি অহাৰ পিছত প্ৰায়বোৰ জিলাৰ মানুহ নানানটা কামত ৰাজধানীলৈ আহিবলৈ লৈছে। ব্যৱস্থাটো বেয়া হোৱা নাই। পুৱাই ৰাজধানী পাই দিনটো কাম-বন কৰি নিশা আকৌ বাছ ধৰি ঘৰলৈ ঘূৰি যাব পাৰে মানুহবোৰে। হোটেলৰ খৰচো বাচে, সময়ৰো অপব্যৱহাৰ নহয়। অসমৰ ৰাস্তাত এনেয়েও নিশাৰ ভাগত চলা বাছ-ট্ৰাকৰ সংখ্যা কম। যাত্ৰীবিলাকৰ বেছিভাগেই নতুনকৈ বনোৱা নৈশ বাছৰ হেলান দিবপৰা ছীটতে টোপনি মাৰে। অন্যান্য পিছপৰা জাতি ছাত্ৰ সন্মিলনৰ শিৱসাগৰ গোটটো গঠন কৰাৰ দায়িত্ব কেন্দ্ৰীয় কমিটিয়ে তাক দিছে। নিশাৰ বাছত সি শিৱসাগৰলৈ অহাৰ কাৰণ সেইটোৱেই।

নতুন বছৰ এটা আৰম্ভ হৈ গৈছে ইতিমধ্যে। কইনা খোজেৰে অহা শীতে যাওঁ যাওঁ লগাইছেই। ৰাতি বাছত ঠাণ্ডা লাগিব বুলি সি নগা শ্বল এখনেৰে গা মূৰ ঢাকি লৈছিল। বাছৰপৰা নামি সি শ্বলখন এয়াৰ বেগটোত ভৰাই থ'লে। কুঁৱলীৰ ডাঠ ওৰ্ণি এখনে তেতিয়াও বাট-পথবোৰ ঢাকি আছিল। মেলাচকৰ প্ৰশান্ত ৰামস্বামীৰ ঘৰলৈ সি আগতেও আহিছে। এয়াৰ বেগটো কান্ধত ওলোমাই তাৰ ঘৰলৈকে গোনালে সি।

পুৰন্দৰ হাজৰিকাৰ লগ লগাৰ কাৰণে বহুতৰে বহুত কথা শুনিব লগা হৈছে বিক্ৰমে। ইমানদিনে একেলগে উঠ-বহ কৰা কেইবাটাও ল'ৰাই তাৰ লগ এৰি দিছে। আনহাতে কেইবাখনো জিলাৰ ছাত্ৰ নেতাই তাক লগো ধৰিছে। যোৱা বিছ বছৰে বহুবোৰ ছাত্ৰনেতা আৰু কৰ্মীয়ে তিল্‌তিলকৈ গঢ়ি তোলা অৰাজনৈতিক ছাত্ৰ সংগঠনটো এৰি ৰাজনৈতিক উদ্দেশ্যৰে গঠন হোৱা সংগঠন এটালৈ গুচি অহাত বহুতে তাক সুবিধাবাদী, স্বাৰ্থপৰ, ভণ্ড ছাত্ৰ নেতা বুলিও আখ্যা দিছে। যিবিলাকে এইবোৰ বিশেষণ দিছে সিহঁতৰ দৃষ্টিৰ পৰা চালে কথাবোৰত কিছু সত্যতা নথকাও নহয়। নতুন সংগঠনটোলৈ অহাত তাৰ স্বাৰ্থ আছে। পুৰন্দৰ হাজৰিকাই এটা বিশেষ উদ্দেশ্য লৈ আগবাঢ়িছে। পৰিকল্পনা আছে তেওঁৰ প্ৰতিটো খোজত। সিও বিশ্বাস কৰে ৰাজনীতিতেই নহয় জীৱনৰ প্ৰতিটো খোজতেই সকলোৰে থাকিব লাগে একোটা স্থিৰ উদ্দেশ্য আৰু থাকিব লাগে সেই উদ্দেশ্য সাধন কৰাৰ কাৰণে সু-চিন্তিত পৰিকল্পনা। বিক্ৰমে জানে, সি যি কৰিছে বহুত ভাবি-চিন্তি, এটা

নিৰ্দিষ্ট উদ্দেশ্য আগত ৰাখিহে কৰিছে। তাৰ শিৱসাগৰলৈ অহাৰ আঁৰতো আছে সেই উদ্দেশ্য আৰু সেই উদ্দেশ্য সফল কৰাৰ সু-চিন্তিত আৰু সুনিৰ্দিষ্টপৰিকল্পনা।

প্ৰশান্তৰ লগত তাৰ চিনাকি হৈছিল অৰাজনৈতিক ছাত্ৰ সংগঠনটোৰ দুবছৰ আগৰ অভিৱৰ্তন বাৰ্ষিকত। সংগঠনৰ সংবিধান অনুসৰি বাৰ্ষিক অভিৱৰ্তনতে বছৰটোৰ কাৰণে কাৰ্যনিৰ্বাহকৰো নিৰ্বাচন হয়। সেইবাৰ শিৱসাগৰতে হৈছিল অভিৱৰ্তন। সাধাৰণ সম্পাদকৰ বাবে প্ৰাৰ্থী কেইবাজনো আছিল যদিও শেষত গৈ দুজনহে ৰৈছিলগৈ। তিনিচুকীয়াৰ প্ৰণবজিৎ চলিহা আৰু বঙাইগাঁৱৰ পদ্মভূষণ চৌধুৰী। সন্ধিয়া সাত বজাৰপৰা নিশা বাৰ বজালৈকে বিভিন্ন জিলা সংগঠনৰ প্ৰতিনিধিসকলৰ মাজত ভাগে ভাগে আলোচনা চলিল। কিন্তু সৰ্বসন্মত প্ৰাৰ্থী এজন বিচাৰি উলিওৱা সম্ভৱ নহ'ল। বাৰ বাজি যোৱাত সাময়িকভাৱে সভা স্থগিত কৰি প্ৰতিনিধিসকল খাবলৈ বহিল। সকলো প্ৰতিনিধি বহাৰ পিছত প্ৰশান্ত ৰামস্বামীয়ে সুধিলে সাধাৰণ সম্পাদক এজন সৰ্বসন্মতভাৱে নিৰ্বাচিত কৰিব নোৱৰা সংগঠন এটাই ইমানবোৰ জাতি, জনজাতিৰ আশা-আকাঙ্ক্ষাক প্ৰতিনিধিত্ব কৰিব কেনেকৈ? উজনি নামনিৰ মাজতে সীমাবদ্ধ হৈ থকা এই সংগঠনে এতিয়াও পাৰ্বত্য জিলা কেইখন আৰু সুৰমা উপত্যকাত খোজ থ'বপৰা নাই। সংগঠনৰ নামৰ আগত লেখা 'সদৌ অসম' শব্দ দুটাই ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাহিৰে অসমৰ আন অঞ্চলবোৰ সামৰি নলয় নেকি?

ভাতৰ পাতত বহি থকা প্ৰতিনিধিসকলৰ হাত কৰাল মাৰি গৈছিল। মাত্ৰ কেইটামান মুহূৰ্ত মনে মনে আছিল প্ৰশান্ত।

অসমৰ সমস্যাৰ কথা কৈছিল সি। একো হোৱা নাই পঁচিছ বছৰে এইখন ৰাজ্যত, হৈছে যদি মাথোন বিভাজন। ষাঠিত নগাপাহাৰ নাগালেণ্ড হ'ল, ছয়ষষ্ঠিত লুচাই পাহাৰ হ'ল মিজোৰাম আৰু সত্তৰত গাৰো আৰু খাচী-জয়ন্তীয়া পাহাৰ হ'ল মেঘালয়।

কাঁহ পৰি জীণ গৈছিল পাঁচশ প্ৰতিনিধিৰে ভৰি থকা ভোজনকক্ষ।

উজনি নামনিৰ বুলি নহয়, এই সময়ত, এইটো সংগঠনক নেতৃত্ব দিবলৈ ওলাই আহিছে দুজন যোগ্য ছাত্ৰ প্ৰতিনিধি। এজন উজনিৰ, এজন নামনিৰ, দুয়োজনেই উপযুক্ত, নিঃসন্দেহে। তেনেহ'লে এজনক আনজনৰপৰা পৃথক কৰি চোৱাৰ কি কাৰণ এনে এক জাতীয় সন্ধিক্ষণৰ সময়ত? সঁচা কথা, নেতৃত্বৰ বাবে লাগে মাথোন এজনক। কিন্তু এজনে নেতৃত্ব লোৱাৰ মানে এইটো নহয় যে ইজনৰ সংগঠনত নাই প্ৰয়োজন। কোনে নেতৃত্ব ল'লে সংগঠন বেছি লাভবান হ'ব প্ৰতিনিধিসকলে সিদ্ধান্ত লোৱাৰ সুযোগ লওক ভাতৰ পাততে।

বিক্ৰমে লক্ষ্য কৰিলে প্ৰশান্তই কথা কৈ থকাৰ মাজতে তাৰ লগত অহা ল'ৰাখিনিয়ে ভাগ ভাগ হৈ প্ৰতিজন প্ৰতিনিধিৰ কাণে কাণে কিবা ক'লে। তাৰ ওচৰলৈও আহিছিল এজন।

প্ৰতিনিধিসকল পুনৰবাৰ সভাকক্ষত সমবেত হোৱাৰ আগতেই প্ৰণবজিৎ চলিহাই নিজৰ প্ৰাৰ্থীত্ব প্ৰত্যাহাৰ কৰিলে। পদ্মভূষণ চৌধুৰী সৰ্বসন্মত প্ৰাৰ্থী হিচাপেই সংগঠনটোৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হ'ল।

বিক্ৰমহঁতে পিছত গম পাইছিল, প্ৰশান্ত ৰামস্বামীয়ে প্ৰণবজিৎ চলিহাক বুজাইছিল সংগঠনৰ অভিবৰ্তন উজনিত পাতি উজনিৰেই দুজন নেতাক সভাপতি আৰু সাধাৰণ সম্পাদক দুয়োটা পদৰ কাৰণে নিৰ্বাচিত কৰিলে আগলৈ ৰাখি থোৱা হ'ব এটা দৃষ্টান্ত। য'তেই অভিবৰ্তন হ'ব সেই অঞ্চলৰ প্ৰতিনিধিয়েই বিচাৰিব সংগঠনৰ দুইটা শীৰ্ষ পদ। প্ৰশান্ত ৰামস্বামীৰ যুক্তিত পতিয়ন গৈছিল চলিহাৰ সমৰ্থকসকল। সমস্যাৰ সমাধান হৈছিল। সেই ঘটনাৰ পিছৰে পৰা ৰামস্বামীৰ লগত বন্ধুত্ব গঢ়ি উঠিছিল বিক্ৰমৰ। যোৱা দুবছৰে বহুত চিঠিৰ আদান-প্ৰদান হৈছে সিহঁত দুটাৰ মাজত। বহুত কথা, বহুত সমস্যাৰ আলোচনা কৰিছে সিহঁতে। আৰু আজি এটা নতুন সংগঠনৰ শাখা গঠন কৰাৰ দায়িত্ব লৈ তাৰ সেই পুৰণি বন্ধুৰ ঘৰলৈকে সি আহিছে।

প্ৰভাৱ আছে উজনিত ৰামস্বামীৰ। পুৰন্দৰ হাজৰিকাই নতুন সংগঠনটো উজনিৰপৰাই আৰম্ভ কৰিছিল যদিও ৰামস্বামীহঁতে শিৱসাগৰত সোমাবলৈ দিয়া নাই এই সংগঠনৰ কোনো বিষয়ববীয়াক। পুৰন্দৰ হাজৰিকাই খবৰ লৈছিল ৰামস্বামীৰ লগত বিক্ৰমৰ সম্পৰ্কৰ বিষয়ে। তাৰ পিছত বিক্ৰমক নিৰ্দেশ দিছিল শিৱসাগৰলৈ আহি প্ৰশান্তৰ লগত খোলাখুলিকৈ কথা পাতিবলৈ। প্ৰশান্তক একো নজনোৱাকৈয়ে ৰাতিৰ বাছত গুচি আহিছে বিক্ৰম। আগতেই খবৰ দিলে সি হয়তো ঘৰতেই নেথাকিব। হঠাতে ওলালে বিক্ৰমৰ কথা নুশুনাকৈ থাকিব নোৱাৰিব প্ৰশান্ত, সেইখিনি বিশ্বাস তাৰ আছে।

শীতে যাওঁ যাওঁ কৰিলেও শিৱসাগৰৰ মানুহখিনিয়ে জাৰৰ দিনৰ কোমল পুৱাৰ আমেজখিনি এৰি দিব খোজা নাই। বিক্ৰমে হাতৰ ঘড়ীটোলৈ চালে। ছয় বাজো বাজো হৈছে। 'ৰূপালীম'ৰ সন্মুখৰ ৰাস্তাটো একেবাৰে খালী। এয়াৰ বেগটোৰে সৈতে তাক এটা ছাঁয়ামূৰ্তিৰ দৰে লাগিছে ডাঠ কুঁৱলীৰ ওৰণিৰ আঁৰত। ৰাস্তাৰ দাঁতিত থকা চাহ দোকান দুখনমানৰ সন্মুখৰ ছাইৰ দ'মত শুই থকা ধেকুৰা কেইটামানে তাৰ খোজৰ শব্দ শুনি মূৰ তুলি একোবাৰ চাই আকৌ মূৰ পেলাই আৰাম কৰাত লাগিল। বিক্ৰমৰ সৰু কালৰ কথা মনত পৰিল। ৰাস্তাত ঘূৰি ফুৰা কুকুৰলৈ সি বৰ ভয় কৰিছিল। পগলা কুকুৰে কামোৰা মানুহ সি কেতিয়াও দেখা নাই। কিন্তু মানুহৰ মুখত জলাতঙ্ক ৰোগীৰ দুৰ্বিসহ যাতনাৰ কথা শুনিয়েই তাৰ হাত-ভৰি পেটতে লুকুৱাৰ অৱস্থা হৈছিল। ৰাস্তাত ধেকুৰা কুকুৰ দেখিলে সেই কাৰণে সি তৎক্ষণাৎ বাট সলনি কৰিছিল, নহ'লে অহা বাটেৰেই উভতি গৈছিল। তাৰ এই অহেতুক ভয়ৰ কথা লগৰ আটাইবোৰে জানিছিল, আনকি চন্দ্ৰালীয়েও। এদিন সিহঁত দুয়োটা স্কুলৰপৰা উলটি আহোঁতে ধেকুৰা এটা হঠাতে সিহঁতৰ

মুখৰ আগতে ওলালহি। কিংকৰ্তব্যবিমূঢ় হৈ পৰা বিক্রমৰ অৱস্থা দেখি চন্দ্ৰালীৰ হাঁহিত পেট ফাটো ফাটো অৱস্থা। কেহেৰাজৰ বৰণ ধৰা বিক্রমৰ মুখৰ চেহেৰা স্বাভাৱিক হ'বলৈ সেইদিনা বহুত সময় লাগিছিল।

বিক্রমে চাহ দোকানৰ আগৰ ধেকুৰা কেইটালৈ আঁৰ চকুৰে চালে আকৌ এবাৰ। এয়াৰবেগটো ইটো কান্ধলৈ নি সি ৰাস্তাৰ সিটো ফাল পালেগৈ। নাই, কোনো এটা ধেকুৰাই শীতৰ পুৱাৰ আমেজ এৰি তাৰ ফালে নেজ তুলি অহা নাই। পিছলৈ চাই চাই আহি থাকোঁতে থাকোঁতে সি যে প্ৰশান্তৰ ঘৰৰ পদূলি পালেহি বিপৰীত ফালৰপৰা আহি থকা কোনোবা মানুহ এজনৰ গাত লগা খুন্দাটোৰ পাছতহে সি গম পালে। তেনেকৈ খুন্দা খাই কৰ্ফাল খাইপৰা মানুহজনক বেয়া নেপাবলৈ বাৰে বাৰে অনুৰোধ কৰি বিক্রমে প্ৰশান্তৰ পদূলিৰ নঙলা খুলিলে।

# সাতাইছ

শাসনাধিস্থিত দলৰ নেতৃত্বৰ ৰাজনৈতিক ভৱিষ্যৎ শাওণ মাহৰ আকাশৰ দৰে হৈ আহিছিল। দৃষ্টিৰে ঢুকি পোৱালৈকে কেৱল দেখা গৈছিল এজাক এন্ধাৰৰ দৰে অ'ত-ত'ত ওলমি থকা কাল মেঘৰ ছটা। ইমান বিশাল আকাশখনৰ নীলাবোৰ হঠাতে নোহোৱা হোৱাৰ এই দৃশ্যই অস্থিৰ কৰি তুলিছিল 'হাই কমাণ্ড'ৰ মন। মাত্ৰ চাৰিটা বছৰ আগতে মহিষমৰ্দিনী বুলি সমগ্ৰ দেশে বন্দনা কৰা এই মহিয়সী মহিলাগৰাকীৰ প্ৰতি হঠাতে অহা ভাবুকিত শঙ্কিত হৈ পৰিছিল দেশৰ অ'ত-ত'ত সিঁচৰতি হৈ থকা তেওঁৰ অনুগামী, সুবিধাভোগী আৰু স্তাৱকসকল। প্ৰান্তীয় ছত্ৰপসকললৈ তলব পৰিছিল সঘনাই দিল্লীৰপৰা। মাত্ৰ চাৰি বছৰ আগতে ভৰা লুইতৰ চাকনৈযাত পৰি দিশহাৰা হোৱা বিৰোধী শিবিৰে হেৰোৱা উদ্যম ঘূৰাই পাইছিল। পশ্চিমবঙ্গ, বিহাৰ, গুজৰাট তামিলনাডুত 'মহিষমৰ্দিনী'ৰ আশু পতন কামনাৰে কৰা যজ্ঞত পূৰ্ণাহুতি দিয়াৰ প্ৰস্তুতি চলিছিল। প্ৰবীন ৰাজনীতিজ্ঞ বৃদ্ধ মুখ্যমন্ত্ৰীয়ে জানিছিল এক অকল্পনীয় পৰিস্থিতিৰ পিনে উল্কাৰ গতিৰে আগবাঢ়িছে মাত্ৰ পঁচিছ বছৰ সম্পূৰ্ণ কৰা ভাৰতীয় গণতন্ত্ৰ। এই অৱধাৰিত দুৰ্যোগ প্ৰতিহত কৰিবপৰাৰ ক্ষমতা নাছিল মানুহজনৰ। ধুমুহাৰ তীব্ৰতা যিমানে বাঢ়িছিল পুৰন্দৰ হাজৰিকাৰ লগতো তেওঁৰ দেখা-সাক্ষাৎ কমি আহিছিল। ইচ্ছা কৰিয়েই যেন হাজৰিকাই বৃদ্ধ মানুহজনক এৰাই চলাৰ চেষ্টা কৰিছিল। বাৰিষাৰ মেঘৰ দৰে সঘনাই পৰিৱৰ্তিত পৰিস্থিতিৰ প্ৰতি পুৰন্দৰে তীক্ষ্ণ দৃষ্টি ৰাখিছিল। ইফালে দিল্লীত 'হাই কমাণ্ডে' শেষ ৰক্ষাৰ কাৰণে ক্ষীপ্ৰ গতিত কিছুমান সিদ্ধান্ত ল'লে। ইমানদিনে 'হাই কমাণ্ড'ৰ প্ৰতিটো সিদ্ধান্তৰ সাৰ্থক ৰূপায়ণৰ কাৰণে সদা সতৰ্ক হৈ থকা অনুগামী আৰু স্তাৱকবৃন্দৰ অনেকেই হেৰুৱালে 'মহিষমৰ্দিনী'ৰ আস্থা। সূৰ্য উঠা দেশৰ প্ৰযুক্তিৰে সমৃদ্ধ চাৰিঠেঙীয়া মাৰুতিৰ কোলাত উঠি ৰঙ্গমঞ্চত প্ৰৱেশ কৰিলে সেই মহান নাৰীৰে আপোন গৰ্ভসম্ভূত কনিষ্ঠ শক্তিপুত্ৰ।

যুৱৰাজে সৰ্বত্ৰ সন্ধান চলালে সম্ভাৱনাপূৰ্ণ যুৱ নেতৃত্বৰ। শক্তিপুত্ৰই বিচাৰিলে অভিলাষী, চতুৰ আৰু আপোচহীন ধনুৰ্ধৰৰ। সততা নহয়, দক্ষতা বা আত্মবিশ্বাস নহয় —যুৱৰাজৰ প্ৰতি অন্ধ আনুগত্য, জনহিত নহয় —ব্যক্তি পূজা, ৰাজনীতি নহয় —ক্ষমতা ৰক্ষাৰ কিটিপ-কাযদা আয়ত্ত কৰিব পৰাটোৱেই হ'ল এইসকল ধনুৰ্ধৰৰ বিশেষ যোগ্যতা উত্তৰৰ বংশীবাদক, দক্ষিণৰ কৰুণাকাৰক আৰু পূবৰ প্ৰিয়ৰঞ্জনৰ শাৰীতে স্থান পালে পূৰ্বোত্তৰৰ পুৰন্দৰে। পূব প্ৰান্তীয় ৰাজ্যখনত প্ৰায় অপ্ৰাসঙ্গিক হৈ পৰিল সত্তৰোৰ্ধ্ব বৃদ্ধ ৰজা ধৃতৰাষ্ট্ৰ।

ক্ষীপ্র গতিৰে আগবাঢ়িল ঘটনাক্রম। এক সুচিন্তিত, সুলিখিত চিত্ৰনাট্যৰ দৰে মুহূৰ্তে মুহূৰ্তে দেশৰ কোটি কোটি জনসাধাৰণক উত্তেজনাৰ শীৰ্ষবিন্দুলৈ টানি নিলে এটাৰ পিছত এটাকৈ ঘটি যোৱা ঘটনাবোৰে। মহিষমৰ্দিনীৰ ভৰিৰ তলৰ মাটি খহাই নিলে উচ্চ ন্যায়ালয়ৰ এটা সামান্য আদেশে। নিৰ্বাচনত দুৰ্নীতিৰ আশ্ৰয় লোৱা বুলি দোষী সাব্যস্ত কৰি নিৰ্বাচন খাৰিজ কৰা হ'ল দুৰ্গা দেৱীৰ। চৌদিশে হাহাকাৰৰ ৰোল উঠিল। দশভূজাৰ সমস্ত শক্তি শুহি নিলে এটা সামান্য নৰমনিষে! নটা দশক এক বিশাল ভূখণ্ডৰ সুবিশাল জনতাক প্ৰতিনিধিত্ব কৰা, সেই ভূখণ্ড আৰু তেত্ৰিছ কোটি মানুহক দাসত্বৰ শিকলিৰ পৰা মুক্ত কৰা, আঢ়ৈ দশক ধৰি নিৰবছিন্নভাৱে এই বিশাল ভূখণ্ডৰ ৰাজদণ্ড ধাৰণ কৰি সাম, দণ্ড, দান, ভেদৰ ৰাজনীতিৰে জাতি-উপজাতি ভাষা-ধৰ্মৰ ভেদাভেদক প্ৰশয় নিদি এইখন বিশাল দেশক একত্ৰিত কৰাৰ মহামন্ত্ৰ উচ্চাৰণ কৰা কোটি কোটি ভাৰতীয়ই একাত্মবোধ কৰা এটা ৰাজনৈতিক দলে ন্যায়ালয়ে দোষী সাব্যস্ত কৰি দিয়া ৰায় মানি লৈ এগৰাকী নতুন নেতা নিৰ্বাচন কৰি চৰকাৰ চলাই যোৱাৰ দায়িত্ব পালন কৰিব নোৱাৰিলে। ইতিমধ্যেই গুৰুত্বহীন হৈ পৰা কেইজনমান বৃদ্ধ নেতাই তেনে এটা কিবা কৰাৰ কথা ইকাণ-সিকাণ কৰাইছিল, কিন্তু শক্তিপুত্ৰ আৰু তেওঁৰ সাঙ্গোপাঙ্গোসকলৰ আবেষ্টনী ভাঙি দশভূজাৰ কৰ্ণত সেই কথা পেলাবলৈ শক্তি আৰু সাহস তেওঁলোক কাৰোৰেই নাছিল। মাত্ৰ এপষেকৰ অন্তৰালত কাশ্মীৰৰ পৰা কন্যাকুমাৰীলৈ, গুজৰাটৰ পৰা গুৱাহাটীলৈ হাজাৰ হাজাৰ মানুহক বন্দীত্বৰ শিকলি পিন্ধাই দিয়া হ'ল আপাতকালীন আইনৰ জোৰত। হাজাৰ হাজাৰ নেতা-কৰ্মীয়ে কাৰাগাৰলৈ প্ৰক্ষেপিত হোৱাৰ ভয়ত আত্মগোপন কৰিবলৈ বাধ্য হ'ল। দেশ আৰু জাতি সংকটৰ চৰম সন্ধিক্ষণত উপস্থিত হোৱাৰ অজুহাতত ঘোষিত হ'ল জৰুৰী অৱস্থা। আপাতকালীন আইন প্ৰণয়ন কৰি সংসদক মুলতুবি কৰি ৰখা হ'ল। ন্যায়ালয়ে অবৈধ বুলি ঘোষণা কৰা নিৰ্বাচনক নতুন আইনে বৈধতা প্ৰদান কৰিলে। দেশৰ সংবাদ পত্ৰ, আকাশবাণী, দূৰদৰ্শনৰ স্বাধীনতাৰ ওপৰত লগাই দিয়া হ'ল চেন্সৰৰ অংকুশ। প্ৰথম অৱস্থাত কিছুমান কাকতে সম্পাদকীয় পৃষ্ঠা উকা ৰাখি সেই ব্যৱস্থাৰ প্ৰতি মানুহৰ দৃষ্টি আকৰ্ষণ কৰাৰ প্ৰয়াস কৰিছিল। সংশ্লিষ্ট আইনৰ সংশোধন কৰি তেনে কামক অপৰাধ বুলি গণ্য কৰাৰ ব্যৱস্থা হোৱাৰ লগে লগে মৌন প্ৰতিবাদৰো অন্ত পৰিল।

বৃদ্ধ মুখ্যমন্ত্ৰীয়ে পৰিৱৰ্তিত পৰিস্থিতিৰ সতে মিলাই চলাৰ চেষ্টা কৰিলে। আত্মবিলুপ্তিৰ তমিস্ৰাঘন লহমাত মুখ লুকুৱাই কোটি কোটি জনতাৰ স্বাৰ্থ জলাঞ্জলি দি পৰিয়ালকেন্দ্ৰিক ৰাজনীতিৰ ধ্বজাধাৰীৰ শাৰীত ভিৰ কৰিলেহি এই সত্তৰোৰ্ধ্ব বৃদ্ধৰ দৰে আৰু অনেকজনে। সাময়িক প্ৰয়োজনত শক্তিপুত্ৰই এই সমৰ্থন গ্ৰহণ কৰিলে। কিন্তু সেইসকলৰ চকুৰ সন্মুখতে সমগ্ৰ দেশতে দলৰ প্ৰাদেশিক নেতৃত্বত অচিৰেই শক্তিপুত্ৰৰ পচন্দৰ ব্যক্তিক স্থাপিত কৰাৰ কুচকাৱাজ পূৰাদমে আৰম্ভ হ'ল। পুৰন্দৰ হাজৰিকাই আকৌ এবাৰ প্ৰমাণ কৰিলে

তেওঁৰেই গুৰুৰ উক্তিৰ যথাৰ্থতা। সত্তৰোৰ্দ্ধ বৃদ্ধক একাষৰীয়া কৰি দল আৰু চৰকাৰৰ প্ৰধান চালিকা শক্তি হৈ উঠিল পুৰন্দৰ। 'যুৱৰাজ'ৰ নিৰ্দেশত পুৰন্দৰ হ'জৰিকাৰ হাততে ন্যস্ত হ'ল সুজলা, সুফলা, শস্য শ্যামলা, এইখন সেউজীয়া পাহাৰ আৰু নীলা নদীৰ দেশ অসমৰ ভৱিষ্যৎ।

বিক্ৰম আৰু তাৰ সমবয়সীয়া ল'ৰাবোৰে চৌদিশে আৰম্ভ হোৱা কাণ্ড দেখি তবধ মানিলে। সি দেখিলে --'মহিষমৰ্দিনী'ৰ আশীৰ্বাদত শক্তিপুত্ৰই নিজৰ হাতত তুলি ল'লে ক্ষমতাৰ বাঘজৰী। নিৰঙ্কুশ শাসন কায়েম কৰাৰ পথত ন্যায়পালিকাই পাতিবপৰা হেঙাৰৰ প্ৰতি লক্ষ্য ৰাখি শক্তিপুত্ৰই নিজেই চূড়ান্ত কৰিলে ন্যায মূৰ্তিসকলৰ নিৰ্বাচন, দেশৰ প্ৰতিৰক্ষা সুনিশ্চিত কৰাৰ প্ৰয়োজনত শক্তিপুত্ৰই নিযুক্তি দিলে নিজৰ পৰিয়ালৰ প্ৰতি অনুৰক্ত নতুন সেনাধক্ষ্যৰ, দেশৰ চুকে-কোণে হোৱা ক্ষোভ আৰু অশান্তিৰ কাৰণ বিচাৰি নিৰাময়ৰ সুব্যৱস্থাৰ প্ৰয়োজনত বাহাল কৰা হ'ল অনুগত চোৰাংচোৱাৰ দল। খাদ্যৰ নাটনি আৰু দৈনন্দিন ব্যৱহাৰ্য সামগ্ৰীৰ মূল্য বৃদ্ধিয়েই দেশৰ অশান্তিৰ মূল কাৰণ হিচাপে চিহ্নিত কৰিলে অৰ্থনীতিবিদসকলে। খৰতকীয়াকৈ এনে এটা গুৰুতৰ সমস্যাৰ সমাধানৰ সূত্ৰ শক্তিপুত্ৰৰ উৰ্বৰ মস্তিষ্কই বিচাৰি পালে জনসংখ্যা নিয়ন্ত্ৰণত। পুৰুষ আৰু মহিলাৰ তাৎক্ষণিক বন্ধ্যাকৰণৰ কাৰণে নিৰ্দেশ দিয়া হ'ল চিকিৎসক আৰু চিকিৎসালয়ক। প্ৰজননক্ষম বয়সৰ মুনিহ তিৰোতাক চিকিৎসক আৰু চিকিৎসালয়লৈ আহিবলৈ সুবিধা কৰি দিবৰ কাৰণে চহৰে-নগৰে, গাঁৱে-ভূঞে গঠিত হ'ল শক্তিসেনাৰ দল! অনাহাৰী, অৰ্ধাহাৰী নিবনুৱা আৰু অপৰাধীয়ে কদৰ্য ৰূপ দিয়া নগৰ আৰু মহানগৰৰ বুকুৰ পৰা ভাঙি পেলোৱা হ'ল এনেবোৰ অপাংক্তেয়ৰ আশ্ৰয়স্থল শাৰী শাৰী 'প্লাষ্টিক চিটে'ৰে তৈয়াৰী জুপুৰি ঘৰ।

ভৰ যৌৱনৰ উদ্দাম আৰু দুৰ্মদ শক্তিৰে শক্তিপুত্ৰই শ্লথ গতিৰ ভাৰতীয় জনজীৱনক গলত ধৰি জোকাৰি দিলে। ইমানদিনে শামুকীয়া গতিৰে দেশৰ ইমূৰ-সিমূৰ কৰি থকা ৰেলগাড়ীবোৰ এতিয়া বিজুলী বেগেৰে নিৰ্ধাৰিত সময়ৰ আগতেই গন্তব্যস্থানত উপস্থিত হ'ল। চাকৰিজীৱী লাখ লাখ কৰ্মচাৰীয়ে চৰকাৰী চাকৰিটোক পিতৃপ্ৰদত্ত সম্পত্তি বিবেচনা কৰি খুচিমতে দপ্তৰত উপস্থিত হোৱাৰ দস্তুৰ সলনি হ'ল। ঘড়ীৰ কাঁটাই দহ বজাৰ সঙ্কেত দিবলৈ নৌপাওঁতেই টেবুলে টেবুলে আমোলা-বিষয়াই ৰঙাফিটাৰ পেচ খোলাৰ কচৰৎ আৰম্ভ কৰা হ'ল। শক্তি সেনা আৰু শক্তিপুত্ৰৰ লাখ লাখ অনুগামীয়ে সোৱোপা দেশখনক পাখিলগা ঘোঁৰাৰ গতি দিবলৈ বুলি চাবুকত নিতৌ নতুন চামৰা লগালে। এক অনিৰুদ্ধ গতিৰে দশভূজাৰ নব্য আৱিষ্কৃত সাংবিধানিক প্ৰক্ৰিয়াৰে সৰ্বময় কৰ্তৃত্ব হস্তগত কৰাৰ সকলো প্ৰস্তুতি আৰম্ভ হ'ল।

পুৰন্দৰ হাজৰিকাই ডেকাশক্তিক সংঘবদ্ধ কৰাৰ যি কাম ইতিমধ্যেই আৰম্ভ কৰিছিল, এই নতুন পৰিস্থিতিয়ে তাত যেন সুৰগা চৰালে। বিক্ৰম চৌধুৰীয়ে প্ৰশান্ত ৰামস্বামীৰ

সমৰ্থন আদায় কৰিব নোৱাৰিলেও শিৱসাগৰত সংগঠনৰ জিলা শাখা গঠন কৰাৰ কাৰণে মানুহৰ অভাৱ নহ'ল। উদয়ভানুৰ ছুট্‌কেছত কাপোৰতকৈ চৰকাৰী মোহৰ মৰা কাগজৰ নুৰাৰ টোপোলা বেছি হ'ল। দেশৰ প্ৰগতিত বাধা দিয়াৰ ষড়যন্ত্ৰৰে বন্ধ, হৰতাল আদিৰ আহ্বান দিয়াৰ অপৰাধত প্ৰশান্তহঁতৰ নিচিনা বহুত ল'ৰা জেলত সোমাল। উদয়ভানুৰ নুৰা নুৰা কাগজে ইপ্সিত ফল দিলে। শিৱসাগৰতেই নহয় অসমৰ প্ৰতিখন জিলাতে নতুন ছাত্ৰ সংগঠনটোৰ শাখাবোৰ ৰাতিটোৰ ভিতৰতে লহপহীয়া ৰূপ লৈ গঢ়ি উঠিল।

বিজন চৌধুৰীয়ে বিক্ৰমক কৈছিল পুৰন্দৰ হাজৰিকাৰ লগত সি গঢ়ি তোলা সম্পৰ্কটো আকৌ এবাৰ বিবেকৰ তুলাচনীত জুখি চাবলৈ। ভবানী বৰুৱাই যদিও পুৰন্দৰ হাজৰিকাৰ লগত বুজাবুজিৰে কাম কৰাৰ প্ৰতিশ্ৰুতি দিছিল, পৰিবৰ্তিত পৰিস্থিতিত সেয়া সম্ভৱ নহ'ল। হাজৰিকাই অধ্যাদেশ জাৰী কৰি সমগ্ৰ ৰাজ্যতে যিবোৰ অনুষ্ঠান প্ৰতিষ্ঠানে নিজা নীতি তথা কাৰ্য প্ৰণালীৰে কাম কৰাৰ কথা কৈছিল, সেই সকলোবোৰ অনুষ্ঠান প্ৰতিষ্ঠানৰে পৰিচালনা সমিতিবোৰ নতুনকৈ গঠন কৰিলে। সুন্দৰপুৰ কলেজৰ পৰিচালনা সমিতিৰো দশা একেই হ'ল। বিৰোধী ৰাজনৈতিক শিবিৰৰ প্ৰতি দৰদী বুলি ভবানী বৰুৱাক এদিন মাজৰাতি উঠাই নিয়া হ'ল। 'মিছা' নামৰ সঁচা আইন এখনৰ অধীনত গ্ৰেপ্তাৰ কৰা ভবানী বৰুৱাক আন হাজাৰ-বিজাৰ বিৰোধী নেতা-পালিনেতাৰ দৰেই বিনা বিচাৰে কাৰাৰুদ্ধ কৰা হ'ল। আপাতকালীন পৰিস্থিতি ঘোষণা কৰোঁতেই ভবানী বৰুৱাই জানিছিল এনেকুৱা এটা ঘটনা এদিন ঘটিবই। ঘৈণীয়েকক বুজাইছিল তেনেকুৱা পৰিস্থিতিত তেওঁ কি কৰিব লাগিব। ভবানী বৰুৱা জেলত সোমোৱাৰ পিছত জয়ন্তক লৈ হেমপ্ৰভা মাকৰ ঘৰলৈ গুচি গৈছিল। কলেজ বন্ধ থকাৰ কাৰণে চন্দ্ৰালীও আইতাকৰ ঘৰতেই আছিল গৈ। ডিব্ৰুগড় চহৰৰ বৈৰাগীমঠত থকা মোমায়েকহঁতৰ ঘৰত থাকি চন্দ্ৰালীয়ে দেউতাকৰ বন্দিত্ব আৰু বিক্ৰমৰ ক্ৰমাৎ পুৰন্দৰৰ লগত ঘনিষ্ঠ হৈ অহা সম্পৰ্কৰ কথা ভাবি ভাবি বিনিদ্ৰ ৰজনী পাৰ কৰিছিল।

বিক্ৰমৰ এই পৰিৱৰ্তনে বাৰুকৈ বিতত কৰিছিল চন্দ্ৰালীক। ইমান বছৰৰ চিনাকি ল'ৰা এটা মাত্ৰ কেইটামান মাহৰ ভিতৰতে কেনেকৈ এটা বেলেগ মানুহ হৈ যাব পাৰে তাই ভাবি নেপাইছিল। ফ্ৰেঞ্জ কাফকাৰ কিতাপত পঢ়া মকৰাটো যেন লাগিছিল বিক্ৰমক। সেইবাৰ ইউনিয়ন হলৰ সন্মুখত তেনেকৈ তাইক পঠাই দিয়াৰ পিছত সি দুবাৰমান দেখা কৰিবলৈ আহিছিল তাইক, দিন নহয়, সপ্তাহ নহয়, মাহৰ ব্যৱধানত। ভিজিটৰ্ছ ৰুমত বহি থাকোঁতে তাই তাৰ মুখলৈ চাইছিল, তাৰ চকুত তাইৰ প্ৰতিবিম্ব বিচাৰিছিল, তাৰ ব্যৱহাৰত কথা-বতৰাত তাইৰ চিনাকি মানুহটোৰ সন্ধান কৰিছিল। হতাশ হৈছিল তাই। কোনোবা এখন অচিনাকি পৃথিৱীলৈ যেন সি আঁতৰি গৈছিল। বৰ অচিনাকি সেই পৃথিৱী চন্দ্ৰালীৰ। বাৰে বাৰে সুধিছিল তাক কি হৈছে তাৰ। কিন্তু এটা বন্ধ পুখুৰীৰ দৰে নিৰ্বাক নিস্পন্দ হৈ

ৰৈ আছিল সি। তাইৰ ব্যাকুল দৃষ্টি বাৰে বাৰে উভতি আহিছিল উপকূলৰ শিলাখণ্ডত খুন্দা খাই উভতি অহা ঢৌৰ দৰে তাৰ ভাবলেশহীন মুখমণ্ডলৰপৰা।

"কি হৈছে তোমাৰ?" —বুকুখন হেঁচা মাৰি ধৰিব খোজা গধুৰ শিলছটা আঁতৰাই তাই তাক প্ৰশ্ন কৰিছিল।

"কি হৈছে মোৰ? একো হোৱা নাই।" —সপোনৰপৰা সাৰ পাই উঠা মানুহৰ দৰে উত্তৰ দিছিল সি।

"আজিকালি মোক লগ পাবলৈ, কথা পাতিবলৈ সময়েই নাই তোমাৰ। প্ৰতিটো দেওবাৰে বাট চাই থাকোঁ তুমি আহিবা আহিবা বুলি।" —চকুপানীবোৰ বাধা নামানি ওলাই আহিছিল তাইৰ দুয়োটা চকুৰে। ক'ব খোজা নাছিল তাই এনেদৰে তাৰ সন্মুখত নিজকে কাঙাল কৰি। কিন্তু কি কৰিব পাৰে তাই? হৃদয় যেতিয়া বাউল হয়, বিচাৰ-বিবেচনাৰে জানো কথা কোৱা যায়?

একো মাতা নাছিল সি। অলপ সময় নীৰৱে বহি ৰৈছিল সিহঁত দুয়ো। ভিজিটিং ৰুমত থকা বাকী ভিজিটৰকিজন ওলাই গৈছিল নিজৰ নিজৰ বান্ধৱীক লৈ। আবেলিৰ বতাহ বলিছিল দীঘলীপুখুৰীৰ পাৰত। যোৱা যোৱা হৈ সিহঁতে খোজ কাঢ়িছিল দীঘলীপুখুৰীৰ পাৰে পাৰে।

হমুনিয়াহ সৰিছিল চন্দ্ৰালীৰ। দিখৌ নদীৰ গৰাৰ আঁৰত বিক্ৰমে প্ৰথম তাইৰ ওঁঠত চুমা দিছিল। আলফুলে বুকুত সুমুৱাই মৰম কৰিছিল। তাইৰ দুই হাত হাতৰ মুঠিত লৈ সি তাইৰ চকুত চকু থৈছিল। মুনিচুনি বেলিৰ পোহৰত গোলাপ গোলাপ হৈ উঠিছিল তাৰ হাতত তুলি লোৱা তাইৰ মুখ। দূৰৰপৰা ভাঁহি আহিছিল ডবা, কাঁহ, শঙ্খৰ সমলয়। সিহঁতৰ বুকুৰ মাজত বাজি উঠা সাঙ্গীতিক মূৰ্চ্ছনাই দিখৌৰ বুকুত সৰ্পিল গতিৰে, নৃত্যাঙ্গনাৰ লাস্যৰে ঢৌ তুলিছিল।

সেই সকলোবোৰ এতিয়া সপোন যেন লাগিছিল চন্দ্ৰালীৰ। চাদৰৰ আঁচলেৰে তাই মুখ ঢাকিছিল।

"তুমি বেয়া পাইছা মোক?" —কিছু বেলিৰ পিছত বাহিৰৰপৰা চকু ঘূৰাই তাইৰ মুখলৈ চাই সুধিছিল সি।

বেয়া পাব তাই তাক! কি কয় বিক্ৰমে? যাৰ বাহুত সমৰ্পিছে তাই তাইৰ সমস্ত পৃথিৱী তাক জানো বেয়া পাব পাৰি? শৰীৰ, মন, হৃদয় যত সমৰ্পিত তাত বেয়া পোৱাৰ কথা কেনেদৰে ভাবিব পাৰি নেজানে চন্দ্ৰালীয়ে। আজন্ম প্ৰতিটো দিন, প্ৰতিটো ৰাতি যাৰ নামত উৎসৰ্গিত তাক তাই বেয়া পাব, কি ভাবে সি। দুচকু ভৰি আহিছিল তাইৰ। এখন সাগৰহে যেন লুকাই আছিল তাইৰ চকুৰ গভীৰত। লুণীয়া পানীৰ দুটা ধাৰ বৈ আহিল তাইৰ দুগাল তিয়াই। বুকুৰ ভিতৰখন ভাগি-ছিগি ওলাই আহিল নিঃশব্দে দুখৰ

নৈ। বিৰিণা পাতৰ দৰে কঁপি উঠিল তাইৰ ঋজু শৰীৰ। গোলাপৰ পাপৰি যেন ওঁঠ ফাটি ওলাই আহিল নিশ্চুপ উচুপনি।

স্থাণুৰ দৰে নীৰৱ নিস্পন্দ হৈ বহি আছিল সি। কান্দক চন্দ্ৰালীয়ে। অন্যায় কৰিছে সি। তাইৰ পেলব ওঁঠৰ স্পৰ্শ এতিয়াও লাগি আছে তাৰ ওঁঠত। তাইৰ দেহ বল্লৰীৰ সুবাসে এতিয়াও আচ্ছন্ন কৰি ৰাখিছে তাৰ দেহ-মন। এসাগৰ মৰম আৰু একাকাশ কাতৰতাৰে তাৰ হৃদয়ে এতিয়াও বিচাৰে তাইৰ অহৰ্নিশ সান্নিধ্য আৰু সাহচৰ্য।

তথাপি, তথাপি সি উঠি যাব নোৱাৰে তাইৰ দুগালৰ লুণীয়া পানীৰ ধাৰ তাৰ হাতৰ তলুৱাৰে মচি দিবলৈ। সি উঠি যাব নোৱাৰে তাইৰ বুকু ফালি ওলাই অহা উৰ্মিমালা তাৰ আলিঙ্গনৰে সাবটি ল'বলৈ। কঁপি উঠা তাইৰ ওঁঠ, নোৱাৰে সি তাৰ ওঁঠৰ মাজত সুমুৱাই আশ্বাসৰ দুষাৰ কথা শুনাবলৈ। এটা নতুন সংকল্প লৈছে সি। ইমান দিনৰ চিনাকি পথ এৰি এটা নতুন পথেৰে খোজ লোৱাৰ কথা ভাবিছে। ভবানী বৰুৱাৰ লগতো কথা পাতিছে। বিজন চৌধুৰীয়ে বাধা দিছে তাক। চন্দ্ৰালীক সকলো কথা এতিয়াই ক'ব পৰা নাই সি। আৰু অলপ প্ৰস্তুতিৰ দৰকাৰ। এটা আদৰ্শ সি জলাঞ্জলি দিছে। পুৰন্দৰ হাজৰিকাই পঢ়োৱা ৰাজনীতিৰ পাঠে তাক আকৰ্ষণ কৰিছে। চন্দ্ৰালীক সি ঠগিব নোৱাৰে। ক্ষমতাসৰ্বস্ব ৰাজনীতিৰ প্ৰাত্যহিক দ্বন্দ্বই ক্ষত-বিক্ষত কৰিছে তাৰ সত্তা। তাই নেজানে সেই সত্য। সুপ্ৰভা আৰু হেমপ্ৰভাইও একো নেজানে। কিন্তু এইজনী ছোৱালীক সি এন্ধাৰত ৰাখিব নোৱাৰে।

"আজিয়েই সকলো কথা ক'ব নোৱাৰিম। কিন্তু তোমাক নোকোৱাকৈ নেথাকোঁ মই। তেতিয়ালৈকে মোক ভুল নুবুজিবা। ভাল পাওঁ তোমাক। মোক আগুৰি আছা তুমি প্ৰতিটো মুহূৰ্ত। একো নেভাবিবা তুমি।" —ওপৰলৈ মূৰ তোলা নাছিল চন্দ্ৰালীয়ে। সকাহ পাইছিল তাই। উচুপনিবোৰ বন্ধ হৈছিল তাৰ কথা শুনি। চুপ্-চাপ্ চকুপানী মচিছিল চাদৰৰ আঁচলেৰে।

চকীদাৰটোৱে আহি খবৰ দিছিল, গেট বন্ধ কৰিব লাগে। সি উঠি গৈছিল। গেটৰ বাহিৰ হৈ যোৱা তাৰ অপসৃয়মান শৰীৰটোলৈ অপলকনেত্ৰে চাই ৰৈছিল চন্দ্ৰালীয়ে। দীঘলীপুখুৰীৰ দীঘল দুয়োপাৰ ইতিমধ্যে জনশূন্য হৈ পৰিছিল। লাহে লাহে এন্ধাৰৰ বোকোচাত বিক্ৰম হেৰাই গৈছিল। লগে লগে চন্দ্ৰালীৰ চকুলৈও নামিছিল সন্ধিয়াৰ এন্ধাৰ।

# আঠাইছ

জৰুৰীকালীন অৱস্থাৰ প্ৰথম ঢৌৰ আঘাত চম্ভালি উঠিবলৈ দেশৰ জনসাধাৰণে বেছি সময় নল'লে। হঠাতে অহা ঘূৰ্ণি বতাহৰ পিছত যিদৰে প্ৰকৃতিয়ে আকৌ শান্ত সমাহিত ৰূপ ধৰে তেনেকৈয়ে শান্ত হৈ পৰিল চৌদিশ। সাময়িকভাৱে গ্ৰেপ্তাৰ কৰি ৰখা বিৰোধী শিবিৰৰ নেতা আৰু কৰ্মীসকলৰ কিছুমানক জেলৰপৰা মোকলাই দিবলৈ বাধ্য হ'ল চৰকাৰ। বাহিৰত থকাসকলে তলে তলে জৰুৰীকালীন অৱস্থাৰ বিৰুদ্ধে জনমত সংগঠিত কৰাত লাগিল। বন্দী হৈ থকা নেতাসকলেও জেলৰপৰাই বিভিন্ন কৌশলেৰে বাহিৰৰ নেতা-কৰ্মীসকলৰে যোগাযোগ আৰম্ভ কৰিলে। শক্তিপুত্ৰই হিন্দী বলয়ত জনসংখ্যা নিয়ন্ত্ৰণৰ কাৰণে আৰম্ভ কৰা নাচবন্দীৰ আঁচনি কাৰ্যকৰী কৰিবলৈ কৰা জোৰ জুলুমৰ বিৰুদ্ধে দেশ-বিদেশৰ মানৱ অধিকাৰ সংস্থাসমূহে প্ৰতিবাদ সাব্যস্ত কৰিলে। নিৰঙ্কুশ ক্ষমতাই আনি দিয়া সুখ আৰু স্বাচ্ছন্দ্যই দশভূজা আৰু শক্তিপুত্ৰৰ চৌপাশে স্তাৱকৰ সংখ্যা বাঢ়নী পানীৰ দৰে সো-সোৱাই বৃদ্ধি কৰি নিছিল। সেইসকলৰ ভিৰত তৃণমূল পৰ্যায়ৰ কৰ্মীসকলৰ লগত নেতৃত্বৰ ব্যৱধান বাঢ়ি গৈছিল অভাৱনীয় ধৰণে। ক্ৰমাৎ 'আইভৰি টাৱাৰ'ত বন্দী হৈ পৰিল দশভূজা। শক্তিপুত্ৰ আৰু সাঙ্গোপাঙ্গোসকলে নিত্য নতুন কৌশলেৰে জৰুৰীকালীন অৱস্থাক চিৰস্থায়ী ৰূপ দিয়াৰ চেষ্টা চলালে। পৰিস্থিতিৰ পৰিৱৰ্তিত ৰূপে ইতিপূৰ্বে গুৰুত্বহীন হৈ পৰা প্ৰবীন নেতাসকলক আকৌ এবাৰ একগোট হ'বলৈ সুবিধা দিলে। বন্ধু ৰাষ্ট্ৰ কিছুমানেও পৰোক্ষভাৱে শাসকীয় দলৰ নেতৃত্বক সাধাৰণ নিৰ্বাচন অনুষ্ঠিত কৰাৰ কাৰণে চাপ দিলে। চাৰিওফালৰপৰা অহা প্ৰবল হেঁচাত সেও মানি শক্তিপুত্ৰৰ বাধা সত্ত্বেও দশভূজাই অৱশেষত প্ৰবীনসকলৰ পৰামৰ্শ বিবেচনা কৰাৰ সিদ্ধান্ত ল'লে।

পুৰন্দৰ হাজৰিকাই শক্তিপুত্ৰৰ লগত ইতিমধ্যে গঢ়ি তোলা সম্পৰ্ক কামত লগালে। দলৰ প্ৰাদেশিক আৰু জিলা কমিটিবিলাকত নিজৰ পচন্দৰ মানুহে যাতে গুৰুত্বপূৰ্ণ পদসমূহ দখল কৰিব পাৰে তাৰ কাৰণে সাম, দান, দণ্ড, ভেদৰ কুটিল ৰাজনীতিৰ পূৰ্ণ প্ৰয়োগ কৰিলে। শক্তিপুত্ৰৰ ভয়ত ত্ৰস্তমান বৃদ্ধ মুখ্যমন্ত্ৰীয়ে ইচ্ছা থকা সত্ত্বেও পুৰন্দৰৰ এনেবোৰ কামত বাধা দিব নোৱাৰিলে। ভটীয়নীপানীৰ সোঁতত নাও বোৱাৰ কিটিপ ভালদৰেই আয়ত্ত কৰি লৈছিল নিষ্পেষিত জনতাৰ এসময়ৰ চকুৰ মণি এই জননেতাই। কোটি কোটি নিষ্পেষিত জনতাৰ সপোন ধূলিসাৎ কৰি এই গৰাকী পুৰুষেও চকু মুদা কুলিৰ ভাও দি নিজৰ গাদী ৰক্ষাৰ বাহিৰে আন সকলো দায়িত্ব চমজাই দিলে পুৰন্দৰ হাজৰিকাৰ হাতত।

নিয়মমাফিক 'হাই কমাণ্ডে' ৱৰ্কিং কমিটিৰ বৈঠকত পৰিৱৰ্তিত পৰিস্থিতিৰ বিষয়ে আলোচনা কৰি আকৌ এবাৰ প্ৰাদেশিক নেতৃত্বক তলব কৰিলে ৰাজধানীলৈ। সাধাৰণ নিৰ্বাচনৰ কাৰণে অনুকূল পৰিবেশ আছেনে নাই সেই কথা জানিবৰ কাৰণেই আহ্বান কৰা হৈছিল সৰ্বভাৰতীয় ৱৰ্কিং কমিটিৰ এই বিশেষ বৈঠক। জৰুৰী অৱস্থাৰ আৰম্ভণিৰ চোক যে কমি আহিছিল প্ৰাদেশিক নেতাসকলে সেই কথা বুজিছিল। আৰু বেছি পলম কৰিলে বাকী থকাখিনিও যে পুৱাৰ নিয়ৰৰ টোপালৰ দৰে নবোদিত সূৰ্যালোকত বাষ্পায়িত হৈ যাব সেই বিষয়ে কাৰো কোনো সন্দেহ নাছিল। নিৰ্বাচন অনুষ্ঠিত কৰিবৰ কাৰণে দশভূজাৰ প্ৰস্তাৱৰ সমৰ্থনত উপস্থিত সকলোৱেই হাত দাঙিলে। শক্তিপুত্ৰই নিজেই ল'লে সমস্ত পৰিকল্পনা আৰু তাৰ সাৰ্থক ৰূপায়ণৰ দায়িত্ব। নিৰ্বাচন অনুষ্ঠিত কৰাৰ সিদ্ধান্ত লোৱাৰ লগতে প্ৰচলিত আইনমতে নূন্যতম যি সময়ৰ ব্যৱধানত নিৰ্বাচন অনুষ্ঠিত কৰিব লাগে তাতকৈ যাতে অলপো বেছি সময় লোৱা নহয়, তাৰ কাৰণেও সৰ্বসন্মত সিদ্ধান্ত লোৱা হ'ল। নিৰ্বাচন ঘোষণাৰ পিছতহে বন্দী হৈ থকা বিৰোধী নেতাসকলক মুক্তি দিয়াৰ সিদ্ধান্তৰ আঁৰতো সেই একেটা উদ্দেশ্যই কাম কৰিছিল। বিৰোধী শিবিৰে ৰণকৌশল প্ৰস্তুত কৰোঁতেই যাতে নিৰ্বাচনৰ তাৰিখ আহি পৰে তাৰ কাৰণে সকলো ব্যৱস্থা সম্পূৰ্ণ কৰা হ'ল। পুৰন্দৰ হাজৰিকা আৰু শক্তিপুত্ৰৰ আন অনুগামীসকলৰ ওপৰত ন্যস্ত কৰা হ'ল প্ৰতিখন প্ৰদেশৰপৰা মনোনীত প্ৰাৰ্থীসকলক জয়ী কৰি অনাৰ দায়িত্ব।

** ** **

প্ৰশান্তৰ লগত হোৱা কথা-বতৰাৰ পিছৰেপৰা বিক্ৰমৰ মনত কিছু শংকাৰ সৃষ্টি হৈছিল। তাৰ মনৰ দ্বিধা দূৰ কৰিবলৈকে আকৌ এবাৰ সি প্ৰশান্তৰ ঘৰ পাইছিলগৈ।পাঁচ বছৰৰ আগতে দিখৌৰ চাপৰিত সজা অস্থায়ী শৰণাৰ্থী শিবিৰবোৰ ইতিমধ্যে উঠি গৈছিল। পূব-পাকিস্তানৰপৰা অহা কিমান লাখ ভগনীয়াক নামনি, মধ্য আৰু উত্তৰ অসমৰ বিভিন্ন ঠাইত এইদৰে অস্থায়ী শিবিৰ পাতি ৰখা হৈছিল প্ৰশান্তই তাৰ হিচাপ দিছিল। সেই আটাইবোৰ শিবিৰ ইতিমধ্যে উঠি গৈছিল। প্ৰশান্তৰ দৰে সিও জানিছিল সেই কথা। কিন্তু...।

"কাজিৰঙাৰ ঠায়ে ঠায়ে গঢ়ি উঠা জুপুৰি ঘৰৰ লানিবোৰ দেখিছ?" —খন্তেকীয়া নিৰৱতা ভাঙি হঠাতে সুধিছিল প্ৰশান্তই।

নাই, মন কৰা নাই সি। নিশাৰ বাছতহে আহিছিল সি গুৱাহাটীৰপৰা। মাজ নিশাৰ পাছত পাৰ হৈছিল কাজিৰঙা। বোধকৰোঁ টোপনিও আহিছিল সেই সময়ত তাৰ।

"কিয় সুধিলি?"

"সেইবোৰ জুপুৰি তাত নাছিল আগতে। যোৱা তিনি বছৰত মাহেকে-পষেকে এটা-দুটাকৈ এই জুপুৰিবোৰ সজা হৈছিল। মাত্ৰ তিনিটা বছৰতে কাজিৰঙাৰ মাজেৰে যোৱা

ৰাষ্ট্ৰীয় ঘাইপথৰ দুয়োকাষে এনে পাঁচশ জুপুৰি সজা হ'ল। এক কিলোমিটাৰ, আধা কিলোমিটাৰ আঁতৰে আঁতৰে। কাজিৰঙাৰ ভিতৰতো ঠায়ে ঠায়ে এই ধৰণৰ জুপুৰি বনোৱাৰ খবৰো পাইছোঁ আমি।"

কি ক'ব খুজিছে প্ৰশান্তই? বিক্ৰমৰ অলপ খোকোজা লাগিল। প্ৰশান্তই যেন তাৰ চকুৰ আগত ওলমি থকা পৰ্দা এখনহে আঁতৰাবলৈ চেষ্টা কৰিছে।

"অস্থায়ী শৰণাৰ্থী শিবিৰৰপৰা মানুহবোৰ ক'লৈ গ'ল? জেনেৰেল নিযাজীয়ে আত্মসমৰ্পণ কৰাৰ পিছত এখন নতুন দেশৰ জন্ম হ'ল। সাত কোটি মানুহৰ স্বপ্ন সাৰ্থক কৰি এখন সাৰ্বভৌম ৰাষ্ট্ৰৰ সৃষ্টি হ'ল। নিয়াজীয়ে সৃষ্টি কৰা ধুমুহাত নিঠৰুৱা হোৱা লাখ লাখ ভগনীয়া, যি আহি ভাৰতৰ মাটিত, অসমৰ বুকুত আশ্ৰয় লৈছিল সেইসকল উভতি গ'লনে নিজৰ এৰি অহা ঘৰলৈ, স্বদেশৰ মাটিৰ বুকুলৈ?" —বিক্ৰমে প্ৰশান্তৰ মুখলৈ চালে। প্ৰশান্তই কি ইঙ্গিত দিব খুজিছে? নগ'ল নে কি সেই আটাইখিনি মানুহ আপোন ঘৰলৈ ঘূৰি?

"ক'ৰ মানুহে সেইবোৰ লানি লানি জুপুৰি সাজিছে কাজিৰঙাৰ বিস্তীৰ্ণ সেউজীয়া ধ্বংস কৰি।" —সি সুধিছিল প্ৰশান্তক।

"ঘূৰি যাওঁতে এদিন এৰাতি কাজিৰঙাত বৈ যাবি। দিনৰ পোহৰত চাবি সেইবোৰ জুপুৰিৰ বাসিন্দাখিনিক। তাৰ পিছত যাবি শদিযাৰপৰা ধুবুৰীলৈ লুইতৰ বুকুৰ চাপৰি বিচাৰি। ধেমাজি, লক্ষীমপুৰ, শোণিতপুৰ, দৰং, নগাঁও, কামৰূপ, গোৱালপাৰা এই আটাই কেইখন জিলাত এদিন এৰাতি বৈ চৰ-চাপৰিৰ খবৰ ল'বি। তাৰ পিছত আহিবি, তই বিচৰা মতেই পুৰন্দৰ হাজৰিকা আৰু তই আৰম্ভ কৰা সংগঠনত নিঃচৰ্তে যোগ দিম মই।"

খুব লাহে লাহে, কিন্তু অতিকে গম্ভীৰভাৱে কথাখিনি কৈ গৈছিল প্ৰশান্তই। গুৱাহাটীৰ দৈনন্দিন ব্যস্ততাৰ মাজত সি পাহৰিয়েই
গৈছিল লুইতকে ধৰি শদিয়াৰপৰা ধুবুৰী পৰ্যন্ত বিস্তৃত ব্ৰহ্মপুত্ৰ উপত্যকাৰ মাজেৰে বৈ যোৱা অনেক নদ-নদী জান-জুৰিৰ কথা। পাহৰি গৈছিল আশৈশৱ তাৰ কল্পনাৰ জগৎখন ৰূপালী ৰঙেৰে বিধৌত কৰি ৰখা মানাহ, দিখৌ, বেকী, জীয়াভৰলীৰ কথা। পাহৰি গৈছিল দিখৌৰ নিচিনা অনেক নৈৰ চাপৰিত ভগনীয়াৰ কাৰণে সজা অস্থায়ী শিবিৰবোৰৰ কথা। পুৰন্দৰ হাজৰিকালৈ ফোন কৰিব বিচাৰিছিল সি। নাই, হাজৰিকা গুৱাহাটীত নাই। মন্ত্ৰীৰ ফোন ধৰা পি এ.জনে বিক্ৰমক জনাই দিলে। হাই- কমাণ্ডৰ নিৰ্দেশত দিল্লীলৈ যোৱা পুৰন্দৰ হাজৰিকাৰ লগত যোগাযোগ সম্ভৱ নহ'ল। প্ৰশান্তৰ ঘৰত আৰু এটা দিন বেছিকৈ থকাৰ সিদ্ধান্ত ল'লে সি।

বহুত কথা কৈছিল প্ৰশান্তই। স্বাধীনতাৰ প্ৰথম পুৱাতে সপোন দেখিছিল পূৰ্বোত্তৰৰ ৰাজনৈতিক নেতৃত্বই বৰ অসমৰ। উত্তৰ-পূব সীমান্ত অঞ্চলৰ অকা, ডফলা, আপাটানি,

মিছিমিয়ে আকোৱালি লৈছিল ভৈয়ামৰ ভাষা আৰু ৰীতি-নীতি। কিন্তু ক'ৰবাত কিবা খেলিমেলি হ'ল। দুটা দশকৰ পাছত অৰুণাচলৰ জনসাধাৰণে শিকিলে নতুন ভাষা, জীয়াই থকাৰ নতুন আদব-কায়দা। নগা পাহাৰ, লুচাই পাহাৰেও নতুন নাম ল'লে। খাচী-জয়ন্তীয়াই ডেৰশ বছৰীয়া মিতিৰালি এৰি সুকীয়া ঘৰ পাতিলে। হুঁচ আহিছেনে এতিয়াও বৰ অসমৰ সপোন দেখা অসমীয়াৰ?

ওভতাৰ পথত কাজিৰঙাত এদিন এৰাতি কটাইছিল সি। সৰু সৰু জুপুৰিবিলাকৰ কেঁচা মজিয়াত পৰি থকা দেখিছিল অৰ্ধাহাৰী, অনাহাৰী ল'ৰা-ছোৱালী, মুনিহ-তিৰোতা। শতছিন্ন বিবৰ্ণ শাৰীৰে য'ত গাভৰু নাৰীয়ে বৃথা চেষ্টা কৰিছিল সামান্য শালীনতা বজাই ৰখাৰ। চৰ্মসাৰ কঙ্কাল কিছুমানে য'ত অহৰহ যুদ্ধ কৰিছিল এমুঠি ভাত, এডোখৰ বস্ত্ৰৰ বাবে।

কোন? কোন আছিল এই নিষ্পেষিত মানৱতা? হয়, হয় সি দেখিছিল এই একেই মানৱতাক দিখৌৰ চাপৰিত সজা শাৰী শাৰী অস্থায়ী শৰণাৰ্থী শিবিৰৰ উদং চোতালত। যোগেন চেতিয়া নামৰ মানুহ এজনে হিচাপ ৰাখিছিল সেই জুপুৰিবোৰৰ ভিতৰত থকা মানুহখিনিৰ। পুৰন্দৰ হাজৰিকাই ট্ৰাক ভৰ্তি কৰি পঠিয়াইছিল মানুহখিনিৰ বাবে দাইল, চাউল, আটা, নিমখ। যিবোৰৰ বেছি ভাগেই আছিল খাদ্যৰ অনুপযোগী। তথাপি জীয়াই আছিল সিহঁত। তাৰ আঁশৈশৱ চিনাকি দিখৌৰ পানীত জঁপিয়াই পৰা দেখিছিল জাক জাক অৰ্ধাহাৰী-অনাহাৰী, উলঙ্গ-অৰ্ধউলঙ্গ ল'ৰা-ছোৱালী। বাংলাদেশৰ জন্মৰ পিছত সেইবোৰ শিবিৰ বন্ধ কৰি দিয়া হৈছিল। মানুহবোৰ উভতি যোৱাৰ কথা আছিল মেঘনা আৰু পদ্মাৰ চিনাকি পাৰলৈ। কাজিৰঙাৰ বুকুত এইদৰে লানি লানি ঘৰ পাতি থকাৰ কথাতো নাছিল সিহঁতৰ। তেনেহ'লে কিয় বৈ গ'ল এই হাজাৰ হাজাৰ মানুহ কাজিৰঙা অভয়াৰণ্যত, লুইতৰ বালি চাপৰিত, দিখৌ, বেকী, মানাহৰ পলসুৱা শস্যতলীত?

চকু মুদি উভতি আহিছিল সি ৰাজধানীলৈ। লুইতৰ বুকুৰ চৰ-চাপৰি চাবলৈ তাৰ সময় নাছিল। পুৰন্দৰ হাজৰিকাই তাক এটা সপোন দেখুৱাইছিল। এটা নতুন ছাত্ৰ সংগঠন গঠন কৰি অনুন্নত জাতিৰ ছাত্ৰ-ছাত্ৰীখিনিৰ স্বাৰ্থত কিবা এটাৰ কৰাৰ কথা কৈছিল মানুহজনে। পাঁচ হাজাৰ বছৰ ধৰি পদদলিত হৈ থকা এই মানুহখিনি এখন সাৰ্বভৌম স্বাধীন দেশৰ দায়িত্ব সম্পন্ন নাগৰিক হ'বলৈ হ'লে সংগঠিত হ'ব লাগিব। সংস্কাৰ আনিব লাগিব শিক্ষাত, ধ্যান-ধাৰণাত, ভাব-ভাষাত। প্ৰত্যয় হৈছিল তাৰ। কিন্তু পুৰন্দৰ হাজৰিকাই এবাৰো কোৱা নাছিল অস্থায়ী শৰণাৰ্থী শিবিৰৰপৰা নিজৰ দেশলৈ উলটি যাব লগা মানুহখিনিৰ কথা। এবাৰো কোৱা নাছিল কাজিৰঙা, মানাহ, পানেৰী, পবিতৰাৰ অনাবাদী মাটিত গঢ়ি উঠা লানি লানি জুপুৰি ঘৰৰ কথা। কোৱা নাছিল লুইতৰ চৰ-চাপৰিত আহি বসতি কৰিবলৈ লোৱা লাখ লাখ উদ্বাস্তু মানুহৰ কথা। ক'ৰ মানুহ সেইবোৰ, কোনে দিলে

সিহঁতক এই অধিকাৰ, অভয়াৰণ্য, সংৰক্ষিত বনাঞ্চল আৰু লুইতৰ চৰ-চাপৰি অধিকাৰ কৰি অনাবাদী মাটিৰ গৰাকী হোবাৰ?

গুৱাহাটীলৈ আহি হাজৰিকাৰ খবৰ কৰিছিল সি। তেতিয়াও দিল্লীৰপৰা উলটি অহা নাছিল ডেকা মন্ত্ৰী হাজৰিকা। শিৱসাগৰৰপৰা প্ৰশান্তই চিঠি লিখিছিল। বাতৰি কাকতবোৰত খবৰ ওলাইছিল সাধাৰণ নিৰ্বাচনৰ বিষয়ে দিল্লীত হোৱা গুণা-গথাৰ কথা। অ'ত ত'ত দুই-এখনকৈ ৰাজনৈতিক সভা-সমিতি আয়োজন কৰিছিল বিৰোধী আৰু শাসক দুয়োটা শিবিৰে। কেইবাখনো প্ৰদেশত বিৰোধী শিবিৰৰ নেতা-কৰ্মীসকলৰ প্ৰায়খিনিকে এজন-দুজনকৈ মুক্তি দিয়া হৈছিল। স্বাস্থ্য আৰু পৰিয়াল কল্যাণ বিভাগে জনসংখ্যা নিয়ন্ত্ৰণৰ কাৰণে নিৰ্ধাৰণ কৰা লক্ষ্য পূৰণ কৰাত ব্যৰ্থ হোৱা হাস্পতাল আৰু ডাক্তৰৰ ওপৰত ল'বলগা শাস্তিমূলক ব্যৱস্থা সাময়িকভাৱে প্ৰত্যাহাৰ কৰা হৈছিল। মানুহবোৰে অফিচলৈ যাওঁতে, চিটিবাছত, বজাৰত জুম জুম হৈ আকৌ কথা পাতিবলৈ আৰম্ভ কৰিছিল। দিনবোৰ লাহে লাহে দীঘল হ'বলৈ ধৰিছিল। আৰু ফাগুনৰ প্ৰথম ভাগ বতাহৰ লগতে হেমান্তদিনে যাওঁ যাওঁ কৰিও যাবলৈ মন নকৰা শীতে মেলানি মাগিছিল।

'হাই-কমাণ্ডে' ব'হাগৰ কোমল সন্ধিয়া এটাত অনাতাঁৰযোগে ঘোষণা কৰিলে যি পৰিস্থিতিত জৰুৰী অৱস্থা ঘোষণা কৰা হৈছিল সেয়া শাম কাটিছে। দশভূজা আৰু শক্তিপুত্ৰৰ যুটীয়া উদ্যোগত দেশ আকৌ প্ৰগতিৰ পথত। গৰীব আৰু গৰীবীৰ ওপৰত মোক্ষম আঘাত হনাৰ প্ৰস্তুতি সম্পূৰ্ণ হৈছে। নিৰ্বাচনৰ পিছতেই দশভূজাই গৰীবীক চিৰদিনৰ কাৰণে নিৰ্বাসন দিব ভাৰতৰ পূণ্যভূমিৰপৰা। শান্তি আৰু সমৃদ্ধিয়ে কাশ্মীৰৰপৰা কন্যাকুমাৰীলৈ, গুজৰাটৰপৰা গুৱাহাটীলৈ আঁচল মেলি দিছে চল্লিছ দিনৰ ভিতৰত আকৌ এখন জনপ্ৰিয় চৰকাৰ ৰাইজৰ আশীৰ্বাদ শিৰত লৈ দিল্লীৰ 'মছনদ'ত উপৱিষ্ট হ'ব। নিশ্চয় কৃতজ্ঞ দেশবাসীয়ে দশভূজা আৰু শক্তিপুত্ৰৰ মূৰতে পিন্ধাব সোণ-ৰূপৰ ৰাজমুকুট, কপালত পিন্ধাব ৰক্ত চন্দনৰ বিজয় তিলক।

দশভূজা আৰু শক্তিপুত্ৰই নিশ্চয়কৈ ৰাইজৰ আশীষ শিৰত ল'ব। আকৌ এবাৰ মহিষমৰ্দিনীয়ে হিমালয়ৰ উচ্চতা আৰু ভাৰত মহাসাগৰৰ গভীৰতাৰে বিশ্বত ভাৰতৰ বিজয়ধ্বজা উৰুৱাব।

বিক্ৰমে শুনিলে সেই ঘোষণা। প্ৰদেশে প্ৰদেশে কাৰাগাৰৰ লৌহ কপাট খোল খালে। বিৰোধী শিবিৰৰ ৰথী-মহাৰথীৰ হাতৰ শিকলি খুলি দিয়া হ'ল। বলিয়া পচোৱা বতাহজাকৰ পিছত এছাটি শীতল বতাহে উত্তৰ-দক্ষিণ-পূব-পশ্চিমৰ কোটি কোটি নিঃস্ব জনগণক স্বস্তিৰ উশাহ লোৱাৰ সুযোগ দিলে।

আৰু সেইদিনা ৰাতিয়েই পুৰন্দৰ হাজৰিকাই বিক্ৰমক মাতি পঠালে।

# উনত্ৰিছ

সাধাৰণ নিৰ্বাচনৰ তাৰিখ ঘোষণা কৰা হৈ গৈছিল। বাতৰিকাকতবোৰত ডাঙৰ ডাঙৰ হৰফেৰে সেই খবৰ চপা হ'ল। ছবছৰৰ মূৰত কাকতবোৰে আকৌ বাতৰিৰ লগতে ৰাজনৈতিক টিপ্পনী আৰু মন্তব্য মুকলিমূৰীয়াকৈ প্ৰকাশ কৰাৰ সুবিধা পালে। ওঠৰৰপৰা চৌবিছ মাহলৈকে কাৰাগাৰত বন্দী হৈ থকা বিৰোধী শিবিৰৰ নেতাসকলে দুবছৰৰ মূৰত মুকলি বতাহত উশাহ লোৱাৰ স্বাধীনতা ঘূৰাই পালে। প্ৰান্তৰে প্ৰান্তৰে সদ্য মুক্ত নেতাসকলক আদৰণি জনোৱাৰ কাৰণে হাজাৰ হাজাৰ জনতা ৰাজপথলৈ ওলাই আহিল। কাশ্মীৰৰপৰা কন্যাকুমাৰীলৈ, গুজৰাটৰপৰা গুৱাহাটীলৈ পৰিৱৰ্তনৰ বতাহ বলা আৰম্ভ কৰিলে। সেই ছাটি বতাহত ৰাইজে শুনা পালে মুক্তিৰ সুৰ, যুক্তিৰ সুৰ, পৰিৱৰ্তনৰ সুৰ। আহ্বান শুনিলে দশভূজা বিৰোধী সমস্ত ৰাজনৈতিক শিবিৰৰ ঐক্যবদ্ধ সংগ্ৰামৰ। জনগণতান্ত্ৰিক প্ৰমূল্যক পদাঘাত কৰা শাসকৰ বিৰুদ্ধে মাৰ বান্ধি থিয় হোৱাৰ প্ৰতিশ্ৰুতি বিচাৰি বোৱা সেই ছাটি নতুন বতাহে আৰ্যৱৰ্তৰপৰা দাক্ষিণাত্যলৈকে নিষ্পেষিত জনতাক নতুন আশাৰ বতৰা দিলে।

বিৰোধী শিবিৰৰ হাতত বেছি সময় নাছিল। মাত্ৰ চল্লিশ দিনৰ ব্যৱধানত অনুষ্ঠিত হোৱাৰ কথা সাধাৰণ নিৰ্বাচন। নিৰ্বাচন ঘোষণাৰ লগে লগে পৰিৱৰ্তনৰ বতাহ ছাটিৰ গতি অদম্য ৰূপেৰে বাঢ়ি আহিল। সাম্যবাদী, পুঁজিবাদী, বাওঁপন্থী, সোঁপন্থী, উত্তৰ-দক্ষিণ, পূব-পশ্চিম, অসমীয়া, বঙালী, হিন্দী, তামিল চব একাকাৰ হোৱাৰ আহ্বান কঢ়িয়াই বোৱা এই বতাহৰ তালে তালে যেন দেৱ-দুন্দুভিহে বাজিল। দিল্লীৰ ৰামলীলা পথাৰত সমবেত হোৱা লাখ লাখ মানুহৰ সন্মুখত হাতত হাত ৰাখি থিয় দিলে বিৰোধী শিবিৰৰ নেতৃবৃন্দ। জনতাৰ দাবীত তেওঁলোকে পাহৰি পেলালে মত আৰু আদৰ্শৰ দ্বন্দ্ব, অঞ্চল, গোষ্ঠী আৰু ভাষাৰ স্বাৰ্থ। আকাশ ৰাঙলী কৰি পলাশ শিমলু ফুলিল। নিষ্পেষিত, শোষিত জনতাৰ কোটৰগত চকুতো তিৰ্বিৰাই উঠিল নীলা আকাশৰ হাজাৰ তৰা। অনাহাৰী, অৰ্ধাহাৰী জনতাৰ সন্মিলিত শক্তিৰ আগত গলবস্ত্ৰ হৈ বিৰোধী শিবিৰে শপত ল'লে। ঐক্যবদ্ধ সংগ্ৰামেৰে দৰিদ্ৰ জনগণৰ শতাব্দীজোৰা হাহাকাৰ দূৰ কৰাৰ প্ৰতিশ্ৰুতি দিলে অকম্পিত স্বৰেৰে।

ৰামলীলা পথাৰত হোৱা সমাবেশে 'হাই কমাণ্ড'ৰ কলিজা কঁপালে, অন্তৰৰ অভ্যন্তৰ জোকাৰি গ'ল। দশভূজা আৰু শক্তিপুত্ৰই প্ৰান্তীয় ছত্ৰপসকলক জৰুৰী তলব কৰিলে। গোপন মন্ত্ৰণা চলিল বতাহৰ গতি সলনি কৰাৰ, জোৱাৰৰ গতি স্তব্ধ কৰাৰ। শক্তিপুত্ৰই

বাহুবলেৰে ধুমুহাৰ গতি সলনি কৰাৰ কথা ক'লে। স্তাবকৰ দলে উপায় দিলে সাম, দান দণ্ড, ভেদৰ পাশুপাত অস্ত্ৰৰে সেই দুৰন্ত অশ্বৰ ধাবমান গতিক স্তব্ধ কৰিবলৈ। কিন্তু বিধিপথালি দিলে সময়ে। বিৰোধী শিবিৰক হতচকিত কৰি নূন্যতম সময়ৰ ব্যৱধানত নিৰ্বাচন অনুষ্ঠিত কৰাৰ সিদ্ধান্তই বিপৰীত ফল দিলে। শাসকৰ অত্যাচাৰৰ বিৰুদ্ধে মাৰবান্ধি থিয় দিয়া কোটি কোটি সাধাৰণ মানুহ কেৱল এটা সপোনৰ পিছত থিয় দিলে মাউখত উটা পৰুৱাৰ দৰে। সাধ্য নাছিল অত্যাচাৰী শাসকৰ জনতাৰ এই সমবেত শক্তি ভাৰাতীয় বাহুবল আৰু কৃষ্ণ কাঞ্চনৰ শক্তিৰে ৰুধিবলে। অশ্বাৰোহী সৈনিকৰ মুক্ত অসিৰ সন্মুখত নিশ্চিহ্ন হৈ গ'ল মহিষমৰ্দিনী আৰু শক্তিপুত্ৰৰ কাঁচৰ ঘৰ।

তিনি দশক নিৰবচ্ছিন্ন ক্ষমতা উপভোগ কৰাৰ পিছত জনতাৰ ৰোষত শক্তিহীন হৈ পৰিল শত বৰ্ষৰ কাষ চপা ঐতিহ্যমণ্ডিত এটা জাতীয় অনুষ্ঠান। বিদেশীৰ কবলৰপৰা কেৱল সত্য, আদৰ্শ আৰু অহিংসাৰ মহা মন্ত্ৰেৰে ভাৰতৰ দৰে এখন বিশাল দেশক উদ্ধাৰ কৰা এই অনুষ্ঠানে ক্ষমতালিপ্সাৰ কালিমা সানি ল'বলগা হ'ল পৰিয়ালকেন্দ্ৰিক ৰাজনীতিৰ স্বাৰ্থত। অৱধাৰিতভাৱে খহনীয়া আৰম্ভ হ'ল অনুষ্ঠানৰ অভ্যন্তৰত। প্ৰবীন প্ৰান্তীয় ছত্ৰপসকলে লগ এৰিলে দশভূজা আৰু শক্তিপুত্ৰৰ। অসম তথা পূৰ্বোত্তৰ ৰাজ্যবোৰতো পৰিস্থিতিৰ চিকাৰ হ'ল এশ বছৰীয়া এই ৰাজনৈতিক অনুষ্ঠান। প্ৰাদেশিক নিৰ্বাচনত ভূলুণ্ঠিত হ'ল বৃদ্ধ ধৃতৰাষ্ট্ৰৰ সমস্ত কৃতী-কাচিলী। দল ভাঙি আঁতৰি গ'ল সত্তৰোৰ্ধ্ব বৃদ্ধ।

পুৰন্দৰ হাজৰিকাই যি আশা কৰিছিল সেয়াই হ'ল। দলৰ প্ৰাদেশিক নেতৃত্বৰ কাৰণে শক্তিপুত্ৰৰ একমাত্ৰ পচন্দ পুৰন্দৰে গুৰুক প্ৰতাৰণা কৰাৰ দৰকাৰ নহ'ল। মাত্ৰ কেইজনমান বিশ্বস্ত কৰ্মী আৰু অনুগামীৰে দলৰ প্ৰাদেশিক সভাপতিৰ পদত অভিষেক হ'ল সুন্দৰপুৰৰ পুৰন্দৰৰ।

ভবানী বৰুৱাও নিৰ্বাচিত হৈ আহিছিল বিৰোধী প্ৰাৰ্থীৰ টিকটত। মন্ত্ৰী হিচাপে শপত লোৱাৰ পিছত পুৰন্দৰ হাজৰিকাই অভিনন্দন জনাবলৈ নেপাহৰিলে ভবানী বৰুৱাক। আচম্বিতে ঘটা এই পট পৰিৱৰ্তনৰ ফলস্বৰূপে ত্ৰিছ বছৰ ধৰি একেই গতিৰে চলি থকা কাহিনীয়ে এটা নতুন মোৰ ল'লে।

কেন্দ্ৰত বিৰোধী শিবিৰে গঠন কৰা মন্ত্ৰীসভাই এবছৰ সম্পূৰ্ণ কৰিলে। কিন্তু মাত্ৰ এবছৰ আগতে ৰামলীলা ময়দানত লাখ লাখ জনতাক দিয়া প্ৰতিশ্ৰুতি ৰক্ষা কৰিব নোৱাৰিলে নেতাসকলে। ত্ৰিছ বছৰ ধৰি ভিন ভিন মত, আদৰ্শ, গোষ্ঠী আৰু অঞ্চলৰ স্বাৰ্থৰ দোহাই দি ৰাজনীতিৰ ঘোঁৰা দৌৰত অশ্ব চালনা কৰি অহা বৰ্ষীয়ান নেতৃত্বৰ মাজত ক্ষমতাৰ যুঁজ দিনে দিনে তীব্ৰ হৈ আহিল। দশভূজা আৰু শক্তিপুত্ৰৰ নীতি আৰু কাৰ্যৰ বিৰুদ্ধে গঢ়ি উঠা, জনমতৰ দাবীত একত্ৰিত হোৱা দল আৰু নেতৃত্ব মাত্ৰ এবছৰৰ ব্যৱধানতে নিজৰ নিজৰ পুৰণি মত, আদৰ্শ, গোষ্ঠী তথা অঞ্চলৰ স্বাৰ্থত বিভাজিত হৈ

পৰিল। মাত্ৰ এবছৰ আগতে ৰস উলিয়াই দলিয়াই পেলোৱা কুঁহিয়াৰৰ চোবা যেন হৈ পৰা দশভূজা আৰু শক্তিপুত্ৰৰ শৰীৰত নতুন ৰসৰ সঞ্চাৰ হ'ল বিৰোধী শিবিৰৰ নেতৃত্বৰ এশ এটা ভুল সিদ্ধান্তৰ বাবে। নতুন শাসকগোষ্ঠীয়ে দশভূজাৰ হাত কাটিবলৈ কৰা প্ৰচেষ্টাৰ অংশ হিচাপে কাৰাগাৰলৈও নিক্ষেপ কৰা হ'ল সেই নাৰীক সাময়িকভাৱে। তদন্ত আয়োগৰ প্ৰতিবেদনে কিন্তু বেছি দিন কাৰাগাৰত বান্ধি ৰাখিব নোৱাৰিলে মহিষমৰ্দিনীক। জামিনত মুক্তি লভিয়েই পদ যাত্ৰাৰে দেশৰ ইমূৰ-সিমূৰ ভ্ৰমিলে দশভূজাই। ওঠৰ মহীয়া শাসনৰ অভিজ্ঞতাই নতুন চৰকাৰৰ নেতৃত্বৰ মাজত ঐক্য আনিব নোৱাৰিলে। প্ৰতিজন প্ৰান্তীয় ছত্ৰপে সপোন দেখা আৰম্ভ কৰিলে দিল্লীৰ মছনদৰ। এদিনৰ সম্ৰাট হোৱাৰ অদম্য হেঁপাহে থৰক-বৰক কৰি পেলালে কোটি কোটি জনতাৰ সংঘবদ্ধ শক্তিৰে প্ৰতিষ্ঠা কৰা আৰু নতুন শাসকসকলে আৰোহণ কৰা দিল্লীৰ পুৰণি সিংহাসন।

পুৰন্দৰ হাজৰিকাই বিক্ৰমক দায়িত্ব দিলে দলৰ ডেকাচামক ঐক্যবদ্ধ কৰাৰ। ৰাজনীতিৰ পথাৰত প্ৰৱেশ কৰাৰ সিদ্ধান্ত লোৱাৰ আগতে ভবানী বৰুৱাৰ লগতো দেখা কৰিছিল বিক্ৰমে। পুৰন্দৰৰ দলত যোগ দিয়াৰ কাৰণে ভবানী বৰুৱাই বিক্ৰমক দোষাৰোপ নকৰিলে। চন্দ্ৰালীৰ কথা পাতিছিল দুয়োজনে। বিক্ৰমে স্বীকাৰ কৰিছিল বহুত দিন তাইক লগ পোৱা নাই সি। ভবানী বৰুৱাই মাত্ৰ এটাই অনুৰোধ কৰিছিল চন্দ্ৰালীক এবাৰ লগ পাওক সি। তাই একো কোৱা নাই তেওঁক। কিন্তু বাপেক হিচাপে তেওঁ অনুভৱ কৰে তাইৰ চকুপানীৰে সিক্ত নিশাবোৰৰ ব্যথা। হাহাকাৰ কৰে তাই বিক্ৰমৰ বাবে। ভবানী বৰুৱাৰ চকুৰে দেখিছে জীয়েকৰ চকুত তল্‌বলাই থকা চকুপানী।

"অপৰাধী যেন লাগে মোৰ। কি ক'ম চন্দ্ৰালীক?" —অকপটে স্বীকাৰ কৰিছিল বিক্ৰমে। বৰ অসহায় লাগিছিল তাৰ।

"কিহৰ অপৰাধবোধ? কি কৰিছা তুমি?" —ভবানী বৰুৱাৰো চিন্তা লাগিছিল।

"পুৰন্দৰ হাজৰিকাক ভাল নেপাই চন্দ্ৰালীয়ে। যোৱা তিনি বছৰে হাজৰিকাৰ প্ৰায় সকলোবোৰ কামতে ওচৰে ওচৰে আছোঁ মই।" —বহুত দিন ধৰি অন্তৰত গুজৰি-গুমৰি থকা কথাষাৰ এনেকৈ ক'বলৈ পাই অলপ সকাহ পাইছিল সি।

"তাই কৈছে সেই কথা?" —ভবানী বৰুৱাৰ মাতত অবিশ্বাসৰ সুৰ।

"নাই, নাই, তাই কোৱা নাই। মইহে ভাবিছোঁ তেনেকৈ।"

"নেভাবিবা। এতিয়াও ৰাজনীতিৰ প্ৰথম পাঠেই পঢ়া নাই তুমি। লক্ষ্য স্থিৰ কৰা আৰু তাৰ কাৰণে কৰ্মপন্থা নিৰ্ধাৰণ কৰা। চন্দ্ৰালী, বিজন বা মই ভাল পোৱা, বেয়া পোৱাই না তোমাক লক্ষ্য নিৰ্ধাৰণত প্ৰভাৱিত কৰিব পাৰে, না কৰ্মপন্থা নিৰ্বাচনত।" --বৰুৱাৰ কথাত আস্থা আৰু বিশ্বাসৰ সুৰ শুনি বিক্ৰমৰ যন্ত্ৰণাৰ কিছু উপশম হ'ল।

"পুৰন্দৰ হাজৰিকাৰ বদনাম আছে। উদ্দেশ্য সিদ্ধিৰ কাৰণে যি কোনো কামেই

কৰিব পাৰে মানুহজনে। বাহুবল, ধনবল, কূটকৌশল, শত্ৰুৰ ওপৰত কপট আক্ৰমণ একোৱেই অসম্ভৱ নহয় তেওঁৰ বাবে।" —পুৰন্দৰৰ চৰিত্ৰৰ নিৰ্মোহ বিশ্লেষণ কৰিবপৰাৰ ক্ষমতা আছে বিক্ৰমৰ। পুৰন্দৰৰ লগত যোৱা তিনি বছৰে একেলগে কাম কৰা সত্বেও।

"জানো। এইখন যুদ্ধত নিয়ম নেখাটে। মহাভাৰত পঢ়িছা তুমি? পাহৰি গৈছা নেকি?"

"কিয় সুধিলে?"

"অস্ত্ৰ নধৰোঁ বুলি শপত খোৱা পাৰ্থসাৰথিয়ে কৰ্ণই নিক্ষেপ কৰা পাশুপাত অস্ত্ৰ গাত পাতি ল'লে কেৱল অৰ্জুনৰ নিৰাপত্তাৰ কাৰণে, অধৰ্মৰ ওপৰত ধৰ্মৰ বিজয় সাব্যস্ত কৰিবৰ বাবে। জৰাসন্ধ বধৰ কাৰণে কৃত্ৰিম অন্ধকাৰত পৃথিৱীক নিমজ্জিত কৰিলে কৃষ্ণই কূট-কৌশলেৰে। দ্ৰোণাচাৰ্যৰ পুত্ৰ হত্যাৰ মিছা খবৰ দি যুধিষ্ঠিৰে কাললৈ কুখ্যাতি আৰ্জিলে। এনেকুৱা অনেক উদাহৰণেৰে ভৰি আছে মহাভাৰত।"

"জানো। সকলো মনত আছে।"

"পুৰন্দৰ হাজৰিকাৰ লক্ষ্য আছে। নিজৰ কৰ্মপন্থাও সেই লক্ষ্য আগত ৰাখিয়েই তেওঁ নিৰ্ধাৰণ কৰি আহিছে, আগলৈও কৰি থাকিব। তাৰ কাৰণে যি যি কৰিব লাগে সকলো কৰিব। ধনবল, বাহুবল, ছল, কৌশল সকলোৰে প্ৰয়োজন হ'ব সময়ত। তাত আচৰিত হ'ব লগীয়া কি আছে।"

তাৰৈৰেকৰ চকুলৈ চালে বিক্ৰমে। মাত্ৰ পাঁচটা বছৰতে বহুত পৰিৱৰ্তন হ'ল ভবানী বৰুৱাৰো। ৰাজনীতিৰপৰা সহস্ৰযোজন দূৰত থাকিব খোজা কলেজ, স্কুল, লাইব্ৰেৰী, নামঘৰ লৈ ব্যস্ত থকা মানুহটো এইটোৱেই নে? বিক্ৰমৰ অলপ দ্বিধা হ'ল।

"কি ক'ব খুজিছে আপুনি?" —আৰু একো ভাবি নেপালে সুধিবলৈ সি।

"খুব সহজ। পুৰন্দৰ হাজৰিকাই নিজৰ লক্ষ্য স্থিৰ কৰি আগবাঢ়িছে। মই মোৰ। তোমাৰ লক্ষ্য কি? তুমি জানা?" —অস্বস্তিত পৰিল বিক্ৰম। এক সুনিৰ্দিষ্ট লক্ষ্যৰ কথা সি ভাবিব পৰা নাই এতিয়াও। পৰিস্থিতি সাপেক্ষে সিদ্ধান্ত লৈ আহিছে এতিয়ালৈকে। মৰুভূমিৰ বালিৰ দৰে স্থিতি তাৰ, কেতিয়াবা বতাহত উৰিছে, কেতিয়াবা স্তূপীকৃত বালিৰ পাহাৰৰ ৰূপ লৈছে।

"বুজিছোঁ। ৰাজনীতিয়ে তোমাক আকৰ্ষণ কৰিছে। কিন্তু তুমি নিশ্চিত নহয়, এই আকৰ্ষণ কিমান গভীৰ। নহয় জানো? চন্দ্ৰালীয়েও তোমাক আকৰ্ষণ কৰে, কিন্তু তুমি নাজানা কিমান দিন অক্ষুণ্ণ থাকিব পাৰে সেই আকৰ্ষণ, কি কোৱা?" —একেলগে দুটা প্ৰশ্ন কৰিলে ভবানী বৰুৱাই। ভাল ল'ৰা বিক্ৰম, সেই কথা জানে, বিশ্বাসো কৰে মানুহজনে। কিন্তু চন্দ্ৰালী নিজৰ জী, চকুৰ মণি। ভবানী বৰুৱাই জানিব লাগিব বিক্ৰমৰ অন্তৰৰ কিমান ঠাই আগুৰিব পাৰিছে চন্দ্ৰালীয়ে। তাইক দেখিছে তেওঁ, অকলশৰীয়া। শোৱনি-কোঠাৰ খিৰিকীৰ ফাকেৰে দূৰৰ আকাশলৈ চকু দিছে। বিক্ৰমক হৃদয় দিছে তাই। কিন্তু

ভয় খাইছে, বিক্ৰম কিজানি সলনি হৈ যায়।

বুকুখন ধৰ্‌মৰাই উঠিল বিক্ৰমৰ। অন্যায় কৰিছে সি। চন্দ্ৰালীৰ ওচৰলৈ বহুদিন যোৱা নাই। কিয় যোৱা নাই? বুকুৰ ভিতৰখনৰ ক'ৰবাত যেন অলপ এন্ধাৰ। কি আছে তাত? শঙ্কা, সংশয় নে সন্দেহ? কিহৰ শঙ্কা, কাক লৈ সংশয়, কাৰ ওপৰত সন্দেহ? ধৰা দিয়াৰ শঙ্কা, আপোন কৰি লোৱাৰ সংশয় নে নিজৰ অনুভূতিৰ স্থায়িত্বক লৈয়ে সন্দেহ?

অশান্ত হৈ উঠিল সি। ভবানী বৰুৱাই চাই আছিল একেথৰে তাৰ মুখৰ ফালে।

"সময় কৰি এবাৰ চন্দ্ৰালীক লগ কৰা। মন খুলি দিয়া, এবাৰ হাত-ভৰিত নিজে নিজে বান্ধি লোৱা অদৃশ্য শৃঙ্খল এৰুৱাই চোৱা। তাৰ পিছতো যদি সন্দেহ থাকি যায়, মোক ক'বা। চন্দ্ৰালীক ক'ম মই। বুজা ছোৱালী তাই। বুজিব।" —শেষৰ ফালে থোকাথুকি হৈ ওলাইছিল বৰুৱাৰ মাত, যেন ডিঙিৰ ভিতৰখন কাঁইট কিছুমানে খুচি-বিন্ধি ৰক্তাক্ত কৰি পেলাইছিল। বৰুৱাৰ পৰা বিদায় ল'লে সি। পদূলি মূৰলৈকে ওলাই আহি আগবঢ়াই দিলে ভবানী বৰুৱাই। তাৰ যোৱাৰ পথলৈ কিছু সময় চাই থাকিল তেওঁ। বহুত দীঘল, কণ্টাকাকীৰ্ণ বাটেৰে খোজ লৈছে ল'ৰাটোৱে। এই পথৰ শেষত কি আছে জানিবলৈ ব্যাকুল হৈ উঠিছে সি। এটা হুমুনিয়াহ কাঢ়িলে বৰুৱাই। ঠিক হৈ যাব। যিদিনা জানিব সি যে পৰিক্ৰমাৰ মাজতো থাকে প্ৰাপ্তি। লক্ষ্যৰ সন্ধানত কৰা পৰিক্ৰমাতেই সোমাই আছে পৃথিৱীৰ প্ৰতিজন মানুহৰ আত্মাৰ তৃপ্তি। কেৱল অভিজ্ঞতাই আনি দিব পাৰে সেই উপলব্ধি।

লাহে লাহে ঘৰৰ ফালে উভতিল ভবানী বৰুৱা।

# ত্ৰিছ

শাসক গোষ্ঠীৰ সভ্যসকলে ইজনে সিজনৰ বিৰুদ্ধে ৰচনা কৰা নিত্য নতুন চক্ৰান্তৰ বিষয়ে কাকতবোৰত নিতৌ খবৰ ছপা হ'ল। ক্ষমতাৰ প্ৰতি মানুহৰ লালসা চিৰন্তন। হস্তিনাপুৰৰ সিংহাসনেও সেই লালসা পূৰণ কৰিব নোৱৰা কাৰণেই দুৰ্যোধনৰ বেজীৰ আগত অহা মাটিকণো পাণ্ডৱক নিদিয়াৰ দম্ভই কুৰুক্ষেত্ৰৰ সূত্ৰপাত ঘটালে। তিনিটা দশকৰ অপেক্ষাৰ অন্তত ক্ষমতাৰ সোৱাদ পোৱা নেতাসকলৰ মাজত সেই একেই ক্ষমতাৰ কাৰণে আৰম্ভ হোৱা অৰিয়া-অৰিয়ে কেন্দ্ৰ আৰু ৰাজ্য চৰকাৰবোৰৰ স্থায়িত্বৰ প্ৰতি বিৰাট প্ৰত্যাহ্বানৰ সৃষ্টি কৰিলে। ৰামলীলা পথাৰত লাখ লাখ মানুহৰ সন্মুখত কৰা প্ৰতিজ্ঞা পাহৰিবলৈ মুঠেই সময় নেলাগিল, এটা ভৰি ইতিমধ্যেই শ্মশানত থকা ক্ষমতাৰ মোহে অন্ধ কৰি পেলোৱা, এই বৃদ্ধ নেতাসকলক। শাৰী শাৰী নিযনৰ শেঁতা পোহৰৰ তলত অনুষ্ঠিত হোৱা সেইখন সভাৰ কথা বহুতৰ বাবে নিশা দেখা সপোনৰ দৰে হ'ল। পুৱাৰ পোহৰত তাৰ কোনো অস্তিত্বই নেথাকিল। আজন্ম বিভিন্ন দল-উপদলত বিভক্ত হৈ থকা এই নেতাসকল ইমানদিনে ইজনে-সিজনক কৰি অহা আক্ৰমণ-প্ৰত্যাক্ৰমণৰ কাৰণেহে জনাজাত আছিল। দশভূজাই জাপি দিয়া জৰুৰীকালীন পৰিস্থিতি আৰু শক্তিপুত্ৰই মেলি দিয়া স্তাৱক বাহিনীৰ অত্যাচাৰে সাময়িকভাৱে একেলগ হ'বলৈ বাধ্য কৰা এইসকল নেতাক ক্ষমতাৰ খকে অতি সোনকালে তেওঁলোকৰ পুৰণা শত্ৰুতা পুনৰাই আৰম্ভ কৰিবলৈ উৎসাহ যোগালে। সেইবোৰৰপৰা বিয়পি পৰা দুৰ্গন্ধই দেশৰ ৰাইজক নাকত সোপা ল'বলৈ বাধ্য কৰিলে। ত্ৰিছ বছৰ ধৰি পুহি ৰখা পকা ঘাঁবোৰত জমা হৈ থকা পুঁজ-পানীবোৰ তেওঁলোকৰে কিছুমানে সকলোৰে দেখাকৈয়ে উলিয়াই দিলে। নিতৌ নতুন দল পতা, ন ন ষড়যন্ত্ৰ ৰচনা কৰা, ইজনে সিজনৰ পিঠিত ছুৰী মৰা আদি আগতে লুকাই-চুৰকৈ কৰি অহা কাৰ্যবোৰ লোকচক্ষুৰ সন্মুখতে কৰিবলৈও সংকোচ নকৰা হ'ল কোনেও। স্বমূত্ৰ সেৱনেৰে চাৰিকুৰিৰ পাছতো চফল ডেকাৰ দৰে ছটফটাব পৰা চিণ্ডিকেটৰ প্ৰাক্তন সদস্য গৰাকীক আঁতৰাই প্ৰধানমন্ত্ৰী হ'ল উত্তৰৰ ধনী কৃষক সম্প্ৰদায়ৰ তথাকথিত অবিসম্বাদী নেতা এগৰাকী। পিছে ৰাজপাট চম্ভালি ৰখা ইমান সহজ নহ'ল তেওঁৰ বাবেও। এসময়ত দশভূজাৰ অতিকে আপোন, আশীষ ধন্য আৰু 'তৰুণ তুৰ্কী' 'ভোগুচিৰ সন্ন্যাসী'গৰাকীয়ে মাত্ৰ আঠৈকুৰি সদস্যৰ সমৰ্থনেৰে অধিকাৰ কৰিলে দেশৰ মছনদ। ভূ-ভাৰতত নোহোৱা-নোপোজা কথা, পাঁচশ চল্লিছ গৰাকী সদস্যৰ ভিতৰৰে মাত্ৰ পাঁচপন্ন গৰাকীৰ সমৰ্থনেৰে চৰকাৰ গঠন হোৱাৰ নিচিনা অদ্ভুত কাৰ্য, সম্ভৱ হ'ল কেৱল দশভূজাৰ

আশীৰ্বাদতে। মাত্ৰ তিনিটা বছৰৰ ভিতৰতে ক্ষমতাৰ খকে নিশ্চিহ্ন কৰিলে ৰামলীলা পথাৰত লাখ লাখ নিষ্পেষিত জনতাৰ অকুণ্ঠ সমৰ্থনেৰে পুষ্ট হোৱা এই বিশাল দেশৰ দ্বিতীয় জনজাগৰণ। পুৱাৰ পোহৰত বাষ্পায়িত হৈ গ'ল দুবৰিৰ পাতত ওলমি থকা নিশাৰ নিয়ৰ।

লুইতত পৰা খহনীয়াৰ দৰেই চপৰা-চপৰে খহি পৰিল ভবানী বৰুৱাহঁতে নতুনকৈ গঠন কৰা প্ৰাদেশিক চৰকাৰখনো। উজনিৰ চাহ বাগিছাৰ লাখ লাখ বনুৱাক অনন্তকাল অমানিশাৰ এন্ধাৰত ডুবাই ৰখা এক সুৰা-সম্ৰাটৰ স্বাৰ্থত আঘাত কৰাৰ দোষত ত্ৰিছ বছৰৰ পিছত প্ৰথমবাৰৰ কাৰণে গঠন হোৱা বিৰোধীপক্ষৰ চৰকাৰখনৰ পতন হ'ল। ভঙ্গ হোৱা মন্ত্ৰীসভাৰেই অন্যতম সদস্য কেইজনমানে ইখনৰ পিছত সিখনকৈ চৰকাৰ গঠন কৰিলে। স্থায়ী নহ'ল এইবোৰ কচৰৎ। তিনি মাহ, তিনি সপ্তাহ, তিনি দিনৰ কাৰণে একো একোজন ক্ষমতালিপ্সু জননেতাই জনতাৰ সেৱাৰ নামত ইখনৰ পিছত সিখনকৈ পুতলা চৰকাৰ গঠন কৰিলে আৰু ভাঙিলে। সুৰা-সম্ৰাট, চাহ লবী, ঠিকাদাৰ আৰু ক্ষমতাৰ দালালবোৰে ধাহি-মুহি চুহি খালে জাতিৰ ৰক্তমাংস। অনাটন, অশান্তি আৰু অত্যাচাৰৰ ধুমুহাত সাধাৰণ মানুহৰ জীৱন হ'ল দুৰ্বিসহ। কিংকৰ্তব্যবিমূঢ় অগণিত জনতাই আকৌ এবাৰ বিজয় তিলক পিন্ধালে দশভূজাৰ কপালতে। গজৰাজৰ পিঠিত উঠি মহিষমৰ্দিনীয়ে পুনৰ প্ৰৱেশ কৰিলে ৰাজকাৰেঙৰ সিংহদ্বাৰেৰে ক্ষমতাৰ অন্তেষপুৰত। শিৰত যুৱৰাজৰ মুকুট পিন্ধি কাষে কাষে থাকিল শক্তিপুত্ৰ। গান্ধীবাদী সূত্ৰসেৱী, কুলকৰ প্ৰতিনিধি, ভোগুচিৰ সন্ন্যাসী সকলোৰে স্তম্ভিত চকুৰ সন্মুখেৰে বীৰদৰ্পে লালকিল্লাত আকৌ ত্ৰিৰংগা উৰুৱালে মাত্ৰ তিনিটা বছৰৰ আগতে গাদীচ্যুত হোৱা মহিষমৰ্দিনীয়ে।

থৰক-বৰক হৈ পৰিল ত্ৰিছ বছৰৰ অপেক্ষাৰ পিছত প্ৰথমবাৰলৈ ক্ষমতাৰ সোৱাদ পোৱা ৰাজ্যৰ বিৰোধী শিবিৰৰ ৰাজনৈতিক স্থিতি। উঁয়ে খোৱা খুঁটাৰ দৰে সোলোক-ঢোলোক হৈ পৰিল প্ৰশাসন। ৰাজ্যৰ প্ৰধান ছাত্ৰ সংগঠনটোৱে ইতিমধ্যেই আৰম্ভ কৰিছিল অবৈধ প্ৰব্ৰজনকাৰীৰ বিৰুদ্ধে গণ আন্দোলন। ৰাজনৈতিক সুস্থিৰতা নথকাৰ কাৰণে এই গণ আন্দোলনৰ মূল বিষয়ৰ ওপৰত চিন্তা-চৰ্চা কৰি এটা সমাধান সূত্ৰ উলিওৱা সম্ভৱ নহ'ল। হৰতাল, বন্ধ আৰু বিক্ষোভত ৰাজ্যখন উত্তাল হ'ল। লুইতৰ বাঢ়নী পানীয়ে উটুৱাই নিয়া দুৰ্বল দলংবোৰৰ দৰেই আন্দোলনে উটুৱাই নিলে প্ৰশাসনিক নিয়ম-নীতি, সামাজিক বুজাবুজি আৰু সাংসাৰিক সুখ-শান্তি। বন্ধ, হৰতাল, বিক্ষোভৰ প্ৰকোপত স্থবিৰ হৈ পৰিল জনজীৱন। অবৈধ প্ৰব্ৰজনকাৰীৰ সংজ্ঞা বিচাৰি বাক্-বিতণ্ডাত লিপ্ত হ'ল বুদ্ধিজীৱীৰ দল। ইয়াণ্ডাবু সন্ধিৰ পিছৰেপৰা উমি উমি জ্বলি থকা গোষ্ঠী আৰু সম্প্ৰদায়ৰ মাজৰ তিক্ততাৰ তুঁহ জুইকুৰাত সংশয় আৰু সন্দেহৰ বতাহ লাগিল। উচ্চ আৰু নীচ, জাতি আৰু জনজাতি, থলুৱা আৰু বহিৰাগত, আদিবাসী আৰু পাহাৰীয়া, নৈপৰীয়া আৰু চৰৰ বাসিন্দা,

নানানটা ভাগত বিভক্ত হৈ পৰিল চৌসত্তৰ হাজাৰ বৰ্গ কিলোমিটাৰৰ ৰাজ্য এখনত বাস কৰা ডেৰ কোটি মানুহ।

দিনক দিনে পুৰন্দৰ হাজৰিকাৰ গুৰুত্ব বাঢ়ি আহিছিল আৰু এবাৰ গাদী দখল কৰা দশভূজাৰ মন্ত্ৰণাকক্ষত। ৰাজ্যত বিৰোধী শিবিৰে ইখনৰ পিছত সিখনকৈ গঠন কৰা মন্ত্ৰীসভাবিলাক তিনি দিন, তিনি সপ্তাহ বা তিনি মাহৰ ভিতৰতে গাদীচ্যুত কৰাত কিং মেকাৰৰ ভূমিকা লোৱা পুৰন্দৰ হাজৰিকা শক্তিপুত্ৰৰ প্ৰিয়পাত্ৰ হৈ উঠিল অতি সোনকালে। তিনিটা বছৰত পাঁচবাৰকৈ মন্ত্ৰীসভা গঠন কৰিও পাঁচ বছৰীয়া কাৰ্যকাল সম্পূৰ্ণ কৰিবলৈ অক্ষম হোৱা বিৰোধী শিবিৰৰ বিৰুদ্ধে গঢ়ি উঠা জনৰোষৰ উমান পাবলৈ পুৰন্দৰক বেছি দেৰী নেলাগিল। অবৈধ প্ৰব্ৰজন বন্ধ কৰাৰ দাবীত চলি থকা আন্দোলনেও দীঘলীয়া হৈ গৈ ৰাজ্যৰ চুকে-কোণে বিয়পাই দিছিল সীমাহীন অস্থিৰতা। সমগ্ৰ দেশৰ সকলো ক্ষমতা কেন্দ্ৰীভূত কৰাৰ সপোন দেখা শক্তিপুত্ৰই পুৰন্দৰৰ পৰামৰ্শ মতে দশভূজাক বুজালে সীমা মূৰলীয়া এই ৰাজ্যখনৰ নিৰ্বাচিত প্ৰতিনিধিসকল চৰকাৰ গঠন কৰিবলৈ অক্ষম। ইতিমধ্যেই নিজৰ উত্তৰাধিকাৰীৰ মৰ্যাদাৰে বিভূষিত শক্তিপুত্ৰৰ পৰামৰ্শ একেষাৰেই মানি ল'লে দশভূজাই। বিধানসভা মুলতুবী ৰাখি কেন্দ্ৰীয় চৰকাৰৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণলৈ নিয়া হ'ল ৰাজ্য প্ৰশাসন।

বিক্ৰম আৰু লগৰ ল'ৰাখিনি পুৰন্দৰৰ সৈতে আলোচনাত বহিল। পৰিৱৰ্তিত পৰিস্থিতিত পুৰন্দৰে নতুন খচৰা তৈয়াৰ কৰিলে। বিদেশী খেদা আন্দোলনৰ নেতৃত্বৰ মাজত তেওঁৰো নিজৰ মানুহ আছে। উদয়ভানুৱে ইতিমধ্যে উজনি, নামনি আৰু মধ্য অসমৰ আন্দোলনকাৰী শিবিৰৰ পাঁচজন উচ্চ পৰ্যায়ৰ নেতাক হাত কৰিছে। বিক্ৰমক পুৰন্দৰে উদয়ভানুৰ নতুন পৰিকল্পনাৰ বিষয়ে বিশদভাৱে বুজালে। যি সকল বিদেশী মূলৰ মানুহৰ নাগৰিকত্বক লৈ প্ৰশ্ন তুলিছে আন্দোলনকাৰীসকলে, সেই সকলৰ নিৰাপত্তা আৰু স্বাৰ্থ ৰক্ষাৰ কাৰণে তেওঁলোকৰ মাজতো গঢ়ি তুলিব লাগে ছাত্ৰ যুৱ সংগঠন। সদায় কৰি অহাৰ দৰে এই কামতো চালিকা শক্তিৰ ব্যৱস্থা কৰাৰ দায়িত্ব দিয়া হৈছে উদয়ভানুকে। দুই-এদিনতে সি বিক্ৰমৰ লগত এই লৈ বিশদ আলোচনা কৰিব। কথাৰ মাজতে সেই বিষয়েও জনালে উদয়ভানুৱে।

এটা ঘূৰ্ণীয়মান লাটুমৰ দৰে লাগিছিল বিক্ৰমৰ মূৰটো। বুকুৰ ভিতৰত প্ৰচণ্ড গতিৰে এখন ৰেলগাড়ী চলিছিল। এখিলা কাগজৰ দৰে খৰখৰীয়া লাগিছিল তাৰ জিভাখন। খুব কষ্ট কৰি সি ক'ব লগা হৈছিল তাৰ কথা।

সন্দেহজনক নাগৰিকবোৰক এনেদৰে সংগঠিত কৰাৰ পৰিণতি কি ভয়াবহ হ'ব সেই কথা বাৰু পুৰন্দৰ হাজৰিকা নামৰ এই চতুৰ ৰাজনীতিকজনে ভাবি চোৱা নাই নেকি? উদয়ভানুৱে লগে লগেই উত্তৰ দিলে। ভাবিছে, সেই কথা পুৰন্দৰ হাজৰিকাই

অনেকবাৰ ভাবিছে। প্ৰতিটো নিৰ্বাচনৰ পিছতেই দেখা গৈছে দুইৰপৰা চাৰিটালৈকে সমষ্টিত এই প্ৰব্ৰজনকাৰীসকলে নতুনকৈ নিৰ্ণায়কৰ ভূমিকা লৈছে। অন্ততঃ একুৰি সমষ্টিত দলবিলাকে এক বিশেষ সম্প্ৰদায়ৰ প্ৰাৰ্থীক মনোনয়ন দিব লগা অৱস্থা এটা আহি পৰিছে। সেই কথা নজনাকৈ হাজৰিকাই কেনেকৈ ৰাজ্যৰ ৰাজনীতি নিয়ন্ত্ৰণ কৰাৰ সপোন দেখিব পাৰে?

"প্ৰব্ৰজনকাৰীক চিনাক্ত কৰি সীমান্তৰ সিপাৰলৈ খেদি নপঠাই তেওঁলোকক সংগঠিত কৰাৰ যুক্তি ক'ত?" —খুব স্পষ্ট মাতেৰে সুধিলে বিক্ৰমে। এসোপামান ক'লা ধোঁৱাৰ স'তে কিছুমান জ্বলন্ত কয়লাৰ টুকুৰা উলিয়াই দিছিল তাৰ বুকুৰ ভিতৰত চলি থকা ৰেলগাড়ীখনে।

"ইচ্ছা কৰিলেই খেদি পঠাব নোৱাৰি সেইখিনি মানুহক। আইন-কানুন, নিয়ম-নীতিৰ কথা আছে। মানুহখিনি যে বিদেশী সেইটো আদালতত প্ৰমাণ কৰিব কোনে?" —ওলোটাই প্ৰশ্ন কৰিলে পুৰন্দৰে। বিক্ৰম অলপ আচৰিত হ'ল। পেপাৰে-পত্ৰই ওলায়েই আছে একাৱন্নৰ নাগৰিকপঞ্জীক ভিত্তি কৰি চিনাক্তকৰণৰ প্ৰক্ৰিয়া আৰম্ভ কৰিব পাৰি।

"একাৱন্নৰ নাগৰিকপঞ্জীত নাম নাথাকিলেই বিদেশী বুলি ধৰি ল'ব নোৱাৰি এজন মানুহক। কিবা কাৰণে তেওঁৰ নাম পঞ্জীভুক্ত নোহোৱাকৈ ৰৈ যাব পাৰে। সেইখন নাগৰিকপঞ্জী তৈয়াৰ কৰাৰ সময়ত উত্তৰ-পূবৰ বহুত ঠাইত যাতায়াতৰ ব্যৱস্থা সুচল নাছিল। কেনেকৈ নিঃসন্দেহ হ'ব পাৰি যে যিসকল গণনাকাৰীয়ে নাগৰিকসকলৰ নাম ঠিকনা সংগ্ৰহ কৰিছিল, তেওঁলোক এই আটাইবোৰ ঠাইলৈ নিশ্চয়কৈ গৈছিল।" —পুৰন্দৰে ওলোটাই প্ৰশ্ন কৰিছিল বিক্ৰমক।

"তেনেকুৱা প্ৰশ্ন উঠিলে আনুসঙ্গিক আন নথি-পত্ৰ চাই সিদ্ধান্ত ল'ব পৰা যাব নিশ্চয়।" —বিক্ৰমৰ উত্তৰ শুনি অলপ সময় একো নক'লে পুৰন্দৰে। খোলা খিৰিকীৰে কিছু সময় দূৰলৈ চাই থাকিল। বিক্ৰমে লক্ষ্য কৰিলে অলপ যেন বিৰক্ত হৈছে মানুহজন। সি বুজি পালে, সমস্যাটো লৈ আৰু বেছি আলোচনা কৰাৰ ইচ্ছা নাই তেওঁৰ। এখন ক'লা পৰ্দা নামি আহিল দুয়োজনৰ মাজলৈ। বিক্ৰমৰ বুকুৰ ভিতৰত চলি থকা ৰেলগাড়ীখনে উলিয়াই দিয়া ধোঁৱাবোৰে হাওঁফাওটোত হেঁচা মাৰি ধৰিলে। এইমাত্ৰ যেন তাৰ উশাহ-নিশাহ বন্ধ হৈ যাব সেই কোঠাটোত আৰু কিছু বেলি সোমাই থাকিলে। বহি থকা চকীখন এৰি সি থিয় হ'ল। কোঠাটোৰ বন্ধ হৈ থকা দুৱাৰখন মেলি দিলে। হু-হুৱাই সোমাই আহিল এছাটি মুকলি বতাহ। নাক-মুখ মেলি দীঘল দীঘলকৈ উশাহ ল'লে সি। তাৰ হাওঁফাওটো হেঁচা মাৰি ধৰি থকা ক'লা ধোঁৱাখিনি ঠেলি উলিয়াই দি বুকুৰ ভিতৰলৈ সোমাই গ'ল জীৱনদায়িনী অম্লজানেৰে সম্পৃক্ত সেই বতাহছাটি। খোলা খিৰিকীৰ পৰা দৃষ্টি ঘূৰাই আনিলে পুৰন্দৰে।

"বন্ধ কৰি দিয়া দুৱাৰখন। বতাহে উৰুৱাই নিব খুজিছে টেবুলৰ ওপৰৰ কাগজ।" --বিৰক্তি নহয়, অলপ উষ্মাৰে ক'লে পুৰন্দৰে।

বিক্ৰম ঘূৰিল। কোনো বাক্য ব্যয় নকৰি খোলা দুৱাৰখনেৰে কোঠাটোৰপৰা ওলাই আহিল সি। দুৱাৰডলিত বৈ দুৱাৰখনত সামান্য ঠেলা মাৰিলে। নিশব্দে বন্ধ হৈ গ'ল দুৱাৰখন। এবাৰো পিছলৈ নোচোৱাকৈ ওলাই আহিল সি সন্মুখৰ বন্ধ লোহাৰ কপাট খুলি। পকী ৰাস্তাৰ কাষৰ পদ পথত উঠি মন্থৰ গতিৰে খোজ ল'লে ৰাজপথ বুলি। বহুত দিনৰ মূৰত তাৰ বুকুখনত অহৰহ চলি থকা ৰেলগাড়ীখনৰ বিকট শব্দবোৰ নোহোৱা হ'ল। খন্তেক বৈ বাহিৰৰ মুকলি বতাহজাক আকৌ এবাৰ কলিজাৰ ভিতৰলৈ নাকে-মুখে টানি ল'লে সি। নিৰ্মল অম্লজান তাৰ শৰীৰৰ আঁহে আঁহে সোমাই পৰিল। খোজৰ গতি বাঢ়িল। যোৱা এমাহ ধৰি প্ৰশান্ত ৰাজধানীতে আছিলহি। অবৈধ প্ৰব্ৰজনকাৰীৰ বিৰুদ্ধে আৰম্ভ হোৱা আন্দোলনটোৰ নেতৃবৃন্দৰ লগত উৰ্জনিত আৰম্ভ কৰিবলগা তেল অৱৰোধ কাৰ্যসূচীৰ বিষয়ে আলোচনা কৰিবলৈ আহিছিল। সি বিক্ৰমৰো সহায় বিচাৰিছে। পুৰন্দৰ হাজৰিকাৰ নিৰ্দেশত যোৱা পাঁচটা বছৰে সি প্ৰশান্তহঁতৰ সংগঠনটোৰপৰা বহুত ল'ৰা উলিয়াই আনিছে। অনুন্নত আৰু পিছপৰা জাতিৰ ছাত্ৰ-ছাত্ৰীসকলক লৈ বেলেগ যুৱ ছাত্ৰ সংগঠন গঠন কৰিছে। ৰাজনৈতিক উদ্দেশ্যৰেই এনেদৰে গঠন কৰা যুৱ ছাত্ৰ সংগঠন পুৰন্দৰ হাজৰিকাই ব্যৱহাৰ কৰিছে। নিৰ্বাচনী অঙ্কৰ হিচাপত খেলিমেলি লগাৰ ভয়ত প্ৰব্ৰজনৰ প্ৰশ্নটোকে এৰাই চলিব খোজা পুৰন্দৰ হাজৰিকাৰ আচল ৰূপ দেখা পায়ো চকুত আঙুলি দি বহি থকাৰ কাৰণে বিক্ৰমৰ নিজলৈকে ঘৃণা হ'ল।

চিটিবাছৰ কাৰণে বৈ থকা মানুহৰ শাৰীত আহি সিও থিয় দিলে। যোৱা পাঁচটা বছৰ পুৰন্দৰ হাজৰিকা আৰু উদয়ভানুৰে যোগাৰ কৰি দিয়া এম্বেচাদৰ গাড়ীত উঠি গোটেই অসম ঘূৰিছে সি। শদিয়াৰপৰা ধুবুৰী, লক্ষীমপুৰৰপৰা কৰিমগঞ্জলৈকে এম্বেচাদৰ গাড়ীৰ কোমল গাদীত বহি পুৰন্দৰ আৰু উদয়ভানুৰ নিৰ্দেশত বহুত ডেকা গাভৰুক দললৈ টানিছে। চৰকাৰী গাড়ীত বহি বহি তাৰ ভৰি-হাত কোঙা হৈ গৈছে। বন্ধ গাড়ীৰ ভিতৰৰ শীত-তাপ নিয়ন্ত্ৰিত পৰিবেশত জঠৰ হৈ গৈছে তাৰ স্নায়ু, তাৰ মন-মগজু। এটা নিচাখোৰ মানুহৰ দৰে সি দিন-ৰাতি একাকাৰ কৰি পুৰন্দৰৰ কাৰণে জখলা বনাইছে। পাহৰি গৈছে দিখৌৰ পাৰৰ সুন্দৰপুৰৰ স্থিতি। পাহৰি গৈছে ভবানী বৰুৱা আৰু হেমপ্ৰভাৰ কাহিনী। তাৰ বুকুখনে হাহাকাৰ কৰি উঠিল। ক'ত আছে, ক'ত আছে চন্দ্ৰালী?

পুৰন্দৰৰ ঘৰৰপৰা ওলাই বাছষ্টপলৈকে বিক্ৰমে খোজ কাঢ়িছিল। সি অনুভৱ কৰিছিল, তাৰ প্ৰতিটো খোজৰ তালে তালে ইমানদিনে গোট মাৰি যোৱা তেজত নতুন হেন্দোলনি উঠিছিল। শিৰাই শিৰাই বৈ গৈছিল মুকলি বতাহে কঢ়িয়াই অনা অম্লজানৰ নিৰ্মল শক্তি তাৰ হাতৰ সঞ্চালনত সাৰ পাই উঠিছিল অনেকবোৰ পাহৰা স্মৃতি। চিটিবাছৰ কাৰণে বৈ

থকা মানুহখিনিৰ গাৰপৰা উৰি আহিছিল ঘাম, ধূলি আৰু তেজৰ চিনাকি গোন্ধ। সেইখন আপোন পৃথিৱীয়ে তাক আঁকোৱালি ধৰিছিল। আৰু এটা গোন্ধ নাকত লাগিল তাৰ। চিনি পালে সি, সেইটো তাৰ চিনাকি মাটিৰ গোন্ধ, মানুহৰ গোন্ধ, সুন্দৰপুৰৰ গোন্ধ, দিখৌ পাৰত তাৰ বুকুত লেউসেউ হৈ ঢলি পৰা চন্দ্ৰালীৰ মেলি থোৱা চুলিৰ গোন্ধ।

বাছখন ৰ'লহি ষ্টপেজত। হুৰমূৰকৈ এখিনি মানুহ নামি আহিল। যাওঁ যাওঁ কৈ ৰৈ থকা বাছখনৰ ভিতৰলৈ নতুন মানুহ এখিনি ঠেলা-হেঁচা কৰি সোমাই গ'ল। পিছদুৱাৰৰ পাওদানিত ভৰি থৈ খোলা দুৱাৰৰে সি মুখখন উলিয়াই দিলে ইতিমধ্যে চলিবলৈ আৰম্ভ কৰা বাছখনে ঠেলি পঠোৱা, তাৰ দৰেই সহস্ৰ মানুহৰ গাৰ গোন্ধেৰে আমোলমোল বতাহখিনি তাৰ বুকুৰ মাজত এবুকু কৰি ভৰাই ল'বলৈ।

# একত্ৰিছ

ৰাজ্যখনত দিনে দিনে পৰিস্থিতিৰ অৱনতি ঘটিবলৈ ধৰিলে। বন্ধ, হৰতাল, পিকেটিং আৰু গণ অৱস্থান আদি অনেক প্ৰতিবাদী কাৰ্যসূচী হাতত ল'লে আন্দোলনকাৰীসকলে। ঠায়ে ঠায়ে গোষ্ঠীগত আৰু সাম্প্ৰদায়িক সংঘৰ্ষও ঘটিল। অবৈধ প্ৰব্ৰজনকাৰীৰ লগতে জীৱিকাৰ সন্ধানত দেশৰ আন ঠাইৰপৰা অহা বনুৱা-হজুৱাৰ বিৰুদ্ধেও খলুৱা মানুহৰ পুঞ্জীভূত ক্ষোভৰ উদ্‌গীৰণ হ'ল। জনজাতি আৰু উচ্চবৰ্ণ, ভূমিপুত্ৰ আৰু বহিৰাগত, ভাষিক আৰু ধাৰ্মিক সংখ্যালঘু আদি নানান ভাগত বিভক্ত হৈ পৰিল ৰাজ্যখনৰ জনসাধাৰণ। দশভূজা আৰু শক্তিপুত্ৰই পুৰন্দৰ হাজৰিকাৰ লগত আলোচনা কৰি আন্দোলন দমাবৰ উদ্দেশ্যে সকলো উপায় অৱলম্বন কৰিলে। পুলিচ আৰু অৰ্ধসামৰিক বাহিনীয়ে শান্তি শৃঙ্খলা ৰক্ষাৰ খাতিৰত লাঠী-গুলীৰ আশ্ৰয় ল'বলগা হ'ল। একে সময়তে গণতান্ত্ৰিক পৰম্পৰাৰ দোহাই দি খনে খনে আলোচনাও অনুষ্ঠিত কৰা হ'ল আন্দোলনকাৰী নেতৃবৃন্দ আৰু চৰকাৰৰ মাজত। পুৰন্দৰ হাজৰিকাক দায়িত্ব দিয়া হ'ল জাতি আৰু গোষ্ঠীৰ নামত সৃষ্টি কৰা বিভিন্ন সংগঠনৰ সহায়ত প্ৰতিআন্দোলন এটা গঢ়ি তোলাৰ বিক্ৰম সেইখন পৃথিৱীৰ পৰা আঁতৰি আহিল যদিও প্ৰব্ৰজনকাৰীৰ সুৰক্ষাৰ স্বাৰ্থত ৰাজ্যভিত্তিত গঠিত হ'ল কেইবাটাও ভাষিক আৰু ধাৰ্মিক সংখ্যালঘু যুৱ ছাত্ৰ সংগঠন। জনজাতি অধ্যুষিত অঞ্চলবোৰত জনজাতিৰ স্বাৰ্থৰক্ষাৰ নামত গঠিত হ'ল স্বায়ত্ত শাসনৰ দাবীৰে নিতৌ নতুন জনজাতীয় সংগঠন। খিলঞ্জীয়া আৰু বহিৰাগতই বেলেগে বেলেগে দাবী জনালে সংবিধান প্ৰদত্ত সকলো অধিকাৰ প্ৰত্যেকেই সমানে পাব লাগে। অবৈধ প্ৰব্ৰজনকাৰীৰ বিৰুদ্ধে দেশৰ প্ৰকৃত নাগৰিকসকল একজোঁট হৈ থিয় হোৱা দিনক দিনে দুৰূহ হৈ পৰিল।

প্ৰশান্তহঁতে বিক্ৰমক সিহঁতৰ লগত যোগ দিবলৈ জোৰ দি ধৰিলে। কিন্তু কিবা এটা সিদ্ধান্তলৈ অহাৰ আগতে সি এবাৰ সুন্দৰপুৰলৈ যাবলৈ ওলাল। পুৰন্দৰ হাজৰিকাৰ লগত ব্যস্ত থকা সময়খিনিত সুন্দৰপুৰলৈ যাবলৈ কেইবাবাৰো চেষ্টা কৰিছিল সি। কিন্তু কামৰ হেঁচাত বছৰটোত এবাৰ নে দুবাৰহে মাত্ৰ ৰাতিটোৰ কাৰণে ঘৰলৈ যোৱাটো সম্ভৱ হৈছিল। সি সুন্দৰপুৰলৈ যোৱাৰ কথা ক'লেই হাজৰিকাই বিভিন্ন কামৰ কথা উলিয়াই তাক ৰাজধানীতে ব্যস্ত কৰি ৰাখিছিল নহ'লে ৰাজ্যৰ দূৰণিবটীয়া কোনো এখন চহৰলৈ কিবা নহয় কিবা অজুহাতত পাচিবলৈ চেষ্টা কৰিছিল। এৰাতিতকৈ বেছি সুন্দৰপুৰত কটোৱা টান হৈছিল তাৰ কাৰণে। পুৰন্দৰৰ হাতৰ মুঠিৰপৰা নিস্তাৰ পাই তাৰ মনটো বহুতখিনি মুকলি হৈছিল। বিৰোধী শিবিৰে গঠন কৰা চৰকাৰৰ পতন হোৱাৰ পিছত

ভবানী বৰুৱা আকৌ উভতি গৈছিল সুন্দৰপুৰলৈ। বিক্ৰমে এইবাৰ ঘৰলৈ গৈ তাত কেইদিনমান থাকি ভবানী বৰুৱা আৰু দেউতাকৰ লগত তাৰ ভৱিষ্যৎ আঁচনিৰ বিষয়ে দীঘলীয়াকৈ আলোচনা কৰাৰ সিদ্ধান্ত ল'লে। মাক সুপ্ৰভা আৰু আমৈয়েক হেমপ্ৰভাৰ লগতো বহুত দিন সি মন খুলি কথা পতা নাই। নিজকে খুব দোষী যেন লাগিল বিক্ৰমৰ।

কলেজ হোষ্টেল এৰাৰ পিছৰ পৰা যোৱা দুবছৰ উজানবজাৰৰ নদী পাৰৰ মানুহ এঘৰত ভাৰাতীয়া হিচাপে আছে সি। তাৰ সৰু কোঠাটোৰ ভিতৰত থকা বিছনাখন, আল্‌নাডাল আৰু পঢ়া টেবুল-চকীযোৰলৈ তাৰ চকু গ'ল। সন্মুখৰ একমাত্ৰ টেবুলখনৰ ওপৰতে পৰি আছিল মানিবেগটো। মেল খাই আছিল সেইটো। তাৰ চকু পৰিল বেগটোৰ ভিতৰত থকা ফটোখনত। এটা হুমুনিয়াহে বুকুখন গধুৰ কৰি পেলালে মুহূৰ্ততে। চন্দ্ৰালীৰ ফটো সেইখন। কিমান দিন সি তাইৰ খোপাৰ গুটিজাই ফুলৰ গোন্ধ পোৱা নাই! তাৰ উদং বুকুৰ কামিহাড়ৰ মাজেৰে বৈ গ'ল এছাটি শীতল বতাহ। ভৰিপথানৰ ফালে এখন কাঠৰ টুলৰ ওপৰত থৈ দিয়া আছিল ছুট্‌কেছটো। সেইটো তুলি আনি সি বিছনাৰ ওপৰত থ'লে। শিতানৰ ফালে থকা তুলীখনৰ চুক এটা দাঙি চাবিৰ ৰিঙটো হাতত ল'লে।

ছুট্‌কেছটো খুলি চিঠিৰ জাপটো বিছনাৰ ওপৰতে মেলি ল'লে সি। যোৱা পাঁচ বছৰে চন্দ্ৰালীয়ে চিঠি লিখিছে তালৈ প্ৰতি সপ্তাহে। গুৱাহাটীলৈ অহাৰ পিছতো নিয়মীয়াকৈ লিখি গৈছিল তাই চিঠি। সি দীঘলীপুখুৰীৰ পাৰৰ কোনোবা এটা আবেলি তাইক কৈছিল, এতিয়াতো লগ পায়েই থাকে সিহঁতে, প্ৰতি সপ্তাহতে চিঠি নিলিখিলেও বেয়া নেপায় সি। চন্দ্ৰালী থমকি ৰৈছিল। একো কোৱা নাছিল তাই। ভৰিৰ নখেৰে মাটি লেখি থকা চন্দ্ৰালীৰ গালেৰে বৈ আহিছিল দুখন লুণীয়া নৈ।

"কি হ'ল? কান্দিছা কিয়?" —ব্যস্ত হৈ উঠিছিল সি। চকুৰ লোটকে বাধা মনা নাছিল চন্দ্ৰালীৰ।

"বেয়া পালা? কথাটো মনলৈ আহিছিল, কৈ পেলালো। ইমান দুখ পাবা বুলিতো ভবা নাছিলো।" —পৰিস্থিতিটো সহজ কৰিবলৈ চেষ্টা কৰিছিল সি। পকেটৰপৰা ৰুমাল উলিয়াই তাইৰ হাতত দিছিল।

"আৰু নকওঁ এনেকুৱা কথা। মাফ কৰি দিয়া।" —সি কাবৌ কৰিছিল।

ৰুমালখনেৰে চকুপানী মচিছিল তাই।

"তোমালোক মতা মানুহবোৰ চব একে। প্ৰেম, ভালপোৱা তোমালোকৰ কাৰণে আজৰি সময়ৰ খেলা।" —অভিমানত চন্দ্ৰালীৰ মাত গধুৰ হৈছিল।

"কিয় কৈছা তেনেকৈ? মোৰ ভালপোৱা আজৰি সময়ৰ খেলা বুলি কেনেকৈ জানিলা? আৰু সকলো মতা মানুহ একে বুলি ক'বলৈ কিমান মতা মানুহকনো তুমি চিনি পোৱা?" —বিক্ৰমে কৌতুক কৰিছিল। পৰিস্থিতি লাহে লাহে স্বাভাৱিক হৈছিল।

তেতিয়াও খং মাৰ যোৱা নাছিল চন্দ্ৰালীৰ। চকুপানী সামৰি ৰুমালখন ঘূৰাই দিছিল তাক।

"নিলিখোঁ আজিৰপৰা এখনো চিঠি। ব'লা উভতি যাওঁ।" —ঘূৰিব খুজিছিল তাই ছাত্ৰীবাসৰ ফালে। ছাত্ৰীবাসৰ গেট বন্ধ কৰিবলৈ তেতিয়াও আধা ঘণ্টা সময় আছিল।

কিবাকিবি বহুত কথা কৈছিল বিক্ৰমে। চন্দ্ৰালী আশ্বস্ত হৈছিল। বিক্ৰমৰ ৰুমালত লগা তাইৰ চকুপানী ইতিমধ্যে শুকাইছিল। সি ৰুমালখন শুঙি চাইছিল। চন্দ্ৰালীৰ গালৰ ফুৰ্‌ফুৰীয়া গোন্ধটো তেতিয়াও লাগি আছিল ৰুমালখনত। সি এবাৰত ৰুমালখন তাৰ ওঁঠত চেপি ধৰিছিল।

"হ'ব, হ'ব। মোৰ গালৰ ধূলি-বালিবোৰ মুখত ল'ব নেলাগে। চাওঁ সেইখন মোক দিয়া ধুই দিম।" হাত মেলিছিল তাই। লৰালৰিকৈ সি ৰুমালখন পকেটত ভৰাইছিল। ছুট্‌কেছৰ চিঠিজাপৰ মাজতে আছিল সেই ৰুমালখন। আকৌ এবাৰ সেইখন আনি শুঙি চালে সি। ছুট্‌কেছৰ বন্ধ বতাহৰ মাজতো চন্দ্ৰালীৰ গালৰ গোন্ধটো ওপঙি আছিল। বহুতদিন তাই লিখা নাই চিঠি। ভাৰাঘৰলৈ অহাৰ পিছত সিও লিখা নাই। ভৰপক দিয়া আন্দোলনৰ ফলত স্কুল-কলেজ বন্ধ হৈ গৈছে। হোষ্টেলবোৰ বন্ধ কৰি দিছিল কৰ্তৃপক্ষই। চন্দ্ৰালী ঘূৰি গৈছিল সুন্দৰপুৰলৈ ভবানী বৰুৱাৰ লগত এৱেলগে।

চিঠিখিনিত সি হাত ফুৰালে। চিনাকি ভাঁজবোৰৰপৰা যেন হাজাৰজনী চন্দ্ৰালী জঁপিয়াই জঁপিয়াই ওলাই আহিল। সি অনুভৱ কৰিলে তাৰ সমস্ত শৰীৰত চন্দ্ৰালীৰ কোমল হাতৰ স্পৰ্শ। তাইৰ উমাল ওঁঠৰ পৰশ লাগিল তাৰ ওঁঠত, চকুৰ পতাত, উন্মুক্ত গ্ৰীৱাত, প্ৰশস্ত বক্ষস্থলত। উতলা বতাহ এজাক সোমাই আহিল খোলা খিৰিকীৰে তাৰ অকণমানি কোঠাটোলৈ। এই মুহূৰ্ততে যদি সি চন্দ্ৰালীৰ বুকুত আচাৰ খাই পৰিব পাৰিলেহেঁতেন।

সুন্দৰপুৰলৈ যোৱা শেষ বাছখন ধৰিবলৈ বুলি বিক্ৰম ওলাই আহিল ছুট্‌কেছটো হাতত লৈ। ৰাস্তাটোৰ মূৰলৈ আহি ৰিক্সা ষ্টেণ্ডত ৰিক্সা এখন বিচাৰিলে। খালী হৈ আছিল ষ্টেণ্ডটো। অলপ আচৰিত হ'ল সি। কমেও পাঁচ-দহখন ৰিক্সা পুৱাৰপৰা মাজনিশালৈকে যেতিয়াই তেতিয়াই ষ্টেণ্ডটোত বৈ থকা দেখা পাই আহিছে ইয়াত থাকিবলৈ লোৱাৰেপৰা। এনেকৈ সন্ধিয়া নৌহওঁতেই ষ্টেণ্ড খালী কৰি আটাইবোৰ ৰিক্সা নোহোৱা হোৱা এইবাৰেই প্ৰথম দেখিলে সি। হাতৰ ছুট্‌কেছটো গধুৰ গধুৰ লাগিল তাৰ। ষ্টেণ্ডটোৰ কাষতে থকা পাণদোকানখনৰ সন্মুখত বৈ সেইটো নমাই থ'লে কাষৰ বেঞ্চ এখনতে। চিনাকি দোকানীটোৱে তাৰ ফালে চাই হাঁহি এটা মাৰিলে।

"কোনফালে ওলাল?" —সি এইমাত্ৰ নমাই থোৱা ছুট্‌কেছটোলৈ চাই সুধিলে দোকানীটোৱে।

"ৰিক্সাবোৰ গ'লেই নেকি?" —তাৰ প্ৰশ্নৰ পোনপটীয়া উত্তৰ নিদি ৰিক্সাৰ খবৰ

ল'লে বিক্রমে।

পণ্ডিত নামৰ পাণদোকানীটোৱে খালী হৈ পৰি থকা ষ্টেগুটোৰ ফালে চালে এবাৰ।

"ময়ো অলপ পিছতে বন্ধ কৰিম দোকান। আজি অলপ দিনৰপৰা ৰিক্সা, ঠেলা একো নেথাকে সন্ধিয়াৰ পিছত। পাণ-তামোল, চাহ-ভাতৰ দোকানো সন্ধিয়াৰ পিছতে বন্ধ হৈ যায়।"

পুৰন্দৰ হাজৰিকা, বিজন চৌধুৰী, ভবানী বৰুৱা, সুপ্ৰভা, হেমপ্ৰভা, চন্দ্ৰালী, প্ৰশান্তহঁতৰ চিন্তা আৰু কথাৰে ঘোৰ পাক খাই থকা তাৰ মূৰটো হঠাৎ মুকলি হ'ল। আন্দোলনে ভৰপক দিছে ৰাজ্যখনত। বন্ধ, হৰতাল, পিকেটিং, অৱৰোধ এইবোৰ নিত্য-নৈমিত্তিক ঘটনা হৈ পৰিছে। অ'ত-ত'ত ৰেল লাইনৰ ফিচ প্লেট তুলি নিছে কুটাঘাতকাৰীয়ে। বাছষ্টেগু, চিনেমা ঘৰ, বজাৰ-সমাৰলৈ অহা মানুহৰ মাজত অবৈধ প্ৰব্ৰজনকাৰী বিচাৰি ল'ৰা কিছুমানে পিয়া-পি দি ফুৰিছে। সন্ধিয়াৰ পিছত ৰিক্সা, ঠেলা, ঘোঁৰাগাড়ী চলোৱা মানুহবোৰৰ পৰা মহানগৰীৰ কোনো কোনো ঠাইত পইচা-পাতি কাঢ়ি লোৱাৰ উপৰি সিহঁতক মাৰপিট কৰাৰো খবৰ ওলাইছে। পৰিস্থিতিৰ লগত মোকাবিলা কৰিবলৈ মোতায়েন কৰা পুলিচ, চি.আৰ.পি.য়েও আবেলিৰপৰাই য'তে-ত'তে যাকে-তাকে দাবী-ধমকি দি ৰাস্তা-ঘাট খালী কৰাৰ চেষ্টা চলাইছে। প্ৰায় সকলো মানুহেই সন্ধিয়াৰ আগে আগে ঘৰ সোমোৱাৰ চেষ্টা কৰে। পুৰন্দৰ হাজৰিকাৰ কামত ইফাল সিফাল কৰোঁতে সি চৰকাৰী গাড়ীয়েই ব্যৱহাৰ কৰিছিল বেছিভাগ সময়। লগত দুই-চাৰিটা ল'ৰাও থাকিছিল অনবৰত। সন্ধিয়াতে মৰিশালি হৈ পৰা তাৰ চিনাকি চহৰখনৰ এই ৰূপ তাৰ চকুত নপৰাৰ কাৰণ সেইটোৱেই। ক্ষমতাৰ কাষ চাপি তাৰ চকুত চানি পৰিছিল। ক'ব নোৱাৰাকৈয়ে হাতৰ তলুৱাৰে চকু দুটা মোহাৰি ল'লে বিক্ৰমে।

"ৰিক্সা, ঠেলা, ঘোঁৰাগাড়ী চলোৱা বহুত মানুহ 'দেচ'লৈও গুচি গৈছে।"

গ্ৰাহক দুজনমানৰ পাণত খয়েৰ ঘঁহি ঘঁহি পণ্ডিতে তাক তাৰ চিনাকি চহৰখনৰ অচিনাকি খবৰবোৰ দিছিল।

"ভাড়া-টাড়া লৈ গলিৰ ভিতৰলৈ যাবলৈ ভয় কৰে সিহঁতে। পাৰাই পাৰাই কিছুমান ল'ৰাই দিগদাৰ কৰে। দুই পইচা কামাই কৰিবলৈ গৈ ওলোটাই লপা-থপা খাই হাত-মুখ ভাঙি অহাৰ কি দৰকাৰ আছে?" —পাণ দুখন গ্ৰাহক দুজনক দি পণ্ডিতে পইচা থোৱা বাকচটো খুলিলে।

"ভয় মোৰো লাগে। চান্দা বিচাৰি যেতিয়াই তেতিয়াই ল'ৰাবোৰ আহি থাকে। আগতে বিহু, পূজাৰ সময়ত দুই-চাৰি টকা চান্দা বিচাৰি ওচৰ-পাজৰৰ ল'ৰা কিছুমান আহিছিল বছৰত এক দুইবাৰ। ভালেই লাগিছিল দুই চাৰি টকা দি বিহু পূজাৰ স্ফূৰ্তিত ভাগ ল'বলৈ। এতিয়া ক'ৰ ল'ৰা কেতিয়া আহে একো ঠিক নাই। দিন-ৰাতিৰো হিচাপ নাই। দোকানত

বহিবলৈকে ভয়। ভাবিছোঁ, মযো অলপ দিনৰ কাৰণে 'দেচ'লৈকে যাওঁগৈ।" —বিক্রমে চুপ্-চাপ্ শুনি আছিল তাৰ কথা। পুৰন্দৰ হাজৰিকাই নিতৌ নতুন নতুন পৰিকল্পনা কৰিছে। আন্দোলনৰ নামত একজোঁট হ'ব খোজা মানুহখিনিক জাত-পাত, গোষ্ঠী, সম্প্রদায়, ধর্ম আৰু ৰীতি-নীতিৰ দোহাই দি ভাগ ভাগ কৰি পেলাবলৈ নিতৌ নতুন সংগঠন পাতিছে। বিশেষ বিশেষ অঞ্চল আৰু গোষ্ঠীৰ কাৰণে স্বায়ত্ত শাসনৰ দাবী তুলিছে। সেইসকলে নিজা নিজা ভাষা, সাহিত্য আৰু সংস্কৃতিৰ সংৰক্ষণ আৰু বিকাশৰ কাৰণে নিজৰ নিজৰ অঞ্চলত বেলেগে বেলেগে অধিবেশন পাতিছে। বিভিন্ন গোষ্ঠীৰ তিৰোতাসকলক জাতীয় পৰম্পৰাৰ পোছাক-পৰিচ্ছদ পিন্ধিবলৈ বাধ্য কৰি যুৱ ছাত্র সংগঠনবোৰে ফটোৱা জাৰি কৰিছে।

এই আটাইবোৰ পৰিকল্পনাৰ বাস্তৱ ৰূপ দিবলৈ টকা লাগে এই সংগঠনবোৰৰ নেতা কর্মীসকলক। পুৰন্দৰ হাজৰিকাই উদযভানুৰ হাতেৰে পঠোৱা পইচাৰে আটাইবোৰ খৰচ চলোৱা সম্ভৱ নহয়। দোকানী-পোহাৰী, ৰিক্সাৱালা-ঠেলাৱালা, বনুৱা পমুৱা সকলোৰেপৰা এই সংগঠন আৰু অনুষ্ঠানবোৰে দাবী ধমকি দি হ'লেও যি পাৰে পা পইছা তুলি নিযে। প্রতিবাদ কোনেও নকৰে, কৰাৰ সাহসো নাই। কাৰণ ইহঁতবোৰৰ বেছিভাগেই ৰাজ্যৰ বাহিৰৰপৰা জীৱিকাৰ সন্ধানত অহা মানুহ।

পণ্ডিতে কিবাকিবি কৈযেই আছিল। অলপ সময় আগতে মুকলি লগা তাৰ মন মগজু আকৌ ধুঁৱলি-কুঁৱলি হৈ পৰিল। ছুট্‌কেছটো তুলি ল'লে সি। বাছষ্টেণ্ডলৈ কমেও তিনি কিলোমিটাৰ যাব লাগিব। চিটিবাছ পাব পাৰে ঘাইপথলৈ ওলালে। তালৈকে আধা কিলোমিটাৰ বাট সেইটো নিজেই কঢ়িয়াই নিব লাগিব।

টিলিঙা বজাই, কেৰাচিনৰ টিম্‌টিমিয়া চাকি জ্বলাই চহৰৰ বাটে-পথে নিশা এপৰলৈকে ঘূৰি ফুৰিছিল চাইকেল ৰিক্সাৰ শাৰী। বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, বিষয়া-কর্মচাৰী সকলোকেই সেইবোৰত উঠি চহৰৰ ইমূৰ-সিমূৰ কৰিছিল। মিতিৰ-কুটুমৰ ঘৰলৈ গৈছিল, আলহী খাইছিল। ৰেলষ্টেচন, বাছষ্টেণ্ড, হাট-বজাৰ আটাইবোৰলৈকে আছিল অবাধ গতি চাইকেল ৰিক্সাৰ। সৰহখিনি বিহাৰী বনুৱাই চলোৱা সেইবোৰ ৰিক্সাত উঠি ফুৰা মানুহখিনিৰ প্রায় আটাইখিনিযেই আছিল থলুৱা চহৰবাসী। কোনো অশান্তি নাছিল এই কথা লৈ ইমানদিনে। অবৈধ প্রব্রজনকাৰীৰ বিৰুদ্ধে আৰম্ভ হোৱা আন্দোলনটোৱে খাটি খোৱা মানুহখিনিৰ মুখৰ ভাত কাঢ়ি নিব খোজা এই ভয়ঙ্কৰ পৰিস্থিতিৰ সৃষ্টি কেনেকৈ হ'বলৈ পালে? কাৰ ষড়যন্ত্রত থলুৱা ডেকাইঁতে এনে আপোনঘাতী কামত হাত দিলে? তাৰ নিজলৈকে খং উঠিল। পুৰন্দৰৰ হাতৰ পুতলা হৈ কটোৱা সময়খিনিৰ কথা মনত পেলাই আকৌ এবাৰ সি হুমুনিয়াহ কাঢ়িলে।

ছুট্‌কেছটো বৰ গধুৰ যেন অনুভৱ হৈছিল বিক্রমৰ। ফুটগধূলিতে কাম সামৰি পৰিয়ালৰ

মুখৰ ভাত কাঢ়ি আনিবলগীয়া হোৱা দুখৰ বোজাই গধুৰ কৰা ৰিক্সাবালা, ঠেলাবালাকিটাৰ বুকুবোৰৰ দৰেই গধুৰ হৈ আহিল বিক্রমৰ বুকুখনো। ছুট্‌কেছটো দুহাতেৰে দাঙি মূৰৰ ওপৰলৈ তুলি ল'লে সি। পশ্চিমৰ আকাশত বেলিটো মাৰ গৈছিল ইতিমধ্যে। লাহে লাহে নামি আহিছিল দীঘল চুলি মেলি ডাঠ ক'লা এন্ধাৰ এখিনি। মূৰত তুলি লোৱা ছুট্‌কেছটোৰে সৈতে বিক্রমৰ ছায়ামূর্তিটো ঘাইপথৰ ফালে ধীৰ খোজেৰে আগবাঢ়ি গৈ থাকিল।

# বত্ৰিছ

ভবানী বৰুৱাৰ লগত বিক্ৰমে কথা পাতিছিল, দেশ আৰু ৰাইজৰ কথা।

"জাতি, গোষ্ঠী, সম্প্ৰদায়, ভাষা আৰু ধৰ্মীয় মৌলবাদৰ টনা-আঁজোৰাত ৰাজ্যখন ভৰা লুইতত পাৰি দিয়া টুলুঙা নাৱৰ দৰে হৈছে। মাজপানীৰ কোবাল সোঁতত পৰি অথিৰ-অবিৰ হোৱা নাও এখনৰ দৰে ডুবো ডুবো অৱস্থা ৰাজ্যৰ প্ৰশাসনৰ। সাতামপুৰুষীয়া ঐক্য, সংহতি, পাৰস্পৰিক বুজাবুজি আৰু মিলাপ্ৰীতিৰ ঠাই ল'লে লৈছে হিংসা, অসূয়া আৰু অবিশ্বাসে।। ভৰা লুইত পাৰ কৰোৱাৰ দায়িত্ব লোৱা নাৱৰীয়াসকলৰ হাতৰ বঠা ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতত উটি যোৱা যেন মোৰ অনুভৱ হৈছে। পুৰন্দৰ হাজৰিকাই পৰিস্থিতিৰ সুবিধা লৈ এইবাৰ নামনিৰ ফালেও ঘটনা এটা ঘটাব পাৰে। ভূমিপুত্ৰৰ সংজ্ঞা বিচাৰি বড়ো, কছাৰী, কোঁচ, লালুং, বামুণ, শূদিৰ ভাগ ভাগ হৈছে"— হুমুনিয়াহ কাঢ়িলে ভবানী বৰুৱাই। বিক্ৰমেও দেখিছে জনজাতিসকলে দাবী কৰিছে কিৰাটৰ বংশধৰ সকলেই আচল ভূমিপুত্ৰ। ৰাজ্যখন এভাগ কিৰাট আৰু আনভাগ চুকাফা আৰু লাচিতৰ উত্তৰ পুৰুষসকলৰ মাজত সমানে দুভাগ হ'ব লাগে বুলি নামনিত আৰম্ভ হৈছে আৰু এটা নতুন আন্দোলন। অবৈধ প্ৰব্ৰজনৰ বিৰুদ্ধে আৰম্ভ কৰা যুঁজখন এইবাৰ ভূমিপুত্ৰ আৰু থলুৱাৰ মাজলৈকো সম্প্ৰসাৰিত হ'ল। দশভূজাৰ ইচ্ছানুসাৰে দফাই দফাই আলোচনাও চলি থাকিল, কেতিয়াবা চৰকাৰী অতিথিশালত, কেতিয়াবা পঞ্চতাৰকাযুক্ত হোটেলত। বহুত কথাই আলোচনা হ'ল বিষয়া পৰ্যায়ত, বিভাগীয় মন্ত্ৰীৰ প্ৰত্যক্ষ হস্তক্ষেপত। কিন্তু বিদেশী বিতাড়নৰ কাৰণে না ভিত্তি বছৰ নিৰ্ধাৰণ কৰা সম্ভৱ হ'ল, না সংশোধন কৰা হ'ল একাৱন্ন চনক ভিত্তি বছৰ হিচাপে লৈ দেশৰ নাগৰিকপঞ্জী। সংকট আৰম্ভ হ'ল সাংবিধানিক পৰ্যায়তো। পাঁচ বছৰীয়া ম্যাদ উকলি যোৱা বিধানসভা এখনক আৰু বেছি সময় মুলতুবী কৰি ৰখা অসম্ভৱ হ'ল। পুৰণা মতদাতাসূচী মতেই সাংবিধানিক প্ৰয়োজনীয়তা ৰক্ষাৰ খাতিৰত অনুষ্ঠিত কৰিবলৈ ওলোৱা নিৰ্বাচনৰ প্ৰস্তাৱ গ্ৰহণ নকৰিলে আন্দোলনকাৰী নেতৃত্বই। সংবিধান সংশোধন কৰা বা বিশেষ ব্যৱস্থাৰে নিৰ্বাচন পিছুৱাই দিয়াৰ কথাও বিবেচনালৈ নাহিল দশভূজাৰ। ফাগুনৰ পচোৱাৰ লগতে আহিল বহুৱতী আবিৰৰ খেলা। পলাশ আৰু মদাৰৰ ৰঙৰ লগত মিহলি হ'ল হাজাৰ হাজাৰ মানুহৰ কলিজাৰ ৰং। এক কোটি মানুহৰ নাম থকা মতদাতাসূচীৰ ভিতৰৰ এক লাখতকৈও কম মানুহে নিৰ্বাচনত ভোট দিলে। এক শতাংশ ভোটদাতাই নিৰ্বাচিত কৰিলে ছকুৰিতকৈও অধিক গৰাকী জনপ্ৰতিনিধি। পুৰন্দৰ হাজৰিকাৰ হাতত উঠিল ৰাজদণ্ড, শিৰত মুকুট। দশভূজাই পেলালে স্বস্তিৰ নিশ্বাস।

দুবছৰ ধৰি আকাশ ছানি থোৱা কুকুহা ফালি ওলাল আকৌ এটা নতুন ৰঙা বেলি। বিক্ৰমৰ কথাত হয়ভৰ দিলে ভাবনী বৰুৱাই।

বিক্ৰমে ৰাস্তাই ঘাটে, হাটে-বজাৰে নতুনকৈ উদিত হোৱা বেলিটোৰ ফালে লক্ষ্য কৰিলে। এই আধা উঠা বেলি দেখি অলপ আচৰিত হৈছিল সি। ডেৰ হাজাৰ বছৰে পূৰ্ণ সূৰ্যৰ আলোকেও পোহৰাব নোৱৰা এইখন দেশ আধা উঠা বেলিয়ে পোহৰাব কিদৰে সি ভাবি নেপালে? উজনি-নামনিৰ চাহ বাগিছা, বেত-বাঁহৰ জাৰণি, ডিব্ৰু-চৈখোৱা-কাজিৰঙাৰ গহন বননি, লুইত-সোৱণশিৰি-জীয়া ভৰলীৰ বালি চাপৰি এইবোৰৰ বুকু ফালি মাজে মাজে অ'ত-ত'ত ওলাল এইবোৰ সৰু সৰু আধা উঠা বেলি। নিমিষে ওলাই নিমিষে নুমাই যোৱা পোহৰৰ ছিটিকনি পৰিল ক'ৰবাত ক'ৰবাত, যাৰ অনাহুত স্পৰ্শই দহি নিলে বহুতৰে বক্ষস্থলী। প্ৰশান্তহঁতৰ লগৰবোৰৰো কিছুমানক এই বেলিয়ে আকৰ্ষণ কৰিছিল। কিছুমানে এইটো বেলিৰ পোহৰ বিচাৰি পাহাৰীয়া পথ ধৰিছিল। কিছুমানে অ'ত-ত'ত হোৱা গাজনি-ঢেৰেকনিৰ সুবিধা ল'ই নিজৰ স্থিতি সুদৃঢ় কৰাৰ চেষ্টা কৰিছিল। বেয়া পোৱা নাছিল পুৰন্দৰ হাজৰিকায়ো। ইমানদিনে উজনি, নামনি আৰু খোদ গুৱাহাটীৰ সোণ-ৰূপৰ খনিৰ একছত্ৰী অধিকাৰ কায়েম কৰি সুখ নিদ্ৰাত মগ্নসকলৰ চকুৰ টোপনি [illegible]াইছিল। দিন দুপৰত, দুৰ্গ সদৃশ নিজৰ বাসভৱনত, প্ৰহৰীবেষ্টিত কাৰ্যলয় আৰু কাৰখানাত ক'তো নিৰাপদ অনুভৱ নকৰিছিল একালৰ সৰ্ব শক্তিশালী এই বনিক গোষ্ঠীয়ে। আধা উঠা সূৰ্যৰ পৰা বিচ্ছুৰিত স্ফুলিঙ্গই সৃষ্টি কৰিব পৰা খাণ্ডৱদাহ ৰোধ কৰাৰ উপায় বিচাৰি পুৰন্দৰ হাজৰিকাৰ ওচৰ চাপিছিল এই মানুহখিনি। ইমান বছৰে প্ৰতিখন ৰাজহুৱা সভা, প্ৰতিটো প্ৰতিবাদী কাৰ্যসূচী, পৰিদৰ্শন আৰু পৰিভ্ৰমণৰ কাৰণে হাই কমাণ্ডৰ হুকুম লৈ অহা শুভাকাঙ্ক্ষী আৰু দেশহিতৈষীৰ প্ৰতিটো দাবী পূৰণৰ কাৰণে যাৰ সন্মুখত হাত পাতিবলগীয়া হৈছিল পুৰন্দৰহঁতৰ দৰে নেতা-পালিনেতাবোৰে, এতিয়া সেই একেখিনি মানুহে নিজেই আহি পুৰন্দৰৰ দুৱাৰডলিত ঢালি দিছিল কুবেৰৰ ঐশ্বৰ্য বান্ধি অনা বৰ বৰ কাগজৰ টোপোলা। নতুন উদ্যমেৰে পুৰন্দৰ হাজৰিকা কামত লাগিল। নিৰানব্বৈ লাখৰ অনুপস্থিতিত এক লাখ মতদাতাই হাজৰিকাৰ হাত শক্তিশালী কৰিবলৈ পঠাই দিছিল তিনিকুৰি এনে ব্যক্তি যি তেওঁৰ একান্ত অনুগামী। পথ দ্ৰষ্টাৰ অনুকৰণেৰে সেইসকলেও গঢ়ি তুলিলে নিজা নিজা অনুগত বাহিনী। কিৰাট ৰাজ্যতো আৰম্ভ হ'ল উৎখাত অভিযান। ক'ৰবাত ৰেল বাগৰিল, ক'ৰবাত বোমা ফুটিল। কোনোবা দেৱালত আঁকা হ'ল আধা আঁকা সূৰ্যৰ ছবি। স্কুল, কলেজ, অফিচ, কাছাৰীৰ চৌহদত লিখা হ'ল এটা নতুন দাবী দেশ ভাগ কৰা; ফিফ্‌টি ফিফ্‌টি। পুৰন্দৰে সেইকুৰা জুইত ছটিয়াব খুজিলে তেওঁৰ হাতৰ কমণ্ডলুৰ শান্তি পানী। হাজৰিকাৰ সহায়ৰ কাৰণে দশভূজাই পঠিয়াই দিলে খাকী আৰু কলপতীয়া বস্ত্ৰ পৰিহিত শান্তি বাহিনী। চহৰ-নগৰৰ অলিয়ে-গলিয়ে বিয়পি পৰিল শিৰস্ত্ৰাণ পৰিহিত

আৰু শান্তি সমৃদ্ধিৰ এই নতুনৰ বাৰ্তাবাহী। এইসকল শান্তিদূত মেকুৰীৰ ভযত নিগনি গাঁতত সোমোৱাদি গাতে গাতে সোমাই পৰিল দেশ আৰু জাতিৰ ভৱিষ্যৎ সুৰক্ষাৰ ঠিকা লোৱা যুৱ বাহিনী। অৱশ্যে নদী আৰু পাহাৰ একাকাৰ কৰি কাষলতিৰ তলত উদিত সূৰ্যৰ ছবি সাবটি এচাম নতুন পুৰুষে চলাই থাকিল অ'ত-ত'ত বাৰুদৰ ফুলজাৰী।

হতাশ হৈছিল প্ৰশান্তহঁতৰ সংগঠন। বাৰে বাৰে আলোচনা কৰিও আগবাঢ়িব পৰা নাছিল সন্তোষজনক কোনো সমাধানৰ ফালে। যিমানে দীঘলীযা হৈছিল আলোচনা, সিমানে হাজৰিকাৰ গুৰুত্ব বাঢ়িছিল দশভূজা আৰু শক্তিপুত্ৰৰ নিভৃতকক্ষত। আলোচনাৰ মেৰপাকত সুমুৱাই ল'ৰাহঁতক ঘানীৰ গৰুৰ দৰে ঘূৰাইছিল পুৰন্দৰে। একেখিনি মানুহৰ লগতে একেবোৰ কথাকে লৈ আলোচনাৰ নামত প্ৰশান্তহঁতৰ নিচিনা কেইটামান নেতা-পালিনেতা বাৰে বাৰে ৰাজধানীলৈ অহা-যোৱা কৰিছিল। প্ৰতিবাৰে সংবাদ মাধ্যমত ডাঙৰ ডাঙৰ হৰফেৰে খবৰ ওলাইছিল এইবাৰৰ আলোচনাক লৈ কিমান আশাবাদী প্ৰতিনিধিবৰ্গ। ঘূৰি অহাৰ খবৰ প্ৰায়বোৰ কাগজেই নচপাইছিল।

বিক্ৰমে মন কৰিছিল স্কুল-কলেজ, অফিচ কাছাৰীত, ছাত্ৰ ছাত্ৰী, বিষয়া কৰ্মচাৰীৰ উপস্থিতি বাঢ়িছিল। একে সময়তে কিৰাট ৰাজ্যত বন্ধ-পিকেটিঙৰ প্ৰকোপ চৰিছিল। প্ৰশান্তহঁতৰ কাৰণে সেইবোৰ অঞ্চললৈ আগৰ দৰে মুকলিমূৰীযাকৈ যোৱাটো লাহে লাহে বিপদজনক হৈ আহিছিল। এসময়ত দেৱতা জ্ঞান কৰা একেখিনি যুৱ ছাত্ৰ নেতাৰ আহ্বানত মানুহে এতিয়া তিনিআলি মূৰত থিয় হ'বলৈকো অমান্তি হোৱাৰ লেখীয়া ঘটনা লাহে লাহে বাঢ়ি আহিছিল। আন্দোলনকাৰীৰ এনে অৱস্থা দেখি উদযভানুক পঠিয়াই দিছিল পুৰন্দৰে ভিতৰুৱাকৈ কিবা এটা হেস্ত-নেস্ত কৰিবলৈ। বিক্ৰমক কথাবোৰ জনাইছিল প্ৰশান্তই। উদয়ভানুৰ বিষয়ে সতৰ্ক থাকিবলৈ কোৱাৰ বাহিৰে আৰু একো কথা নক'লে সি। ঘটনা, পৰিঘটনাবোৰ জটলগা সূতাৰ লেখীয়া হৈছিল। পাকৈত শিপিনীৰ কাৰণেও সেই জট ভঙা টান। বিক্ৰম আৰু প্ৰশান্তহঁতৰ হাত এনেবোৰ জট ভাঙিব পৰাকৈ এতিয়াও পৈণত হোৱা নাই। ধুৰন্ধৰ পুৰন্দৰে যে সেই কথা বুজিয়েই 'হাইকমাণ্ড'ক আলোচনাৰ সমগ্ৰ প্ৰক্ৰিয়াটো দীঘলীয়া কৰি গৈ থকাৰ বুদ্ধি দিছিল সেযা প্ৰশান্তহঁতৰ কোনো এটায়ো বুজি পোৱা নাছিল।

চন্দ্ৰালীৰ খবৰ ল'বলৈ বুলি বিক্ৰম ভবানী বৰুৱাৰ ঘৰলৈ ওলাল। তাইৰ ফাইনেল পৰীক্ষা হৈ গৈছিল ইতিমধ্যে। পৰীক্ষাৰ খবৰ ল'বলৈ কলেজলৈকে যাব বুলি ভাবিছিল সি। কিবাকিবি কাৰণত সেই সময়ত যাব নোৱাৰিলে। মনটো বেয়া লাগিছিল তাৰ। পৰীক্ষা শেষ হোৱাৰ পিছদিনা হোষ্টেল ওলাইছিলগৈ। চকীদাৰটোৱে গেটৰ বাহিৰতে খবৰ দিলে চন্দ্ৰালীক দেউতাকে ৰাতিপুৱাই তাইক লৈ যোৱাহি বুলি তাৰো দুমাহ পিছত সিও আহিল ঘৰলৈ। সেইখিনি সময়তে প্ৰশান্তহঁত আকৌ এবাৰ ৰাজধানীলৈ গ'ল আলোচনা

কৰিবলৈ।

সি পদূলিমূৰতে পালে জয়ন্তক। হাইস্কুলৰ ওপৰ শ্ৰেণী পাইছিলগৈ ইতিমধ্যে চন্দ্ৰালীৰ সৰু ভায়েকটোৱে। লগৰ ল'ৰা এটাৰ লগত পদূলিমূৰতে কথা পাতি আছিল সি। বিক্ৰমক দেখি ল'ৰাটোক বিদায় দিলে জয়ন্তই।

"আহক, আহক। কিমান দিনৰ মূৰত আহিল আপুনি!" —উচ্ছ্বাসেৰে বিক্ৰমৰ ওচৰ চাপি আহিল সি। মনটো ভাল লাগিল বিক্ৰমৰ। হাঁহি এটা আপোনা-আপুনি ওলাই আহিল।

"বহুত ডাঙৰ হ'লা তুমি। এতিয়া গৰমৰ বন্ধ নেকি?" —হাতখন আগবঢ়াই দিলে বিক্ৰমে। দুয়োখন হাতেৰে তাৰ হাতখন চেপি ধৰিলে জয়ন্তই।

"বন্ধ খুলিবৰে হ'ল। আপুনি আহিব বুলি আমৈয়ে কৈছিল সিদিনা। মই বাট চায়েই আছিলো। আজিকালি আপুনি ইমান কমকৈ আহে। আমৈয়ে প্ৰায়েই দুঃখ কৰে আপুনি ঘৰলৈ পাহৰিলেই বুলি। মায়েও কয় বাৰ্লৈকো চিঠি-পত্ৰ নিলিখে আপুনি আজিকালি। চবেই কয় আপোনাৰ কথা।" —একে উশাহে কৈ গ'ল জয়ন্তই। বিক্ৰমে লাজ পাইছিল। ঠিকেই কৈছে সি। কিবোৰ কামত যে লাগি আছিল ইমানদিনে! ঘৰে ঘৰোৱাহে মানুহখিনিয়ে তাৰ্লৈকেতো বাট চাই থাকে। কেনেকৈ এইবোৰ কথা তাৰ মনত নপৰিছিল ইমানদিনে?

"এইবোৰ আং-বাং কামৰ কথা নক'বা আৰু। কোৱাচোন কোৱা, তোমাৰ খবৰ কোৱা।" —মনটো মুকলি লাগিল তাৰ। চন্দ্ৰালীক লগ পাবলৈ সি ব্যগ্ৰ হৈ উঠিল।

"মোৰ খবৰ ভাল। স্কুল খুলিলেই ছমহীয়া হ'ব। এইবাৰ বেছিকৈ বন্ধ-চন্ধবোৰ নহ'ব চাগে।" —শেষৰ কথাখিনি অলপ সন্দেহেৰে ক'লে সি।

হ'ব পাৰে, কিবা এটা সমাধান ওলাব পাৰে অচিৰেই। সঠিক নেজানে সি। মানুহবোৰ ভাগৰুৱা হৈছে। পথাৰ-সমাৰ বাদ দি অফিচ-কাছাৰী, কল-কাৰখানা, স্কুল-কলেজৰ সন্মুখত হোৱাই-নোহোৱাই ধৰ্ণা দিবলৈ মানুহ আগবাঢ়ি নহা হৈছে। প্ৰশান্তহঁতৰ লগৰবোৰৰো একেই অৱস্থা। কিবা এটা কৰি নাক বচোৱাৰ চিন্তা কৰিছে সৰহভাগ নেতাকৰ্মীয়ে। পুৰন্দৰ হাজৰিকাই একমাত্ৰ ব্যক্তি যি এই অৱস্থাটো উপভোগ কৰিছে যোল্লঅনাই। মানুহটোৱে বিচৰা ধৰণেই ঘটনাবোৰ ঘটি আছে। উদয়ভানুৱে বিক্ৰমক কৈছিল পুৰন্দৰ হাজৰিকাৰ লগত থাকিলে লাভেই লাভ। ক্ষমতা, ধন, প্ৰতিপত্তি, একোৰে অভাৱ নহ'ব। নিশ্চিতভাৱে এই সীমামূৰীয়া ৰাজ্যখনৰ একছত্ৰী সম্ৰাট হ'বলৈ গৈ আছে পুৰন্দৰ হাজৰিকা। ভাল নেলাগিছিল তেনেকুৱা কথাবোৰ বিক্ৰমৰ। কেৱল আত্মপ্ৰতিষ্ঠাৰ স্বাৰ্থত কোটি কোটি মানুহৰ ভৱিষ্যতক লৈ যি হেতালি খেলিব পাৰে অহৰ্নিশে তেনে এজন মানুহৰ লগত থাকিবপৰাৰ মানসিকতা নাই তাৰ।

জয়ন্তই হাতত ধৰিলে—"কি হ'ল, আকৌ কি ভাবিবলৈ ধৰিলে? ব'লক, ব'লক

দেউতা-মা-বা আটাইবোৰ ঘৰতে আছে। আপুনি আহিব বুলি গম পাই তেওঁলোকে। কেতিয়া আহিব সেইটোহে গম পোৱা নাছিল।"

ল'ৰাটোৱে টানি লৈ গ'ল বিক্রমক। চিনাকি পদূলিৰে সোমাই যাওঁতে পাৰ হৈ যোৱা সময়বোৰ যেন উলটি আহিল নিমিষতে। বাটৰ বকুল দুজোপা ডাঙৰ হৈছে। তলসৰা বকুলৰ গোন্ধে আমোলমোলাই আছে গোটেই চৌহদটো। দীঘলকৈ উশাহ ল'লে সি। বকুলৰ গোন্ধৰ সৈতে উটি আহিছিল চন্দ্রালীৰ চুলিৰ গোন্ধ। দিখৌৰ পাৰৰ এটা নিৰিবিলি আবেলি সি বুকুত সাবটি লৈছিল চন্দ্রালীৰ পাটগাভৰু যৌৱন। সেই দিনাও বকুলৰ গোন্ধে আমোলমোলাই আছিল তাইৰ উন্মুক্ত কেশৰাশি।

"বাৰৈ কিয় আপুনি চিঠি লিখা নাই?" —হঠাতে সুধিলে জয়ন্তই।

"বায়ে কৈছে?"

"নাই কোৱা। কিন্তু বাই পৰীক্ষা শেষ কৰি অহা দুমাহ হ'ল। আপোনাৰ পৰা এখনো চিঠি অহা দেখা নাই এই দুমাহত। আগতেতো বা ইয়াত থাকোঁতে আপোনাৰ চিঠি আহিয়েই থাকিছিল। দুপৰীয়া দুপৰীয়া পিয়নৰ চাইকেলৰ বেল বাজিলেই দৌৰি ওলাই গৈ ময়েইতো আনিছিলো গৈ বাৰৈ লিখা আপোনাৰ চিঠি। বাৰ লগত কাজিয়া কৰিছে নেকি আপুনি?"

সন্মুখৰ দুৱাৰ খুলি ওলাই আহিল চন্দ্রালী। হয়, হয়। খুব শান্ত, ধীৰ খোজেৰে ওলাই অহা ছোৱালীজনী তায়েই আছিল। তাৰ আশৈশৱ লগৰী। তাৰ প্রেমাস্পদ। বুকুখন মোচৰ খাই উঠিল বিক্রমৰ। কিয় মুখত হাঁহি নাই চন্দ্রালীৰ। সি, সিয়েই নহয়নে চন্দ্রালীৰ মুখৰ হাঁহি কাঢ়ি নিয়াৰ দোষত দোষী একমাত্র ব্যক্তি?

"কেতিয়া আহিলা?" —জীয়েকৰ পিছে পিছে ওলাই আহিছিল হেমপ্রভা। খন্তেক তভক মাৰি ৰৈ সি চন্দ্রালীৰ চকুলৈ চাইছিল।

"আহাঁ, ভিতৰলৈ আহাঁ।" —দুৱাৰৰ পৰ্দা আঁতৰাই একাষৰীয়াকৈ থিয় হৈছিল চন্দ্রালী।

# তেত্ৰিছ

এনেকুৱা এটা ঘটনা ঘটিব পাৰে বুলি সপোনতো ভবা নাছিল পুৰন্দৰ হাজৰিকাই। অকল পুৰন্দৰ হাজৰিকাই নহয়, দেশৰ শতকৰা নিৰানব্বৈজন মানুহেই বোধহয় এনেকুৱা কিবা এটা হ'ব পাৰে বুলি ভবা নাছিল। তথাপি ঘটনাটো ঘটিল। দেশ-বিদেশৰ ৰজা-প্ৰজা সকলোকে চমকাই ঘটি গ'ল ঘটনাটো। নিজৰ দেহৰক্ষীয়েই থকা-সৰকা কৰি পেলালে দশভূজাৰ নশ্বৰ দেহ। ৰক্তাম্বৰৰ দুৰ্গৰ দৰেই অভেদ্য আপোন বাসগৃহতে ভূ-লুণ্ঠিত হ'ল বিশ্বৰ সবাতোকৈ শক্তিশালী নাৰীগৰাকী। মহিষমৰ্দিনীৰূপে কোটি কোটি জনতাই পূজা কৰা এই গৰাকী নেত্ৰীয়ে প্ৰাণ দিব লগা হ'ল এটা সামান্য গা-ৰখীয়াৰ হাতত। কি অসহনীয় উপহাস মানৱ জীৱনৰ, ক্ষমতা আৰু ক্ষমতাশালীৰ ইতিহাসৰ!

বিক্ৰমে ভাবিলে— আছে, আছে বুৰঞ্জীৰ পাতে পাতে আছে, দেশে দেশে বাৰে বাৰে ঘটি যোৱা এনেবোৰ ঘটনাৰ অনেকবোৰ লোমহৰ্ষক বিৱৰণি। প্ৰাচ্য আৰু প্ৰতীচ্যৰ প্ৰত্যেকখন দেশৰ বুৰঞ্জীত লিপিবদ্ধ আছে এইবোৰ ঘটনাৰ চাক্ষুষ আৰু তথ্যভিত্তিক কাহিনী। বহু জাতি, বহু ধৰ্ম, বহু ভাষা আৰু বহু ভৌগোলিক বিভিন্নতা থকা অঞ্চলত এটা জাতি, এখন দেশ, এটা মতাদৰ্শক লৈ এখন সাম্ৰাজ্য গঠন কৰা প্ৰচেষ্টাৰ বিৰুদ্ধে সকলো দেশতে সকলো সময়তে কোনোবাই নহয় কোনোবাই প্ৰতিবাদ সাব্যস্ত কৰি আহিছে। ইতিহাসৰ পুনৰাবৃত্তি হয় যুগে যুগে। তাৰেই যেন প্ৰমাণ স্বৰূপে মাত্ৰ এটা যুগৰ ব্যৱধানত প্ৰাণ দিব লগা হ'ল এনে এগৰাকী নাৰীয়ে যি মাত্ৰ বাৰ বছৰ আগতে আন এখন দেশ, আন এটা জাতিৰ স্বাধীনতা কায়েম কৰাৰ স্বাৰ্থত লিপ্ত হৈছিল আন এখন ৰক্তক্ষয়ী যুদ্ধত। মুক্ত কৰিছিল মাত্ৰ পঁচিছটা বছৰ আগতে ধৰ্মৰ ভেটিত সৃষ্টি হোৱা আন এখন দেশৰ কব্জাৰপৰা মুক্ত কৰিছিল মুক্তিকামী সাত কোটি জনতাক। সেই ঘটনাৰ মাত্ৰ দহটা বছৰৰ ভিতৰতে সেই একেগৰাকী মহিষমৰ্দিনী দশভূজাৰ নিজৰ দেশতেই আৰম্ভ হৈছিল ধৰ্মৰ ভিত্তিত দেশক খণ্ডিত কৰাৰ দাবী। অৱশ্যেই মোকাবিলা কৰা হৈছিল সেই দাবীৰ সমৰ্থনত গঢ়ি উঠা বিদ্ৰোহ আৰু কূটাঘাতৰ বিধ্বংসী শক্তিৰ। কিন্তু তথাপি তুঁহ জুইৰ দৰেই উমি উমি জ্বলি আছিল প্ৰতিশোধৰ জুই। আৰু তাৰেই ফলশ্ৰুতিত গুলীৰ আঘাতে থকাসৰকা কৰিছিল 'আমীৰ গৰীব'ক একেলগ কৰি 'আম আদমী'ৰ কাৰণে সোণৰ ভৰত গঢ়িব খোজা দেশৰ কোটি কোটি জনতাৰ দ্বাৰা পূজিত সেই নাৰী।

এই অঘটনে ঘিউ ঢালিছিল বিশাল দেশখনৰ চুকে-কোণে। খোদ ৰাজধানীৰ ৰাস্তা-পদূলি, অলি-গলি, ঘৰ-বাৰী হাজাৰ হাজাৰ নিৰ্দোষী মানুহৰ তেজেৰে ৰাঙলী হৈছিল।

প্ৰচণ্ড ধুমুহাই ধাহি-মুহি লৈ গৈছিল উত্তৰ-দক্ষিণ-পূব-পশ্চিমত হাজাৰ হাজাৰ বছৰ ধৰি সযতনে গঢ়ি তোলা শান্তি আৰু সহনশীলতাৰ থুনুকা বালিঘৰ। ৰাজপথত জীয়াই জীয়াই পুৰি পেলোৱা হৈছিল নিঃস্ব আৰু দুঃস্থ মানৱতাক। তৰোৱালৰ খোচত ফাটি গৈছিল সন্তানসম্ভৱা মাতৃৰ গৰ্ভ। নৰমুণ্ডৰে খেলা হৈছিল ৰাজনীতিৰ পথাৰত ফুটবল খেল। গুলী ফুটোৱা গা-ৰখীয়াৰ ধৰ্মত বিশ্বাস কৰাৰ অপৰাধত ৰাজধানীকে ধৰি দেশৰ কেইশাখনো চহৰত প্ৰাণ দিছিল শ শ বছৰ ধৰি দেশৰ পশ্চিম সীমান্তৰে অহা শত্ৰু সৈন্যক প্ৰবল পৰাক্ৰমেৰে বাধা দি ৰখা এটা বীৰ জাতিৰ হাজাৰ হাজাৰ নিৰপৰাধী নৰ-নাৰীয়ে।

প্ৰমাদ গণিছিল পুৰন্দৰে। অবৈধ প্ৰব্ৰজনৰ বিৰুদ্ধে ছয় বছৰ ধৰি চলি থকা আন্দোলনে তেওঁৰ সপোনৰ সোণৰ ৰাজ্যতো জন্ম দিছিল সংশয়, অবিশ্বাস আৰু সংঘাতৰ। গোষ্ঠী আৰু ভাষাগত সংঘৰ্ষত জুৰুলা হৈছিল ৰাজ্যৰ বিভিন্ন অঞ্চল। তেওঁ জানিছিল দেশৰ উত্তৰত বলা গৰম বতাহজাকৰ সামান্য স্পৰ্শই খাণ্ডৱদাহৰ সৃষ্টি কৰিব পাৰে সমগ্ৰ ৰাজ্যত। প্ৰশান্তহঁতৰ লগৰবোৰেও জানিছিল এনেকুৱা কিবা এটা ঘটিব লাগিলে তাৰ সমস্ত দায়িত্ব ল'ব লাগিব আন্দোলনৰ নেতৃবৰ্গই। পুৰন্দৰ হাজৰিকাৰ লগত এটা বুজাবুজিলৈ অহাৰ প্ৰয়োজন সেই কাৰণেই নুই কৰিব নোৱাৰিলে সিহঁতে। তাৰেই পৰিপ্ৰেক্ষিতত প্ৰশান্তহঁত বহিল শেষবাৰৰ বাবে আলোচনাৰ টেবুলত।

ইতিমধ্যে ৰাজধানীতো পৰিস্থিতি নিয়ন্ত্ৰণলৈ আহিছিল। দেশৰ ঠায়ে ঠায়ে চলি থকা বিচ্ছিন্নতাবাদী আন্দোলন আৰু বিদ্ৰোহ আলোচনা বিলোচনা আৰু এৰা ধৰাৰ মাজেৰে নিয়ন্ত্ৰণৰ প্ৰয়োজন অনুভৱ কৰিছিল ৰাজধানীৰ নতুন নেতৃত্বই। পৰিৱৰ্তিত পৰিস্থিতিত নতুনকৈ আৰম্ভ হোৱা আলোচনাই যোগাত্মক ৰূপ লৈছিল। চুক্তি পত্ৰ স্বাক্ষৰ হৈছিল পশ্চিম সীমান্তৰ বিচ্ছিন্নতাবাদী গোটটোৰ লগত। প্ৰশান্তহঁতৰো সৰহ ভাগে আলোচনাৰ মাজেৰে এটা সমিলমিললৈ আহি মান ৰক্ষা কৰাৰ সম্ভাৱনীয়তা থকা প্ৰস্তাৱলৈ সঁহাৰি দিয়াৰ পৃষ্ঠপোষকতা কৰিলে। চুক্তি স্বাক্ষৰ হ'ল উত্তৰ-পূবতো। অনিচ্ছা সত্ত্বেও পুৰন্দৰ হাজৰিকাই মানি ল'লে পৰিৱৰ্তিত পৰিস্থিতিৰ দাবী।

ৰাজদণ্ড আৰু গাদী দুয়োটাই এৰি দিবলগা হ'ল তেওঁ। এনেকুৱা এটা সিদ্ধান্তলৈ নাহিবৰ কাৰণে নতুন 'হাই কমাণ্ড'ৰ ওচৰত আৰ্জি পেচ কৰিছিল পুৰন্দৰে। তিনিটা বছৰৰ অক্লান্ত পৰিশ্ৰমেৰে প্ৰশান্তহঁতক প্ৰায় কাবু কৰি আনিছিল মানুহজনে। দশভুজাই বুজি পাইছিল সেই কথা। বাৰে বাৰে আলোচনাৰ ব্যৱস্থা কৰি প্ৰশান্তহঁতৰ দলটোৰ কেইজনমানক হাত কৰাতো তেওঁলোক সফল হৈছিল বহুতখিনি। খেৰ-বাঁহ, ইকৰা আৰু মাটিৰ ভেটিৰ পৰা ওলাই আহি পাঁচ তাৰকাযুক্ত জীৱনৰ বিলাস-বৈভৱ দেখি আন্দোলনকাৰী নেতৃবৃন্দৰে কেইজনমানে পুৰন্দৰ হাজৰিকাই আগবঢ়োৱা বিভিন্ন সা-সুবিধাৰ প্ৰস্তাৱ গ্ৰহণো কৰিছিল। হাজৰিকাৰ হাত শক্তিশালী কৰিবলৈ উদয়ভানুৱে কৰা পৰিকল্পনাৰ সহযোগী হৈছিল

আন্দোলনকাৰী নেতৃত্বৰ ভিতৰৰে আৰু কেইজনমান। জিলা আৰু আঞ্চলিক স্তৰৰ নেতাসকলো উদ্বিগ্ন হ'বলৈ ধৰিছিল ভৱিষ্যতক লৈ। দীঘলীয়া পথ পৰিক্ৰমাই ভাগৰাই পেলোৱা এই পালিনেতাসকলে অনুভৱ কৰিছিল এটা অন্ধকাৰ সুৰঙ্গৰেহে যেন তেওঁলোক গৈ আছিল। যেতিয়া প্ৰথম এই অন্ধকাৰ সুৰঙ্গত প্ৰৱেশ কৰিছিল তেতিয়া তেওঁলোকক অগ্ৰগামীসকলে আশ্বস্ত কৰিছিল হুস্বম্যাদী আন্ধাৰৰ শেষত আছে জলমল পোহৰৰে উজ্জ্বল স্বৰ্ণখচিত স্বদেশ। অবৈধ দখলকাৰীক উচ্ছেদ কৰি মুক্ত কৰাৰ কথা আছিল পাহাৰ-ভৈয়ামৰ স্বৰ্ণ প্ৰসৱিনী জন্মভূমি। জন্ম-জন্মান্তৰৰ কাৰণে নিষ্কণ্টক কৰাৰ কথা আছিল স্বদেশত স্বজাতিৰ আধিপত্য। হিমালয়ৰ দৰে সুদৃঢ় কৰাৰ কথা আছিল থলুৱা সাহিত্য আৰু সংস্কৃতিৰ ভেটি। সাগৰৰ দৰে গভীৰ কৰাৰ কথা আছিল পাহাৰ-ভৈয়াম, উচ্চ-নীচ, জাতি আৰু জনজাতিৰ মাজৰ মিলাপ্ৰীতি। কিন্তু দিন যোৱাৰ লগে লগে তেওঁলোকৰ এনে লাগিছিল যেন অসাৰ হোৱাৰ পথত সেই সমস্ত প্ৰতিশ্ৰুতি। বছৰৰ পিছত বছৰ নাঙলৰ মুঠি এৰি, পঢ়াশালিত তলা মাৰি, ব্যৱসায়-বাণিজ্য বন্ধ কৰি সেই অন্ধকাৰ সুৰঙ্গৰ শেষত পোহৰ দেখাৰ আশাৰে আগবাঢ়িছিল এটা সম্পূৰ্ণ প্ৰজন্ম। কিন্তু ভাগ্যৰ কি বিড়ম্বনা, সেই অন্ধকাৰ সুৰঙ্গৰ শেষ নাছিল। প্ৰতিটো খোজৰ লগে লগে সন্মুখৰ এন্ধাৰ আৰু ডাঠ হৈছিল। তৃণমূল পৰ্যায়লৈকে বিয়পি পৰিছিল শঙ্কা আৰু সংশয়ৰে ভাৰাক্ৰান্ত সূচীভেদ্য অন্ধকাৰ।

পুৰন্দৰ হাজৰিকাই বুজি পাইছিল স্তিমিত হৈ আহিছে আন্দোলনৰ জীৱনীশক্তি। দুৰ্বল হৈ আহিছে নেতৃত্বৰ স্থিতি। অনুগামীৰ মাজত বিয়পি পৰিছে অস্বস্তি। চন পৰা পথাৰৰ মাটি, বন্ধ পৰি থকা অফিচ-কাছাৰী, কৰ্মহীন ডেকা শক্তি এইবোৰে ক্ৰমশঃ ফোপোলা কৰি আনিছিল জাতিৰ তথা ৰাজ্যৰ সমৃদ্ধি। ক্ষয় ৰোগৰ বীজাণুৱে কুটি খোৱা কলিজাৰ দৰে ৰক্তহীন, শক্তিহীন হৈ পৰিছিল আন্দোলনৰ মজবুত ভেটি। 'হাই কমাণ্ড'ক বুজাইছিল কোনো প্ৰয়োজন নাই বিষহীন সাপৰ লগত আপোচ কৰাৰ। পুৰন্দৰ হাজৰিকাৰ কথাত যুক্তি আছিল। দশভূজাৰ বৰ্তমানত 'হাই কমাণ্ডে' তেওঁক কথা দিছিল আপোচ নকৰাৰ। সাপ মাৰি নেগুৰত বিষ নৰখাৰ দায়িত্ব লৈছিল পুৰন্দৰে। আন্দোলনৰ কণকঠীয়া মাৰি ভৱিষ্যতে থিয় হ'ব নোৱৰাকৈ কঁকাল ভাঙি পেলোৱাৰ প্ৰস্তুতি সম্পূৰ্ণ হৈছিল।

কিন্তু চব ওলট-পালট কৰি দিলে এটা গা-ৰখীয়াৰ বন্দুকৰপৰা ওলোৱা কেইটুকুৰামান সামান্য সীহে। ডেকা 'হাই কমাণ্ডে' আলোচনা, বুজাবুজি আৰু আপোচৰ মাজেৰে দেশৰ অশান্ত জৰ্জৰ অঞ্চলবোৰত এক নতুন অধ্যায়ৰ সূচনা কৰাৰ আঁচনি ল'লে। অতি সোনকালে সেই আঁচনি কাৰ্যকৰী কৰিলেও মানুহজনে। উত্তৰ-পশ্চিমৰ পিছত উত্তৰ-পূবত স্বাক্ষৰিত হ'ল চুক্তি-পত্ৰ। নিৰুপায় পুৰন্দৰ হাজৰিকাই এৰি দিলে বিছ বছৰৰ অক্লান্ত পৰিশ্ৰমেৰে আৰ্জন কৰা ক্ষমতাৰ গাদী। আন্দোলনৰ নেতৃবৃন্দৰ লগতে উৎফুল্লিত হৈ উঠিল ৰাজ্যখনৰ

জনসাধাৰণো। অৱধাৰিত মৃত্যুৰ অপেক্ষাত বৈ থকা মুমূৰ্ষু ৰোগীৰ মুখত পৰিল সঞ্জীৱনী সুধা। প্ৰশান্তহঁতৰ ধমনীৰে ব'লে অম্লজান পৰিপুষ্ট নতুন বতাহ। নতুনকৈ হোৱা নিৰ্বাচনত প্ৰশান্তহঁতৰ লগৰবোৰে ৰাইজৰ অকুণ্ঠ সমৰ্থন পালে। ফলত পাটি এৰিয়েই এওঁলোকৰ কিছুৱে পালেহি গাদী। হাতত উঠিল ক্ষমতাৰ বাঘজৰী। পৰিৱৰ্তিত পৰিস্থিতিত পুৰন্দৰ হাজৰিকাৰ উপস্থিতিয়ে ডেকা হাই কমাণ্ডৰ সামগ্ৰিক পৰিকল্পনাত হেঙাৰ বান্ধিব বুলি আঁতৰাই পঠোৱা হ'ল মানুহজনক দূৰৰ এখন প্ৰদেশলৈ এটা নতুন পদৱী দি।

ডেৰ কোটি খিলঞ্জীয়া আৰু আধা কোটি প্ৰব্ৰজনকাৰীৰ ভৱিষ্যৎ নিৰূপন কৰাৰ দায়িত্ব ল'লে মাত্ৰ প্ৰতিবাদী কাৰ্যসূচীৰ অৰ্ধ সফল ৰূপায়ণৰ অভিজ্ঞতাৰে পুষ্ট ডেকা ল'ৰা কিছুমানক লৈ গঠন হোৱা এটা নতুন ৰাজনৈতিক দলে। ৰাইজে মনত পেলালে সদ্য অতীত হোৱা ছবছৰীয়া তিক্ত সংগ্ৰামৰ অভিজ্ঞতা। ছহিদ ঘোষিত হ'ল আন্দোলনত প্ৰাণ হেৰুওৱা আঠশতকৈও বেছি ডেকা ল'ৰা। জিলাই জিলাই নিৰ্মিত হ'ল স্মৃতিসৌধ। আৰম্ভ হ'ল যুৱ নেতৃত্বক আদৰাৰ কাৰণে শযে শযে সভা সমিতি। খৰ গতিৰে সময়ে মোৰ সলালে। এদিন-দুদিনকৈ মাহ-বছৰ বাগৰিল। ডেকা নেতা-কৰ্মীযে ক্ষমতাই আনি দিয়া সুখ-সমৃদ্ধিৰ সোৱাদ ল'লে। নতুন নতুন আঁচনিৰ কথা ক'লে। নতুন নতুন প্ৰকল্পৰ প্ৰস্তাৱ লৈ দিল্লী, মুম্বাইলৈ উৰা মাৰিলে। বহুত কিবাকিবি নতুন কাহিনীৰ জন্ম হ'ল। কিন্তু আৰম্ভ নহ'ল প্ৰব্ৰজনকাৰীক বিতাড়ন কৰাৰ কোনো ফলপ্ৰসূ পদ্ধতি। গাৰে গাৰে উজুটি খালে ডেকা শাসকসকলে বিদেশী বহিষ্কৰণৰ কাৰণে চূড়ান্ত কাৰ্যকৰী আইন আৰু নিয়ম-নীতিৰ প্ৰশ্ন লৈ।

দূৰৰপৰাই শেন চকুৰে পুৰন্দৰ হাজৰিকাই চাই থাকিল পৰিস্থিতি। বিক্ৰমবো অনুভৱ হৈছিল, প্ৰশান্তহঁতৰ দলে পূৰণ কৰিব নোৱাৰিলে কিৰাট বংশীয় সকলৰ আশা-আকাংক্ষা। হাজাৰ বছৰৰ অৱহেলা আৰু অনাদৰ নেওচি পূৰ্বোত্তৰৰ থলুৱা জনজাতিবোৰে বিশ্বৰ দৰবাৰত আপোন স্বীকৃতি দাবী কৰিলে। সংখ্যাগৰিষ্ঠ বৰ্ণ হিন্দু সকলৰেই ধ্বজাধাৰী এই নৱ প্ৰজন্মৰ ডেকা শাসকসকলে জনজাতিসকলৰ নৱ জাগৰণক প্ৰকৃত সন্মান দি আকোৱালি লোৱাত প্ৰদৰ্শন কৰিলে শোচনীয় ব্যৰ্থতা। সদ্যপ্ৰাপ্ত ক্ষমতাৰ সহযোগী কৰিবলৈ অস্বীকাৰ কৰি এওঁলোকে জনজাতীয় নেতৃত্বৰ শক্তিক উপেক্ষা কৰিলে। ফলত অসমৰ বুকুৰপৰা ফালি নি এখন সুকীয়া ৰাজ্য গঠনৰ দাবী তুলিলে কিৰাট বংশীয়সকলে অৱধাৰিতভাৱে। দুয়োপক্ষৰ সচেতন ব্যক্তি কেইজনমানৰ হেঁচাত আলোচনাৰ প্ৰক্ৰিয়া এটা আৰম্ভ হৈছিল কিন্তু বুজাবুজিলৈ অহাৰ প্ৰচেষ্টাত আন্তৰিকতাৰ অভাৱ আছিল দুয়ো পক্ষৰে। পুৰন্দৰ হাজৰিকাই পুতলা নাচৰ ৰছী টানিলে। হিংসা আৰু অবিশ্বাসৰ তুঁহজুইকুৰাত বতাহ দিয়া হ'ল প্ৰশান্তহঁতৰ দৰে নেতাচামৰ অলক্ষিতে। চ'তৰ বাৰ খৰত টিঙিৰিতুলাৰ দৰে শুকান হৈ পৰা মানুহবোৰৰ বুকুৰ জুইকুৰা দাউ দাউকৈ জ্বলি উঠিল। হিংসা আৰু প্ৰতিহিংসাৰ

দাবানলে খাণ্ডৱদাহ ৰূপ লৈ চাৰখাৰ কৰিলে লুইতৰ ইপাৰ-সিপাৰ। ৰাজ্যখন দুভাগ কৰি এভাগ কিৰাট বংশীয়সকলৰ কাৰণে আছুতীয়াকৈ উলিওৱাৰ চেষ্টাত দলে দলে ডেকা ল'ৰাই হাতত মাৰণাস্ত্ৰ তুলি ল'লে। হাজাৰ ঘণ্টীয়া বন্ধই ব্যতিব্যস্ত কৰি তুলিলে ৰাজ্যৰ সোপাটিলা প্ৰশাসনীয় ব্যৱস্থা। বাহিৰলৈ পঠোৱা আৰু বাহিৰৰপৰা আনিবলগীয়া সা-সামগ্ৰীৰ ব্যৱসায় এহাজাৰ ঘণ্টীয়া বন্ধ আৰু পিকেটিঙৰ প্ৰভাৱত প্ৰায় বন্ধ হোৱাৰ উপক্ৰম হ'ল। ৰাষ্ট্ৰীয় ঘাইপথত থকা পকী দলং আৰু দেশৰ মূল ভূখণ্ড সংযোগী ৰেল লাইন উৰিল উপৰ্যুপৰি বোমাৰ আঘাতত। ভিতৰুৱা অঞ্চলবোৰত দিন দুপৰতে বন্দুকধাৰীৰ দলে হত্যা কৰিলে অজনজাতীয় চৰকাৰী-বেচৰকাৰী বিষয়া-কৰ্মচাৰী, ব্যৱসায়ী, কৃষক, বনুৱা, ছাত্ৰ-ছাত্ৰীক। পুলিচ আৰু প্ৰশাসনীয় বিভাগৰ অধিকাৰী কেইজনমানৰ বাহিৰে আন সকলো বিভাগৰ বিষয়া কৰ্মচাৰীয়ে প্ৰাণৰ মমতাত এইবোৰ অঞ্চলত থকা নিজা নিজা কৰ্মস্থল এৰি পলাল। বিক্ৰমৰ বন্ধু এজনৰ ককায়েকে কাম কৰিছিল বন বিভাগৰ অধীনত থকা পৃথিৱী বিখ্যাত অভয়াৰণ্য এখনৰ সংৰক্ষিত বনাঞ্চলত। 'প্ৰজেক্ট টাইগাৰ'ৰ প্ৰকল্প বিষয়া সমীৰণ বৰুৱাই অভয়াৰণ্যৰ ভিতৰৰ কাৰ্যালয়ত থাকি বাঘৰ বংশ বৃদ্ধি আৰু সংৰক্ষণৰ কাৰণে ল'বলগা আঁচনিসমূহৰ ওপৰত পৰীক্ষা-নিৰীক্ষা চলাই আছিল। বিভাগীয় বন সংৰক্ষক কেইজনমানে .৩০৩ ব'ৰৰ এনফিল্ড ৰাইফল হাতত লৈ কাৰ্যালয় আৰু প্ৰকল্প বিষয়া সমীৰণ বৰুৱাৰ সুৰক্ষাত ব্যস্ত আছিল। ভাদৰ প্ৰখৰ ৰ'দেৰে উজ্জ্বল দিন এটাত সমীৰণ বৰুৱাই বহাৰ পৰাই সন্মুখৰ দেৱাল ঘড়ীটোলৈ চালে, কাঁটা দুডাল ঊৰ্ধ্বমুখী হৈ ওচৰ চাপি আহিছে। অফিচ সংলগ্ন বাসস্থানত থকা ফ্ৰিজটোৰপৰা ঠাণ্ডা পানী এগিলাচ অনোৱাই খাবলৈ মন গ'ল তেওঁৰ। সন্মুখত মেলি থোৱা ফাইলটো জপাই টেবুলৰ ওপৰত থকা ঘণ্টিটো বজাবলৈ বুলি হাত আগবঢ়ালে সমীৰণে। নাই, নোৱাৰিলে সমীৰণ বৰুৱাই সেই সামান্য কামটো কৰিবলৈ। মেল খাই যোৱা সোঁহাতৰ তৰ্জনী আঙুলিটোৰে ঘণ্টিটো চুলে কি নুচুলে বাহিৰত একেলগে কেইবাখনো গাড়ী ৰোৱাৰ শব্দত সমীৰণৰ বুকুখন চিৰিং কৰি উঠিল। মাত্ৰ এক মুহূৰ্ত। তাৰ পিছতেই ভাদৰ দুপৰীয়াৰ আৰণ্যক নিৰ্জনতা থানবান কৰি ধুপ্‌ধাপ ফুটিল এ.কে. ৪৭ ৰ গুলী। খোলা দুৱাৰেদি দুপ্‌দুপাই সোমাই আহিল মুখত কাপোৰ বান্ধি কেইটামান সশস্ত্ৰ ডেকাল'ৰা।

ঘণ্টিটো বজাবলৈ বুলি মেলি দিয়া হাত কোঁচাই সমীৰণ বৰুৱাই থিয় হৈ দিলে বহি থকা চকী এৰি। উদ্যত কাৰ্বাইনৰ নলী তেওঁৰ বুকুত লগাই দুটা ল'ৰাই হুকুম দিলে— "ব'ল। আমাৰ লগত যাবি।" —থৰ্‌থৰ্‌কৈ কঁপি উঠিল 'প্ৰজেক্ট টাইগাৰ' প্ৰকল্পৰ প্ৰকল্প বিষয়া সমীৰণ বৰুৱা। ওঁঠ শুকাই গ'ল। মুখেৰে কথা নোলাল। ভৰি দুখন যেন মাটিত পোঁত খাই গ'ল হঠাতে!

বাওঁফালে থিয় হৈ থকা ল'ৰাটোৰ সোঁ হাতখন উঠি আহিল আচম্বিতে। এক প্ৰচণ্ড

ঘোচাত সমীৰণ বৰুৱাৰ নাকৰ হাড় ভাঙি গ'ল। তেজৰ লুণীয়া সোৱাদ লাগিল তেওঁৰ জিভাত। পিয়াহত কৰ্কৰীয়া মৰা জিভাৰে মুখৰ ভিতৰলৈ বৈ যোৱা তেজখিনি চেলেকিলে তেওঁ ক'ব নোৱাৰাকৈয়ে। এইবাৰ সোঁফালে থকা ল'ৰাটোৱে কাৰ্বাইনটো ঘূৰাই লৈ পিঠিত কোবাই দিলে। হামখুৰি খাই পৰি যাব খুজিছিল সমীৰণ বৰুৱা। গলত ধৰি গতিয়াই দিলে সন্মুখৰ ফালে দুৱাৰৰ সন্মুখত ৰৈ থকা আন এটা ডেকাই। অফিচৰ বাহিৰৰ বাৰাণ্ডাত ৰৈ আছিল আৰু চাৰিটা মুখা পিন্ধা বন্দুকধাৰী। তেওঁৰ নিৰাপত্তাৰ দায়িত্বত থকা বন সংৰক্ষক দুজনৰ মৃতদেহ দুটা পৰি আছিল গেট সংলগ্ন চেন্ট্ৰী পোষ্টৰ ভিতৰত। হাত দুখন পিছলৈ বান্ধি ল'ৰা দুটাই জিপ্‌ছি এখনৰ পিছফালৰ দুৱাৰ খুলি ছীট দুটাৰ মাজৰ খালী ঠাইলৈ ঠেলা মাৰি দিলে সমীৰণ বৰুৱাক। সমীৰণৰ মূৰটোৱে খুন্দা মাৰিলে ছী'টৰ তলৰ লোহাৰ মাৰিত। সূচীভেদ্য অন্ধকাৰে মুহূৰ্ততে বৰুৱাৰ সমস্ত সত্তাক গ্ৰাস কৰিলে।

বহুত বেলিৰ পিছত গাড়ীৰ জোকাৰণিত সাৰ পালে সমীৰণে। প্ৰচণ্ড বিষৰ মাজতো তেওঁ অনুভৱ কৰিলে তললৈ পেট পেলাই পৰি আছে গাড়ীৰ ডালাখনত। হাত দুখন বন্ধা আছে পিঠিফালে। পিঠিৰ ওপৰত কেইবাখনো ভৰি। গাড়ীখনে মাজে মাজে ৰাস্তাৰ খলাবমাত পৰি জঁপিয়াই উঠে। লগে লগে সমীৰণৰ শৰীৰৰ প্ৰতিডাল নোমৰ গুৰিৰে যেন কোনোবাই একেলগে হাজাৰখন ধাৰাল ছুৰী কটাৰীৰে সুমুৱাই দিয়ে

কিমান সময় পিছত গাড়ীখন ৰৈ গৈছিল, গম নাছিল সমীৰণৰ। ল'ৰা দুটামানে ভৰি দুখনত ধৰি চোঁচোৰাই নমাই আনিলে জিপ্‌ছিখনৰপৰা ইতিমধ্যে প্ৰায় নিঃসাৰ হৈ পৰা ডেকা মানুহটোক। থেকেচ্‌কৈ মাটিত পেলাই দিয়াৰ লগে লগে ভাগি যোৱা কামিহাড কিডালৰ শব্দত বৰুৱাৰ কাণৰ পৰ্দা দুখনো ফাটি গ'ল। মাটিত পৰি বুকুৰ কামিহাড ভাগি গ'ল সমীৰণৰ।

"হাত খোল তাৰ।" —কোনোবাই হুটা মাতেৰে হুকুম শুনালে। হাতৰ বচ্চী কাটোতে ছুৰীখনে মাখি ছাল চেলাই নিলে। কাতি হৈ তেওঁ নিজৰ মুখখন তুলিবলৈ চেষ্টা কৰিলে।

ল'ৰা চাৰিটামানে কটা কাঠ এটুকুৰা চোঁচৰাই নিয়াদি চোঁচোৰাই নি গছ এজোপাৰ গাত থিয় কৰাই দিলে সমীৰণ বৰুৱাক। কান্ধ আৰু কঁকালৰ ওপৰেৰে ৰচ্চী এডাল ঘূৰাই ঘূৰাই গছ এজোপাৰ লগতে সমীৰণৰ দেহাটো আঁটি আঁটি বান্ধি দিলে। কামিহাড ভগা বুকুৰ মাজত তেতিয়াও আধা মৰা কপৌ এটাৰ দৰে ধপ্‌ধপাই থকা তেওঁৰ কলিজাটোৱে অকণমান অম্লজানৰ কাৰণে ছট্‌ফটাই উঠিল।

"কি কৰি আছিলি তই আমাৰ ঠাইত? তেজপিয়াৰ জাত, কি কাম আছে তোৰ ইয়াত?" —হুটা মাতটোৱে আধা মৰা মানুহটোৰ মূৰটো ঘটালি দি সুধিলে এইবাৰ। ওঁঠ দুখন লৰোৱাৰ চেষ্টা কৰিছিল সমীৰণে, নোৱাৰিলে। মাথোন মূৰৰ ভিতৰৰ মগজুটোৱে তেতিয়াও কাম কৰি আছিল সমীৰণ বৰুৱাৰ

"ঐ কি কি পালি তাত?" —মাতটোৱে এইবাৰ আন কাৰোবাক সুধিলে।

কোনোবা এটাই হিচাপ দিলে। ৰাইফল আঠটা, গুলী যোল্লশ, গ্ৰেণেড বাৰটা।

"পইচা?" —হুটা মাতটোৱে আকৌ সুধিলে।

"আলমাৰিৰ ভিতৰত এক লাখ। বাবুবিলাকৰ পকেট আৰু চন্তৰীবিলাকৰ বেগ খুচৰি বিছ হাজাৰ।" —সমীৰণ বৰুৱাৰ সৰ্বশৰীৰ জিকাৰ খাই উঠিল। অফিচত থকা সকলোকে খতম কৰি থৈ আহিছে এই নৰ পশুহঁতে।

"ইয়াক কিয় আনিলি ইয়ালৈ?" —এইবাৰ যিটোৱে কথা ক'লে তাৰ ভাষা বুজি নেপালে সমীৰণ বৰুৱাই। স্থানীয় দোৱান শিকাৰ সময় পোৱা নাছিল তেওঁ। যোৱা দুবছৰে দিন-ৰাতি একাকাৰ কৰি এই বিখ্যাত অভয়াৰণ্যত বাঘৰ বংশ বৃদ্ধি আৰু সংৰক্ষণৰ প্ৰচেষ্টাতে ব্যস্ত থাকিবলগা হৈছিল।

"গুলী খৰচ নকৰিবি।" —হুটা মাতটোৱে শেষ কথা ক'লে।

তেজ আৰু মাটিয়ে ছাটি ধৰা চকুৰ পতা দুখন জোৰকৈ মেলি ধৰিলে সমীৰণ বৰুৱাই। হাতত এখন মেচি দা লৈ আগবাঢ়ি আহিল আৰু এটা মুখা পিন্ধা।

চব বিষকোপ পাহৰি গ'ল বৰুৱাই। মুদ খাই আহিব ধৰা চকুকিটা নিজে নিজেই জাপ খাই গ'ল। দাখনৰ চোকা ফালটোৰ চেঁচা স্পৰ্শ এক লহমাৰ কাৰণে সমীৰণে অনুভৱ কৰিলে ডিঙিত। পিছ মুহূৰ্ততে মানাহ অভয়াৰণ্যৰ 'প্ৰজেক্ট টাইগাৰ'ৰ প্ৰকল্প বিষয়া সমীৰণ বৰুৱাৰ মুণ্ডহীন শৰীৰটো কেইটামান মুহূৰ্ত ধপ্‌ধপাই থাকি নিঠৰ হৈ গ'ল বলি দিয়া জন্তুৰ দৰে।

# চৌত্ৰিছ

প্ৰশান্তহঁতৰ থৰকাছুটি হেৰাল। বিক্ৰমে দেখিলে ৰাজাখন দুভাগ কৰাৰ দাবীত অটল হৈ থাকিল কীৰাটসম্ভূত ভূমিপুত্ৰসকল। গাঁৱে গাঁৱে জুই জ্বলিল। অলপ দিনৰ আগলৈকে ৰাতিৰ এন্ধাৰত মুখা পিন্ধি অহা দুষ্কৃতিকাৰীহঁতে এতিয়া দিনৰ পোহৰতে বন্দুকৰ গুলীৰে থকাসৰকা কৰিলে শ শ আবাল-বৃদ্ধ-বণিতাক। হাজাৰে হাজাৰে মানুহ তিৰোতাই ঘৰ-দুৱাৰ এৰি শৰণাৰ্থী শিবিৰলৈ ঢাপলি মেলিলে। শযে শযে চিপাহী চন্তৰী পঠোৱা হ'ল পৰিস্থিতি নিয়ন্ত্ৰণৰ কাৰণে। ছবছৰ আন্দোলন কৰি ক্ষমতাৰ গাদীত বহা প্ৰশান্তহঁতৰ দলটোৰে লগৰেই কিছুমানে আৰম্ভ কৰা সশস্ত্ৰ বিদ্ৰোহ চণ্ডালিবলৈ গৈ বাৰে বাৰে মুখ থেকেচা খালে। গাঁৱে গাঁৱে গঢ়ি উঠা বিদ্ৰোহী সংগঠনৰ গেৰিলা আক্ৰমণত ব্যতিব্যস্ত হৈ উঠিল জনতাৰ নিৰাপত্তাৰ কাৰণে নিয়োজিত আৰক্ষী আৰু অধ সামৰিক বাহিনী। অশান্তি জৰ্জৰ অঞ্চলৰ ৰাস্তা আৰু দলঙত বোমা পুতি গাড়ীৰে সৈতে দহ-বিছ জোৱানক উৰুৱাই দিয়াৰ লেখীয়া ঘটনা সঘনাই ঘটিবলৈ ধৰিলে। একে সময়তে পূৰ্ণ স্বাধীনতা বিচাৰি সেইসকলৰ মাজৰে একাংশইও আৰম্ভ কৰিলে আৰু এক সশস্ত্ৰ সংগ্ৰাম। সাময়িকভাৱে ৰাজ্য এৰি আঁতৰি যোৱা পুৰন্দৰ হাজৰিকাই ডেকা হাই কমাণ্ডৰ নিৰ্দেশত পুনৰ উৰ্ভতি আহি নেতৃত্ব ল'লে মাত্ৰ চাৰি বছৰ আগতে বিপৰ্যস্ত হৈ পৰা এশ বছৰীয়া পুৰণি সৰ্বভাৰতীয় ৰাজনৈতিক দলটোৰ ৰাজ্যিক গোটটোৰ। পূৰ্ণ স্বাধীনতাৰ দাবীত সশস্ত্ৰ সংগ্ৰাম আৰম্ভ কৰা দলটোৱে শ শ কোটি টকাৰ কৰ দাবী উত্থাপন কৰিলে উজনিত থকা চাহ বাগিছাবোৰৰ বহু জাতীয় মালিক গোষ্ঠীৰ ওচৰত। বৃটিছ প্ৰভুসকলৰ দিনৰেপৰা বনুৱাৰ তেজ আৰু মঙহ টানি খোৱাত সিদ্ধহস্ত এই বহুজাতিক গোষ্ঠীবোৰে দেশে-বিদেশে চিঞৰ-বাখৰ লগালে নৱ গঠিত আঞ্চলিক চৰকাৰখনৰ প্ৰশাসনিক ব্যৰ্থতা আৰু সশস্ত্ৰ সংগ্ৰামৰ দ্বাৰা দেশৰ বিভাজন আনিবলৈ চেষ্টা কৰাবোৰক কাবু কৰাৰ ক্ষেত্ৰত দেখুওৱা অসমৰ্থতাৰ প্ৰসংগ টানি। বহুজাতিক কোম্পানীবিলাকে হাই কমাণ্ডক জনাই দিলে প্ৰশান্তহঁতৰ দলৰ শাসনত নিৰাপদ নহয় কোনো উত্তৰ-পূৰত। পুৰন্দৰ হাজৰিকাই পৰামৰ্শ দিলে দেশ আৰু জনগণৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত ৰাজ্য প্ৰশাসনৰ দায়িত্ব হাই কমাণ্ডে প্ৰত্যক্ষভাৱে ল'ব লাগে। বহুজাতিক ব্যৱসায়ীগোষ্ঠী, চাহ বাগানৰ মালিক আৰু সৰ্বভাৰতীয় ৰাজনৈতিক নেতৃত্বৰ চতুৰালিৰ সম্মুখত ভৰ পানীত বঠা হেৰুওৱা নাৱৰ দৰে টুলুংভুটুং কৰা আৰম্ভ কৰিলে আঞ্চলিক ৰাজনীতিৰে সৰ্বভাৰতীয় গুৰুত্ব অৰ্জন কৰাৰ সপোন দেখা ধলুৱা যুৱ নেতৃত্বত গঢ়ি উঠা চৰকাৰখনে। দেখি বিক্ৰমৰ দুখ লাগিল যে মাত্ৰ পাঁচ বছৰৰ ৰাজনৈতিক

ক্ষমতাই দুৰ্নীতি আৰু স্বজন-তোষণৰ নিচিনা অপকৰ্মতো আকণ্ঠ নিমজ্জিত কৰালে এই নতুন প্ৰজন্মৰ নেতাসকলক। নিজৰ কৃতকৰ্মৰ দোষতে আঢ়ৈ কোটি মানুহৰ আস্থা হেৰুৱাই প্ৰশান্তইঁতে কাললৈ অকৰ্মণ্যতাৰ নজীৰহীন দৃষ্টান্ত ৰাখিলে।

বিক্ৰমৰ লগতে চন্দ্ৰালীয়েও এনে এটা পৰিস্থিতিৰ সম্ভাৱনীয়তাৰ কথা ভবানী বৰুৱা আৰু বিজন চৌধুৰীৰ লগত আলোচনা কৰিছিল কেইবাবাৰো। আঞ্চলিক দলটোৰ পতনৰ পিছত দিল্লীৰ প্ৰত্যক্ষ শাসনৰ সুবিধা লৈ 'হাই কমাণ্ডে' নতুন উদ্যমেৰে হৃত সন্মান ঘূৰাই অনাৰ চেষ্টাত লাগি গ'ল। পুৰন্দৰ হাজৰিকাই নিতৌ নতুন নতুন পৰিকল্পনা কৰিলে সশস্ত্ৰ সংগ্ৰামৰ পথ লোৱা ল'ৰাখিনিক মূলসুঁতিলৈ ঘূৰাই অনাৰ কাৰণে। কিন্তু ছবছৰীয়া আন্দোলন আৰু তাৰ পিছৰ সময়খিনিত জনসাধাৰণে সন্মুখীন হোৱা নাৰকীয় যন্ত্ৰণা আৰু প্ৰবীন-নবীন উভয় প্ৰজন্মৰ ৰাজনৈতিক নেতৃত্বৰ বিশ্বাসঘাতকতাৰ পৰিপ্ৰেক্ষিতত দিনে দিনে সশস্ত্ৰ সংগ্ৰামৰ পোষকতা কৰা সংগঠনটোৰ প্ৰতি সাধাৰণ ৰাইজৰ সমৰ্থন বাঢ়ি অহাটো লক্ষ্য কৰিছিল বিক্ৰমে। একে সময়তে নামনিৰ ভূমিপুত্ৰসকলৰ মাজতো দুটা ভাগৰ সৃষ্টি হৈছিল। পৰম্পৰাগত ধৰ্ম বিশ্বাস তথা হিন্দু ৰীতি-নীতিৰ বিশ্বাসী গোটটোৰ বিৰুদ্ধে সোচ্চাৰ হৈ উঠিল নতুনকৈ খৃষ্ট ধৰ্মত দীক্ষিত হোৱাসকলৰ কিছুসংখ্যক। অসমক দ্বিখণ্ডিত কৰি তেওঁলোকৰ কাৰণে এখন সাৰ্বভৌম ৰাষ্ট্ৰ গঠন কৰাৰ দাবীত সেই সকলে হাতত তুলি ল'লে মাৰণাস্ত্ৰ। এই দুই দলৰ সংঘৰ্ষত ৰক্তাক্ত হ'ল কীৰাট ভূমি। এটা ভাগে দেশৰ ভৌগোলিক তথা ৰাজনৈতিক গণ্ডীৰ ভিতৰতে থাকি পূৰ্ণ পৰ্যায়ৰ ৰাজ্য এখন বিচৰাৰ বিপৰীতে আনটো ভাগে পূৰ্ণ স্বাধীনতা আৰু সাৰ্বভৌমত্ব দাবী কৰিছিল। দাবী বেলেগ বেলেগ হ'লেও দুয়োটা ভাগেই অস্ত্ৰ হাতত তুলি লৈ বোমা বিস্ফোৰণ, হত্যা আৰু অপহৰণ তথা পিকেটিং আৰু বন্ধৰ লেখীয়া কাৰ্যসূচীৰে সমগ্ৰ অঞ্চলটোৰ জনজীৱনক পৰ্যুদস্ত কৰি পেলাবলৈ সক্ষম হৈছিল।

জয়ন্ত ইতিমধ্যে হাইস্কুলৰ ওপৰ শ্ৰেণী পাইছিলগৈ। সমগ্ৰ ৰাজ্যখনৰে পৰিস্থিতি ক্ৰমে নিয়ন্ত্ৰণৰ বাহিৰ হৈ যোৱা দেখি জয়ন্তৰ ভৱিষ্যতক লৈ বিক্ৰম, চন্দ্ৰালী আৰু মাক-দেউতাকহঁতো বৰ চিন্তাত পৰিছিল। আন্দোলন আৰু তাৰ পিছত নতুনকৈ গঠিত হোৱা আঞ্চলিক দলটোৰ লগত লাগি থকাৰ কাৰণে সি আশা কৰা মতে পঢ়াশুনাত ভাল কৰিব পৰা নাছিল। ভবানী বৰুৱাই নিজ হাতে গঢ়ি তোলা সুন্দৰপুৰ কলেজতেই সি বিচৰা বিষয় এটাত পঢ়িবৰ কাৰণে ছীট নেপালে। দেউতাকে সেইকণ সুবিধাও কৰি দিব নোৱৰাৰ কাৰণে খং উঠিছিল তাৰ। মাক হেমপ্ৰভাই বুজাবৰ চেষ্টা কৰিছিল, নোৱাৰিলে। চন্দ্ৰালীৰ কথাও নুশুনিলে সি। নিজেই আক্-তাক্ কৈ দিখৌৰ সিটো পাৰে নতুনকৈ আৰম্ভ কৰা কলেজ এখনতে নামটো লিখাই ল'লে। তেতিয়াৰে পৰা সি ঘৰৰ পৰা কেতিয়া ওলাই যায়, কেতিয়া আহি সোমাই ঠিক নোহোৱা হ'ল। মাজতে অলপ দিন কোনো খা-খবৰ

নোহোৱাকৈ সি ঘৰৰপৰা আঁতৰিও আছিল। বৰ ভয় খাইছিল ভবানী বৰুৱা, হেমপ্ৰভা আৰু চন্দ্ৰালীয়ে। বিজন চৌধুৰী আৰু সুপ্ৰভাই বহুত বুজাই-বৰাইহে কোনোমতে চম্ভালিছিল সেই পৰিস্থিতি। পোন্ধৰ দিনমানৰ পিছত সি ঘূৰি অহাত চন্দ্ৰালীয়ে তাক বুজাইছিল তেনেকৈ খা-খবৰ নিদিযাকৈ আকৌ কেতিয়াও ঘৰৰপৰা ওলাই নেযাবলৈ, ক'তো গৈ এনেকৈ নেথাকিবলৈ। জয়ন্ত মনে মনে আছিল। আকৌ তেনেকুৱা কাম কৰা নাই সি। কিন্তু সেই ঘটনাৰ পিছৰেপৰা সি আগৰ দৰে ঘৰৰ কাৰো লগতে মুকলিমূৰীযাকৈ না কথা-বতৰা কয়, না হাঁহি-তামাচা কৰে। চন্দ্ৰালীয়ে বিক্ৰমকো ক'লে ভায়েকৰ মনত কি আছে বুজ এটা ল'বলৈ।

"ক'ৰবাত সেই বন্দুক লোৱাবোৰৰ লগ লয় বুলিহে মোৰ বৰ চিন্তা লাগে।' আটাইৰে মনত খুন্দিযাই থকা ভয়টো হেমপ্ৰভাৰ এইষাৰ কথাই যোকোট এটা মাৰিহে যেন উলিযাই আনিলে।

"সেইটোৱেই আটাইতকৈ চিন্তা কৰিবলগীয়া কথা হৈছে। নিতৌ খবৰ আহিযেই আছে, আজি বোলে অমুক গাঁৱৰ পাঁচটা ডেকা নোহোৱা হ'ল কালিলৈ বোলে তমুক চুবাৰ দুটা ল'ৰা ৰাতিৰ এন্ধাৰত মিলি গ'ল, পৰহিলৈ উগ্ৰপন্থী কিছুমানে উজনিত নতুন কেম্প পাতিলে, নগা পাহাৰৰ ক'ৰবাত বোলে পঞ্চাছটামান ডেকাৰ দল এটাই আৰ্মীৰ লগত যুঁজ দিলে। কথাবোৰ শুনিলেই বুকুখনত হাহাকাৰ লাগি যায় কিহৰপৰা যে কি হৈছেগৈ।" —সুপ্ৰভাই একেলগে কথাখিনি কৈ ইমানদিনে বুকুত কঢ়িয়াই লৈ ফুৰা ভযখিনি নিজৰ আটাইতকৈ আপোন মানুহখিনিৰ মাজলৈ উলিযাই দি অকণমান সান্ত্বনা পালে।

বিক্ৰমে মাকৰ মুখলৈ চালে। সি আগতে কোনোদিন সুপ্ৰভাক ইমান চিন্তিত হোৱা দেখা নাই। সিও জানে শদিযাৰ পৰা ধুবুৰীলৈ এই সমগ্ৰ অঞ্চলটোৱে উঠি অহা ডেকাচামক সশস্ত্ৰ সংগ্ৰামৰ যোগেৰে দেশ স্বাধীন কৰাৰ ব্ৰত লোৱা এই নতুন সংগঠনটোৱে বাৰুকৈয়ে আকৰ্ষণ কৰিছে। সিপিনে ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰ আৰু জনজাতি অধ্যুষিত পশ্চিম অঞ্চলত আৰম্ভ হোৱা বন্দুক-বাৰুদৰ খেলখনো নিযন্ত্ৰণৰ বাহিৰ হৈ যাব ধৰিছে। জনজাতিসকলৰ কাৰণে স্বাযত্তশাসিত অঞ্চল এটা বিচাৰি ডেকাইঁতে অজনজাতীয় মানুহক বন্দুকৰ গুলী বোমাৰ আঘাতেৰে সেইবোৰ অঞ্চলৰপৰা আঁতৰি যাবলৈ বাধ্য কৰিছে স্বায়ত্তশাসন আৰু সাৰ্বভৌমত্বক লৈ আৰম্ভ হৈছে দুৰ্বাদল। নিজৰ ভিতৰতে আৰম্ভ হোৱা এইবিলাক দ্বন্দ্ব-খৰিযালে ধৰ্ম আৰু লিপিৰ নামত আৰু বেছি ক্ষয়ঙ্কৰী ৰূপ লৈছে তেনে এটা পৰিস্থিতিত জয়ন্তক লৈ মাক-বাপেকহঁতৰ চিন্তা হোৱাটো খুবেই স্বাভাৱিক

"মই তাৰ লগত কথা পাতি চাওঁ। পৰীক্ষাৰ ৰিজাল্ট আশা কৰা মতে নোহোৱাৰ কাৰণেই বোধকৰোঁ সি এনেকুৱা কৰিছে। বাহিৰৰ ক'ৰবাত কিবা এটা ব্যৱস্থা কৰিব পাৰিলে বেয়া নহ'ব যেন লাগে।' —বহুত ভাবি চিন্তি ক'লে বিক্ৰমে

"সেই কথা কৈছিলো তাক। আজিকালি দক্ষিণৰ ৰাজ্য কেইখনত বহুত প্ৰাইভেট কলেজ হৈছে। তাৰে কোনোবা এখন প্ৰাইভেট মেডিকেল বা ইঞ্জিনীয়াৰিঙৰ কলেজত ছীট এটা বিচাৰি চাবলৈ কৈছিলো কেইবাবাৰো।" —ভবানী বৰুৱাই কথাখিনি কৈ থাকোঁতে হেমপ্ৰভাৰ চকুৰে বৈ অহা চকুপানীয়ে পৰিবেশটো গধুৰ কৰি পেলাইছিল।

"সি কি ক'লে?" —পৰিবেশটো পাতল কৰিবলৈকে বিক্ৰমে সুধিলে। জয়ন্তই দেউতাকৰ কথা শুনাহেঁতেন এতিয়া এইদৰে সিহঁত আটাইবোৰে তাক লৈ আলোচনাত বহিব নেলাগিলহেঁতেন। সেই কথা সিও জানে।

"আজি কেইবাদিনৰপৰা সি ঘৰত নাই। পাঁচদিন আগতেই কাকপথাৰলৈ যাওঁ বুলি ওলাই গৈ আজিলৈকে ঘূৰি অহা নাই। সদায় গধূলি পদূলি মূৰলৈ চাই আমি ৰৈ থাকোঁ। ৰাতি ৰাতি ভাতৰ পাতত বহি মায়ে উচুপে। দেউতাই পৰে পৰে বিছনাৰ পৰা উঠি বাহিৰলৈ যাবলৈ দুৱাৰ মেলে। ক'ৰবাত খিৰিক কৰিলেই মই সাৰ পাওঁ। চকু মুদি পৰি থাকোঁ। মাৰ কাষলৈ যাবলৈ মন যায়। যাব নোৱাৰোঁ। মাৰ চকুপানীয়ে তিয়াই থোৱা গাৰুত শুব নোৱাৰোঁ মই। বাহিৰৰ বাৰাণ্ডাৰ চকীত বহি বিনিদ্ৰ ৰজনী পাৰ কৰা দেউতাৰ কাষো চাপিব নোৱাৰোঁ। বাহিৰত গহীন-গম্ভীৰ দেউতাৰ বুকুৰ মাজত অহৰহ চলি থকা [illegible]হাৰ মুখামুখি হ'বলৈ সাহসে নুকুলায়।" —কাৰো ফালে নোচোৱাকৈ তললৈ মূৰ কৰিয়েই কৈ গ'ল চন্দ্ৰালীয়ে। বিক্ৰমে বুজি পালে। জয়ন্তয়েই নহয়, সিও কষ্ট দিছে তাইক। আজি ছমাহে এবাৰো তাইৰ খবৰ লোৱা নাই সি। কিন্তু কি যন্ত্ৰণাৰ মাজেৰে সি পাৰ কৰিছে সেই দিনবোৰ, সেই কথা যদি চন্দ্ৰালীয়ে জানিলেহেঁতেন, তাৰ এই ছমহীয়া মৌনতাক তাই অকাতৰে ক্ষমা কৰি দিলেহেঁতেন, সি নিশ্চয়কৈ জানে সেই কথা। জনাব, তাইক সকলো কথাই জনাব। কিন্তু প্ৰথমে জয়ন্তৰ খবৰ কৰিব লাগিব। ওভটাই আনিব লাগিব তাক তাৰ পৰিয়ালৰ বুকুৰ মাজলৈ।

"সেইটো সংগঠনত মোৰ আগৰে চিনাকি ল'ৰা দুটামান আছে। আজিয়েই মই খবৰ পঠাম। যদি সি সিহঁতৰ লগ লাগিছে দুই-চাৰি দিনতে খবৰ পাই যাম।" —ভবানী বৰুৱা আৰু হেমপ্ৰভাই তাৰ কথা শুনিলে। কিন্তু তাৰ কথাই তেওঁলোকক আশ্বস্ত কৰিব নোৱাৰিলে, দুয়োৰে মুখেৰে সৰিপৰা হুমুনিয়াহে সেই কথা স্পষ্ট কৰি দিলে। সন্তানৰ মুখ নেদেখালৈকে পিতৃ-মাতৃৰ ভয় আৰু সংশয় কেৱল মুখৰ কথাৰে দূৰ কৰা সম্ভৱ নহয়।

চন্দ্ৰালীৰ চকুলৈ চালে সি। নাই, তায়ো চোৱা নাই তাৰ ফালে। কি ভাবিছে তাই?

"তোমাৰ লগত অলপ কথা আছিল।" —আগবাঢ়ি গ'ল সি চন্দ্ৰালীৰ কাষলে।

"তোমাৰ ৰুমতে বহোঁ ব'লা।" —তাইক উত্তৰ দিবলৈ সময় নিদি সি খোজ ল'লে তাইৰ ৰুমৰ ফালে। লগে লগেই উঠি নগ'ল চন্দ্ৰালী। ভবানী বৰুৱা আৰু হেমপ্ৰভাই চাই আছিল জীয়েকৰ ফালে।

"যা যা। তই তাৰ লগত বহগৈ। মই চাহ কৰোঁগৈ।" —হেমপ্ৰভা আৰু সুপ্ৰভা দুয়ো একেলগে পাকঘৰৰ ফালে খোজ ল'লে। ভবানী বৰুৱা আৰু বিজ্ঞন চৌধুৰীয়ে সশস্ত্ৰ সংগঠনটোৰ বিৰুদ্ধে অ'ত-ত'ত আৰম্ভ হোৱা সেনা অভিযানৰ কথা উলিয়ালে। কেই মুহূৰ্তমান চন্দ্ৰালী একে ঠাইতে বহি থাকিল। তাইৰ বুকুৰ ভিতৰত ইমানদিনে কঢ়িয়াই লৈ ফুৰা বৰফৰ শিলাখণ্ড লাহে লাহে গলিবলৈ আৰম্ভ কৰাৰ উমান পাইছিল তাই। পিন্ধি থকা শাৰীখনৰ আঁচলেৰে চকুকিটা তাই মোহাৰি ল'লে।

চন্দ্ৰালীৰ ৰুমত সোমাই তাইৰ বিছনাখনতে বহিল বিক্ৰম। খুব ভাগৰ লগা যেন লাগিছিল তাৰ। কাতি হৈ তাইৰ গাৰুটোৰ ওপৰতে মূৰ থ'লে সি। চন্দ্ৰালীৰ চুলিৰ চিনাকি গোন্ধ তাৰ নাকত লাগিল। দীঘলকৈ উশাহ টানি সেই চিনাকি গোন্ধেৰে বুকুৰ ভিতৰখন সি ভৰাই ল'লে।

খুব ধীৰ খোজেৰে চন্দ্ৰালী সোমাই আহিল। পৰ্দাৰ ফাকেৰেই তাই দেখিলে বিক্ৰমে তাইৰ গাৰুত মূৰ থৈ বিছনাত দীঘল দিছে। চকু মুদি থকা সিৰ মুখখন যেন অকণমানি শিশু এটাৰহে। মুহূৰ্ততে কৰ্পূৰ হৈ উৰি গ'ল তাইৰ বুকুৰ ভিতৰত যোৱা ছমাহে কঢ়িয়াই লৈ ফুৰা অভিমানৰ পাহাৰ। দৌৰ মাৰি গৈ যেন তাৰ বুকুৰ ওপৰত আচাৰ খাই পৰিব তাই! কোনোমতে চম্ভালিলে নিজকে।

শুই থকাৰ পৰাই সি শুনিলে তাইৰ খোজৰ শুনো-নুশুনো শব্দ। বিচনা এৰি থিয় হ'ল সি। তাৰ বাহু বন্ধনত নিজকে এৰি দি চন্দ্ৰালীয়ে মূৰ থ'লে তাৰ বহল বুকুত। সি অনুভৱ কৰিলে বিৰিণাৰ দৰে কঁপিছে তাইৰ গাভৰু শৰীৰ। চন্দ্ৰালীৰ চকুৰ পানীয়ে তিয়াই পেলালে তাৰ বুকু। থৰ্থৰকৈ কঁপি থকা তাইৰ শৰীৰটো দুহাতেৰে সাবটি ধৰি বিক্ৰম তাই সম্পূৰ্ণ সুস্থিৰ নোহোৱালৈকে একে ঠাইতে থিয় হৈ থাকিল।

# পঁয়ত্ৰিছ

দুৰ্যোগে যেন হেঁচা মাৰি ধৰিছিল দেশখনক। প্ৰশান্তহঁতে ক্ষমতা হেৰুৱাৰ পিছত পুৰন্দৰ হাজৰিকাই দলৰ লগতে ৰাজ্য প্ৰশাসনতো নিজৰ প্ৰতিপত্তি আগতকৈ দুগুণে বিস্তাৰ কৰিলে। সশস্ত্ৰ সংগঠনটোৰ লগতো পৰোক্ষ যোগাযোগ স্থাপন কৰাত সক্ষম হ'ল তেওঁ। বিদেশী বিতাড়নৰ ছবছৰীয়া আন্দোলনে ক্ষমতাত অধিষ্ঠিত কৰা ডেকা ৰাজনীতিক কিজনৰ পতনৰ পিছত অস্থায়ীভাৱে ৰাজ্যত কেন্দ্ৰীয় শাসন প্ৰৱৰ্তন কৰা হৈছিল। তাৰে সুবিধা লৈ বিগত সময়চোৱাত ৰাইজৰ এলাগী হৈ পৰা দলটোক আকৌ এবাৰ ঠন ধৰাই তুলিবলৈ বেছি কষ্ট কৰিবলগা নহ'ল পুৰন্দৰে। খালী হোৱা চতুৰ্থ শ্ৰেণীৰ পদবোৰত নিজৰ সমৰ্থকসকলৰ ল'ৰা-ছোৱালী আৰু অঙহী-বঙহীক ভৰ্তি কৰি হাজৰিকাই তৃণমূল পৰ্যায়ত দলীয় সংগঠনটো দৃঢ় কৰাৰ চেষ্টা কৰিলে। ৰাস্তা-ঘাট নিৰ্মাণ, জলসিঞ্চন তথা বান নিযন্ত্ৰণ, কৃষি পদ্ধতিৰ আধুনিকীকৰণ, স্বাস্থ্য আৰু পৰিয়াল কল্যাণ আদি নানান আঁচনিৰ ধন আবণ্টনৰ ক্ষেত্ৰত নিৰ্বাচিত অঞ্চল আৰু মানুহ কিছুমানক অগ্ৰাধিকাৰ দি পুৰন্দৰে নিজৰ সমৰ্থকৰ সংখ্যা বৃদ্ধি কৰিলে। আন্দোলনৰ ছবছৰ আৰু তাৰ পিছৰ পাঁচ বছৰত ৰাজ্যখনৰ প্ৰায় স্থবিৰ হৈ পৰা অৰ্থনীতি পুৰন্দৰৰ হস্তক্ষেপত কিছু পৰিমাণে হ'লেও সচল হ'ল। কিন্তু হঠাতে আকৌ ঘটিল আন এটা দুৰ্ঘটনা। আন এটা প্ৰচণ্ড ভূমিকম্পই তোলপাৰ লগালে এই পুণ্যভূমি। দেশৰ নিৰাপত্তা নিশ্চিত কৰিবলৈ কিনা ষাঠি হাজাৰ কোটি টকীয়া বৰটোপ কেলেংকাৰীয়ে তোলপাৰ লগালে কাশ্মীৰৰপৰা কন্যাকুমাৰী আৰু গুজৰাটৰপৰা গুৱাহাটীলৈ। ছত্ৰধাৰীসকলৰ মাজৰে শতকৰা কিমান হাৰত কোনে কাক কমিচন দিলে, কিমানে ল'লে আৰু কিমানে ঠোঁট চেলেকিলে আদি নানান হিচাপ-নিকাছেৰে ভৰি পৰিল বাতৰি কাকত আৰু আলোচনীৰ পাত। ইতিমধ্যে দেশৰ আকাশ-বতাহ অধিকাৰ কৰি লোৱা টি.ভি ৰ পৰ্দাত সেই কাহিনী'ৰ ৰঙীণ চিত্ৰ আৰু শব্দৰ খলকনি উঠিল। মহিষমৰ্দিনীৰ যোগ্য উত্তৰাধিকাৰীৰূপে গৰীবৰ দুঃখত অনবৰতে চকুপানী পেলোৱা ডেকা হাই কমাণ্ডৰ স্বৰূপ দেখি চৌদিশে উঠিল ধিক্কাৰ ধ্বনি। ক্ষমতাৰ দালালবোৰক চাবুক মাৰি বাহিৰ কৰাৰ কথা কোৱা যুব নেতৃত্বৰ এই স্খলনে কেন্দ্ৰীয় চৰকাৰৰ স্থিতি বুঢ়া মানুহৰ দাঁতৰ দৰে সোলোক-ঢোলোক কৰি পেলালে। বৰটোপৰ মুখত জুই নিদিওঁতেই আকাশ-বতাহ ধুঁৱলি-কুঁৱলি হ'ল। আকৌ এবাৰ ডুবিবলৈ ধৰা জাহাজ এৰি পলাল এন্দুৰৰ দল। কোনোবাই ৰামনামী ল'লৈ গাত তুলি। কোনোবাই ল'লৈ মণ্ডলৰ কমণ্ডলু। কিন্তু তাৰ মাজতো পুৰন্দৰৰ কৰ্তৃত্ব অক্ষুণ্ণ থাকিল ৰাজ্যিক

শাখাত। আঞ্চলিক দলৰ পতনৰ লগে লগে বিপৰ্যয়ৰ সময়ত দল এৰি আঁতৰি যোৱা অনেকবোৰ নেতা-পালিনেতাই পুৰন্দৰৰ চোতালত ভিৰ কৰিলেহি আকৌ এবাৰ দলত চামিল হোবাৰ আশাত। পুৰন্দৰে তাৰে ভিতৰত বাছি বাছি কামত লগাব পৰাখিনিক দলত পুনৰ ঠাই দিলে চৰ্ত আৰু নিয়ম সাপেক্ষে। ইফালে কেন্দ্ৰত দ্বিতীয়বাৰৰ কাৰণে শতবৰ্ষ পূৰ্তি কৰা দলক গাদীচ্যুত কৰিলে সত্তৰ কোটি সাধাৰণ মানুহে। হাজৰিকাই কিন্তু হাৰ নেমানিলে। কেন্দ্ৰীয় শাসনৰ ম্যাদ শেষ হোবাৰ পাছত আকৌ বলিল ৰাজ্যত নিৰ্বাচনৰ বতাহ। প্ৰশান্তহঁতৰ আঞ্চলিক দলটো দুভাগ হ'ল। কোনে কাক কিমান ঠগিলে, কোনে কাৰ মূৰত কঁঠাল ভাঙিলে, কোনে কিমান উদৰ পূৰালে, কোন চকুচৰহাই কাৰ সৰহ দেখিলে ধৰণৰ দন-খৰিযালে ডেকা তেজ পানী কৰি খহাই নিলে এযুগ পুৰণি বালিৰ বান্ধ। নিৰ্বাচনত পুৰন্দৰ হাজৰিকাৰ দলৰ বিৰুদ্ধে যুঁজাতকৈ সৌ সিদিনালৈকে একেখন থালতে খোৱা, একেখন পাটিতে শোৱা, সৰুপানী চোৱাৰপৰা মহানগৰৰ গলিৰ নিষিদ্ধ প্ৰেমৰ অভিজ্ঞতাৰ সোৱাদ লোৱালৈকে একেলগে উঠা-বহা কৰা, একালৰ নলে-গলে লগা সহপাঠী আৰু সহকৰ্মীক এশিকনি দিযাতহে বেছি জোৰ দিলে বিভাজিত দলৰ নেতা আৰু সমৰ্থকসকলে। এশ বছৰীযা অভিজ্ঞতাৰে পুষ্ট পুৰন্দৰৰ ৰাষ্ট্ৰীয় দলৰ কাণ্ডাৰীসকলে নিৰ্বাচনৰ আগতেই বিজয উৎসৱ পাতিলে। যোৱা বাৰটা বছৰে কোন মুহূৰ্তত টোপোলা বান্ধিব লাগে তাৰ ভযতে সন্ত্ৰস্ত হৈ থকা চাহ মালিক, উদ্যোগপতি আৰু বিযাগোম ব্যৱসাযীবোৰেও স্বস্তিৰ নিঃশ্বাস পেলালে। দলে-বলে সিহঁতে পুৰন্দৰৰ লগ ল'লে। অবধাৰিতভাৱেই নিৰ্বাচনৰ পিছত আকৌ এবাৰ পুৰন্দৰৰ দখললৈ আহিল সাতশ বছৰ আগতেই চুকাফাই গঢ়ি থৈ যোৱা সাত খলপীযা ৰাজ সিংহাসন। পৰিস্থিতিৰ এই পৰিৱৰ্তনে বিক্ৰমৰ অন্তৰতো ধুমুহাৰ সৃষ্টি কৰিলে।

গাদীত বহিযেই পুৰন্দৰ ব্যস্ত হৈ উঠিল সশস্ত্ৰ সংগ্ৰামৰ নামত পাহাৰ বগাই সীমাৰ সিপাৰলৈ গুচি যোৱা ডেকাবোৰক ঘৰলৈ ঘূৰাই অনাৰ চেষ্টাত। উদযভানুৰ উপৰি এইবাৰ আৰু আন কেইবাজনেও এই কামত পুৰন্দৰৰ হাত শক্তিশালী কৰাৰ প্ৰচেষ্টাত সহযোগ কৰিলে। সশস্ত্ৰ গোটৰ উপদেষ্টা পৰ্যাযৰ নেতা তথা বুদ্ধিজীৱী বুলি পৰিচিত কেইজনমানকো সঘনাই দেখা গ'ল পুৰন্দৰ হাজৰিকাৰ ঘৰৰ বাহিৰে-ভিতৰে। বন্দুকৰ গুলীৰ জোৰত সাৰ্বভৌম ৰাষ্ট্ৰ এখন প্ৰতিষ্ঠা কৰাৰ সপোন দেখা দুজনমানকো হাত কৰি হাজৰিকাই অভিযান আৰম্ভ কৰিলে পাহাৰে-পৰ্বতে পিঠিত মাৰণাস্ত্ৰ বান্ধি ঘূৰি ফুৰা ডেকাবোৰৰ সৈমান কৰি ঘৰলৈ ঘূৰাই অনাৰ। সোণৰ কলমৰ চিকমিকনি আৰু ৰূপৰ টকাৰ জনজননিত কিছুমানে হাতৰ বন্দুক পেলাই মূলসুঁতিৰ ঘোলা পানীত সাঁতোৰ দিলেহি। দুটামানে এতিযাও মূলসুঁতিলৈ আহিব নোখোজাবোৰক সৈমান কৰাৰ প্ৰতিশ্ৰুতিৰে জন্ম দিয়ে ইমানদিনে পাহাৰে-পৰ্বতে ঘূৰি ফুৰি হত্যা আৰু হিংসাৰ অভিজ্ঞতাৰে হাত পকাই থোৱা

ভূতপূৰ্ব মুক্তি সৈনিকসকলৰ দ্বাৰাই গঠন কৰা এটা শক্তিশালী প্ৰতি বিপ্লৱী গোট। সশস্ত্ৰ বিদ্ৰোহৰ মোকাবিলা কৰিবলৈ গঠন কৰা বিশেষ বাহিনীৰ সৈতে যুটীয়াভাৱে এই নবগঠিত প্ৰতি বিপ্লৱী গোটটোৱে পাহাৰ-পৰ্বত একাকাৰ কৰিলে এৰি অহা সতীৰ্থৰ খবৰ বিচাৰি। যিবিলাকে তেতিয়াও এৰি অহা নাছিল অনাস্বাদিত স্বাধীনতাৰ মোহ, সিহঁতেও পৰিস্থিতিৰ সন্মুখীন হ'বলৈ সাজু হ'ল। সৰু সৰু গোটত ভাগ হৈ সিহঁতে বিচাৰি আহিছিল প্ৰতিশ্ৰুতি ভঙ্গ কৰি আত্মসমৰ্পণ কৰা প্ৰাক্তন সতীৰ্থ আজিৰ প্ৰতিবিপ্লৱীসকলক। উদ্দেশ্য একেই, সতীৰ্থক বলি দি নিজৰ স্থিতি সুদৃঢ় কৰা। ৰাজপথৰ দাঁতিত, ৰঙ্গমঞ্চৰ আঁৰত, উৎসৱৰ ভিৰৰ মাজত, কেতিয়াবা ঘৰ, কেতিয়াবা মুকলি পথাৰত বান নামিছিল শান্তি বাহিনীৰ শান্তিদূতৰ তেজেৰে, কেতিয়াবা মুক্তিকামী সেনানীৰ বুকুৰ তেজেৰে ৰাঙলী হৈছিল ধনশিৰি, কপিলী, দিখৌৰ নীলা পানী। একেখন অসমৰ মাটিতেই জাক জাক শগুনে নেফানেফ কৰিছিল ডেকা অসমৰ গুলীবিদ্ধ নিৰ্জীৱ শৰীৰ। নিয়তিয়ে যেন তাইৰ ডাঠ ক'লা চুলি মেলি ঢাকি ধৰিছিল বিশাল নীলা আকাশ। ৰুদ্ধ কৰি দিছিল পোহৰৰ সমস্ত পথ।

বিক্ৰমে জয়ন্তৰ খবৰ বিচাৰি প্ৰশান্তক লগ ধৰিছিল। সহায়ো কৰিছিল সি। তাৰ পুৰণা সহপাঠী সশস্ত্ৰ সংগঠনৰ শীৰ্ষ পৰ্যায়ৰ নেতা, কেপ্টেইন অমৰজ্যোতিলৈ চিঠি পঠিয়াইছিল জয়ন্ত বৰুৱা নামৰ কোনোবা ল'ৰা সংগঠনত আছে নেকি জনাবলৈ বুলি। প্ৰশান্তই পঠোৱা চিঠি অমৰজ্যোতি নামৰ তাৰ পুৰণা সহপাঠীজনৰ হাত পাবলৈ সময় লাগিছিল। যোগাযোগ শাখাৰ ইটো-সিটো গোটৰ হাত বাগৰি কেপ্টেইন অমৰজ্যোতিলৈ লিখা সেই চিঠিখন ঘন জঙঘলেৰে আবৃত উত্তৰ ম্যানমাৰৰ শিবিৰ পায়গৈ মানে জয়ন্তৰ লগতে নতুনকৈ সংগঠনত ভৰ্তি হোৱা চল্লিছজনীয়া দলটোৱে অসম এৰিছিল। কেপ্টেইন অমৰজ্যোতিয়ে প্ৰশান্তক জনাব পৰা নাছিল জয়ন্ত বৰুৱা নামৰ কোনোবা ল'ৰা অলপতে সংগঠনৰ সদস্যত ভৰ্তি হৈছে নে নাই। সঠিক খবৰটো জানিবৰ কাৰণে কেপ্টেইনে তলৰ গোটবোৰলৈ বেতাঁৰ বাৰ্তা পঠাইছিল। সংগঠনৰ বাৰ্তাবাহী গোট সক্ৰিয় হৈছিল। ইহাত-সিহাত বাগৰি বাগৰি অমৰজ্যোতিয়ে লিখা চিঠিখন অৱশেষত যেতিয়া বিক্ৰমৰ হাতত পৰিছিল তেতিয়ালৈ পথাৰৰ লখিমী ভঁড়ালত সুমুৱাইছিল অসমৰ খেতিয়ক ৰাইজে। খবৰটো পায়েই সি চন্দ্ৰালীলৈ ফোন কৰিছিল ইতিমধ্যে বাটে-ঘাটে য'তে-ত'তে পাণ-তামোলৰ গুমটিবোৰৰ দৰেই গঢ়ি উঠা পি.চি.ও. এটাৰপৰা। কথাখিনি ক'বলৈ লৈ বিক্ৰমৰ মাতটো কেই ছেকেণ্ডমানৰ কাৰণে ডিঙিৰপৰা ওলাবই খোজা নাছিল। ইটো মূৰে চন্দ্ৰালী ৰ'ই আছিল মনে মনে। তাইৰ নিশ্বাসৰ শুনো-নুশুনো শব্দ ভাহি আহিছিল টেলিফোনৰ তাঁৰৰ মাজেৰে। তাৰ এনে লাগিছিল যেন সেইবোৰ আছিল চন্দ্ৰালীৰ কলিজা ভেদি ওলাই অহা হাহাকাৰৰ অস্ফুট প্ৰতিধ্বনি! বিক্ৰম নিশ্চিত হ'বপৰা নাছিল। খুব কষ্টেৰে সি

ডিঙিটো পৰিষ্কাৰ কৰিছিল। শুকাই কৰ্কৰীয়া মৰা ওঁঠ কিখন জিভাৰ আগেৰে তিয়াই ল'বলৈ চেষ্টা কৰিও সি সফল হোৱা নাছিল। সি গম পাইছিল তাৰ ডিঙিৰ ভিতৰখনো শুকান কাঠ এচলাৰ নিচিনা হৈ পৰিছিল।

ৰৈ আছিল চন্দ্ৰালী।

ৰিচিভাৰটো কাণত লগাই একমাত্ৰ ভায়েকৰ খবৰ বিচাৰি বিক্ৰমৰ মাত শুনিবলৈ উশাহ-নিশাহ বন্ধ কৰি ৰৈ আছিল চন্দ্ৰালী। তাইৰ ৰিচিভাৰ ধৰি থকা হাতকিখন সুলকি পৰিব খুজিছিল। ভৰিৰ তলৰ মাটি খহি পৰিব যেন লাগিছিল। তথাপি তাই একেদৰেই থিয় হৈ আছিল।

তাইৰ বুকু হেঁচি ৰখা শিলচটাৰ ওজন যেন মুহূৰ্তে মুহূৰ্তে বাঢ়ি গৈছিল।

আৰু অৱশেষত, চন্দ্ৰালীৰ হাতৰ ৰিচিভাৰটো গধুৰ হৈ আহি আহি পৰি যাব যেন লগাৰ মুহূৰ্তটোতে বিক্ৰমৰ মাত কটিয়াই শব্দ তৰঙ্গবোৰ আকৌ এবাৰ টেলিফোনৰ তাঁৰৰ মাজেৰে বই আহিছিল।

তাই ৰিচিভাৰটো জোৰকৈ খামুচি ধৰিছিল। হেমপ্ৰভা আহি থিয় হৈছিলহি চন্দ্ৰালীৰ সন্মুখত। ভবানী বৰুৱাই সোঁহাতখনেৰে পত্নীৰ বাহুত ধৰিছিল।

"কি ক'লে বিক্ৰমে?" —কথা ওলাইছিল ভবানী বৰুৱাৰ মুখত। চন্দ্ৰালীয়ে সাৰ পাইছিল। হাতৰ ৰিচিভাৰটো সাৱধানে ক্ৰেডেলত নমাই থৈছিল।

"এমাহ আগতে চল্লিছজনীয়া দল এটাৰ লগতে সিও পাহাৰৰ পথ লোৱাৰ খবৰ পাইছে বিক্ৰমে।"

"ক'লৈ গৈছে সি?" —ভবানী বৰুৱাই জানে এনেকৈ পাহাৰলৈ উঠা ল'ৰাবোৰ ক'লৈ যায়। তথাপি সুধিছে জীয়েকক—

"ক'লৈ গৈছে সি?"

কি ক'ব চন্দ্ৰালীয়ে? মাকৰ মুখলৈ চাবলৈ সাহস নহ'ল তাইৰ। ভবানী বৰুৱাই সাবটি ধৰিলে হেমপ্ৰভাক। ওচৰৰ বিছনাখনলৈ লাহে লাহে লৈ গ'ল মানুহজনীক সাৱধানে এখোজ-দুখোজকৈ। চন্দ্ৰালীয়ে দেখিলে থৰ্থৰকৈ কঁপিছে হেমপ্ৰভাৰ সমস্ত শৰীৰ। জোৰকৈ শৰীৰটোক সচল কৰি মাকৰ ওচৰ চাপি গ'ল তাই।

"এগিলাচ পানী আন সোনকালে।" —ঘৈণীয়েকৰ অৱস্থা দেখি ভবানী বৰুৱাই জীয়েকক হুকুম দিলে। হেমপ্ৰভা আৰু বহি থাকিব নোৱাৰিলে। পানী গিলাচ লৈ চন্দ্ৰালী পাযহি মানে দুমাহ ধৰি পুত্ৰৰ খবৰ শুনিবলৈ ৰৈ থকা মানুহজনীয়ে চেতনা হেৰুৱাই পকা মজিযাখনতে লুটি খাই পৰিল। বৰুৱাই বিজন চৌধুৰী আৰু সুপ্ৰভাকো খবৰ দিলে। উধাতু খাই আহিছিল সুপ্ৰভা। হেমপ্ৰভা অচেতন হোৱাৰ খবৰ পাযেই বিজন চৌধুৰী ডাক্তৰৰ ওচৰ পাইছিলগৈ। ৰাস্তাৰপৰাই টেলিফোন কৰি বিক্ৰমকো লাগে লাগে আহিবলৈ

ক'লে চন্দ্ৰালীহঁতৰ ঘৰলৈ। সুপ্ৰভাই চন্দ্ৰালীক বুকুত সুমুৱাই লৈছিল। ধৈৰ্য ধৰি আছিল চন্দ্ৰালীয়ে। এটোপাও চকুপানী ওলোৱা নাছিল তাইৰ। জয়ন্তৰ জন্মৰেপৰা কলেজলৈ পঢ়িবলৈ যোৱালৈকে কোলাই-বোকোচাই লৈ তাক ডাঙৰ কৰিছে তাই। ভবানী বৰুৱা আৰু হেমপ্ৰভাতকৈও সি বেছিকৈ বিচাৰিছিল তাইক। লগৰ ল'ৰাৰ লগত বোকাই-পানীয়ে লুতুৰি-পুতুৰি হৈ আহি বাপেক-মাকৰ গালি খোৱাৰ ভয়ত সি মনে মনে লুকাই থাকিছিল তাইৰ বিছনাৰ তলত। স্কুলৰ ল'ৰাৰ লগত ফুটবল খেলিবলৈ গৈ ভৰিৰ নখ ছিঙি ডেডাউৰি পাৰি সোমাইছিলহি তাইৰ বুকুৰ মাজত। পৰীক্ষাৰ সময়ত বুজি নোপোৱা কথাখিনি, কৰিব নোৱৰা অঙ্কখিনি বুজাই দিবলৈ তাইকেই সি খাটনি ধৰিছিল। আৰু তাই? অনবৰতে লগত লৈ ফুৰিছিল তাক। নিজৰ পাতৰ মাছ, মাংস তাৰ পাতত দি এক বুজাব নোৱৰা তৃপ্তি পাইছিল। বন্ধৰ দিনত ঘঁহি ঘঁহি তাৰ পিঠিৰ মলি গুচাই দিছিল, ভৰি হাতৰ নখ কাটিছিল, চুলি ধুবাই চেম্পু কৰিছিল। ওৰে ৰাতি সাৰে থাকি তাৰ পৰিচৰ্যা কৰিছিল সৰু-সুৰা পানীলগা জ্বৰ, পেটৰ বিষতো। বিক্ৰমে তাইৰ ভাতৃ প্ৰীতি দেখি কেতিয়াবা অভিমান কৰিছিল। খঙো উঠিছিল তাৰ কোনো কোনো দিন। জয়ন্তৰ বেমাৰ, জয়ন্তৰ পৰীক্ষা, জয়ন্তৰ পঢ়া এইবোৰ লৈয়ে অনবৰত ব্যস্ত থকা চন্দ্ৰালীৰ ওপৰত খং কৰি কেইবাদিনো তাইক নমতাকৈ থাকিছিল সি। তেনেকুৱা দিনত তাই তাক বুজাইছিল সি এটা সৰু ল'ৰা। বিক্ৰমৰো ভাই সি। তাইৰেই নহয় বিক্ৰমৰো এই পৃথিৱীত জয়ন্তৰ বাহিৰে আৰু কোনোবা আছে জানো ভাই বুলি কাষ চাপিবলৈ, এষাৰ মাত দিবলৈ, তাই তাক সুধিছিল। অভিমান, খং-ৰাগ পাহৰি গৈছিল বিক্ৰমে। তাইৰ ডিঙিত ওলমি থকা সৰু ল'ৰাটোক তুলি লৈছিল তাৰ কান্ধত। সি কিৰিলি পাৰি উঠিছিল আৰু সেই দৃশ্য চাই চাই হাঁহি হাঁহি মাটিত বাগৰি চন্দ্ৰালীয়ে চকুপানী উলিয়াইছিল।

সেই ল'ৰাটোৱেই তাইক এষাৰো মাত নিদিয়াকৈ এনেদৰে মনে মনে ঘৰ এৰিলে। ভবানী বৰুৱা, হেমপ্ৰভা, বিজন চৌধুৰী, সুপ্ৰভা, বিক্ৰম, চন্দ্ৰালী কাৰো কথা মনত নপৰিল তাৰ। দুকুৰি ল'ৰাৰ লগত সি ওলাই গ'ল এটা সপোনৰ পম খেদি। সামান্য পানী লগা জ্বৰত লেবেজান হৈ পৰা ল'ৰা এটাই পিঠিত হোড়া বান্ধি পাহাৰলৈ উঠিল। গেজেপ মৰা হাবিৰ সেমেকা এন্ধাৰ পথেৰে শ শ যোজন দূৰ পথ অতিক্ৰম কৰি সি খোজ ল'লে স্বাধীনতা নামৰ এটা শব্দৰ অৰ্থ বিচাৰি। এবাৰলৈকো নক'লে চন্দ্ৰালীক তাৰ সপোনৰ কথা। কি বুলি ভাবিছে সি সেই স্বাধীনতা। এবাৰো নক'লে সি কোনেইবা ক'লে তাক সেই স্বপ্নৰ কথা। এবাৰো নেভাবিলে সি তাৰ অবিহনে কেনেকৈ থাকিব তাই, ভবানী বৰুৱা আৰু হেমপ্ৰভা।

বিজন চৌধুৰীয়ে ডাক্তৰ আনিলে। ক্ষন্তেক পাছতে বিক্ৰমো আহি পালেহি। নাড়ী পৰীক্ষা কৰি ডাক্তৰ বসন্ত বৰুৱাই স্মেলিং চল্টৰ টিউবটো হেমপ্ৰভাৰ নাকৰ আগত তুলি

ধৰিলে। লাহে লাহে চকু মেলিলে মানুহজনীয়ে।

"কেনে পাইছে এতিয়া?" —কাণৰ পৰা ষ্টেথিচ্‌কোপডাল খুলি খুলিয়েই ডাক্তৰ বৰুৱাই সুধিলে হেমপ্ৰভাক।

চকু ঘূৰাই চাৰিওফালে চালে হেমপ্ৰভাই। ভবানী বৰুৱা কাষ চাপি গৈ কপালত হাত দিলে।

"টোপনি নহয় নেকি ভালদৰে?" —ডাক্তৰ বৰুৱাই এইবাৰ ভবানী বৰুৱাক সুধিলে।

কি ক'ব তেওঁ ডাক্তৰ বৰুৱাক। জয়ন্ত নোহোৱা হোবাৰ খবৰটো এতিয়াও নেজানে কোনেও। যিবিলাকে তাক চিনি পাই সিহঁতে জানে সি গুবাহাটীলৈ গৈছে। সি পাহাৰলৈ উঠাৰ খবৰ বিক্ৰমৰ ফোন পোৱাৰ আগলৈকেতো ভবানী বৰুৱাই নিজেও নেজানিছিল। বিক্ৰমৰ চকুলৈ চালে বৰুৱাই। বিক্ৰমে তললৈ মূৰ কৰিলে চক্ৰৱৰ্তী কাষ চাপি আহি দেউতাকৰ পিছফালে থিয় হ'ল।

"অলপ দিনৰপৰা তেনেকুৱা কিবা এটা হোৱা যেন লাগিছিল মোৰ ৰাতি সাৰ পালে প্ৰায়েই দেখো মানুহজনীয়েও সাৰ পাইছে। মই সাৰ পোৱাৰ কাৰণেই তেওঁ সাৰ পাইছে বুলিয়েই ভাবিছিলো। টোপনি নহাৰ সম্ভাৱনাৰ কথা এই দুদিনমানৰ পৰাহে মোৰ মনত খেলাইছে।" —হেমপ্ৰভাৰ হাতখন হাতৰ মুঠিত লৈ ভবানী বৰুৱা বিছনাখনতে বহি পৰিছিল কথা কৈ কৈ। তেওঁ অনুভৱ কৰিছিল তেওঁৰো মূৰটো যেন আচন্দ্ৰাই কৰিব ধৰিছে।

"তেজ আৰু আন পৰীক্ষা কেইটামান কৰিব লাগিব। মই লিখি দিছোঁ। ৰিপোৰ্টটো লৈ কাইলৈ সন্ধিয়া চেম্বাৰলৈ আহিব। এখেতকো লৈ আহিব। এতিয়া এগিলাচ নেমুৰ চৰবত দিয়ক তেখেতক।" —ষ্টেথিচ্‌কোপডাল বেগত ভৰাই ডাঃ বৰুৱাই প্ৰেচক্ৰিপচন লিখিবলৈ কাগজ-কলম হাতত ল'লে।

ডাক্তৰ যোৱাৰ পিছত সুপ্ৰভাই নেমু চৰবত এগিলাচ আনি হেমপ্ৰভাক খুৱাই দিলেহি
বিজন চৌধুৰীয়ে ভবানী বৰুৱাক লৈ
বাহিৰৰ বাৰাণ্ডাত বহিলহি।

"পুলিচত এণ্ট্ৰি এটা দিয়া উচিত হ'ব।" —অলপ ভাবি-চিন্তি বিজন চৌধুৰীয়ে ক'লে।

"দিব লাগিব। সি যেতিয়া খা-খবৰ নিদিয়াকৈয়ে নোহোৱা হৈছে এণ্ট্ৰি এটা দি থোৱাটো দৰকাৰ হ'ব।"

"ময়ো যাম তোমাৰ লগত। আজিকালি থানাৰ মানুহবিলাকৰ ব্যৱহাৰ-পাতি বেলেগ হৈছে। তোমালোকৰ মন্ত্ৰীসভা ভঙাৰ পাছত পুৰন্দৰে আকৌ আগৰ ৰূপ লৈছে। ইতিমধ্যেই থানাৰ আগৰ অফিচাৰখিনি আঁতৰাই তেওঁ নিজৰ পছন্দৰ মানুহ আনিছে। তুমি অকলে

গ'লে সিহঁতে তোমাক হয়তো ভাল ব্যৱহাৰ নকৰিবও পাৰে।" —বিজন চৌধুৰীয়ে জানে পুৰন্দৰ হাজৰিকাই সেই কেইটামান দিনৰ কাৰণে ভবানী বৰুৱাৰ প্ৰতিপত্তি সহ্য কৰিলে। পৰিস্থিতি এতিয়া আকৌ পুৰন্দৰৰ পক্ষত। জয়ন্ত নোহোৱা হোৱাৰ খবৰ পোৱা মাত্ৰকে পুৰন্দৰে জানি যাব এইবাৰ ভবানী বৰুৱা জালত পৰিল। দেশৰ সাৰ্বভৌমত্বক প্ৰত্যাহবান দিয়া বিদ্ৰোহী এটাৰ পিতৃকো দেশদ্ৰোহিতাৰ কলঙ্কই চুব। অকল কলঙ্কই নে? দেশদ্ৰোহিতা এক ঘোৰ অপৰাধো। অৱশেষত নিজৰ পুত্ৰই খন্দা খালত পৰিল ভবানী বৰুৱা। পুৰন্দৰ হাজৰিকাই ইচ্ছা মতে খেলিব পাৰিব বৰুৱাৰ মান-সন্মান আৰু প্ৰতিষ্ঠাৰ লগত। হয়তো... হয়তো তেওঁৰ জীৱনৰ লগতো। বিজন চৌধুৰীৰ গাটো জিকাৰ খাই উঠিল।

দিগন্তত বেলিটোৱে বিদায় লোৱাৰ আয়োজন কৰিছিল। এন্ধাৰৰ পাতল চামনি এটা নামি আহিল বিক্ৰম, চন্দ্ৰালী, ভবানী বৰুৱা আৰু বিজন চৌধুৰী —কাৰো মুখত কোনো কথা নাছিল। হঠাৎ ঘৰৰ ভিতৰৰপৰা হেমপ্ৰভাৰ কান্দোনৰ শব্দ ভাঁহি আহিল সেই তমিস্ৰাঘন লহমাৰ সমস্ত নিস্তব্ধতা থানবান কৰি।

# ছয়ত্ৰিছ

উদযভানুৱেই আনিছিল খবৰটো। জয়ন্ত নামৰ সুন্দৰপুৰৰ ওঠৰ-বিছ বছৰীয়া ল'ৰা এটাই সশস্ত্ৰ সংগঠনত যোগ দি পাহাৰলৈ উঠাৰ খবৰটো উদযভানুক দিছিল সংগঠনৰে ল'ৰা এটাই। পুৰন্দৰ হাজৰিকাই প্ৰশান্তহঁত ক্ষমতাত থাকোঁতেই সংগঠনৰ বাঢি অহা প্ৰতিপত্তি লক্ষ্য কৰিছিল। ৰাজ্যৰ ৰাজনীতিৰ বোকা খেলত এদিন যে এই সশস্ত্ৰ সংগঠনটোৰ ভূমিকা উলাই কৰিব পৰা নহ'ব সেই কথা প্ৰশান্তহঁতে বুজাৰ আগতেই পুৰন্দৰে বুজি পাইছিল। তেওঁ সেযে উদযভানুক দাযিত্ব দিছিল সংগঠনৰ ভিতৰৰে মধ্যম পৰ্যাযৰ দুজনমানৰ লগত চা-চিনাকি হৈ যোগাযোগৰ ব্যৱস্থা এটা গঢি তুলিবলৈ। উদযভানুৰ কাৰণে সেইটো একো টান কাম নাছিল। উজনি, নামনি আৰু উত্তৰ অঞ্চলৰ মুঠ ছজন ল'ৰাৰ লগত খুব সোনকালেই আগৰ চিনাকি ল'ৰা দুটামানৰ সহাযত সংযোগ স্থাপন হ'ল। পুৰন্দৰ হাজৰিকাৰ ফাইলত ছটা নতুন নামৰ সংযোজন হ'ল। উদযভানুৱে আৰু এটা প্ৰস্তাৱ দিলে। সংগঠনৰ ভিতৰৰ চ'ৰাত নিজৰ দুজনমান বিশ্বস্ত ল'ৰাক সুমুওৱাৰ কাৰণে কৰা পৰিকল্পনাৰ বিষযে সি প্ৰথম উলিয়াওতে পুৰন্দৰে বৰ বেছি আগ্ৰহ দেখুওৱা নাছিল। কিন্তু উদযভানুৱে নেৰিলে। তেনেকুৱা কিবা এটা কৰি ৰাখিব পাৰিলে ভৱিষ্যতে হাজৰিকাৰ কিমান সুবিধা হ'ব সি তাৰ খুটি-নাটি মাৰি দেখুৱাই দিযাত তেওঁ সাগ্ৰহে সম্মতি দিলে। উদযভানুৱে অসমত প্ৰায তিনি দশক ধৰি থকা উত্তৰ ভাৰতীয মূলৰ চাৰিজন ল'ৰাক নিৰ্বাচন কৰিলে। সিহঁতৰ প্ৰত্যেকৰে পৰিযালৰ আজীৱন ভৰণ পোষণৰ সমস্ত দাযিত্ব লোৱাৰ বিনিমযত সিহঁত চাৰিওটাই উদযভানুৰ নিৰ্দেশত সংগঠনত যোগ দিলে ভিন ভিন সমযত আৰু ভিন ভিন ঠাইত। কিছুদিনৰ ভিতৰতে সিহঁত নিজৰ নিজৰ এলেকাৰ এৰিযা কমাণ্ডাৰসকলৰ বিশ্বাসভাজন হ'বলৈও সক্ষম হ'ল। সিহঁত চাৰিটা আৰু ইতিমধ্যে পুৰন্দৰৰ লগত সম্পৰ্ক স্থাপন কৰা ছটাকে ধৰি এই দহোটা ডেকা ল'ৰাই হ'ল সংগঠনৰ ভিতৰ-বাহিৰ সকলোতে উদয়ভানু আৰু পুৰন্দৰৰ চকু কাণ। সিহঁতৰে এটাই দিযা তালিকাত নতুনকৈ ভৰ্তি হোৱা চল্লিছটা ল'ৰাৰ ভিতৰত জযন্ত বৰুৱা নামৰ সুন্দৰপুৰৰ ল'ৰা এটাৰ নাম দেখিয়েই উদযভানু তৎক্ষণাৎ আহি পুৰন্দৰৰ ওচৰ পালেহি।

হাতত তালিকাখন লৈ মনত পেলাবলৈ চেষ্টা কৰিলে পুৰন্দৰে। সুন্দৰপুৰৰপৰা দুই-এটা ল'ৰা আগেযেও এনেকৈ পাহাৰলৈ উঠা বা সংগঠনৰ কামত ঘৰ এৰাৰ সংবাদ তেওঁ পাইছিল। খা-খবৰো লোৱাইছিল। আটাইকিটা সাধাৰণ দুখীয়া পৰিযালৰ ল'ৰা পঢা শুনাৰ নামত তাৰ এটাযো হাইস্কুলৰ মুখাকে দেখা নাছিল। সাধাৰণ সৈনিক আৰু

তলৰ খাপৰ যোগাযোগকাৰীৰ কাম কৰা সেই ল'ৰাকিটাৰ বিষয়ে তাতকৈ বেছি জনাৰ দৰকাৰ নেদেখি পুৰন্দৰে সিহঁতৰ নামত থকা ফাইলকিটা বন্ধ অৱস্থাতে ৰাখি থৈছিল। কিন্তু এতিয়া উদয়ভানুৱে অনা খবৰটো শুনি পুৰন্দৰে সুন্দৰপুৰৰ চিনাকি মানুহখিনিৰ নাম আৰু মুখবোৰ এখন এখনকৈ মনত পেলাবলৈ চেষ্টা কৰিলে। জয়ন্ত বৰুৱা নামৰ এই ওঠৰ বিছ বছৰীয়া ডেকাটো কাৰ পৰিয়ালৰ সেই কথা বহুত পৰ চিন্তা কৰাৰ পাছতো কিন্তু তেওঁ মনত পেলাব নোৱাৰিলে।

"কাৰ ল'ৰা, ক'ত পঢ়িছিল, এইবোৰৰ কিবা খা-খবৰ পাইছ নেকি?" —একো উৱা-দিহা নেপাই অৱশেষত উদয়ভানুকে সুধিলে পুৰন্দৰে।

"খবৰ দিয়াটোৱে অকল ল'ৰাটো আৰু গাঁৱৰ নামকিটাহে আনিছে। বিতং একো আনিব পৰা নাই।"

"জয়ন্ত বৰুৱা...।" —তৰ্জনী আঙুলিটোৰে অলপ সময় গালখনত টুকুৰীয়াই থাকি পুৰন্দৰ হাজৰিকাই কিবা এটা মনত পেলাবলৈ চেষ্টা কৰিলে।

"আচ্ছা, উদয় তোৰ বাৰু মনত আছেনে ভবানী বৰুৱাৰ এজনী ছোৱালীয়ে কটন কলেজত পঢ়ি আছিল।"

"বিক্ৰম চৌধুৰীৰ লগত তাইক দুই-এবাৰ মই পাণবজাৰ আৰু বামুণীমৈদামত দেখা মনত আছে। আপোনাৰ ওচৰলৈ তাক আনিবলৈ যাওঁতে বিক্ৰমে এদিন সেই ছোৱালীজনীক মোৰ লগত চিনাকি কৰি দিছিল।"

"কি নাম আছিল ছোৱালীজনীৰ? মনত আছেনে তোৰ?" —অলপ চিন্তা কৰিলে উদয়ভানুৱে। সাধাৰণতে ছোৱালী বা মাইকী মানুহৰ নাম মনত নেথাকে তাৰ। পুৰন্দৰ হাজৰিকাই বিচাৰিলে চিনাকি এজেণ্ট দুটামানক খবৰ দিয়ে। বন্দৱস্ত পকা কৰি সিহঁতে পঠাই দিয়া ভাগেই সেই কেইজনীক পুৰন্দৰৰ আদেশ মতে ঠায়ে ঠায়ে পৌচাই দিয়ে। নিজৰ কাৰণে সি 'দেচী' ছাপ্লাই মজুত ৰাখে। ঝামেলা নাই সেইবোৰৰ। তাৰ মনত ইহঁত সকলোবোৰ ৰাতি ফুলা ফুল। দিনৰ পোহৰ পৰিলেই মৰহি যায় ৰাতি ফুলা ফুলৰ পাপৰি।

"কি নাম আছিল ছোৱালীজনীৰ? সুন্দৰপুৰৰ পৰা সংগঠনলৈ যোৱা ল'ৰাটোৰ কি নাম... জয়ন্ত... হঁা হঁা জয়ন্ত. .। তেনেকুৱাই কিবা এটা নাম আছিল সেই ছোৱালীজনীৰো... পৰিছে. . মনত পৰিছে...চন্দ্ৰালী... চন্দ্ৰালী আছিল বিক্ৰম চৌধুৰীয়ে মোৰ লগত চিনাকি কৰি দিয়া ছোৱালীজনীৰ নাম।" —উৎসাহত শেষৰ ফালে উদয়ভানুৰ মাতটো ডাঙৰকৈ ওলাইছিল।

"ঠিক মনত পৰিছে তোৰ। ভুল কৰা নাইতো।" —পুৰন্দৰৰ শৰীৰলৈও উদয়ভানুৰ মাত আৰু শৰীৰলৈ আহি পৰা উৎসাহ বিয়পি গৈছিল।

"নাই নাই. নাই কৰা কোনো ভুল। ঠিক মনত পৰিছে মোৰ... চন্দ্ৰালীয়েই আছিল

তাইৰ নাম। ভবানী বৰুৱাৰ ছোৱালী। কটন কলেজৰ হোষ্টেলত থাকি পঢ়িছিল তাই। এইবোৰ কথা বিক্ৰম চৌধুৰীয়েই মোক কৈছিল।"

"ঠিক কথা। চন্দ্ৰালী বৰুৱা, ভবানী বৰুৱাৰ ছোৱালী। কটন কলেজত পঢ়িছিল। জয়ন্ত বৰুৱা... ওঠৰ-বিছ বছৰ বয়স... সুন্দৰপুৰৰ জয়ন্ত বৰুৱা.. সশস্ত্ৰ সংগঠনৰ সদস্য ভৰ্তি হোৱা জয়ন্ত বৰুৱা... চন্দ্ৰালী বৰুৱাৰ ভাই... ভবানী বৰুৱাৰ ল'ৰা.. ।" —শেষৰ ফালে পুৰন্দৰ হাজৰিকাই সন্মুখৰ টেবুলখনতে সজোৰে এটা ঘোচা মাৰি দিছিল। উদয়ভানু সচকিত হৈ উঠিছিল। বহুত দিনৰ পৰাই পুৰন্দৰৰ লগত আছে উদয়ভানু। মানুহটোৰ সোঁহাত সি। খাওঁতে, শোওঁতে, বহোঁতে, উঠোতে অনবৰতে পুৰন্দৰৰ লগত থাকে উদয়ভানু। পুৰন্দৰে হাটে-বজাৰে ধানৰ বেপাৰ কৰি ফুৰোঁতে বস্তা গণ্তি কৰিছে উদয়ভানুৱে, গাঁৱৰ ৰাস্তাত শিলগুটি পেলাওঁতে গাড়ীৰ হিচাপ ৰাখিছে উদয়ভানুৱে, জিলা পৰিষদৰ সভাপতিৰ কাৰণে থিয় হওঁতে ভোটাৰৰ ঘৰে ঘৰে গৈ পইচা বিলাইছে উদয়ভানুৱে, প্ৰশান্তহঁতৰ চৰকাৰ থাকোঁতে জনজাতি সংগঠনৰ নেতাবিলাকক বন্ধ-হৰতাল কৰাৰ কাৰণে দৰকাৰ হোৱা পা-পইচা, যোগাৰ-যন্ত্ৰ পুৰন্দৰৰ হৈ ঠিক কৰি দিছে উদয়ভানুৱে, আন্দোলনৰ মাজত কটাকটি-মাৰামাৰি লগাবৰ কাৰণে গাঁৱে গাঁৱে, গোটে গোটে, ফৈদে ফৈদে যাঠী-জোং, বন্দুক-বাৰুদৰ যোগাৰ ধৰিছে উদয়ভানুৱে। পুৰন্দৰ হাজৰিকাৰ বাহিৰ-ভিতৰ চব জানি গৈছে সি আজি অত বছৰে, হয়তো নিজতকৈও বেছিকৈ জানে পুৰন্দৰক উদয়ভানুৱে।

হাজৰিকাই টেবুলত মৰা ঘোচাটোৱে তাক বুজাই দিলে ভবানী বৰুৱাৰ দিন বেয়ালৈ আহিছে। বহুত হিচাপ বাকী আছে ভবানী বৰুৱাৰ লগত পুৰন্দৰৰ। হিচাপ যিয়েই নহওক কৰাই ক্ৰান্তিয়ে উচল কৰিব জানে পুৰন্দৰে। উদয়ভানু ব্যস্ত হৈ পৰিব লাগিব দুই-এদিনতে। প্ৰয়োজনীয় খবৰবোৰ আনিব লাগিব, 'প্লেন' বনাব লাগিব, মানুহ লগাব লাগিব। পইচা খৰচ হ'ব, তেল পুৰিব, সময় উৰিব, কিন্তু এইবাৰ ভবানী বৰুৱা বাচি নেযাব। সি দুয়োখন হাতৰ তলুৱা সজোৰে ঘঁহাই দিলে। পুৰন্দৰৰ চকুলৈ চালে উদয়ভানুৱে। মেকুৰীৰ চকুৰ দৰে চিক্‌মিক কৰিছে হাজৰিকাৰ শাও বৰণীয়া চিকাৰী চকু দুটা।

উদয়ভানুৱে অনা কাগজখনৰ ওপৰত আকৌ এবাৰ চকু ফুৰালে পুৰন্দৰে। পেন-ষ্টেণ্ডৰপৰা ৰঙা চিয়াঁহীৰ পেন এটা লৈ জয়ন্ত বৰুৱাৰ নামৰ তলত আঁচ এডাল মাৰিলে। এবাৰ মৰা আঁচডালৰ ওপৰেৰে বাৰে বাৰে কলমটো ঘঁহালে। শেষত টেলিফোনটো তুলি লৈ ইণ্টাৰকমত হুকুম দিলে—"স্পেচিয়েল ব্ৰাঞ্চৰ চীফক দিয়া।"

উদয়ভানুৱে জানে এইবাৰ মন্ত্ৰী ডাঙৰীয়াই বিষটো লৈ পুংখানুপুংখ আলোচনা কৰিব। ভবানী বৰুৱাৰ প্ৰতিটো উশাহ-নিশাহৰ হিচাপ ল'ব। পঁচপন্ন বছৰ বুকুত পুহি লৈ ফুৰা বিষখিনি উগাৰি উগাৰি চোবাই থাকিব। হলাহলৰ দৰেই বিষাক্ত সেই বিষৰ জ্বালাই ভবানী বৰুৱা নামৰ সুন্দৰপুৰৰ প্ৰাক্তন মৌজাদাৰ, কলেজৰ প্ৰাক্তন প্ৰিন্সিপাল আৰু ৰাজ্যৰ

প্ৰথমখন বিৰোধী দলৰ চৰকাৰৰ প্ৰাক্তন মন্ত্ৰীজনৰ শৰীৰৰ তেজ, মাংস, হাড় সকলোবোৰ এফালৰপৰা শেষ কৰি আনিব। পুৰন্দৰ হাজৰিকাৰ হাড়লৈকে চিনি পায় উদয়ভানুৱে। বস্তুত কাম কৰিব লাগিব এতিয়া সি। খাবলৈ, শুবলৈও তাৰ সময় নোহোৱা হ'ব। টেলিফোন লৈ ব্যস্ত হৈ পৰা পুৰন্দৰক তাতে এৰি উদয়ভানু নিজৰ ৰূমলৈ উলটি আহিল। জয়ন্ত বৰুৱাৰ খবৰ লৈ অহা ল'ৰাটো কোঠাটোৰ একমাত্ৰ চকীখনত তেতিয়াও একেদৰেই বহি আছিল।

"এই ল'ৰাখিনি এতিয়ামানে কোন ঠাই পাইছে গৈ?" —ল'ৰাটোৰ হাতত হাজাৰটকীয়া নোটৰ বাণ্ডিল এটা গুজি দি সুধিলে উদয়ভানুৱে। ল'ৰাটোৱে বাণ্ডিলটো এবাৰ চকুৰ আগলৈ তুলি আনি ঘূৰাই-পকাই চালে। পেণ্টৰ পকেটত সেইটো সাৱধানে ভৰাই সি বহি থকা চকীখন এৰি থিয় দিলে।

"আজিৰপৰা এসপ্তাহ আগতে সিহঁতে ভাৰতৰ সীমা পাৰ কৰিছে। এতিয়ামানে আমাৰ হেড্‌কোৱাৰ্টাৰৰ ফৰৱাৰ্ড বেছ কেম্প পাব লাগে সিহঁতে।"

"তোমাৰ লগত যোগাযোগ আছেনে নাই এতিয়া?" —এই খবৰটো জনাৰ বিশেষ দৰকাৰ উদয়ভানুৰ।

"ভাৰতৰ সীমা পাৰ হোৱাৰপৰা হেড্‌কোৱাৰ্টাৰ নোপোৱালৈকে আমাৰ লগত যোগাযোগ কৰিব নোৱাৰে সিহঁতে। ৱায়াৰ্‌লেছৰ কাৰণে দৰকাৰী ৰিপিটাৰ টাৱাৰ এই ডোখৰ বাটৰ ক'তো নাই। বাৰ্মিজ আৰ্মিয়ে যোৱা বছৰ শীত কালৰ আক্ৰমণত পুৰণা টাৱাৰবোৰ ভাঙি পেলাইছে। বাৰিষাৰ সময়। অনবৰতে বৰষুণ হৈ থকাৰ কাৰণে মানুহ বা লাগতিয়াল সা-সৰঞ্জাম একোৱেই বিদ্ৰোহী কে.আই.এ. বা এন.এছ.চি.এনে. পঠাবপৰা নাই। হেড্‌কোৱাৰ্টাৰ পোৱাৰ পিছত ছেটেলাইট ফোনেৰে যোগাযোগ কৰাৰ বাহিৰে সদ্যহতে আন কোনো ব্যৱস্থা নাই।" —ল'ৰাটোৱে উদয়ভানুৱে জানিব খোজা আটাইখিনি কথা একে উশাহতে কৈ পেলালে।

"হেড্‌কোৱাৰ্টাৰ পোৱাৰ পিছত সিহঁতৰ প্ৰোগ্ৰেম কি হ'ব?" —উদয়ভানুৱে ল'ৰাটোৰ খবৰৰ কিমানখিনি অংশ কামত লাগিব ঠিক যেন ধৰিবপৰা নাই এনে এটা ভাবেৰে সুধিলে।

খবৰ দিয়া ল'ৰাটোৱে হাতৰ ঘড়ীলৈ চালে। যাবৰ সময় হৈছে তাৰ। ৰাজধানীৰ চাৰি নম্বৰ কণ্টেক্ট পইণ্টৰ দায়িত্বত আছে সি। দুই-তিনি ঘণ্টাতকৈ বেছি সময় ডিউটি পইণ্টৰপৰা আঁতৰি থাকিব নোৱাৰে। নিজৰ পোষ্টত সময় মতে উপস্থিত নেথাকিলে ওপৰৰ কোনোবাই সন্দেহ কৰিব পাৰে। ধৰা পৰিলে শাস্তি মাত্ৰ এটাই, পাঁচিছ গজ দূৰৰ গছ এজোপাত হাত ভৰি বান্ধি থিয় কৰাই দিয়াৰ পাছত দুই চেলাউৰিৰ মাজেৰে ৩২ ব'ৰৰ অট'মেটিক পিষ্টলৰ মাত্ৰ দুটা গুলী। দুই ফালে ধাৰ থকা তৰোৱালৰ ওপৰেৰে

খোজ কাঢ়িবলৈ লৈছে সি। সেই কথা মনত পৰি সি খেদা লগালে।

"প্ৰত্যেকটো নতুন গ্ৰুপৰ কাৰণে ট্ৰেইনিং কমাণ্ডাৰে প্ৰশিক্ষণৰ ব্যৱস্থা কৰে। প্ৰশিক্ষাৰ্থী ল'ৰাখিনিৰ বিতং তথ্যৰ ওপৰত নিৰ্ভৰ কৰি তৈয়াৰ কৰা হয় প্ৰশিক্ষণৰ বিশদ কাৰ্যক্ৰমণিকা। এইবোৰ খবৰ আমি ইয়াত নেপাওঁ।" —ল'ৰাটোৰ কথাত এই প্ৰথম অসহায়তাৰ সুৰ শুনিলে উদয়ভানুৱে। অলপ সময় টলকা মাৰি থাকিল সি। তাৰ পিছত মুখখন ল'ৰাটোৰ কাণৰ ওচৰলৈ নি ফুচ্‌ফুচালে। কথাখিনি শুনি ল'ৰাটোৱে কিছু সময় একো নেমাতিলে। দেৰী হোৱা সত্বেও সি আগতে বহি থকা চকীখন বিচাৰি উভতি গ'ল। টিকাটো কুচনত পেলাই সি উদয়ভানুৰ মুখলৈ চালে।

"জয়ন্ত নামৰ সেই ল'ৰাটোৱে কৰা প্ৰতিটো কামৰ হিচাপ ৰাখিবৰ কাৰণে হেড্‌কোৱাৰ্টাৰত থকা আমাৰ ল'ৰাটোক খবৰ দিবা। ট্ৰেইনিং শেষ কৰাৰ পাছত তাক কোনটো ইউনিটলৈ পঠায়, তাৰ আগতীয়া খবৰ যাতে আমি পাওঁ সেইটোও নিশ্চিত কৰিবা। সুন্দৰপুৰত তাৰ পৰিয়ালৰ প্ৰত্যেকজনৰে গতিবিধিৰ ওপৰত অনবৰতে চকু ৰখাৰো ব্যৱস্থা কৰিবা।" —উদয়ভানুৱে হাতৰ ঘড়ীলৈ চালে। ল'ৰাজনে বুজি পালে মিটিং শেষ হ'ল। যাবলৈ উঠি সি এক পলক বৈ দিলে।

"জয়ন্ত বৰুৱাক সংগঠনলৈ অনাৰ ক্ষেত্ৰত এৰিয়া কমাণ্ডৰ বিৰাজ কটকীয়ে আগভাগ লৈছিল। কটকী ছাৰে যদি গম পাই মই বা সংগঠনৰ আন কোনোবাই বৰুৱাৰ খবৰ প্ৰয়োজনতকৈ বেছিকৈ লৈছে, কাকো তেওঁ সুদাই নেৰিব। বৰ একাচেকা মানুহ এই বিৰাজ কটকী।" —ল'ৰাটোৰ কথাখিনি উদয়ভানুৱে মনোযোগেৰে শুনিলে। অলপ সময় মনে মনে থাকিল সি। তাৰ পিছত কোঠাটোৰ বন্ধ দুৱাৰখন খুলি সি ল'ৰাটোক ওলাই যোৱাৰ সুবিধা কৰি দিলে।

# সাতত্ৰিছ

ভবানী বৰুৱাই লিখিতভাৱে সুন্দৰপুৰ থানাত জয়ন্ত ঘৰৰপৰা নোহোৱা হোৱাৰ খবৰটো দিলে। অফিচাৰ ইন্‌চাৰ্জ বিপ্লৱ মহন্তই থানাৰ দিনপঞ্জীত লিখি ল'লে সেই খবৰ। প্ৰয়োজন মতে বৰুৱাক লগ কৰাৰ কথা কৈ তেওঁ সদ্যহতে বিদায় দিলে ভবানী বৰুৱাক। বিক্ৰমে বিপ্লৱ মহন্তক দুটামান কথা ক'ব খুজিছিল। পিছত মাতিব বুলি কৈ তাক বাৰণ কৰিলে মহন্তই। আৰু একো কৰিবলৈ নথকাত ভবানী বৰুৱা আৰু বিক্ৰম থানাৰপৰা ওলাই আহিল। অনেক চিন্তাই ভাৰাক্ৰান্ত কৰি পেলোৱা মানুহ দুটা চুপ্-চাপ্ উভতিল ঘৰৰ ফালে।

অ' চি মহন্তই টেলিফোনৰ ডায়েল পকালে। উদয়ভানুক ভবানী বৰুৱা আৰু বিক্ৰম থানালৈ আহি দিয়া এজাহাৰৰ সবিশেষ জনোৱাৰ পিছত ৰিচিভাৰ কাণত লগাই কিছু সময় শুনি থাকিল সিফালৰপৰা কোৱা কথাখিনি। উদয়ভানুৰ কথাৰ মাজে মাজে সন্মতিসূচকভাৱে মূৰ দুপিয়ালে তেওঁ। ভবানী বৰুৱা আৰু মন্ত্ৰী পুৰন্দৰ হাজৰিকাৰ মাজত থকা ৰাজনৈতিক [illegible]ৰিয়াঅৰিৰ কথা তেৰোঁ জানে। কিন্তু হাজৰিকাই যে ভবানী বৰুৱাক ইমান বেয়া পাই উদয়ভানুৰ কথাখিনি নিজ কাণে নুশুনা হ'লে মহন্তই কাহানিও বিশ্বাস নকৰিলেহেঁতেন। ৰিচিভাৰটো ক্ৰেডেলত নমাই লৈ তেওঁ বৰুৱাই দিয়া এজাহাৰখন আকৌ এবাৰ আৰম্ভৰপৰা শেষলৈকে পঢ়ি চালে। পহৰাৰ দায়িত্বত থকা চিপাহীটোৱে আনি দিয়া খাকী ৰঙৰ ফাইল ক'ভাৰ এটাৰ ভিতৰত সেইখন সুমুৱাই ৰঙা চিয়াহীৰে ক'ভাৰৰ ওপৰত লিখিলে জয়ন্ত বৰুৱা, পিতা ভবানী বৰুৱা, বয়স ২০ বছৰ, নিখোজ হোৱাৰ তাৰিখ ২/৮/৯২। ফাইলৰ ভিতৰৰ নোট শ্বিটত লিখিলে, সম্ভৱতঃ সশস্ত্ৰ সংগঠনৰ সভ্য। ফাইলটো জপাই থৈ মহন্তই তেওঁৰ ডায়েৰীখন খুলি একেখিনি কথাকে আকৌ এবাৰ লিখিলে। তাৰ পিছত বহি থকা চকীখনতে গাটো এৰি দি কিছু সময় সন্মুখৰ ৰাস্তাৰে অহা-যোৱা কৰা মানুহবোৰলৈ চাই থাকিল।

গৰম লাগিছিল বিপ্লৱ মহন্তৰ। সঘনাই বিদ্যুৎ সৰবৰাহ ব্যাহত হয় সুন্দৰপুৰত। ইন্‌ভাৰটাৰ এটা আছে থানাখনত। কিন্তু বেটাৰীকিটা ভালদৰে ৰিচাৰ্জ কৰাৰ সুবিধাই নেপাই ঘনে ঘনে বিজুলী যোগান ব্যাহত হোৱাৰ কাৰণে। যোৱাকালি ৰাতি দোপালপিটা বৰষুণ দিছিল। তাৰ পিছৰে পৰা কাৰেণ্ট নাই সুন্দৰপুৰত। ইন্‌ভাৰটাৰতোও দুঘণ্টামানৰ আগতেই বন্ধ হৈ গৈছে। গোমা বতৰৰ কাৰণে গুপ্‌গুপনিৰ ভাবটো বেছি হৈছে। মহন্তই জয়ন্ত বৰুৱাৰ নামত নতুনকৈ খোলা ফাইলটোৰেই লাহে লাহে তেওঁৰ ঘৰ্মাক্ত শৰীৰটোত

অলপ বতাহ লগাবলৈ চেষ্টা কৰিলে।

থানাৰপৰা ওলাই ভবানী বৰুৱা আৰু বিক্ৰম গাড়ীত উঠিলহি। ড্ৰাইভাৰে অভ্যাসবশতঃ সুধিলে ক'লৈ যাব। ভবানী বৰুৱাৰ হৈ বিক্ৰমেই উত্তৰ দিলে—"ঘৰলৈ।"

থানাৰপৰা ভবানী বৰুৱাৰ ঘৰলৈ দুই কিলোমিটাৰ বাট। এইখিনি পথ অতিক্ৰম কৰোঁতে প্ৰায় পাঁচ মিনিট মান সময় লাগে। বহুত দিনৰপৰা শিলগুটি আৰু আলকতৰাৰ মুখ নেদেখা ৰাস্তাটোৰ ওপৰৰ চামনিটো ঠায়ে ঠায়ে এৰাই গৈছে। অ'ত-ত'ত কিছুমান গাঁতো হৈছে। ড্ৰাইভাৰে সাৱধানেৰে চলাবলৈ চেষ্টা কৰা সত্ত্বেও মাজে মাজে গাঁতত পৰি যোৱা গাড়ীখনে ডাঙৰ জোকাৰ একোটা মাৰিছে। বিক্ৰমে ভবানী বৰুৱাৰ মুখলৈ চালে। মানুহজনৰ দৃষ্টি দূৰৰ আকাশত নিবদ্ধ। গাড়ীৰ গতি বা বিক্ৰমৰ নিকট উপস্থিতিৰ বিষয়েও যেন তেওঁ অজ্ঞ। গাঁতত পৰি ঘনে ঘনে জাঁপ মাৰি উঠা গাড়ীখনে ভবানী বৰুৱাৰ শৰীৰটো জোকাৰি গ'লেও মনটোক সামান্যভাৱেও জোকাৰ এটা মাৰিব পৰা নাই। বিক্ৰমৰ অন্তৰখনে হাহাকাৰ কৰি উঠিল। শুষ্ক হৈ উঠিছে তাৰেযেকৰ বুকুৰ মৰুদ্যান। শাওণৰ মূষলধাৰ বৃষ্টিয়েও তিয়াবপৰা নাই জয়ন্তৰ নিৰুদ্দেশ যাত্ৰাই পিতৃৰ হৃদয়ত সৃষ্টি কৰা মৰুভূমিৰ শুকান বালি। চন্দ্ৰালীক বুজাব লাগিব। কেৱল চন্দ্ৰালীয়েহে পাৰিব হেমপ্ৰভা আৰু ভবানী বৰুৱাৰ শুকান বুকুত জীৱনতৃষ্ণা জগাই তুলিবলৈ। গাড়ী আহি ঘৰৰ চোতালত ৰ'লহি। বাহিৰৰ বাৰাণ্ডাৰ আৰামী চকীখনতে বহিল ভবানী বৰুৱা। ওচৰতে থকা বেতৰ চকী এখন টানি আনিলে বিক্ৰমে। বৰুৱাহঁতৰ গাড়ী অহা গম পাই হেমপ্ৰভা আৰু চন্দ্ৰালী ওলাই আহিল বাৰাণ্ডালৈ।

দুৱাৰডলিতে আউজি ৰ'ল হেমপ্ৰভা। আৰামী চকীখনত হেলান দি বহি থকা ভবানী বৰুৱাক কি সুধিব পাৰে হেমপ্ৰভাই? একমাত্ৰ পুত্ৰই ঘৰ এৰি পাহাৰলৈ উঠিছে। পুত্ৰহাৰা পিতৃয়ে নিখোজ পুত্ৰৰ সন্ধান বিচাৰি থানাত এজাহাৰ দিছে। তাৰ পিছত পৰাজিত সৈনিকৰ সমস্ত ক্লান্তিৰে দেহা এৰি দিছে ঘৰৰ বাৰাণ্ডাৰ আৰামী চকীত। কি সুধিব পাৰে সেই গৃহত্যাগী পুত্ৰৰ মাতৃয়ে এই ক্লান্ত সৈনিকক!

পৰিবেশটো গধুৰ হৈ পৰিছিল। চন্দ্ৰালী আহি দেউতাকৰ পিছফালে থিয় দিলে। হাত দুখন দেউতাকৰ কান্ধৰ ওপৰত থৈ তাই যেন সান্ত্বনা দিব খুজিছিল ভবানী বৰুৱাক। বিক্ৰমে তাইৰ ফালে চাইছিল। চন্দ্ৰালীয়ে চকু তল কৰিছিল। বিক্ৰমৰ বুকুখনত যেন কোনোবাই প্ৰচণ্ড জোৰেৰে এটা হাতুৰীৰে কোবাই দিলে। ধৰ্ফৰাই উঠিল সি পানীৰপৰা তুলি অনা মাছৰ দৰে।

"কি হ'ব এতিয়া?"—দেউতাকৰ কান্ধৰপৰা হাত দুখন আঁতৰাই বিক্ৰমক সুধিছিল চন্দ্ৰালীয়ে।

উত্তৰ দিয়া নাছিল বিক্ৰমে। কি হ'ব এতিয়া? এতিয়াৰেপৰা হেমপ্ৰভাই পদূলিৰ

মূৰেৰে যোৱা চিনাকি-অচিনাকি প্ৰতিটো পদ-শব্দত পুতেকৰ ভৰিৰ খোজৰ শব্দ বিচাৰিব। ৰাতি ৰাতি উজাগৰে থাকি বন্ধ দুৱাৰত চিনাকি আঙুলিৰ টোকৰ শুনাৰ অপেক্ষা কৰিব। কাল অমানিশাৰ ৰাতি বন্ধ দুৱাৰত সজোৰ কৰাঘাত হ'ব। হেমপ্ৰভাই শুনিব খোজাৰ দৰে মৃদু কৰাঘাত নহয় সেয়া। মাজ নিশাৰ নিস্তব্ধতা থানবান কৰি পেলোৱা সেই সজোৰ কৰাঘাতত বিচনাত পৰি পৰি বিনিদ্ৰ ৰজনী কটোৱা ভবানী বৰুৱা উঠি আহিব। খাকী আৰু কলপতীয়া সাজ পিন্ধা বন্দুক-বাৰুদেৰে সু-সজ্জিত ৰঙা চকুৱা, ৰুক্ষ মানুহ কিছুমানক নিখোজ পুত্ৰই পিতৃ-মাতৃৰ খবৰ বিচাৰি আহিছেনে নাই সেই প্ৰশ্নৰ উত্তৰ দি দি ভাগৰি পৰিব পুত্ৰ শোকত মুহ্যমান দুই স্বামী-স্ত্ৰী। চন্দ্ৰালীৰ বন্ধ কোঠাৰ দুৱাৰ খুলিবলৈ হুকুম দিব আগন্তুকসকলৰ মাজৰে কোনোবা এটাই। গাভৰু দুহিতাৰ লাজ ৰক্ষাৰ তাড়নাত বৃদ্ধ পিতৃয়ে কাবৌ কৰিব—"নাই নাই কোনো নাই তাইৰ কোঠাত। ঘৰ এৰাৰ পৰা সি এদিনো ঘৰমুৱা হোৱা নাই।" কিন্তু কিয় বিশ্বাস কৰিব, দেশৰ নিৰাপত্তা নিশ্চিত কৰাৰ দায়িত্বত থকা চিপাহীয়ে দেশদ্ৰোহী বিপ্লৱী এজনৰ বৃদ্ধ পিতৃৰ সেই আকুল আকূতি। হেমপ্ৰভাই চন্দ্ৰালীৰ দুৱাৰৰ বাহিৰত থিয় হৈ তাইক দুৱাৰ খুলি ওলাই আহিবলৈ ক'ব। ইমানপৰে টলকা মাৰি পৰি থকা চন্দ্ৰালীয়ে চাদৰৰ আঁচলেৰে গা ঢাকি খুলি দিব বন্ধ দুৱাৰ। দুপ্‌দুপাই সোমাই যাব নিশাৰ প্ৰহৰী। তাইৰ সমস্ত লজ্জাৰ মূৰ খাই নিশাৰ এন্ধাৰ তচনচ কৰি চলিব নিশ্চিদ্ৰ তালাচী। অধোনত মস্তকেৰে ভবানী বৰুৱা, হেমপ্ৰভা আৰু চন্দ্ৰালীয়ে অপেক্ষা কৰিব পূবৰ আকাশ ৰাঙলী হোৱালৈ। আৰু প্ৰাৰ্থনা কৰিব তালাচীত ব্যস্ত নিশাৰ প্ৰহৰীৰ প্ৰস্থানৰ মুহূৰ্তলৈ।

বিক্ৰমৰ সৰ্ব শৰীৰ ঘামি উঠিল। নাই নাই নোৱাৰে এৰিব চন্দ্ৰালীক, এনেবোৰ দুৰ্যোগৰ নিশা অকলশৰে দুই বৃদ্ধ পিতৃ-মাতৃৰ কাষত থিয় হৈ চকুৰ পানীৰে মজিয়া তিয়াবলৈ। এটা সিদ্ধান্তলৈ আহিল সি। বিজন চৌধুৰী আৰু সুপ্ৰভাই কৈয়েই আছিল তাক। দুইটা পৰিয়ালৰ মাজৰ ইমান দিনৰ বন্ধুত্বক সম্বন্ধৰ বান্ধোনেৰে কট্‌কটীয়া কৰাৰ কথা। চন্দ্ৰালীৰ অবিহনে তাৰো জীৱন আধৰুৱা। সুৰহীন গীতৰ দৰে। পুৰন্দৰ হাজৰিকাই সুমুৱাই দিয়া ক্ষমতাৰ ৰাজনীতিৰ ভূতে অধিকাৰ কৰি পেলোৱা তাৰ মূৰটো এতিয়া মুক্ত হৈছে সেই ভূতৰ কবলৰপৰা। বহুত দুঃখ দিলে সি চন্দ্ৰালীক যোৱা চাৰিটা বছৰে। তাইৰ হৃদয়ৰ আকুলতাৰ উমান পায়ো কি এক সংশয়ত সঁহাৰি নিদি আঁতৰি আছিল। ভয় কৰিছিল সি, চন্দ্ৰালীৰ আহ্বানত সঁহাৰি দিলে ক্ষমতা আৰু প্ৰলোভনৰ ৰাজনীতিক লৈ কৰা তাৰ পৰিকল্পনা বাদ দিব লাগিব বুলি। কিন্তু এতিয়া তাৰ সেই ভয় নাই। পুৱাৰ প্ৰথম কিৰণৰ লগে লগে এন্ধাৰ ৰাতিৰ ভয়াল স্বপ্ন আঁতৰি যোৱাৰ দৰে পুৰন্দৰ হাজৰিকাৰ লগত হোৱা তাৰ শেষ দেখাৰ পিছত ক্ষমতাৰ ৰাজনীতিৰ ভূতকো সি তাৰ মন-মগজুৰ পৰা উলিয়াই পঠাইছে। চাৰি বছৰৰ পিছত সি পুনৰ সেই পুৰণি বিক্ৰম চৌধুৰী হৈ

সুন্দৰপুৰলৈ উলটি আহিছে। বিজন চৌধুৰী আৰু সুপ্ৰভাই বিচৰা সন্তানৰ দৰে। চন্দ্ৰালীয়ে ভাল পোৱা প্ৰেমাস্পদৰ দৰে। দ্বিধা আৰু সংশয় আঁতৰি হেমন্তৰ গধূলিৰ দৰে কোমল আৰু ফৰকাল হৈ উঠিছে তাৰ মনৰ আকাশ, মুকলি হৈ পৰিছে তাৰ শৰীৰৰ আহ্-পাহ্।

ভবানী বৰুৱা, হেমপ্ৰভা আৰু চন্দ্ৰালীক বাৰাণ্ডাতে এৰি সি দীঘল পদূলিটোৰে ওলাই আহি ৰাস্তাত ভৰি দিলে। দেউতাকৰ আৰামী চকীৰ পিছফালে হেলান দি থকা চন্দ্ৰালীয়ে থিয় হৈ থকাৰ পৰাই তাৰ অপসৃয়মান অবয়বলৈ চকু দিলে। কিন্তু তাই তাক নেমাতিলে। অলপ সময় বৈ যোৱাৰ কথাও নক'লে। চকু ঘূৰাই তাই দেউতাকৰ ওপত খোলাৰ দৰে হৈ পৰা মূৰটোত হাত ফুৰালে। অবশ লাগি গৈছিল তাইৰো গা-মন। দুৱাৰডলিৰ চৌকাঠত ধৰি তেতিয়াও একেথৰে ৰাস্তাৰ ফালেই চকু থৰ কৰি চাই আছিল হেমপ্ৰভাই। চন্দ্ৰালীয়ে দেখিলে হেমপ্ৰভাৰ স্থিৰ দৃষ্টি নিবদ্ধ হৈছে দূৰৈৰ নগা পাহাৰো পাৰ হৈ দেখা পাহাৰৰ লানিত। কিমান দূৰত সেই পাহাৰ তাই নজানে। মাত্ৰ জানে সেই পাহাৰ বগাই জয়ন্ত হয়তো সেই মুহূৰ্ততো গৈ আছে এটা সপোনৰ পাছে পাছে। ভবানী বৰুৱা, হেমপ্ৰভা আনকি চন্দ্ৰালীকো তাৰ সেই সপোনৰ ভাগ সি ঘূণাক্ষৰেও নিদিয়ে। জন্মৰে পৰা তাক কোলাই-পিঠিয়ে কঢ়িয়াই লৈ ফুৰা চন্দ্ৰালীৰ বুকুত এখন পাহাৰ জাপি দি অন্য এখন পাহাৰ বগাই সি আঁতৰি গ'ল মনে মনে, ৰাতিৰ এন্ধাৰত মুখ লুকুৱাই এটা পলৰীয়া সৈনিকৰ দৰে। হঠাতে চন্দ্ৰালীৰ হাতৰ মুঠি দৃঢ় হৈ উঠিল। তাইৰ শৰীৰৰ শিৰা উপশিৰাৰে বৈ থকা তেজত যেন এটা জোৱাৰ উঠিল। দেউতাকৰ আৰামী চকীৰ পিছৰপৰা তাই তেওঁৰ সন্মুখলৈ আহিল। দেউতাকৰ সন্মুখত বৈ তাই মাত দিলে—

"দেউতা, উঠা।"

চকু মুদি অলসভাৱে আৰামী চকীখনতে হেলান দি পৰি থকা ভবানী বৰুৱাই চকু মেলিলে। একমাত্ৰ পুত্ৰ পাহাৰলৈ গুচি যোৱাৰ খবৰ পোৱাৰ পিছত এই প্ৰথম ভবানী বৰুৱাই জীয়েকৰ চকুলৈ চালে। চন্দ্ৰালীৰ চকুপানী ইতিমধ্যে বন্ধ হৈছে। পিন্ধি থকা চাদৰৰ আঁচলেৰে তাই মুখখন মচি ল'লে। ভবানী বৰুৱাই দেখিলে শীতৰ শেষৰ প্ৰথম বৰষুণজাকে ধুৱাই নিয়া ফুলৰ পাপৰিৰ দৰে স্নিগ্ধ হৈ উঠিছে চকুৰ পানীয়ে ধুৱাই নিয়া চন্দ্ৰালীৰ সমস্ত মুখমণ্ডল।

"উঠা দেউতা। কামত ধৰা। মা আছে, তুমি আছা, মই আছোঁ। পাৰিম আমি মাটিৰ বুকু খামুচি আকৌ থিয় দিবলৈ।" —অকণো নকঁপিল চন্দ্ৰালীৰ মাত-কথাখিনি কওঁতে।

দুৱাৰডলিৰপৰাই হেমপ্ৰভাই জীয়েকলৈ চাই পঠিয়ালে। জয়ন্ত এনেদৰে আঁতৰি যোৱাৰ দুখে তাইৰ দুচকু অহৰহ ভৰাই ৰাখিছে। গাভৰু জীয়েকৰ মুখলৈ চাব খুজিলেই হেমপ্ৰভাৰ চকুৰ পানীয়ে ডাঠ পৰ্দাৰ দৰে তেওঁৰ দৃষ্টি ঢাকি ধৰে। কিন্তু এইটো মুহূৰ্তত চন্দ্ৰালীয়ে দেউতাকক কোৱা কথাখিনি শুনি হেমপ্ৰভাৰ চকুৰপানী খন্তেকৰ কাৰণে বৈ

গ'ল। এইজনী ছোৱালী যোৱা দুমাহ ধৰি গিৰিয়েক আৰু তেওঁৰ প্ৰতিটো মুহূৰ্তৰ সঙ্গী হৈ আছে। ল'ৰাটো নোহোৱা হোৱাৰ পিছত মৰিশালী যেন হৈ পৰা ঘৰখনত তাই অকলেই প্ৰাণ সঞ্চাৰ কৰাৰ চেষ্টা কৰি গৈছে। ভায়েকৰ খবৰ বিচাৰি হাট-বজাৰ, নগৰ-চহৰলৈ গৈছে, বিজন চৌধুৰী আৰু সুপ্ৰভাক চিনাকি-অচিনাকি মানুহৰ ওচৰলৈ পঠাইছে, বিক্ৰমৰ লগৰ কাৰোবাৰপৰা জয়ন্তৰ খবৰ অনাইছে, ভবানী বৰুৱাৰ প্ৰতিটো উজাগৰী মুহূৰ্তত সাহস আৰু শক্তি যোগাইছে, হেমপ্ৰভাৰ চকুৰ পানী আঁচলৰ আগেৰে মোহাৰি দিছে। এবাৰো তাই ভবানী বৰুৱা আৰু হেমপ্ৰভাৰ সন্মুখত চকুপানী উলিওৱা নাই, মুহূৰ্তৰ বাবেও খং, অভিমান, হতাশাত ভাগিপৰা নাই। ভায়েকৰ খবৰ বিচাৰি মাক-বাপেকক ব্যতিব্যস্ত কৰা নাই। অসীম ধৈৰ্যৰে কৰি গৈছে নীৰৱে, দৃঢ়তাৰে সকলো কাম। হেমপ্ৰভাই চাদৰৰ আঁচল টানি অৱশিষ্ট চকুপানীখিনি মোহাৰি ল'লে।

চন্দ্ৰালীৰ কথা শুনি ভবানী বৰুৱাও আৰামী চকীখনতে লৰচৰ কৰি বহিল। হেমপ্ৰভাই দুৱাৰডলি এৰি গিৰিয়েকৰ ওচৰলৈ আগবাঢ়ি গ'ল। এক মুহূৰ্ত জীয়েকৰ চকুলৈ চাই হেমপ্ৰভাই গিৰিয়েকৰ হাতখন নিজৰ হাতত তুলি ল'লে।

"তাই ঠিকেই কৈছে। জীয়াই থাকিব পাৰিম আমি। উঠক আপুনি। মন গ'লে সি আমাৰ খবৰ ল'ব। হয়তো আহিবও। কিন্তু যদি নাহেও সি আৰু কোনোদিনে, মোৰ কোনো আক্ষেপ নেথাকিব। সিদ্ধান্ত সি নিজেই লৈছে। দায়িত্বও নিজৰেই।" —জয়ন্ত নিখোজ হোৱাৰ সম্পূৰ্ণ দুমাহৰ পিছত এই প্ৰথম হেমপ্ৰভাৰ মাতত ভবানী বৰুৱাই তেওঁৰ আপোনৰো আপোন মানুহজনীৰ মাতত আস্থা আৰু বিশ্বাসৰ সুৰ শুনিলে। যিজনী নাৰীয়ে বিয়াৰ দিন ধৰি সুখে-দুখে, ভালে-বেয়াই, সম্পদে-বিপদে, দিনে-ৰাতিয়ে প্ৰেৰণা আৰু মমতাৰে ভবানী বৰুৱাৰ কাষত থিয় হৈ প্ৰতিটো সংঘাত, প্ৰতিটো সমস্যাৰ সাহস আৰু ধৈৰ্যৰে মোকাবিলা কৰাত স্বামীক সহায় কৰিছিল, সেই একেজনী হেমপ্ৰভাই হঠাতে আবৰি ধৰা শোক আৰু সেই শোকে আনি দিয়া দুৰ্বলতা জোঁকাৰি আকৌ এবাৰ ভবানী বৰুৱাক সাহস দিলে, সমস্যাৰ মুখামুখি হ'বলৈ, তেওঁৰ সমস্ত পৌৰুষৰে সময়ে আনি দিয়া বিপদ-বিঘিনিৰ মোকাবিলা কৰিবলৈ।

কাষ চাপি আহিল চন্দ্ৰালীও। ভবানী বৰুৱা এইবাৰ থিয় হ'ল আৰামী চকী এৰি। দুয়োখন হাত মেলি বুকুৰ মাজলৈ টানি আনিলে তেওঁৰ দুই প্ৰিয় নাৰীক!

# আঠত্ৰিছ

এটা সাধাৰণ ডেকা ল'ৰাই স্বাধীনতা আৰু সাৰ্বভৌম দেশ এখনৰ সপোন দেখি এটা নিষিদ্ধ সংগঠনৰ সভ্য হোৱাৰ নিচিনা ঘটনা এটা লৈ মন্ত্ৰী পুৰন্দৰ হাজৰিকা ইমানকৈ ব্যস্ত হোৱাৰ মূলতে যে তেওঁৰ ব্যক্তিগত শত্ৰুতা সেই কথা উদয়ভানুৱে ভালকৈয়ে বুজি পায়। ইমান বছৰ গাৰ ছাঁৰ দৰে লাগি থাকি সি অন্ততঃ এইখিনি বুজিব পাৰিছে যে যদি ভবানী বৰুৱাৰ বিৰুদ্ধে আজন্ম শত্ৰুতাৰ ভাব এটা অন্তৰত পুহি নেথাকিলেহেঁতেন মন্ত্ৰী ডাঙৰীয়াই কেতিয়াও জয়ন্ত বৰুৱা নামৰ ল'ৰা এটাই সংগঠনত যোগ দিয়া লৈ মূৰ নঘমালেহেঁতেন। এই সুবিধাতে ভবানী বৰুৱাৰ ৰাজনৈতিক আৰু সামাজিক প্ৰতিষ্ঠাত মোক্ষম আঘাত হানিব পাৰিলে সুন্দৰপুৰত পুৰন্দৰ হাজৰিকাক প্ৰতিপক্ষিক প্ৰত্যাহ্বান দিব পৰা আৰু কোনো ব্যক্তি নেথাকিব। উদয়ভানুৱে জানে ব্যক্তিগত ভাৱে তাৰো লাভ হ'ব বহুত। হয়তো অদূৰ ভৱিষ্যতে ৰাজনীতিৰ পথাৰতো প্ৰৱেশৰ পথ মুকলি হ'ব পাৰে এই ঘটনাৰ সুবাদতে। উজনিত উত্তৰ ভাৰতীয় মূলৰ জনসংখ্যা দিনক দিনে বাঢ়িছে। আজি নহ'লেও কালিলৈ সেই মূলৰে কোনোবাই ৰাজ্য বিধান সভাত নিশ্চয় ইয়াৰে কোনোবা নহয় কোনোবা এটাই সমষ্টি প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাব সিয়েই যদি সেই সুযোগ পোৱা প্ৰথম ব্যক্তি হয় তেনেহ'লে ধানবাদৰ মাফিয়াৰ ভয়ত দেশ এৰি এনেকৈ পলাই থকাৰ আৰু প্ৰয়োজন নহ'ব।

উদয়ভানুৰ মন আহিনৰ আকাশৰ দৰে ফৰকাল হৈ উঠিল। ভবানী বৰুৱাৰ বিৰুদ্ধে আৰু কি কি ব্যৱস্থা ল'ব পৰা যায় সেই লৈ সি নিজৰ বিশ্বস্ত কেইজনমানৰ লগতো আলোচনা কৰিলে। সুন্দৰপুৰৰ পৰা যেতিয়া সি খবৰ পালে যে বৰুৱাই পুতেক নিখোজ হোৱাৰ বিষয়টো থানাত জনাইছে, লগে লগে পুৰন্দৰক সেই খবৰ দিবলৈ সি তেওঁৰ চেম্বাৰ পালেহি। থানাৰ অ'.চি.ক ফোনেৰেই পুৰন্দৰে হুকুম দিলে থানাত খবৰ দিওঁতে ইমান পলম কৰাৰ আঁৰত ভবানী বৰুৱাৰ কি উদ্দেশ্য আছে সেইটো জানি লৈ অ'.চি য়ে অতি শীঘ্ৰে তেওঁক জনাব লাগে। অ'.চি মহন্তৰ লগত এই সম্পৰ্কে অনবৰতে যোগাযোগ ৰাখিবলৈ উদয়ভানুকো সকীয়াই দিলে পুৰন্দৰে।

"বিষয়টো লৈ সংবাদমেল এখন পাতিলে বেয়া নহ'ব চাগে।" — উদয়ভানুৱে নিজকে কোৱাৰ দৰে ক'লে যদিও কথাটো মন্ত্ৰী ডাঙৰীয়াক শুনোৱাৰ উদ্দেশ্যেৰেই যে কৈছিল সেইটো পুৰন্দৰেও বুজিলে। কথাটো তেওঁ নভবা নহয়, সংবাদমেল এখন মাতি কথাটো সদৰী কৰিব পৰা যায়। এজন প্ৰাক্তন মন্ত্ৰীৰ পুত্ৰই বিদ্ৰোহী সংগঠন এটাত যোগ দিয়াৰ

খবৰ সংবাদ মাধ্যমে নিশ্চয় গুৰুত্ব সহকাৰেই প্ৰচাৰ কৰিব। ৰাজ্যৰ খবৰ কাগজৰ বাহিৰেও এনে বাতৰি বাহিৰৰো কাকতে-পত্ৰই প্ৰথম পৃষ্ঠাতেই প্ৰকাশ পাব। বিৰোধী দলৰ জ্যেষ্ঠ নেতা এজনৰ এনে কেলেঙ্কাৰীয়ে দলটোৰ প্ৰতি সাধাৰণ ৰাইজৰ মনোভাবতো প্ৰভাৱ পেলাব। তথাপি শেষ সিদ্ধান্ত এতিয়াই ল'ব নোৱাৰে পুৰন্দৰে। উদয়ভানুৱে সিমান দূৰলৈ কথাটো ভাবি চোৱা নাই। পূৰ্ণ স্বাধীনতাৰ দাবীত সশস্ত্ৰ সংগ্ৰামৰ নেতৃত্ব লোৱা সংগঠনটোৰ প্ৰতি ৰাইজৰ মনত এতিয়াও কিছু সহানুভূতি আছে। ভিতৰুৱা অঞ্চলৰ গাঁও-ভূঁইত দলটোৰ এতিয়াও বেছ কিছু সমৰ্থক থকাৰ কথা পুৰন্দৰে জানে। ৰাজনীতিৰ পথাৰত কোনটো কথা কেতিয়া ক'ব লাগে আৰু কোনটো কাম কেতিয়া কৰিব নেলাগে সেইটো নেজানিলে হিতে বিপৰীত হ'বলৈ বেছি সময় নেলাগে।

"এতিয়াই সংবাদমেল আয়োজন কৰাৰ দৰকাৰ নাই। ভবানী বৰুৱাই থানালৈ গৈ পুতেক নোহোৱা হৈছে বুলি দিয়া এজাহাৰখনৰ বিষয়ে নিশ্চয় স্থানীয় সংবাদদাতাসকলে গম পাইছে। তই প্ৰথমে সেইটো খবৰহে কৰ। যদি কোনোবাখন কাকতৰ হেড্ অফিচলৈ এতিয়াও সেই খবৰ অহা নাই তেওঁলোকেও যাতে অতি সোনকালে খবৰটো পাই তাৰ ব্যৱস্থা কৰ। তই নিজে ফোন কৰি জনোৱাতকৈ কাগজবোৰৰ স্থানীয় সংবাদদাতাৰপৰাই যাতে খবৰটো হেড্ অফিচলৈ আহে সেইটোহে বেছি জৰুৰী। মনত ৰাখিবি।"

উদয়ভানুৰ কাৰণে সেইটো এটা সহজ কাম। মাহেকীয়া বন্দৱস্তত আটাই কেউখন দৈনিক কাগজৰে দুই-এক সংবাদদাতাকো সি হাত কৰি থৈছে। তাৰ এটা ফোন কলত সিহঁতে গোটেই ৰাজ্যতে জয়ন্ত বৰুৱাৰে কিয়, এতিয়ালৈকে যিমানবোৰ ল'ৰাই সংগঠনৰ সদস্য হৈছে, সেই আটাইবোৰৰে খবৰ সবিস্তাৰে প্ৰকাশ কৰিব।

"বাতৰিটো ওলোৱাৰ পিছত মানুহৰ মাজত কি প্ৰতিক্ৰিয়া হয় তাৰ খবৰ ৰাখিবৰ কাৰণেও ক'বি আমাৰ ল'ৰাখিনিক। ভবানী বৰুৱাৰ ৰাজনৈতিক আৰু সামাজিক জীৱন এতিয়াৰ পৰা কোন দিশত গতি কৰিব সেই কথা বহুত পৰিমাণে নিৰ্ভৰ কৰিব বাতৰিটোৰ পিছত ৰাইজৰ মাজত কি প্ৰতিক্ৰিয়া হয় তাৰ ওপৰতে।" —পুৰন্দৰে কথা শেষ কৰি টেবুলৰ ওপৰত পৰি থকা ফাইল এটা মেলি ল'লে।

উদয়ভানুৱে চেম্বাৰৰ দুৱাৰ ঠেলি ওলাই আহিল। ভিতৰৰ কোঠালি এটাত থকা ডাইৰেক্ট লাইনৰ টেলিফোনটোৰপৰাই বাতৰি কাকতৰ মানুহখিনিৰ লগত কথা পাতিবলৈ বুলি সি ভিতৰচ'ৰা পালেগৈ।

উদয়ভানু ওলাই যোৱাৰ পিছতে পুৰন্দৰে মেলি লোৱা ফাইলটো বন্ধ কৰি গড্ৰেজৰ চন্দুকটো খুলিলে। ভিতৰৰ খলপা এটাত থকা এজাপ বহী-কাগজৰ মাজৰপৰা পুৰণা ডায়েৰীখন উলিয়াই আনিলে। চেম্বাৰৰ দুৱাৰখনৰ হুকডাল লগাই দি ডায়েৰীখন খুলি উদয়ভানুৰ লগত ইতিমধ্যে ভবানী বৰুৱা সম্পৰ্কে পতা কথাখিনিৰ টোকা এটা লিখিলে।

কলমটো সামৰি এইবাৰ তেওঁ সেইখন প্ৰথমৰেপৰা আকৌ এবাৰ পাত পাতকৈ পঢ়িবলৈ ধৰিলে। ভবানী বৰুৱাৰ লগত আজিৰপৰা চল্লিছ বছৰ আগতেই আৰম্ভ হোৱা যুঁজ এইবাৰ চূড়ান্ত পৰ্যায়ত উপনীত হৈছেহি। এতিয়াৰ পৰা প্ৰতিটো খোজ ভাবি-চিন্তি পেলাব লাগিব পুৰন্দৰ হাজৰিকাই। এইবাৰ ভবানী বৰুৱা নামৰ এই বিষধৰ সৰ্পৰ বিষ দাঁত উভালিয়েই শান্ত নহয় পুৰন্দৰ হাজৰিকা। ভৰিৰ তলত কুচলি পেলাব লাগিব সেই বিষধৰ সৰ্পৰ ফণা তোলা মূৰ!

হাজৰিকাৰ বাসগৃহৰ নিভৃত কক্ষৰপৰা উদয়ভানুৱে কেইবাটাও ফোন কৰিলে। বিক্ৰম চৌধুৰীলৈও এটা ফোন কৰাৰ কথা ভাবিছিল এবাৰ। কিন্তু চন্দ্ৰালী নামৰ ছোৱালীজনীৰ লগত থকা বিক্ৰমৰ সম্পৰ্কৰ কথা মনত পৰাত সি সেই চিন্তা বাদ দিলে। উদয়ভানুৱে যোৱা বিছ বছৰে অকল অসমতে নহয়, ত্ৰিছ বছৰ আগতে এৰি অহা তাৰ নিজৰ ৰাজ্যখনৰো অ'ত-ত'ত সৰু-সুৰা কিন্তু দক্ষ নেটৱৰ্ক এটা বনাই লৈছে। ধানবাদৰ কয়লা ব্যৱসায়ৰ লগত জড়িত প্ৰভাৱশালী চক্ৰ এটা আৰু ভাৰত-নেপাল সীমান্তৰ চোৰাং ব্যৱসায় নিয়ন্ত্ৰণ কৰা গোষ্ঠী এটাৰ লগতো তাৰ সম্পৰ্ক খুবেই ভাল। জয়ন্ত বৰুৱাই যোগ দিয়া সংগঠনটোৰো কেইজনমান ওপৰ খাপৰ নেতাই এই ধৰণৰ চক্ৰ কিছুমানৰ লগত সম্পৰ্ক স্থাপনত আগ্ৰহী। উদয়ভানুৱে ইতিমধ্যে সংগঠনৰ অভ্যন্তৰত গঢ়ি তোলা নেটৱৰ্কৰ যোগেদি তেনেকুৱা দুজনমান নেতাক ধানবাদ আৰু ভাৰত-নেপাল সীমান্তৰ চোৰাং কাৰবাৰ নিয়ন্ত্ৰক চক্ৰৰ প্ৰভাৱশালী ব্যক্তি দুজনমানৰ লগত লগ লগাই দিছে। জয়ন্ত বৰুৱাৰ গতিবিধিৰ খবৰ পাবলৈ ইয়াতকৈ বেছি ডাঙৰ নেটৱৰ্কৰ প্ৰয়োজন সদ্যহতে নাই বুলিয়েই ধাৰণা হ'ল তাৰ। বিক্ৰম চৌধুৰীৰ বিষয়ে অলপ চিন্তা কৰিবলগীয়া অৱশ্যেই আছে। চাৰি বছৰ পুৰন্দৰ হাজৰিকাই সেই ল'ৰাটোক বহুত কথাৰ সম্ভেদ দিলে। হাজৰিকাৰ নিৰ্দেশতে নতুন ছাত্ৰ সংগঠন এটা গঠন কৰাৰপৰা আৰম্ভ কৰি জৰুৰী অৱস্থাৰ আগে-পিছে হোৱা বহু কেইটা কুটাঘাতমূলক ঘটনাৰ আঁৰৰ মানুহখিনিৰ বিষয়েও বিক্ৰম চৌধুৰীয়ে বহুত খবৰ পাইছিল। এতিয়া ভবানী বৰুৱা আৰু জয়ন্তৰ বিৰুদ্ধে হাজৰিকাই কিবা ব্যৱস্থা লোৱাৰ কথা চিন্তা কৰাৰ উমান পালে বিক্ৰম চৌধুৰীৰ কি প্ৰতিক্ৰিয়া হয় সেই কথাও চিন্তা কৰিব লাগিব। উদয়ভানুৱে অলপ পৰ টলকা মাৰি কথাবোৰ আকৌ এবাৰ আৰম্ভণিৰেপৰা জুকিয়াই লোৱাৰ চেষ্টা কৰিলে। আৰু এটা সম্ভাৱনীয়তাৰ কথাও তাৰ মনলৈ আহিল। ৰাজনীতিত গুপ্তচৰৰ সমানেই দাম আছে গুপ্তঘাতকৰো। উত্তৰ-পূবৰ এই অঞ্চলতো অতীজৰ ৰজা-মহাৰজাৰপৰা আজিৰ নেতা-পালিনেতা তথা উদ্যোগপতি, ব্যৱসায়ী আদিয়েও ব্যক্তিগত তথা ৰাজনৈতিক কামতো ভাৰাতীয়া গুণ্ডা ব্যৱহাৰ কৰাৰ নজিৰ পুৰণা। কথা কিছুমান তাৰ মনত পৰিল। সি পুৰন্দৰক লগ পোৱাৰ তেতিয়া দুবছৰমানহে হৈছিল। পূব-পাকিস্তানৰপৰা অহা ভগনীয়াবোৰে অস্থায়ী শিবিৰ এৰি ব্ৰহ্মপুত্ৰৰ চৰ আৰু

ভৈয়ামৰ জিলা কেইখনৰ অনাবাদী অঞ্চলবোৰত সৰু সৰু জুপুৰি সাজি মাহ-সৰিয়হ, ধান-মৰাপাটৰ খেতি কৰা আৰম্ভ কৰি দিছিল। কিছুমানে আকৌ সৰু সৰু টুলুঙা নাবত উঠি ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈবোৰত মহলদাৰ কিছুমানৰ হৈ বে-আইনীভাৱে মাছ মৰাৰো কাম আৰম্ভ কৰিছিল। খাচী, জয়ন্তীয়া আৰু গাৰো পাহাৰৰ মানুহখিনিয়ে খৃষ্টান মিছ্‌নেৰীসকলৰ প্ৰভাৱত এখন সুকীয়া ৰাজ্যৰ দাবীত দীঘলীয়া আন্দোলন কৰি কেন্দ্ৰ আৰু ৰাজ্য উভয় চৰকাৰকে ব্যতিব্যস্ত কৰি তুলিছিল। ফলত অসমৰ বুকুৰপৰা ফালি নি মেঘালয় নামৰ নতুন ৰাজ্যখন প্ৰতিষ্ঠা কৰাৰ সিদ্ধান্তক চূড়ান্ত ৰূপ দিবলৈ বাধ্য হৈছিল কেন্দ্ৰীয় চৰকাৰ। নতুন ৰাজ্য গঠনৰ ঘোষণা হৈ যোবাৰ লগে লগেই শৈল শিখৰত থকা এশ বছৰীয়া পুৰণি ৰাজধানীখন ভৈয়ামলৈ নমাই অনাৰ গত্যন্তৰ নেথাকিল অসমৰ নেতাসকলৰ। গুৱাহাটীলৈ ৰাজধানী নমাই অনাৰ লগে লগে ইমানদিনে শ্বিলঙত বসবাস কৰি থকা হাজাৰ হাজাৰ চৰকাৰী চাকৰিয়াল পৰিয়াল-পৰিজনসহ গুৱাহাটী অভিমুখী হ'ল। তেতিয়ালৈকে মাত্ৰ পঞ্চাছ হাজাৰ মানুহৰ বসতিস্থান গুৱাহাটীত ৰাতিটোৰ ভিতৰতে লাখতকৈ সৰহ মানুহৰ বসবাসৰ সুবিধা কৰিব লগা হোৱাত নগৰখনৰ আবাদী মাটিৰ মূল্য বাৰিষাৰ নদীত বঢ়া পানীৰ গতিত বাঢ়িল। মাটিৰ বজাৰ গৰম হোৱাৰ লগে লগে ইমানদিনে সুখে-শান্তিৰে বাস কৰি থকা গুৱাহটীয়া মাটিগিৰিসকলৰ তেজতো গৰম বতাহ সোমাল। সম্পত্তিৰ কাৰণে কৰ্ট-কাছাৰীলৈ যোৱাতে সন্তুষ্ট নেথাকি দুই-একে ভাৰাতীয়া গুণ্ডাৰ সহায়ত সম্পত্তি ৰক্ষা কৰাৰ লগতে দুৰ্বল অঙহী-বঙহী আৰু দুখীয়া মালিকৰপৰা জোৰ-জবৰদস্তি আবাদী-অনাবাদী মাটি হাত কৰিবলৈও লাগি গ'ল। উদয়ভানুৰ মনত আছে তেনেকুৱা এটা কাৰণতে সদাব্যস্ত মহানগৰীৰ এখন নামী-দামী হোটেলৰ মালিকক নিজৰ ভায়েকেই ভাৰাতীয়া বন্দুকধাৰী অনাই এদিন সন্ধিয়া হোটেলখনৰ অফিচ ৰূমতে গুলীয়াই হত্যা কৰোৱালে। ঘটনাটোৱে কেইবা মাহলৈকে বাতৰিৰ শিৰোনাম দখল কৰি থকাৰ কথা চহৰখনৰ সৰহখিনি মানুহেই এতিয়াও পাহৰা নাই। ঘটনাটো ঘটোতে মানুহে ভাবিছিল, এনেকুৱা এটা লোমহৰ্ষক হত্যাকাণ্ডৰ আচামী সোনকালেই ধৰা পৰিব। পিছে পুলিচৰ অশেষ চেষ্টাৰ পিছতো হত্যাকাৰী ধৰা নপৰিল। এই ঘটনাই অসমৰ মানুহক প্ৰথমবাৰৰ বাবে হিন্দী চিনেমাত শুনা 'চুপাৰি' নামৰ শব্দটোৰো প্ৰকৃত অৰ্থ বুজাৰ সুবিধা দিলে। পুৰন্দৰ হাজৰিকাই উদয়ভানুৰ লগত এই বিষয় লৈ বহুত কথা পাতিছিল। পিছলৈ ৰেল ধৰ্মঘট তচনচ কৰিবৰ কাৰণে উদয়ভানুৱেই ধানবাদ আৰু নেপালৰপৰা ভাৰাতীয়া গুণ্ডা অনাইছিল। ৰাতিৰ এন্ধাৰত ধৰ্মঘটকাৰী নেতা আৰু সাধাৰণ কৰ্মী কিছুমানৰ হাত-ভৰি ভঙাৰ কামটো এইখিনি মানুহৰ হতুৱায়েই কৰাইছিল সি। তাৰ পিছতো সময়ে সময়ে আৰু প্ৰয়োজন সাপেক্ষে এনেকুৱা ভাৰাতীয়া গুণ্ডা কিছুমানৰ দ্বাৰাই বিৰোধী শিবিৰৰ অঘাইটং কেইটামানৰো বন্দবস্ত কৰোৱা হৈছিল।

ভবানী বৰুৱাৰ ক্ষেত্ৰত অৱশ্যে এনেকুৱা এটা ব্যৱস্থাৰ কথা উদয়ভানুৱে কেতিয়াও ভবা নাই। কেনো চতুৰ ৰাজনীতিকেই নিজৰ ভাতঘৰত এনেকুৱা কাম কৰাটো নিবিচাৰে। বিক্ৰম চৌধুৰীক ইমান বেছি সুবিধা দিয়াৰ আঁৰতো আছিল হাজৰিকাৰ এক সুচিন্তিত পৰিকল্পনা। ভবানী বৰুৱা আৰু বিজন চৌধুৰীৰ মাজত থকা বন্ধুত্বপূৰ্ণ সম্পৰ্কৰ মাজত তিক্ততা অনাৰ উদ্দেশ্যেৰেই বিক্ৰমক হাত কৰাৰ চেষ্টা কৰিছিল পুৰন্দৰে। কিন্তু লৰাটোক ধৰি ৰাখিব নোৱাৰিলে আশা কৰা ধৰণে। পুৰন্দৰৰ জাল ফালি ওলাই গ'ল সি। উদয়ভানুৱে ভাবিছিল হাজৰিকাই সহজে নেৰিব বিক্ৰম চৌধুৰীক। পৰাজয় স্বীকাৰ কৰি পোৱা নাই এইজন ডেকা মন্ত্ৰীয়ে। কিন্তু সি ভবাৰ ধৰণে তেওঁ বিক্ৰম চৌধুৰীৰ বিৰুদ্ধে একো ব্যৱস্থা নল'লে। কেইবাদিনো ভাবিছিল উদয়ভানুৱে, সুধিব সি পুৰন্দৰক কি কাৰণে বিক্ৰমৰ প্ৰতি তেওঁৰ ইমান দৰদ। কিন্তু সাহে নুকুলালে তাৰ। উদয়ভানুৱে জানে, নোম টেঙৰ এইজন ৰাজনীতিকে নিজৰ গাৰ ছাঁকো বিশ্বাস নকৰে। অৱস্থা চাই ব্যৱস্থা ল'ব জানে তেওঁ। কোন সময়ত কি ঔষধে কাম দিয়ে সেই কথা তেওঁ কাকো জানিবলৈ নিদিয়ে। মাত্ৰ এটা কথাত নিশ্চিত থাকিব পাৰে উদয়ভানু —একো কথা নেপাহৰে এই মানুহজনে। কাকো ক্ষমা কৰাৰ অভ্যাস নাই পুৰন্দৰ হাজৰিকাৰ। বিক্ৰম চৌধুৰী সৰু ল'ৰা। হাত বঠাৰে লুইতৰ গভীৰতা জোখাৰ ধৃষ্টতা কৰিছে সি। লুইতৰ চাকনৈয়া অনভিজ্ঞ নাৱৰীয়াৰ চকুত নপৰে। কিন্তু সেই চাকনৈযাত এবাৰ পৰিলে জীৱন্তে বাচি অহাৰ যে নজিৰ নাই, সেইকথা সকলোৱে জানে। পুৰন্দৰ ভৰা লুইতৰ চাকনৈয়া, বিক্ৰম চৌধুৰীয়ে নেজানিলেও উদযভানুৱে জানে।

চিনাকি সাংবাদিক কিজনৰ লগত তাৰ বাৰ্তালাপ শেষ হৈছিল। খবৰটো যি কিজনে এতিয়াও পোৱা নাছিল, তেওঁলোক আটায়ে উদযভানুৰ শলাগ লৈছিল। পিছদিনা পুৱাই যে অসমৰ প্ৰতিখন দৈনিক কাকতে প্ৰাক্তন মন্ত্ৰী ভবানী বৰুৱাৰ পুতেক হাতত বন্দুক লৈ দেশদ্ৰোহী হোৱাৰ খবৰ প্ৰথম পৃষ্ঠাতে ডাঙৰ ডাঙৰ হৰফেৰে প্ৰকাশ কৰিব সেই খবৰটো গৰমে গৰমে দিবলৈ বুলি উদয়ভানু আকৌ গ'ল পুৰন্দৰক বিচাৰি।

# উনচল্লিছ

বিক্ৰমে দেউতাক বিজন চৌধুৰী আৰু মাক সুপ্ৰভাক চন্দ্ৰালীৰ সৈতে পাতিব খোজা সম্পৰ্কটোৰ বিষয়ে একেবাৰে খোলাখুলিকৈয়ে কৈ পেলালে। তেওঁলোক এজনৰো কোনো আপত্তি থকাৰ কথাই নাছিল। কিন্তু বিয়াৰ আগতে বিক্ৰমে স্থায়ীভাৱে কিবা এটা কামত ধৰাটো উচিত হ'ব সেই কথাহে ক'লে চৌধুৰীয়ে। তেনে এটা কিবা নোহোৱালৈকে বিয়াখন পিছুৱাই দিয়াৰো কথা ক'লে তেওঁ। সুপ্ৰভাই গিৰিয়েকৰ কথাটো বৰ ভাল নেপালে। বিক্ৰম তেওঁলোকৰ একমাত্ৰ সন্তান। বিজন চৌধুৰীৰ ইমানবোৰ মাটিবাৰী চম্ভালিবলৈকে মানুহৰ অভাৱ। ল'ৰাটোৱে যদি কিবা চাকৰি-বাকৰি কৰিবলৈ বুলি ঘৰৰপৰা দূৰলৈ গুচি যায় তেওঁলোক আটাইৰে সুবিধাতকৈ অসুবিধাই হ'ব বেছি। তেওঁ সেয়ে তৎক্ষণাৎ গিৰিয়েকৰ কথাত আপত্তি তুলিলে। যিমান পাৰে সোনকালে বিয়াখন পতাতহে এতিয়া জোৰ দিব লাগে বুলি সুপ্ৰভাই মত দিয়াত বিজন চৌধুৰীয়েও ভালেই পালে। আচলতে তেৰোঁ সেইটোকেই বিচাৰিছিল। একমাত্ৰ পুতেক আঁতৰি গ'লে গাঁৱত চৌধুৰী বংশৰ অস্তিত্বৰ কি হ'ব সেই লৈ তেৰোঁ সমানেই চিন্তিত আছিল। বিক্ৰম ঘৰতে থাকি সাতামপুৰুষীয়া সা-সম্পত্তি ঘৰ-দুৱাৰৰ দায়িত্ব লওক। যিটো খিতাপ আৰু মান-মৰ্যাদাৰে আজি তিনি পুৰুষ ধৰি চৌধুৰী পৰিয়ালে সুন্দৰপুৰত দপ্দপাই আছে, বিক্ৰমে চাকৰি বা ব্যৱসায় যিহৰ কাৰণেই হওক আঁতৰি যাবলৈ হ'লে নিৰ্ঘাত সেই খিতাপ আৰু মান-মৰ্যাদাত যতি পৰিব সেই কথা চৌধুৰীয়ে জানে। ব্যক্তিগত জীৱনৰ দৰেই সামাজিক প্ৰতিষ্ঠাৰ ক্ষেত্ৰতো তাৎকালিক উপস্থিতি আৰু সঘন যোগাযোগ অতি আৱশ্যক। পৰিয়াল আৰু গঞাৰ লগত সঘন যোগাযোগ আৰু মিলাপ্ৰীতিয়েহে এজন ব্যক্তিৰ তথা এখন ঘৰৰ সামাজিক স্থিতি সুদৃঢ় কৰে। চৌধুৰীয়ে জানে ৰাজহুৱা স্মৃতি ক্ষণস্থায়ী। মানুহ পাহৰিহে জীয়াই থাকে। দুঃখ-সুখ, ভাল-বেয়া সকলো অভিজ্ঞতাই যোগাযোগ আৰু মিলামিচাৰ অভাৱত পাহৰণিৰ গৰ্ভত লীন হয়। দীৰ্ঘস্থায়ী সম্পৰ্কৰ গুৰিতেই হ'ল পাৰস্পৰিক সঘন আহ-যাহ তথা ব্যক্তি আৰু সমষ্টিৰ ওচৰ সম্বন্ধ, চৌধুৰীয়ে সেই কথা অভিজ্ঞতাৰপৰাই আহৰণ কৰিছে। বিক্ৰমে যদি সুন্দৰপুৰত চৌধুৰী বংশৰ প্ৰতিষ্ঠা অব্যাহত ৰাখিব খোজে, সি সুন্দৰপুৰ এৰাৰ কথা মনৰপৰা গুচাই পেলোৱাই উচিত হ'ব।

"তেনেহ'লে তই কি কৰিবি বুলি ভাবিছ?" —সুপ্ৰভাৰ কথাৰ মূৰত বিজন চৌধুৰীয়ে বিক্ৰমৰপৰা এটা পোনপটীয়া উত্তৰ বিচাৰিলে।

অলপ সময় একো উত্তৰ নিদিলে বিক্ৰমে। পাৰ হৈ যোৱা বছৰবোৰৰ অনেক

ঘটনাৰ টুকুৰা-টুকুৰ ছবি তাৰ চকুৰ আগেদি এখন চলচ্চিত্ৰৰ দৃশ্যাৱলীৰ দৰেই পাৰ হৈ গ'ল। দিখৌ নদীৰ সিটো পাৰে পূব পাকিস্তানৰ শৰণাৰ্থীৰ কাৰণে বনোৱা অস্থায়ী শিবিৰত লগ পোৱা চৰকাৰী বিষয়া যোগেন চেতিয়া, কটন কলেজত পঢ়িবলৈ যোৱাৰ দিনাই বাছত পুৰন্দৰ হাজৰিকাক লগ পোৱা, ছাত্ৰ একতা সভাৰ নিৰ্বাচনত বিজয়ী হৈ ছাত্ৰ আন্দোলনত জঁপিয়াই পৰা, ভবানী বৰুৱাৰ লগত চন্দ্ৰালীৰ হোষ্টেললৈ গৈ তাইৰ লগত হোৱা কথা-বতৰাৰ পিছত লোৱা সিদ্ধান্তৰ কথা, ৰেল ধৰ্মঘট আৰু জৰুৰীকালীন অৱস্থা, পুৰন্দৰ হাজৰিকাৰ লগ হৈ তেওঁৰ নিৰ্দেশতে নতুন ছাত্ৰ সংগঠনৰ জন্ম দিয়া, ভবানী বৰুৱা আৰু পুৰন্দৰৰ মাজৰ অৰিয়াঅৰিৰ ফলত চন্দ্ৰালী আৰু তাৰ সম্বন্ধলৈও আহি পৰা স্থবিৰতা, জয়ন্ত নিখোজ হোৱা, অৱশেষত পুৰন্দৰৰ লগ এৰি পুনৰ নিজৰ ঘৰ, নিজৰ গাঁৱলৈ ঘূৰি অহা আদি অনেকবোৰ ঘটনা মুহূৰ্ততে জীৱন্ত হৈ উঠিল তাৰ চকুৰ আগত। কিন্তু এই সকলোবোৰ ঘটনাৰ অনেককিখন ছবিৰ ভিতৰতো যিখন ছবি তাৰ চকুৰ সন্মুখত স্থিৰ হৈ ৰৈ থাকিল, সেইখনেই হ'ল চন্দ্ৰালী আৰু সি দিখৌৰ পানী ঘূৰ্বালিত এটা এমন্তৰ আৱেলি নিঃশেষ হৈ মিলি যোৱা সেই বিশেষ মুহূৰ্তৰ। নৱযৌৱনা চন্দ্ৰালীয়ে তাৰ বুকুৰ মাজত সোমাই কি নিশ্চিতিৰে সৰ্বস্ব সঁপি দিছিল সেই কথা মনত পৰি তাৰ সৰ্ব শৰীৰ আকৌ এবাৰ জিকাৰ খাই উঠিল। সেই স্মৃতিৰ সোঁৱৰণিয়ে এজাক বৰষুণৰ প্ৰবাহ হৈ তাক আকৌ এবাৰ উৰুৱাই নিলে তাৰ চিনাকি দিখৌখনৰ পানী ঘূৰ্বালিলৈ। আপোনা আপুনি মচ খাই গ'ল পাৰ হৈ যোৱা বছৰবোৰত গোট খোৱা তাৰ সমস্ত শাৰীৰিক আৰু মানসিক ক্লান্তি।

"কি হ'ল তধা লাগিলি যে।" —তাৰপৰা ইমান পৰে একো এটা উত্তৰ নেপাই দেউতাকে এইবাৰ ডাঙৰ মাতেৰে সুধিলে।

বৰষুণৰ পাছৰ ৰ'দত ঘৰৰ চোতালত বহি পাখি কটালী থকা শালিকা এটাৰ দৰে চেহেৰা হ'ল তাৰ। দুই হাতৰ আঙুলিবোৰ মূৰৰ চুলিৰ মাজত সুমুৱাই কেইবাবাৰো ভালুখন মোহাৰি ল'লে বিক্ৰমে। দিখৌ নদীৰ বুকুৰপৰা এছাটি কোমল বতাহ বৈ আহি প্ৰখৰ দুপৰৰ গৰমখিনি উৰুৱাই নিলে পলকতে। পিন্ধি থকা ছাৰ্টটোৰ বুকুৰ বুটামকিটা খুলি দি বিক্ৰমে সেই শীতল বতাহ তাৰ উদং বুকুখনত অনুভৱ কৰিলে।

"ৰাইজ আৰু দেশৰ সেৱা কৰিম মই। ইয়াতে থাকি নিজৰ ঠাইখন, নিজৰ মানুহখিনিৰ উন্নতিৰ কাৰণে কি কৰিব পাৰো চাম।" —দেউতাক-মাক কাৰো মুখলৈ নোচোৱাকৈ খুব শান্ত স্বৰেৰে বিক্ৰমে ব্যক্ত কৰিলে তাৰ সিদ্ধান্ত। বিজন চৌধুৰী আচৰিত নহ'ল। সি কলেজলৈ পঢ়িবলৈ যোৱাৰেপৰা এনেকুৱা এটা দিনলৈকে অপেক্ষা কৰি আছিল তেওঁ। নিজৰ ল'ৰাক চিনি পাই চৌধুৰীয়ে। চৰকাৰী বিভাগ বা বেচৰকাৰী কোম্পানী এটাৰ বেতনভোগী কৰ্মচাৰী হৈ জীৱন কটাই দিবপৰা ল'ৰা নহয় বিক্ৰম পুত্ৰকৰ কথাই মাকৰ

ওপৰত কি প্ৰভাৱ পেলাইছে সেয়া জানিবলৈ এইবাৰ সুপ্ৰভাৰ ফালে চকু ঘূৰালে তেওঁ।

ইমানদিনে পুতেকে ভৱিষ্যতে কি কৰিব, কি নকৰিব একোকে ভবা নাছিল সুপ্ৰভাই । হাঁহৰ পোৱালিৰ দৰে বুকুৰ উম দি ডাঙৰ কৰিছে তেওঁ একমাত্ৰ সন্তানক। যেতিয়া তাৰ স্কুললৈ যোৱাৰ বয়স হ'ল বিজন চৌধুৰীয়ে নি স্কুলত নাম লগাই দি আহিলগৈ। ৰাতিপুৱা তিতা গাৰেই গোসাঁই সেৱা কৰি সেইদিনা পুতেকৰ কপালত তেওঁ আঁকি দিছিল ৰক্ত চন্দনৰ ফোঁট। প্ৰথম যিদিনা হাইস্কুললৈ ওলাল সেইদিনাও একেদৰেই ৰক্ত চন্দনেৰে পুতেকৰ কপালত তিলক আঁকিছিল সুপ্ৰভা চৌধুৰীয়ে। কটন কলেজত পঢ়িবলৈ যোৱাৰ দিনাও বাপেকেই লৈ গৈছিল তাক। দুচকুৰে বোৱা লোতকৰ ধাৰা চাদৰৰ আঁচলৰ আগেৰে মচি গোসাঁইৰ মূৰৰ ফুল আৰু ৰক্ত চন্দনৰ বাতিটো থালত লৈ গাঁৱৰ মূৰলৈকে আগবঢাই দিছিল পুতেকক। সেইদিনা কিন্তু সুপ্ৰভা অকলে নাছিল। হেমপ্ৰভা আৰু চন্দ্ৰালীও আহিছিল লগে লগে। বিক্ৰমৰ কপালত হেমপ্ৰভা আৰু চন্দ্ৰালীয়েও আঁকিছিল শুভেচ্ছা আৰু ভালপোৱাৰ ৰক্ত তিলক। আজি বিক্ৰমে সেইজনী ছোৱালীকে তেওঁৰ বাবে বোৱাৰী কৰি অনাৰ কথা কৈছে। আৰু কি লাগে তেওঁক ? বুকুৰ মাজত সুমুৱাই ৰাখিব আজীৱন দুয়োটাকে। কিন্তু ৰাইজ আৰু দেশৰ কাম? কি কৈছে এতিয়াও সংসাৰৰ আও-ভাও ভালদৰে বুজি উঠিব নোৱৰা এই ডেকা ল'ৰাটোৱে? বিমোৰত পৰিল সুপ্ৰভা। ভবানী বৰুৱাক দেখিছে তেওঁ বিয়াৰ পাছৰেপৰা। আজীৱন গাঁওখন, অঞ্চলটো লৈয়েই ব্যস্ত থাকিল সেই মানুহটো। শ্বিলঙৰ কলেজত পঢ়ি আহি‐ গাঁও এৰি আঁতৰি নগ'ল। স্কুল পাতিলে, কলেজ পাতিলে। লাইব্ৰেৰী, ৰাস্তা-পদূলি খোৱা পানী, বিজুলীচাকি গাঁওখনলৈ এইবোৰ সুবিধা আনিবলৈ জিলাৰ সদৰ, ৰাজ্যৰ ৰাজধানীলৈ ওৰে জীৱন তাঁতবাতি কৰিলে। জৰুৰী অৱস্থাৰ সময়ত তিতা-কেঁহা লগা মানুহখিনিয়ে জোৰ কৰিয়েই ভবানী বৰুৱাক ইলেকচনত উঠালে। হেম প্ৰভাও গৈছিল ভবানী বৰুৱাৰ হৈ গাঁৱে-গাঁৱে ভোট খুজিবলৈ। সুপ্ৰভাও আছিল লগত। মানুহবোৰৰ কিছুমানে আদৰ-যত্ন কৰিছিল যদিও আন কিছুমানে মুখৰ আগতেই খোলা দুৱাৰ জপাই দিছিল। যিদৰে পাইছিল আদৰৰ মাত, একেদৰেই শুনিব লগা হৈছিল ককৰ্থনাও। সুপ্ৰভাই জানে, ভবানী বৰুৱাই জীৱনত কোনোদিনে এনে কাম কৰা নাই যে তেওঁ কেতিয়াবা কাৰোবাৰ ককৰ্থনা শুনিব লাগে। কিন্তু তথাপি শুনিছিল নিন্দা আৰু ককৰ্থনা। চৰিত্ৰহননৰো চেষ্টা চলিছিল। এইবোৰ কাম কাৰ নিৰ্দেশত হৈছিল সেইবোৰ খবৰো আলোচনা হৈছিল পুৱা-গধূলি, কেতিয়াবা ঘৰত, কেতিয়াবা নিৰ্বাচনৰ সংক্ৰান্তত সজা অস্থায়ী অফিচ ঘৰত। ভবানী বৰুৱাৰ লগে লগে দুটা ইলেকচনত ঘূৰি আৰ্জন কৰা অভিজ্ঞতাৰে সুপ্ৰভাই বুজি পাইছিল মানুহৰ কাম, সমাজৰ কাম মানেই ৰাজনীতি, বোকা-পানীৰ খেল। যি এই খেলত নামে তাৰ কাপোৰ-কানিৰ কথা বাদেই, শৰীৰ এনেকি মনটোও বোকা-পানীত লেটি নোলোৱাকৈ বাচিব নোৱাৰে। বিক্ৰম কিয় যাব

লাগে এনে এখন জগতলৈ? কি বিচাৰি সি বোকা পানীত লুতুৰি পুতুৰি হ'ব খুজিছে সুপ্ৰভাৰ মাতৃ মনে ভাবি নেপালে।

"তই যে এইবোৰ কৰিবি বুলি ভাবিছ চন্দ্ৰালীয়ে জানেনে সেই কথা?" --পুতেকে সমাজৰ কাম কৰিবলৈ ওলোৱা বুলি শুনি সুপ্ৰভাৰ অন্তৰত যি ধুমুহা উঠিছিল তাকেই চন্দ্ৰালীৰ নাম লৈ তেওঁ প্ৰকাশ কৰিলে। মাকৰ সংশয় আৰু আশঙ্কাৰ কাৰণ বিক্ৰমেও জানে। পুৰন্দৰ হাজৰিকা আৰু ভবানী বৰুৱাৰ মাজৰ কেতিয়াবা শীতল কেতিয়াবা গৰম যুঁজখনে যোৱা বিছ বছৰে কম পানী ঘোলা কৰা নাই সুন্দৰপুৰৰ ৰাজনীতি আৰু সমাজৰ কামৰ নামত। এসময়ত খাওঁতে-শোওঁতে, উঠোতে-বহোঁতে আপদে সম্পদে ইঘৰে-সিঘৰক এৰিব নোৱাৰা মানুহখিনি আজি চুবুৰীয়ে চুবুৰীয়ে, খেলে খেলে, জাতি অজাতি, বামুণ-শূদিৰৰ নামত ভাগ ভাগ হৈ পৰা সুপ্ৰভাই নিজ চকুৰেই দেখিছে। এসময়ত গাঁৱৰ ৰাজহুৱা নামঘৰ, বাট-পথ, নলা নৰ্দমা নিৰ্মাণৰ কামত একেলগে কপালৰ ঘাম মাটিত পেলোৱা সুন্দৰপুৰৰ ডেকা ল'ৰাই আজি বিহুৱে সংক্ৰান্তিয়েও লগ লাগি মাঘৰ উৰুকাৰ ভোজ, ব'হাগৰ বিহু, ভাদৰ নাম, শৰতৰ দুৰ্গা পূজা আদি উৎসৱ পালন কৰে বেলেগে বেলেগে, চুবুৰীয়ে চুবুৰীয়ে, খেলে খেলে বিজন চৌধুৰী ভবানী বৰুৱা, পুৰন্দৰ হাজৰিকা সকলোৱেই দোষী সুন্দৰপুৰৰ এই দুৰ্গতিৰ বাবে। বিক্ৰমে জানে সেই কথা, জানে সুপ্ৰভা আৰু হেমপ্ৰভাইও। পুৰন্দৰৰ ওচৰ চাপি বিক্ৰমে কেইবাৰো চেষ্টা কৰিছিল নিজৰ অঞ্চলটোৰ সোণালী অতীত ঘূৰাই আনিবলৈ। কিন্তু সম্ভৱ নহ'ল আপোন গাঁৱৰ মাটিৰ মৰমে পুৰন্দৰ হাজৰিকাৰ আক্ৰোশী মনটো গলাব নোৱাৰিলে সুন্দৰপুৰৰ বুকু খান্দি পুৰন্দৰে উলিয়ালে কেৱল হলাহল। নোৱাৰিলে সেই হলাহল পান কৰি বিক্ৰম নীলকণ্ঠ হ'বলৈ। এৰি আহিল পুৰন্দৰৰ লগ। সুন্দৰপুৰৰ স্বাৰ্থতে পুৰন্দৰক ভেটিব লাগিব বিক্ৰমহঁতৰ দৰে ডেকাখিনিয়েই।

বিজন চৌধুৰীয়ে জানিছিল তেওঁৰ ল'ৰাই এদিন তাকেই কৰিব। ভবানী বৰুৱাৰ লগত তেওঁ বহুতদিন পাতিছিল এই কথা। পুৰন্দৰ হাজৰিকা লেকাম নোহোৱা ঘোঁৰা। ভবানী বৰুৱাই চেষ্টা কৰিছিল লেকাম দিবলৈ সেই বলিয়া ঘোঁৰাৰ মুখত। নোৱাৰিলে চৌধুৰীয়ে জানে, জয়ন্ত বিদ্ৰোহী সংগঠনৰ সদস্য হোৱাৰ ফলত বৰুৱাৰ স্থিতি আগতকৈও দুৰ্বল হৈ পৰিল। পুৰন্দৰে এই সুযোগ নেৰে। বিক্ৰমে সেই কথাও নিশ্চয় অনুমান কৰিছে। ভবানী বৰুৱাক সাহস আৰু শক্তি যোগোৱাটোও সি এনে এটা সিদ্ধান্ত লোৱাৰ কাৰণ হ'ব পাৰে।

"চন্দ্ৰালীক কৈছিলো আগতে পুৰন্দৰ হাজৰিকাৰ লগত কাম কৰিবলৈ লওঁতেই মোক সুধিছিল তাই।" বিক্ৰমৰ মনত পৰিল ছয় [illegible] সেই [illegible] সময়খিনিৰ কথা যি নিশা উদয়ভানুৰে সৈতে গাড়ী [illegible] সি পুৰন্দৰৰ লগ এৰিলে।

গৈছিল, তাৰ পিছ দিনাই চন্দ্ৰালীক সকলো কথা খুলি কৈছিল। আজন্ম ভবানী বৰুৱাৰ ছাঁটোকে নসহা পুৰন্দৰৰ লগত হাত মিলাই অহা বিক্ৰমৰ কথাৰ উত্তৰ দিয়া নাছিল চন্দ্ৰালীয়ে। সিও বুজিছিল তাৰ কথাখিনি বুজিবলৈ সময় লাগিব চন্দ্ৰালীক। সেইদিনা সি বিদায় লওঁতে ভিজিটিং ৰুম এৰি তাই তাৰ লগে লগে দীঘলীপুখুৰীৰ পাৰৰ ৰাস্তালৈ ওলাই অহা নাছিল। বুকুখনে হাহাকাৰ কৰিছিল তাৰ। কিন্তু সি জানিছিল, যি সিদ্ধান্ত সি লৈছে, তাত যুক্তি আছে। চন্দ্ৰালীয়ে সময়ত নিশ্চয় বুজি পাব। সেই বিশ্বাসেই সেইদিনা তাক সাহস দিছিল।

সুপ্ৰভা আশ্বস্ত হৈছিল। তথাপি বিক্ৰমে যাতে আকৌ এবাৰ চন্দ্ৰালীক তাৰ এই সিদ্ধান্তৰ কথা কয়, সেই কথাত তেওঁ জোৰ দিলে। বিজন চৌধুৰীক লৈ সুপ্ৰভা খুব সোনকালেই ভবানী বৰুৱা আৰু হেমপ্ৰভাৰ ওচৰলৈ যাব। জয়ন্তক ঘূৰাই আনিব নোৱাৰিলেও, হেৰাই যোৱা পুত্ৰৰ অভাৱ যোল্ল অনাই পূৰাব নোৱাৰিলেও বিক্ৰমে ভবানী বৰুৱা আৰু হেমপ্ৰভাৰ চকুৰ পানীৰ মোল বুজি পায়। চাতকৰ অপূৰ্ণ তৃষ্ণা বুকুত লৈ পদূলিমূৰলৈ চাই থকা দুই স্বামী-স্ত্ৰীয়েও জানে এই কথা।

জয়ন্ত নিখোজ হোৱাৰ পাছত এই প্ৰথম সুপ্ৰভাৰ মনটো অকণমান পাতল লাগিল।

# চল্লিছ

মাজে মাজে বৰ অসহায লাগে চন্দ্ৰালীৰ। বিক্ৰম উলটি অহাৰ পিছৰেপৰা দেউতাকৰ কথা-বতৰা, ব্যৱহাৰ-পাতিতো অলপ পৰিৱৰ্তন হৈছে। জয়ন্ত যোৱাৰ পিছৰেপৰা তাই অনুভৱ কৰা মানসিক অশান্তিও বহুতখিনি শাম কটা যেন লাগিছিল তাই ভাল পোৱা মানুহটোৰ উপস্থিতিত। মাক হেমপ্ৰভাই এতিয়াও নিখোজ পুত্ৰৰ অপেক্ষাত পদূলিমূৰত বা ঘৰৰ চৌহদৰ ভিতৰত হোৱা সামান্য শব্দ একোটাৰো পম খেদিবলৈ এৰা নাছিল। যদিও শেষ ৰাতিৰ ফালে কোনো কোনো দিন তেওঁৰো চকুৰ পতা জাপ খোৱা তাই লক্ষ্য কৰিছিল। মাক-বাপেক দুযোজনেই হয়তো বিক্ৰমৰ উপস্থিতিৰেই নিখোজ হৈ যোৱা পুতেকৰ অনুপস্থিতিৰ দুঃখ লাঘব কৰাৰ সজ্ঞান চেষ্টা কৰিছিল। হয়তো সিহঁত দুয়োটাৰ মাজত সৰুৰেপৰা গঢ়ি উঠা সহৃদয়তা আৰু নিকট সম্বন্ধৰ মাজেৰেই তেওঁলোকে তাই আৰু ভায়েকৰ মাজৰ সম্বন্ধৰ অকণমান সুবাসৰ সন্ধান কৰিছিল। সঠিক ক'ব নোৱাৰিলেও যোৱা কেইদিনমানৰ পৰিৱৰ্তিত পৰিস্থিতিয়ে তাইক তেনেকুৱা কিবা এটা অনুভৱেৰে অলপ হ'লেও সকাহ দিছিল।

আৰু তাই? তাই বাৰু এই ঘটনাবোৰৰ মাজত নিজকে একেবাৰে হেৰুৱাই পেলাইছিল নেকি ইমানদিনে?

জয়ন্ত নিখোজ হোৱা খবৰটো পোৱাৰ পিছৰেপৰা সকলো সলনি হৈ গৈছিল। কলেজ হোষ্টেল এৰি অহাৰ সময়ত তাই ৰুমৰ ভিতৰতে এৰি থৈ আহিছিল তাইৰ সকলো কিতাপ-পত্ৰ। কেৱল লগত আনিছিল এখন ফটো, বিক্ৰমৰ। আৰু আৰু আনিছিল বিক্ৰমে কলেজৰপৰা তাইলৈ লিখা চিঠিৰ টোপোলাটো, যিবোৰ চিঠিৰ বেছিখিনিয়েই পিয়নৰ হাতৰপৰা আনি তাইক দিছিলহি জয়ন্তই। পৰিৱৰ্তন হৈছিল বিক্ৰমৰো ছাত্ৰ একতা সভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাৰ সময়ৰেপৰা তাৰ মাজত যেন অন্য এটা মানুহৰ জন্ম হৈছিল। তাইৰ চিনাকি মানুহটোক মাজে মাজে সেই নতুন মানুহটোৱে তাইৰপৰা বহুত, বহুত দূৰলৈ আঁতৰাই লৈ গৈছিল। তাৰ মাজত হোৱা পৰিৱৰ্তনবোৰ তাইৰ চকুত পৰিছিল। পাণবজাৰৰ কলেজ হোষ্টেল ৰোডত থকা তাৰ ছাত্ৰাবাসৰপৰা দীঘলীপুখুৰীৰ সিটো পাৰে থকা তাইৰ ছাত্ৰীবাসলৈ তাৰ অহা-যোৱা কমি আহিছিল। কেতিয়াবা কেতিয়াবা তাইৰ শনি আৰু দেও দুয়োটা দিনেই কাটি গৈছিল তাৰ বাবেই কৰা বৃথা অপেক্ষাত। খং, আপত্তি একো কৰা নাছিল তাই। শৈশৱৰেপৰা সেইটো ল'ৰাৰ সাহচৰ্যতে কটাই আহিছে তাই তাইৰ আজৰি সময়। যৌৱনৰ প্ৰাৰম্ভণিতে তাৰেই বন্ধু বন্ধনত সঁপি দিছে তাইৰ সদা

প্রস্ফুটিত নাৰীত্বৰ সকলো সম্ভাৰ। তাৰেই পদাঙ্ক অনুসৰণ কৰি দিখৌৰ পাৰ এৰি দীঘলীপুখুৰীৰ পাৰৰ ছোৱালী হোষ্টেলত থিতাপি লৈছেহি। সেইটো মানুহক খং কৰিব কেনেকৈ সেই কথা নেজানে চন্দ্ৰালীয়ে। তাৰ ব্যৱহাৰ, তাৰ অনুপস্থিতিৰ কাৰণে আপত্তি কৰাৰ কথাও মনলৈ নাহে। মাথোঁ তাৰ অনুপস্থিতিত সৰে কেইটামান সৰু সৰু হুমুনিয়াহ, চকুৰে দুটোপাল উমাল চকুলো, নিজে নজনাকৈয়ে।

তাই কলেজলৈ উলটি যোৱাৰ কথা মাক-বাপেক, তাৰৈয়েক-আমৈয়েক কোনেও নুলিয়ালে। জয়ন্তক বিচাৰি ঘৰলৈ পুলিচ, মিলিটাৰীৰ সঘন আহ্-যাহ, বিনিদ্ৰ ৰজনী কটোৱা মাক-দেউতাকৰ কোটৰগত চকু আৰু দিন-ৰাতিৰ ছেদ-ভেদ নোহোৱাকৈ নিখোজ ভাতৃৰ সন্ধানত ব্যস্ত হৈ পৰি তাইৰ নিজৰো মনত নপৰা হ'ল হোষ্টেলৰ কোঠাত এৰি থৈ অহা তাইৰ কিতাপ-পত্ৰৰ জাপটোলৈ। কোনোবা অসতৰ্ক মুহূৰ্তত মনত পৰিলেও পিছ মুহূৰ্ততে নিজক চম্ভালি লয় তাই। সেই সময়খিনি এটা ভাললগা সপোনৰ দৰেই লাগে তেতিয়া চন্দ্ৰালীৰ। মনত পৰে হোষ্টেলত কটোৱা দিনবোৰলৈ। কাউৰীয়ে কা কৰাৰো আগৰেপৰা ব্যস্ততা আৰম্ভ হয় এশজনী ছোৱালী থকা অৰ্ধ শতিকা পাৰ কৰা ছাত্ৰীবাসটোত। বাই দুজনীয়ে হাতত চাহৰ কেট্লি লৈ প্ৰতিটো কোঠাৰ বন্ধ দুৱাৰত টোকৰ মাৰে ৰাতিপুৱাৰ চাহ দিবলৈ। সোনকালে উঠাৰ অভ্যাস থকা দুজনীমানৰ ৰুমৰ দুৱাৰ লগে লগেই খোল খায়। বেছিভাগকে কিন্তু বাইকিজনীয়ে দুৱাৰ ঢকিয়াই ঢকিয়াইহে উঠাব লাগে। সদায় সোনকালে উঠাৰ অভ্যাস সৰুৰেপৰাই চন্দ্ৰালীৰ। বেয়া লাগে তাইৰ, বাইকেইজনীয়ে এনেকৈ টেঁটু ফালিবলগীয়া হোৱা দেখিলে। কেতিয়াবা কেতিয়াবা খঙতে কোনোবাজনীয়ে ভোৰ্ভোৰাই উচাট মাৰি গুচি যায় আন এখন বন্ধ দুৱাৰত ঢকিয়াবলৈ। কেতিয়াবা বেছি চিঞৰ-বাখৰ কৰিলে তায়েই ৰুমৰপৰা ওলাই বাইকেইজনীক মাত দিয়ে।

"বাদ দিয়া বাই। শুই থকা শিয়ালক কেনেকৈ জগাবা?" —বাইকেইজনীৰ খঙটো কমাবলৈকে তাই ধেমেলীয়া সুৰত কয়।

"এঃ নিচিঞৰিলে পিছত আমাকেই গালি পাৰে নহয়। ক্লাছলৈ দেৰী হ'লে দোষটো আমাৰ ওপৰতেই জাপি দিয়ে আটাই কেইজনীয়ে।" —দুয়োজনী বায়ে উপৰা-উপৰিকৈ সিহঁতৰ সমস্যাটো চন্দ্ৰালীক বুজাই দিয়ে।

হাঁহি উঠি যায় তাইৰ বাইকেইজনীৰ অঙ্গি-ভঙ্গিবোৰ দেখি। ছাত্ৰীবাসৰ কাম কৰা বাকী কৰ্মচাৰীসকল পুৰুষ মানুহ। ৰান্ধনি, ধুবী, চকীদাৰ, পিয়ন সকলো পুৰুষ। বাই দুজনীৰ সেই কাৰণেই ছোৱালীবোৰৰ লগত সম্পৰ্কটো ওচৰ। ৰুমলৈ সোমোৱাৰ অধিকাৰ কেৱল সিহঁত দুজনীৰহে। ছোৱালীবোৰৰ আনকি নিজৰ লগৰবোৰকো ক'ব নোৱৰা কথা কিছুমানো বাই কিজনীয়েহে জানে। সেই বাই কিজনীয়েই এবাৰ চন্দ্ৰালীতকৈ দুবছৰ ওপৰৰ ছোৱালী এজনীৰ লোক-লজ্জা লগতে জীৱনটোও ৰক্ষা কৰা কথা তাই নিজেই জানে।

উজনিৰ ফালৰ সেই ছোৱালীজনীৰ লগত দিশপুৰীয়া কোনোবা নেতা এজনৰ কেনেবাকৈ হলিগলি আৰম্ভ হ'ল। মানুহজনৰ লগত চিনাকি হোৱাৰ পিছৰে পৰা তাইৰ চালচলন, পোছাক-পৰিচ্ছদ, কথা-বতৰাত অহা পৰিৱৰ্তনে তাইক চিনি পোৱা সকলোৰে চকু থিয় কৰিলে। দেওবাৰ আৰু আন বন্ধৰ দিনবোৰত তাইক নিবলৈ ৰঙা লাইট লগোৱা বগা এম্বেচাদৰ গাড়ী পুৱাতেই আহি লতাশিল পথাৰ আৰু হাইকৰ্টৰ মাজৰ ৰাস্তাটোত থিয় দি থকা হ'লহি। পিছে বেছি দিনলৈ নহয়। তিনিমাহমানৰ পিছত হোষ্টেলৰ ছোৱালী আৰু চাহ-তামোলৰ দোকানী-পোহাৰীকিজনেও দেখিলে ৰঙা লাইট লগোৱা বগা গাড়ীখন ইতিমধ্যে সেই ঠাইৰপৰা অন্তৰ্ধান হৈছে। ছোৱালীজনীকো হোষ্টেলৰ বাহিৰে ভিতৰে ওলাই-সোমাই ফুৰা নেদেখা হ'ল কোনেও। ৰুমমেট দুজনীৰপৰা হোষ্টেলৰ আনবোৰে জানিলে ছোৱালীজনীয়ে হেনো এসপ্তাহমান ধৰি বিছনাৰ পৰা উঠিবই পৰা নাই। আনবোৰ ছোৱালী ক্লাছলৈ যোৱাৰ পিছতহে বাই দুজনীৰ কোনোবা এজনীয়ে তাইৰ পুৱাৰ ভাতৰ থালখন ৰুমতে আনি দিয়েহি। ৰাতিও তাই আৰ্বেলিতে আনি খোৱা ব্ৰেড পাওৰুটি খাই বিছনাত পৰি থাকে। ইতিমধ্যে পূজাৰ বন্ধ হোৱাত ছোৱালীবোৰ ঘৰা ঘৰি গ'ল। তাই কিন্তু একেবাৰে শেষতহে ওলাল হোষ্টেলৰপৰা। ছোৱালীবোৰৰ ভিতৰে কোনোবাই কেনেবাকৈ গম পালে তাই বোলে ঘৰলৈ নগৈ বাইকিজনীৰ লগ লৈহে সিহঁতৰ গাঁও নে থকা ঠাইলৈ গৈছিলগৈ। পূজাৰ বন্ধ খোলাৰ পিছত তাইক স্বাভাৱিক ৰূপতে দেখিলে সকলোৱে। অৱশ্যে ৰঙা লাইট লগোৱা বগা গাড়ী আকৌ নাহিল লতাশিল পথাৰ আৰু হাইকৰ্টৰ মাজৰ খালী ঠাই ডোখৰত তাইৰ কাৰণে বৈ থাকিবলৈ

কথাবোৰ মনত পৰি চন্দ্ৰালীৰ গাটো জিকাৰ খাই উঠিল। হঠাতে বিজুলুৱা কুমজেলেকুৱা এটাতহে যেন তাইৰ হাত পৰিল। ছোৱালীজনী সেই বছৰেই ফাইনেল পৰীক্ষা দি গ'লগৈ। তাৰ পিছৰ বছৰহে তাই আৰ-তাৰ মুখৰপৰা গম পাইছিল ছোৱালীজনীক নিবলৈ অহা ৰঙা লাইট লগোৱা বগা এম্বেচাদৰ গাড়ীখন আছিল পুৰন্দৰৰ। পুৰন্দৰৰ আদেশতেই কোনোবা বিহাৰী নে বঙালী মানুহ এটাই তাইক তেনেকৈ বন্ধৰ দিনত সেইখন গাড়ীতে উঠাই দিশপুৰ, খানাপাৰা, জালুকবাৰী, চিৰিয়াখানা ঘূৰাই ফুৰাইছিল। তেনেকৈ ঘূৰা-ঘূৰি কৰি ফুৰোঁতেই সেই সৰ্বনাশীয়া কাণ্ডটো ঘটিছিল। কথাটো জনাজানি হোৱাৰ পিছত গাড়ী অহাটো বন্ধ হৈ গৈছিল একেবাৰে। ছোৱালী হোষ্টেলত বহুত বছৰ কটোৱা বাই দুজনীৰ এনে ঘটনাৰ অভিজ্ঞতা আগতেও আছিল। পূজাৰ বন্ধত সিহঁত দুজনীয়েই ছোৱালীজনীৰ লোক-লজ্জা আৰু জীৱন দুয়োটা ৰক্ষা কৰিছিল।

বিক্রমক তাই ক'ব খুজিছিল তাই শুনা এই কথাবোৰ। সি প্ৰথম প্ৰথম পুৰন্দৰৰ ৰাজধানীত থকা ঘৰলৈ আহ-যাহ কৰিবলৈ লওঁতেই তাই তাক সাৱধান কৰি দিব খুজিছিল সেইবাৰ কলেজ ইউনিয়ন হলৰ বাহিৰত বিক্রমক এজন নেতাৰ লগত বহি থকা দেখাৰ

পিছতেই তাই শুনা এই লাজ লগা কথাবোৰ ক'ব খুজিছিল তাক। কিন্তু সি সেই দিনাই নহয়, তাৰ কেইবা সপ্তাহ পিছলৈও তাইৰ লগত অলপ একান্ত সময় কটাব পৰাকৈ আহিব পৰা নাছিল। তায়ো পাহৰি গৈছিল সেই ঘটনাটো। বিক্ৰমো মাহে-পষেকে তেনেই কম সময়ৰ কাৰণে আহিছিল তাইক লগ কৰিবলৈ। প্ৰায়েই কোনোবা নহয় কোনোবা তাৰ লগত থাকিছিল। দিনৰ পিছত মাহ, মাহৰ পিছত বছৰ বাগৰি গৈছিল সেইদৰেই। বিক্ৰমৰ ব্যস্ততা আগতকৈও বাঢ়িছিল। অৱশেষত যিদিনা সি এটা সম্পূৰ্ণ দিন হাতত লৈ তাইক লগ কৰিবলৈ অহাৰ কথা আছিল তাৰ আগদিনা ৰাতিয়েই দেউতাকে তাইক সেই ভয়ঙ্কৰ খবৰটো দিছিল, জয়ন্ত নিখোজ হোৱাৰ। নিজৰ সকলো ব্যস্ততা, সকলো পৰিকল্পনা পাহৰি তাই দৌৰি গুচি আহিছিল সুন্দৰপুৰলৈ। এই বিপৰ্যস্ত সময়ত মাক-বাপেকে তেওঁলোকৰ দুৰ্বল হাতকিখন থ'বপৰাকৈ তাইৰ কোমল কিন্তু দৃঢ় কান্ধ দুখন পাতি দিবলৈ। ছোৱালীজনীৰ বিষয়ে শুনা সেই ঘিণলগা কথাবোৰ বিক্ৰমক সেই কাৰণেই কোনোদিন কোৱা নহ'ল চন্দ্ৰালীৰ।

যোৱাকালি বিক্ৰমে দেউতাকৰ আগত কোৱা কথাখিনি চন্দ্ৰালীক অকণো লুকঢাক নকৰাকৈ কৈছিল মাক হেমপ্ৰভাই। জয়ন্ত নিখোজ হোৱাৰ পিছৰ এই সময়ছোৱাত চন্দ্ৰালী বা বিক্ৰমৰ কথা ভাবিবলৈ আহৰি পোৱা নাছিল মানুহজনীয়ে। একমাত্ৰ পুত্ৰৰ এনে আচৰণে তেওঁক বোবা কৰি পেলাইছিল। আন সকলো মাতৃৰ দৰেই জীৱনৰ শেষ সময়খিনি যাৰ সাহচৰ্য আৰু আদৰ-যত্নৰে পাৰ কৰাৰ কথা আছিল হেমপ্ৰভাৰ, সেই পুত্ৰই যদি এনেদৰে অন্য এটা সপোনৰ পাছে পাছে ঢাপলি মেলি জন্মদাতা পিতৃ-মাতৃক এক ভয়াবহ আৰু কৰুণ নিসঙ্গতাৰ মাজলৈ নিসঙ্কোচে ঠেলি দিব পাৰে, তেনেহ'লে সেই পিতৃ-মাতৃৰ শাৰীৰিক বা মানসিক স্থিৰতা থাকিব পাৰেনে? চব খেলিমেলি হৈ গৈছিল হেমপ্ৰভাৰ। খেলিমেলি হৈছিল ভবানী বৰুৱাৰ। চন্দ্ৰালী উলটি অহাৰ পিছৰ প্ৰতিটো পল, প্ৰতিটো ক্ষণ মাত্ৰ পুত্ৰৰ অপেক্ষাত কটাইছে তেওঁলোক দুয়োজনে। দিন-ৰাতিৰ ছেদ-ভেদ পাহৰি নিৰ্নিমেষ নয়নেৰে চাই ৰৈছে পদূলিমূৰলৈ, কিজানিবা এই মুহূৰ্ততে তাৰ চিনাকি হাঁহিটোৰে পদূলিৰপৰাই মাকক সি চিঞৰি মাতে— "ভোক লাগিছে মা। ভাত দিয়া।" দৌৰি ওলাই যায় হেমপ্ৰভা। ৰাতিৰ পিছত ৰাতি কটোৱা উজাগৰী নিশাই দাগ পেলাইছে তেওঁৰ চকুৰ পতাত, ভবানী বৰুৱাৰ কপালত এডালৰ পিছত এডালকৈ ৰেখা পেলাইছে দুৰ্বিসহ যাতনাই। একমাত্ৰ জীয়ৰী চন্দ্ৰালীৰ মুখৰ ফালে চাবলৈ পাহৰি গৈছিল হেমপ্ৰভাই। মাক-বাপেকৰ চকুপানী দেখি নিজৰ চকু পানী লুকুৱাই পেলাইছিল ছোৱালীজনীয়ে। হোষ্টেল এৰি থৈ অহাৰ পিছত বিক্ৰমলৈ লিখা নাছিল তাই এখনো চিঠি, এটা ফোনো কৰা নাছিল। অনাহাৰ-অনিদ্ৰাই চেপি পেলোৱা মানুহ দুটাৰ শুকান জেওৰা যেন হৈ পৰা শৰীৰ দুটালৈ অকণমান ৰস-পম ঘূৰাই অনাৰ চেষ্টাত ব্যস্ত হৈ উঠিছিল তাই। ৰাতিৰ পিছত ৰাতি চকুৰ পতা জাপ

খুৱাবলৈ পাহৰি যোৱা মানুহ দুটাৰ বিনিদ্ৰ ৰজনীবোৰে তাইৰ চকুৰ পতাত এন্ধাৰ ক'লা চামনিৰ সৃষ্টি কৰিছিল। তাইৰ ঘৰৰ বাহিৰৰ পৃথিৱীখন যেন এটা ছুনামিয়েহে নিশ্চিহ্ন কৰি থৈ গৈছিল। কোনো এটা প্ৰাণী, এডাল গছ-বিৰিখো যেন জীযাই থকা নাছিল সেইখন পৃথিৱীত, এনে লাগিছিল চন্দ্ৰালীৰ, জয়ন্ত নিখোজ হোৱাৰ পিছৰ এই বিপৰ্যস্ত সময়খিনিত।

প্ৰথম অৱস্থাত বিক্ৰমৰ আগমনেও আলোড়িত কৰিবপৰা নাছিল তাইৰ মন প্ৰাণ। তাইৰ শুষ্ক হৃদযত তাৰ উপস্থিতিযে কৰিবপৰা নাছিল অমৃত বৰ্ষণ। এটা চাবি দিয়া পুতলাৰ দৰে তাৰ আগমনক তাই স্বীকৃতি দিছিল। এবাৰো তাৰ চকুলৈ চাই তাৰ বাহু বন্ধনত নিজকে নিঃশেষ কৰি দিবলৈ মন যোৱা নাছিল তাইৰ। তাৰ ওঁঠৰ পৰশ, তাৰ নিঃশ্বাসত নিমিষতে চঞ্চল হৈ উঠা তাইৰ দেহ-মন যেন জয়ন্তৰ লগতে কোনোবা অচিন-অজানা দেশলৈহে গুচি গৈছিল। তাই কেৱল জয়ন্তক ওলোটাই আনিব বিচাৰিছিল, বিক্ৰমকো তাই মাত্ৰ সেই একেটা কথাই সুধিছিল, পাৰিবনে সি তাইৰ নিখোজ ভাতৃক বিচাৰি আনিব? পাৰিবনে সি তাইৰ মাক-বাপেকৰ শেঁতাপৰা ওঁঠত তেজৰ সঞ্চাৰ কৰিব? ভাবি ভাবি পাগল হৈ গৈছিল চন্দ্ৰালী। পাহৰি পেলাইছিল তাইৰ শাৰীৰিক আৰু জৈবিক প্ৰযোজনখিনিও। খোৱা, শোৱা, পিন্ধা, উৰা একোৰে লাগ-বান্ধ নোহোৱা হৈছিল। কিন্তু যোৱা নিশা হেমপ্ৰভাই আহি কোৱা কথাখিনি শুনাৰ পিছত তাই অনুভৱ কৰিছে খুব সন্তৰ্পণে তাইৰ শুষ্ক হৃদযত এটোপ এটোপ কৈ ফল্গুধাৰাৰ প্ৰৱেশ ঘটিছে। নিস্তব্ধ নিশাৰ শেষ প্ৰহৰত তাইৰ কোটৰগত চকুৰ পতা এটোপাল দুটোপাল অশ্ৰুকণাই সিক্ত কৰিছে অতি সংগোপনে। তাইৰ শুকান ওঁঠত শেৱালিৰ পাতৰ মাজেৰে সৰিপৰা নিয়ৰকণাই আলফুলে লালিমা সানিছে। ইমানদিনে কেৱল জীযাই থকাৰ তাড়নাত লৈ থকা শ্বাস প্ৰশ্বাসৰ সতে মিহলি হৈ এটা দুটা সেমেকা হুমুনিযাহে তাইৰ চৌপাশ বাষ্পাযিত কৰিছে তাইৰ মাক-দেউতাক আনকি তাইৰো অলক্ষিতে। ইমানদিনে কেৱল তাই জীযাই থকাৰ ইঙ্গিত বহন কৰা কলিজাটোত বহুত দিনৰ মূৰত আজি তাই তীব্ৰ একোটা জোকাৰণি অনুভৱ কৰিছে, তাইৰ নিষ্কম্প নিৰ্বীৰ্য দুহাত আকৌ প্ৰসাৰিত হৈছে কাৰোবাক সাৱটি ল'বলৈ, কাৰোবাৰ বহল বুকুত মূৰ গুজি চকুৰ পানীৰে ইমান দিনৰ দুঃসহ বেদনা ধুৱাই পেলাবলৈ। চন্দ্ৰালীযে অনুভৱ কৰিলে পাৰ হৈ যোৱা সময়খিনিয়ে তাইৰ প্ৰেম, তাইৰ ভালপোৱা তাইৰ পৰা কাঢ়ি নিব নোৱাৰিলে। বিক্ৰমৰ সান্নিধ্যই, তাৰ সাহচৰ্যই, তাইৰ বিপৰ্যস্ত সময়ত সি পাতি দিয়া প্ৰেমৰ দলিচাই তাইৰ ভিতৰৰ প্ৰেমময়ী, স্নেহময়ী চন্দ্ৰালীক আকৌ এবাৰ জগাই তুলিছে সকলো দ্বিধা, সকলো সংশয় সকলো যাতনাই গঢ়ি তোলা হাজাৰখন প্ৰাচীৰ ভাঙি।

বাহিৰত কাহিলি কাহিলি পোহৰ হৈ আহিছিল 'বন্ধনাবপৰা' ভূঁইি আহি তাত হাতে

সাৰে ভৰিত সাৰে মাক-দেউতাকৰ কোঠাৰ ফালে আগবাঢ়িল। পুতেক নোহোৱা হোৱাৰেপৰা তেওঁলোকৰ শোৱনি-কোঠাৰ দুৱাৰ অনবৰতে খোলা থাকে। হঠাৎ শুনা এটা গল খেকাৰি, ৰাস্তাৰে পাৰ হৈ যোৱা কোনোবা অজান পথিকৰ মুখৰ এটা গীতৰ সুৰত উচপ্ খাই উঠে তাই। নিশাচৰ প্ৰাণীৰ খোজ পৰি শুকান পাতত উঠা খৰ্মৰণি, উগ্ৰপন্থীৰ সন্ধানত ৰাতি টহল দিয়া পুলিচ-মিলিটাৰীৰ জোতাৰ শব্দত চক্ খাই উৰা মৰা চৰাইৰ চীঁ-চিয়নি, সকলোবোৰ কাণ পাতি শুনি থাকে হেমপ্ৰভা আৰু ভবানী বৰুৱাই। চন্দ্ৰালীয়ে পৰে পৰে আহি মেলা দুৱাৰৰ সিপাৰৰপৰাই উমান পায় মাক-বাপেকৰ যুগপৎ হুমুনিয়াহ। কিন্তু আজি গল খেকাৰিৰ শব্দত বিছনা এৰি উঠি নাহিল হেমপ্ৰভা বা ভবানী বৰুৱা। চন্দ্ৰালীয়ে দেখিলে বাপেক-মাকৰ কোঠালিৰ দুৱাৰখন আজি ৰধৌধৌকৈ মেল খাই থকা নাই, কাণিদুৱৰী হৈ আছে সেইখন। খুব সাৱধানে তাই কোঠালিৰ ভিতৰখন জুমি চালে। মাক-দেউতাকৰ যুগপৎ গভীৰ উশাহ-নিশাহে ৰাতিপুৱাৰ টোপনি গভীৰ হোৱাৰ ইঙ্গিত দিছে। বুকুখন পাতল লাগি গ'ল চন্দ্ৰালীৰ। প্ৰায় পাহৰি যোৱা কিছুমান চঞ্চল অনুভূতিৰে তাইৰ দেহ-মন সতেজ হৈ উঠিল। দুৱাৰখন তাই লাহেকৈ জপাই দিলে। শোৱক। হেমপ্ৰভা আৰু ভবানী বৰুৱা অনেক দিনৰ মূৰত শুইছে। পদূলি মূৰৰ বৰি ডৰাত সৰি পৰি থকা এমুঠিমান শেৱালী তুলি লৈ তাই নাকত লগালে। আঃ! ইমান সুগন্ধ এতিয়াও আছে এই পুৰণি পৃথিৱীত! চোতালৰ দূবৰিৰ নিয়ৰ গচকি তাই বাৰাণ্ডাত উঠিলহি। পূবৰ আকাশ ৰাঙলী কৰি তেতিয়া জন্ম হৈছিল এটা নতুন দিনৰ।

# একচল্লিছ

পুৰন্দৰে ভালকৈয়ে জানিছিল বিদ্ৰোহী সংগঠনলৈ যোৱা ল'ৰাখিনিৰ মাজৰ বহুতেই কোনো আদৰ্শ, কোনো সপোন লৈ কান্ধত বন্দুক তুলি লোৱা নাই। দেশ, জাতি বা অঞ্চল লৈও তেওঁলোক সিমান চিন্তিত নহয়। হাইস্কুলীয়া শিক্ষাও শেষ কৰিব নোৱৰা এইখিনি ল'ৰাৰ ঐতিহাসিক আৰু ভৌগোলিক জ্ঞানো তেনেই সীমাবদ্ধ। সমাজ বিৱৰ্তন আৰু ৰাজনৈতিক পৰিৱৰ্তনৰ কাৰণে পৃথিৱীৰ বিভিন্ন প্ৰান্তত হোৱা বিপ্লৱৰ বিষয়েও তেওঁলোকৰ সৰহখিনিয়েই অজ্ঞ। আনকি নেতৃত্বত থকাখিনিৰ মাজতো তত্ত্ব, দ্বন্দ্ব আৰু আদৰ্শ সম্পৰ্কে স্পষ্ট ধাৰণা থকা ল'ৰা আঙুলিৰ মূৰত লেখিব পৰা। তথাপি গাঁৱে-ভূঞে সংগঠনটোৱে বহুখিনি মানুহৰ সমৰ্থন পোৱাৰ মূলতে হৈছে থলুৱা মানুহখিনিৰ মনত শোষণ আৰু বঞ্চনাৰ বিৰুদ্ধে গঢ়ি উঠা স্বাভাৱিক ক্ষোভ। আহোম ৰাজত্বৰ বেলিমাৰৰ লগে লগে পৰাধীনতাৰ শিকলি পিন্ধিবলগীয়া হোৱা উত্তৰ-পূবৰ থলুৱা মানুহখিনি প্ৰথমৰেপৰা ভাৰতৰ মূল ভূখণ্ডৰপৰা অহা মানুহৰ প্ৰবঞ্চনাৰ বলি হ'বলগা হোৱা কথাটোৱে তেতিয়াৰেপৰা একুৰা তুঁহ জুই এইটো অঞ্চলত উমি উমি জ্বলাই ৰাখিছে। এখন বৃহৎ দেশৰ এচুকে থকা হাবিতলীয়া, পাহাৰ-পৰ্বতে আগুৰা এই অঞ্চলটো বহুতৰ কাৰণে এতিয়াও আফ্ৰিকাৰ দৰেই এখন অন্ধকাৰ দেশ। দল, মত নিৰ্বিশেষে অঞ্চলটোৰ ৰাজনৈতিক নেতৃত্বইও নিজৰ স্বাৰ্থতেই এই ধাৰণা সলনি কৰাৰ কাৰণে তেনে কোনো আশাশুধীয়া প্ৰচেষ্টা চলোৱাও চকুতপৰা নাই। কেন্দ্ৰীয় নেতৃত্বইও পাঁচ হাজাৰ বছৰীয়া পুৰণা উপ মহাদেশ এখনৰ বিভিন্ন ধৰ্ম, জাতি, ভাষা আৰু অঞ্চলৰ প্ৰতি অনুগত বিভিন্ন গোষ্ঠীৰ মানুহখিনিৰ ভিন ভিন আৰু কেতিয়াবা কেতিয়াবা বিপৰীতমুখী প্ৰত্যাশা পূৰণৰ প্ৰচেষ্টাক অগ্ৰাধিকাৰ দিবলগা হোৱাত এই সীমামূৰীয়া অঞ্চলটোলৈ ভালদৰে চকু দিব নোৱৰা কথাটোও সঁচা। এনে পটভূমিত অঞ্চলটোৰ ৰাজনৈতিক নেতৃত্বই শাসন আৰু শোষণৰ প্ৰক্ৰিয়াটো নিজৰ স্বাৰ্থতেই সম্পূৰ্ণৰূপে ব্যৱহাৰ কৰাৰ অলিখিত নিয়ম এটা যোৱা চল্লিছ বছৰে যে চলি আহিছে পুৰন্দৰ হাজৰিকাই সেই কথাও জানে। যেতিয়ালৈকে থলুৱা মানুহখিনিয়ে অঞ্চলটোৰ খেতিৰ মাটি, হাবি-জঙ্ঘলৰ কাঠ-বাঁহ, নদ-নদীৰ মাছ-পুঠি এই সকলোবোৰ প্ৰয়োজন অনুসৰি আৰু নিজৰ সুবিধামতে আৰু নিৰ্বিবাদে ব্যৱহাৰ কৰি যাব পাৰিছিল, তেতিয়ালৈকে অনগ্ৰসৰতা আৰু শোষণ-বঞ্চনাৰ নিচিনা কথাবিলাক তেওঁলোকৰ মনৰ মাজত থাকিলেও সেইবোৰৰ বহিৰ্প্ৰকাশ কৰিবলৈ গৈ কোনেও হাতত অস্ত্ৰ তুলি লোৱাৰ কথা ভবা নাছিল। সেয়েহে জনবসতি, সংলগ্ন তথা উৰ্বৰ ভূমি আৰু কিছু চহৰ

ৰাজনীতিকৰ প্ৰৰোচনাত পাৰ্শ্বৱৰ্তী ঘন বসতিপূৰ্ণ আৰু অৰ্থনৈতিকভাৱে দুঃস্থ কিছুমান অঞ্চলৰপৰা এনে সময়তে আৰম্ভ হ'ল এক পৰিকল্পিত প্ৰব্ৰজন। প্ৰথম অৱস্থাত থলুৱা মানুহখিনি প্ৰব্ৰজনকাৰী মানুহখিনিৰ সুলভ পৰিশ্ৰমেৰে কিছু উপকৃতও হ'ল। শ্ৰমিকৰ অভাৱত চন পৰি থকা উৰ্বৰ ভূমি শস্যশালী কৰাৰ সুবিধা পাই থলুৱা মানুহখিনিৰ কিছুসংখ্যকে নতুনকৈ অহা প্ৰব্ৰজনকাৰীসকলক গাঁও পাতি বসবাস কৰাৰো সুবিধা দিলে। পাৰ্শ্বৱৰ্তী অঞ্চলত এই সুখবৰ বিয়পি পৰিবলৈ সময় নেলাগিল। বাঢ়নী পানীৰ দৰে বাঢ়ি আহিল প্ৰব্ৰজনকাৰীৰ আগমন। ৰাজনৈতিক নেতৃত্ব, বুদ্ধিজীৱী তথা অৰ্থনৈতিক বিশেষজ্ঞসকলেও প্ৰথমে অঞ্চলটোৰ সামগ্ৰিক বিকাশৰ স্বাৰ্থতে প্ৰব্ৰজনৰ বিষয়টোক সমস্যা হিচাপে নলৈ সম্পদ হিচাপে বিবেচনা কৰাৰ কথা ক'লে। অচিৰেই কিন্তু ৰাজনীতিৰ মেৰপেচত প্ৰব্ৰজন এটা 'ইছু্য' হৈ উঠিল। কৃষি উৎপাদন বৃদ্ধিৰ উপৰি প্ৰব্ৰজনকাৰীৰপৰা পাব পৰা আৰু এটা বিশেষ সুবিধাৰ কথা নেতাসকলৰ বিবেচনাত উঠিল।। অঞ্চলটোৰ অনাবাদী মাটি, চৰ আৰু সংৰক্ষিত বনাঞ্চলত এই মানুহখিনিক স্থায়ী বসতিৰ সুবিধা দিয়াৰ লগতে তেখেতসকলক দেশৰ পূৰ্ণ নাগৰিকৰ মৰ্যাদা দিয়াৰ প্ৰশ্নটোও বিবেচিত হ'ল। চৰ্ত মাত্ৰ এটাই। যি ৰাজনৈতিক নেতৃত্বৰ যহত দুঃস্থ মানুহখিনিয়ে এই সুবিধা পাব তেওঁলোককেই বিনা প্ৰশ্নে দি যাব লাগিব অকুণ্ঠ সমৰ্থন, পাঁচ বছৰৰ মূৰে মূৰে পতা ভোট যুদ্ধত। এইদৰেই লাখ লাখ অৰ্ধাহাৰী, অনাহাৰী, নিৰক্ষৰ প্ৰব্ৰজনকাৰীক এখন ৰুটি, এটুকুৰা কাপোৰ আৰু মূৰৰ ওপৰত এখন চালিৰ ব্যৱস্থা কৰি দি এই নেতাসকলে যুগ যুগ ধৰি তেওঁলোকক বহতীয়া ভৃত্যৰূপে ব্যৱহাৰ কৰাৰ সপোন দেখিলে। পুৰন্দৰে সেই কাহিনী ভালদৰেই জানে।

কিন্তু পাৰি জানো সকলো মানুহক সকলো সময়ৰ কাৰণে বহতীয়া ভৃত্যৰ দৰে বান্ধি ৰাখিব? হাজৰিকাই অতীতলৈ মনত পেলালে। বুৰঞ্জীৰ পাতে পাতে আছে সেই প্ৰশ্নৰ উত্তৰ। একেই ঘটনাৰ পুনৰাবৃত্তি হ'ল ইয়াতো, ভাৰতৰ উত্তৰ-পূবৰ এই অনগ্ৰসৰ অঞ্চলতো। হাতৰ মুঠিত নাঙলৰ খুঁটি ধৰি, জেঠৰ প্ৰখৰ ৰ'দ আৰু শাওণৰ প্ৰচণ্ড বৃষ্টি মূৰৰ ওপৰেৰে পাৰ কৰি অনাবাদী ফৰিংতলীও শস্যশালী কৰা এই দুঃস্থ মানুহখিনিৰ অৰ্থনৈতিক অৱস্থাৰ পৰিৱৰ্তন হ'ল। অনাবাদী মাটি আবাদী হ'ল। লুইতৰ বুকুৰ চৰত আৰম্ভ হ'ল জনবসতি। সংৰক্ষিত বনাঞ্চলৰ হাবি ভাঙি কৰা হ'ল ৰবি খেতি। মাত্ৰ দুটামান নিৰ্বাচনৰ পিছতেই ভোটৰ যুদ্ধত নিৰ্ণায়কৰ ভূমিকা লোৱা আৰম্ভ কৰিলে প্ৰব্ৰজনকাৰীয়ে, তেওঁলোকৰ সতি-সন্ততিয়ে। ইমানদিনে সামান্য পাৰিশ্ৰমিকৰ বিনিময়ত থলুৱা মাটিগিৰিৰ ভঁড়াল ভৰোৱা মানুহখিনিয়ে দাবী তুলিলে মাটিৰ মালিকীস্বত্ব। বছৰি বছৰি আহি থকা প্ৰব্ৰজনকাৰীসকলক ভোট যুদ্ধত দিয়া অকুণ্ঠ সমৰ্থনৰ প্ৰতিদান হিচাপে ৰাজনৈতিক নেতৃত্বই আগবঢ়ালে নাগৰিকত্ব। অনাবাদী মাটিৰ পট্টন, মত দাতা সূচী, পাৰ-পত্ৰ, ৰেচন কাৰ্ড—

যিকোনো চৰকাৰী কাগজেই হ'ল এই উদ্বাস্তুসকলৰ নাগৰিকত্ব আদাযৰ অমোঘ অস্ত্ৰ। খেলৰ গতি পৰিৱৰ্তন হ'ল। ইমানদিনৰ আজ্ঞাবাহী ভৃত্যৰ দলে এইবাৰ মূৰ দাঙি থিয় দিলে। থৰক-বৰক হ'ল লুইতৰ বলুকাত বনোৱা ভূমি-পুত্ৰৰ চাং ঘৰৰ লাইখুঁটা। ঠটা মাটি বিচাৰি নেপাই বালিৰ বুকুত পোতা গোজ উভাল খাই পৰিল। মাটিত পৰা হাইঠাৰ দৰে স্থানীয মানুহখিনিযে অস্তিত্ব হেৰুৱাৰ সংকট দেখি মূৰে-কপালে হাত দিলে। যেনিযেই চকু দিযে তেনিযেই দেখে সকলো অধিকাৰ কৰি বহি আছে দুদিনৰ আগৰ সেই দুঃস্থ, অৰ্ধাহাৰী, অনাহাৰী, নিৰীহ পৰদেশীযে। চাৰিওপিনে আৰাও উঠিল বিদেশী আহি চোতাল পালেহি। জোৰপুৰি হাত পোৱাৰ আগতেই বিদেশীক দেশৰ সীমাৰপৰা বাহিৰ কৰি পঠাব লাগে। মাউখে উটা গুৰি-পৰুৱাৰ দৰে মাৰ বান্ধি থিয দিযাৰ আহ্বান শুনি ৰাজপথলৈ ওলাই আহিল থলুৱা মানুহখিনি। কিন্তু ইতিমধ্যে সময উকলি গৈছিল। কাকতী ফৰিঙৰ দৰে চৰে-চাপৰিযে বিযপিপৰা বিদেশীক উচ্ছেদ কৰিব পৰা নগ'ল। নিৰৰ্থক আন্দোলনত অনাহকতে আৰু কেইটামান বহুমূলীযা বছৰ নষ্ট হ'ল। শ শ ডেকা ল'ৰাৰ জীৱন নিৰ্বাপিত হ'ল। লাখ লাখ উঠি অহা ল'ৰা-ছোৱালীৰ ভৱিষ্যৎ পঙ্গু হ'ল। সীমান্তত কাঁটা তাঁৰেৰে বেৰা দি প্ৰব্ৰজন ৰোধ কৰাৰ প্ৰতিশ্ৰুতিৰে বিদেশীৰ লগত সহাৱস্থানৰ চৰ্ত মানিবলৈ বাধ্য কৰা হ'ল অস্তিত্বৰ সংকটত ভোগা থলুৱা জনগণক। প্ৰতিবাদ কৰাৰ উপায নাছিল। আনে নেজানিলেও পুৰন্দৰে জানিছিল, শান্তি আৰু কোনো দিনেই উভতি নাহে এই জুযে পোৱা দেশখনলৈ। অস্ত্ৰ হাতত তুলি কিছুমানে স্বাধীনতাৰ কথা ক'ব, কিছুমানে স্বাযত্ত শাসনৰ। জাতি, গোষ্ঠী আৰু ভাষাৰ নামত বিভাজিত হ'ব ভূমিপুত্ৰ। অস্ত্ৰধাৰীৰ অস্ত্ৰৰ মোকাবিলা কৰিবলৈ ওলোটাই অস্ত্ৰ ধৰিব আন কিছুমানে। ধোঁৱা, ছাই, তেজ আৰু বাৰুদৰ মাজতে জীযাই থাকিব লাগিব থলুৱা মানুহখিনি। মুক্ত আন্তঃৰাষ্ট্ৰীয সীমা পাৰ কৰি আহিযেই থাকিব বিদেশী। চলি থাকিব দেশী-বিদেশী একাকাৰ কৰা ভোট বেঙ্কৰ ৰাজনীতি। বদলি হৈ থাকিব ৰণনীতি। সময থাকোঁতেই পুৰন্দৰ হাজৰিকাই নিজকে তৈযাৰ কৰিছে ৰাজনীতিৰ পাশা খেলৰ শকুনি হিচাপে। সেই খেলত ব্যৱহাৰ কৰিবলগীযা পাশাৰ গুটি বনোৱা হৈছে বিদেশী বহিষ্কাৰ আন্দোলনৰ মৃতকৰ অস্থিৰে।

সংগঠনৰ ল'ৰা কিছুমানে যোগাযোগ কৰিছে উদযভানুৰ লগত। মূলসুঁতিলৈ ঘূৰি আহিব খুজিছে সিহঁতে। এক যুগতকৈও বেছি দিন কটাই দিলে এই ল'ৰাবোৰে দুৰ্গম পাহাৰৰ অটব্য অৰণ্যত। ম'হ-ডাঁহ, বাঘ-ঘোং, সাপ-বেং, ভোক আৰু অচিন ৰোগৰ লগত যুঁজি যুঁজি হাৰি গৈছে সিহঁত। এৰি অহা ঘৰ, পাহৰণিৰ বুকুত লীন যাব খোজা সম্পৰ্ক, হেৰাই যাওঁ যাওঁ হোৱা সপোনে আকৌ আমনি কৰা আৰম্ভ কৰিছে সিহঁতৰ মূজুৰা পৰি অহা বিপ্লৱী সত্তাক। উদযভানুৱে কৈছে পুৰন্দৰক, এই সুবিধা ল'ব লাগে। 'ছাৰেণ্ডাৰ' কৰাই মূলসুঁতিলৈ ঘূৰাই আনিব পাৰিলে নাম থাকি যাব ইতিহাসত। পুৰন্দৰে

ভাবি চালে; সঁচা কৈছে সি। পথভ্ৰষ্ট ল'ৰাবোৰক ঘূৰাই আনিব পাৰিলে কাললৈ বৈ যাব খ্যাতি। ল'ৰাবোৰে কেইটামান চৰ্তও ৰাখিছে। পুনৰ সংস্থাপনৰ সুবিধা, ব্যৱসায় বাণিজ্যত অগ্ৰাধিকাৰ, আত্মৰক্ষাৰ কাৰণে অস্ত্ৰ ব্যৱহাৰৰ অনুমতি, পুৰণি গোচৰৰপৰা অব্যাহতি ইত্যাদি। পুৰন্দৰে আইনজ্ঞৰ পৰামৰ্শ লৈছে। আমোলা-বিষয়াৰ লগতো মত বিনিময় কৰিছে। অস্ত্ৰ ব্যৱহাৰৰ অনুমতিৰ বাহিৰে বাকীবোৰ মানি লোৱাত অসুবিধা নাই। তথাপি অলপ সময় লৈছে তেওঁ শেষ সিদ্ধান্তলৈ অহাৰ আগতে। দুমুখীয়া তৰোৱালৰ ধাৰেও কাটে, গাদীয়েও। মুহূৰ্তৰ ভুলতে খহি যাব পাৰে ইমানদিনে সযত্নে গঢ়ি তোলা গজদন্ত মিনাৰৰ দুৰ্বল ভেটি। অকল উদয়ভানুৰ ওপৰত ভৰসা কৰি জুইৰ লগত ধেমালি কৰিব নোৱাৰি। ইমান এটা ডাঙৰ সিদ্ধান্ত লোৱাৰ আগতে সংশ্লিষ্ট সকলোৰে লগত খৰচি মাৰি কথা পাতিবলৈ সিদ্ধান্ত ল'লে পুৰন্দৰে।

হাইকমাণ্ডৰ লগতো আলোচনা হ'ল। চাবাচী দিলে সকলোৱে। বিপ্লৱৰ সপোন দেখি এখন নতুন পৃথিৱীৰ সন্ধানত অস্ত্ৰ তুলি লোৱা এচাম ডেকা ল'ৰাই মাত্ৰ এটা যুগৰ পাছতে পুৰণা পৃথিৱীলৈ উলটি অহাৰ আগ্ৰহ দেখুওৱাৰ আঁৰত নিশ্চিতৰূপেই আছে তেওঁলোকৰ সাংগঠনিক দুৰ্বলতা আৰু নেতৃত্বৰ বিফলতা। ইতিহাসৰ পাতে পাতে লিখা আছে এবাৰ খহনীয়া আৰম্ভ হ'লে গেৰিলা সংগঠন বেছি দিন নিটিকে। বালিৰে বন্ধা মথাউৰিৰ দৰে বাঢ়নী পানীৰ প্ৰথম খুন্দাতে উটি যায় সংগঠনৰ উঁয়ে খোৱা ভেটি। অস্ত্ৰ সম্বৰণ আৰু আত্মসমৰ্পণ কৰা সকলক আত্মৰক্ষাৰ কাৰণে অস্ত্ৰ ধৰাৰ অনুমতি দিয়া যাবনে নাই আলোচনা কৰোঁতে দেশৰ পশ্চিম প্ৰান্তত হোৱা একে ধৰণৰ বিদ্ৰোহ দমন কৰাৰ অভিজ্ঞতাৰে পুষ্ট বিষয়া এজনে হাই কমাণ্ডক পৰামৰ্শ দিলে, উভতি অহা বিপ্লৱীহঁতৰ মাজৰপৰাই কিছু সংখ্যক ল'ৰাক লৈ প্ৰতি বিপ্লৱী গোট এটা গঢ়ি তুলিবলৈ। 'হুলেৰে হুল কঢ়া'ৰ মন্ত্ৰৰে দীক্ষিত অভিজ্ঞ বিষয়াজনৰ এই মূল্যবান পৰামৰ্শ সাদৰেৰে গ্ৰহণ কৰিলে হাই কমাণ্ডে। পুৰন্দৰকে দায়িত্ব দিয়া হ'ল উপযুক্ত ল'ৰা কিছুমান বাছি উলিয়াবলৈ। সিদ্ধান্ত কাৰ্যকৰীও কৰা হ'ল অনতি বিলম্বে। আত্মসমৰ্পণৰ কাৰ্যসূচী আৰম্ভ হ'ল মহা পয়োভৰেৰে। প্ৰতিৰক্ষা আৰু প্ৰতিহিংসা, আক্ৰমণ আৰু প্ৰত্যাক্ৰমণ, আগ্ৰাসন আৰু পশ্চাদপসৰণ আদি শব্দৰে গঁথা হ'ল ওভটনি যাত্ৰাৰ চুক্তি-পত্ৰ। গাইপতি দিয়া লাখটকীয়া ধনৰ টোপোলা, মাহেকীয়া বেতন আৰু ভাট্টা, চিণ্ডিকেট গঠনৰ সুবিধা আৰু পুৰণি অপৰাধৰ দায়িত্বৰপৰা মুক্তি দিয়াৰ হাই কমাণ্ডৰ প্ৰতিশ্ৰুতিয়ে বহুখিনি বিপ্লৱীৰ অন্তৰত স্বাধীনতা আৰু আত্মনিয়ন্ত্ৰণৰ প্ৰতি থকা আকৰ্ষণ সমূলঞ্চে মোলান পেলাবলৈ সময় নল'লে। চহৰে-নগৰে কলপুলি পুতি, ফুলাম গামোচা পিন্ধাই, কাৰোবাক সোণৰ কলম, কাৰোবাক বুকুৰ মৰম, কাৰোবাক মৃত্যুৰ ভয় দেখুৱাই লৈ অনা হ'ল মূলসুঁতিলৈ। ইমানদিনে মৰা সুঁতি, খীণ সুঁতি, লাগী সুঁতি, এলাগী সুঁতিত উটি-বুৰি নাকনি-কাননি হোৱা মুকুতি মেধৰ

মহান মেজিৰ তেজাল ফিৰিঙতি, লুইতৰ পাৰৰ মৰিবলৈ ভয় নোহোৱা বহুত ডেকা ল'ৰাই পৰম আস্থাৰে পুৰন্দৰ হাজৰিকাই বনোৱা মেৰঘৰৰ ফেনিল কোমল শয্যাত পাহাৰে-পৰ্বতে বগাই ফুৰোঁতে ৰ'দে-বৰষুণে ধুনি পেলোৱা শৰীৰ আৰু সংশয় তথা সন্দেহে থুকুচি পেলোৱা মনক বিশ্ৰাম ল'বলৈ এৰি দিলে। বাৰটা বছৰে এক ৰঙীণ ভৱিষ্যতৰ কল্পনাত বিভোৰ হৈ থকা লাখ লাখ জনতাই পিছদিনা খবৰ কাগজত সেইসকল বীৰ-বীৰাঙ্গনাৰ ছবি দেখিলে পুৰন্দৰ আৰু তেওঁৰ সাঙ্গোপাঙ্গোসকলৰ একে শাৰীতে, কান্ধত ফুলাম গামোচা আৰু হাতত গোলাপ ফুলৰ তোৰাৰে। এই ছবি চাই উদযভানুৰ দৰে অনেকেই স্বস্তিৰ নিশ্বাস পেলালে। মানুহৰ পোৰা মঙহৰ গোন্ধে আমোলাই পেলোৱা আকাশ-বতাহ এইবাৰ গোলাপী সুবাসেৰে সুবাসিত হোৱাত আৰু কোনো বাধা নেথাকিল। পুৰন্দৰ হাজৰিকাৰ মুখৰ আকৰ্ণ বিস্তৃত হাঁহিৰ মাজত সেইসকলে দেখিলে সোণৰ অসমৰ মোহময় চিত্ৰ।

"কিন্তু জয়ন্ত, জয়ন্ত ক'ত ?" —মূলসুঁতিলৈ ঘূৰি অহা পাঁচছ শ ল'ৰাৰ ফটোবোৰ চাই চাই সুধিলে পুৰন্দৰে।

উদযভানুৱে সেই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলে। ক'ত আছে জয়ন্ত সেই খবৰ সি এতিয়াও নেজানে।

সোণৰ কলম হাতত লৈ কান্ধত গামোচা পিন্ধি মূলসুঁতিলৈ ঘূৰি অহা কোনো এটাইও ক'ব নোৱাৰিলে তাৰ সঠিক খবৰ। পুৰন্দৰৰ খং উঠিল। উলটি অহাৰ কথা আছিল ভবানী বৰুৱাৰ একমাত্ৰ পুত্ৰৰো। সোণৰ কলম হাতত লৈ মূলসুঁতিৰ প্ৰশান্ত গতিক আকোৱালি লোৱাৰ কথা দিছিল সি। পুৰন্দৰে আকৌ এবাৰ ভবানী বৰুৱাৰ ডিঙিত পিন্ধাব খুজিছিল পুত্ৰৰ গলত পিন্ধোৱাৰ কাৰণে সযতনে গঢ়াই লোৱা লোহাৰ শিকলি।

কিন্তু সি নাহিল। উদয়ভানুৰ হুৰাদুৰা লাগিল। প্ৰাক্তন বিপ্লৱীইঁতৰ কাৰণে পতা অস্থায়ী শিবিৰবোৰতো গুণ্‌গুণনি আৰম্ভ হ'ল। আহিম আহিম বুলি কৈয়ো জয়ন্ত বৰুৱা কিয় নাহিল।

পুৰন্দৰ হাজৰিকাই মূলসুঁতিলৈ উলটি অহা নেতৃস্থানীয় কিজনৰ লগত বেলেগে বেলেগে কথা পাতিলে। উজনি, নামনি আৰু খোদ ৰাজধানীত তিনিটা প্ৰতি বিপ্লৱী গোট বনোৱাৰ পৰিকল্পনাটোৱে এনেকৈয়ে বাস্তৱ ৰূপ পালে। তিনি প্ৰাক্তন বিপ্লৱী নেতাই দায়িত্ব ল'লে এই তিনিটা বিশেষ গোটৰ। ইতিমধ্যে জিলাই জিলাই পতা শিবিৰবোৰৰপৰা বছা বছা ল'ৰা কিছুমানক সেই কিটা গোটত ভৰ্তি কৰা হ'ল। তিনিওটা গোটৰ নেতা কিজনে নিৰ্বাচন কৰা ল'ৰাবিলাকৰ সম্পূৰ্ণ নাম-ঠিকনা লৈ পুৰন্দৰে প্ৰত্যেকৰে তলা নলা লোৱাৰ দায়িত্ব দিলে উদযভানুক উজনিৰ গোটটোক তেল, চাহ, কাঠ, কয়লাৰ ব্যৱসায়ৰ সম্পূৰ্ণ সুবিধা দিয়াৰ লগতে সমগ্ৰ অঞ্চলটো বিদ্ৰোহী শূন্য কৰাৰ দায়িত্ব ও দিয়া

হ'ল । সংগঠনৰ প্ৰাক্তন বিত্ত সচিব প্ৰশান্ত পানীফুকন নামৰ পঁচিছ বছৰীয়া ডেকাজনে এই গোটটোৰ নেতৃত্ব ল'লে। নামনিৰ দায়িত্বত থাকিল সংগঠনৰ প্ৰাক্তন উপ সেনাধ্যক্ষ অনিৰ্বাণ স্বৰ্গীয়াৰী। খোদ ৰাজধানীৰ দায়িত্ব দিয়া গোটটোৰ নেতৃত্ব দিয়া হ'ল প্ৰাক্তন মুক্তিযোদ্ধাসকলৰ ভিতৰতে আটাইতকৈ তীক্ষ্ণ বুদ্ধিৰ দিগন্ত মহন্ত নামৰ সংগঠনৰ প্ৰাক্তন মুখ্য সংগঠকজনক। অতি কম সময়তে এই তিনি নেতাৰ সুদক্ষ পৰিচালনাত তিনিওটা গোটে আঁচনি অনুযায়ী কাম আৰম্ভ কৰিলে। ব্যৱসায়-বাণিজ্য, ঠিকা-ঠুকলিত আৰম্ভ হ'ল এওঁলোকৰ প্ৰত্যক্ষ হস্তক্ষেপ। স্বাধীনতাৰ যুদ্ধৰ সৈনিক হিচাপেই এওঁলোকে হাত পকাই আহিছিল বণিক, বেপাৰী, বনুৱা, কৰ্মচাৰীৰপৰা বে-আইনী ভাবে আৰু জোৰ জুলুমকৈ ধন আদায় কৰাৰ প্ৰক্ৰিয়াত। মূলসুঁতিলৈ উভতি আহি সেই প্ৰক্ৰিয়াৰে নাম সলাই এইবাৰ তেওঁলোকে আদায় কৰিব ধৰিলে 'কমিছন'। পথ আৰু দলং নিৰ্মাণ, কয়লা আৰু কাঠৰ চালান, মাছ আৰু কণীৰ ট্ৰাক, কাঠ আৰু বাঁহৰ বেপাৰ, চাহ আৰু তেল উৎপাদন—সকলোতে আৰম্ভ হ'ল কমিচনৰাজ। উজনি, নামনি আৰু খোদ ৰাজধানীত প্ৰাক্তন বিপ্লৱীৰে গঠিত এই তিনি বাহিনীৰ কীৰ্তি-কাহিনী ৰূপকথাৰ দৰেই গাঁৱে-ভূঞে বিয়পি পৰিল মানুহৰ মুখে মুখে। ইফালে পাহাৰে-কন্দৰে স্বাধীনতাৰ মন্ত্ৰ গাই গাই এটা পাহৰিব নোৱৰা সপোনৰ পাছে পাছে দৌৰি ফুৰা জয়ন্তহঁতৰ দৰে তেতিয়াও চায়নাইডৰ বৰি ডিঙিত বান্ধি বন্দুকৰ ঘোঁৰাত আঙুলি থৈ নৈ-বিল একাকাৰ কৰা বিপ্লৱীৰ দলে এই তিনি মূলসুঁতিলৈ উভতি যোৱা প্ৰাক্তন সতীৰ্থৰে গঠিত প্ৰতি বিপ্লৱী বাহিনীক সন্মুখ সমৰলৈ আহ্বান কৰিলে। বিপ্লৱীৰ কৰ-কাটল আদায়ৰ প্ৰক্ৰিয়াক প্ৰতি বিপ্লৱীয়ে কমিছনলৈ ৰূপান্তৰ কৰি বিপ্লৱৰ কঁকাল ভঙাৰ ব্যৱস্থা কৰা দেখি জয়ন্তহঁতৰ বন্দুকে মেঘৰ গাজনি মাৰিলে। হঠাতে হোৱা বিজুলী ঢেৰেকনিৰ বজ্ৰাঘাতে মূলসুঁতিৰ অ'ত-ত'ত অগ্নি স্ফুলিঙ্গৰ সৃষ্টি কৰিলে। তিনিওটা গোটৰ এটাতো যোগ দিয়াৰ আমন্ত্ৰণ নোপোৱা বা আমন্ত্ৰণ পায়ো যোগ নিদিয়া দুই-চাৰি প্ৰাক্তন সংগ্ৰামীৰ সাধাৰণ কৃষক-বনুৱাৰ দৰে জীৱন যাপনৰ সপোন ব্যৰ্থ হ'ল। আত্মৰক্ষাৰ প্ৰশ্নই তিনিওটা প্ৰতি বিপ্লৱী গোটক পৰিস্থিতিৰ মোকাবিলা কৰাৰ উপায় উলিয়াবলৈ বাধ্য কৰিলে। ৰাজধানী গোটৰ আহ্বানত বহা জৰুৰী সভাত সিদ্ধান্ত হ'ল অকল কমিছন লৈ নিৰাপদ অস্তিত্ব নিশ্চিত কৰা নেযায়। প্ৰাক্তন সতীৰ্থৰ গুলীৰ তাৎক্ষণিক আৰু সমুচিত প্ৰত্যুত্তৰ দিয়াৰ প্ৰয়োজন সময়ৰে আহ্বান। পুৰন্দৰ হাজৰিকাই উদয়ভানুক মাতি প্ৰয়োজনীয় যা-যোগাৰ কৰাৰ হুকুম দিলে। আত্মৰক্ষাৰ স্বাৰ্থত তিনিওটা গোটৰ হাতলৈ আহিল অত্যাধুনিক মাৰণাস্ত্ৰ আৰু সেইবোৰ সাৰ্থক ব্যৱহাৰৰ কাৰণে বনোৱা বিশেষ বিধি।

বিক্ৰমে যেতিয়া এই খবৰ শুনিলে এক নিশ্চিত বিপদৰ আগজাননীয়ে তাৰ দেহ-মন ক্ষন্তেকৰ বাবে হ'লেও অসাৰ কৰি পেলালে। আকৌ এবাৰ পুৰন্দৰ হাজৰিকাৰ

ৰাজনৈতিক চতুৰালিৰ বলি হ'ল দুই কোটি সাধাৰণ মানুহৰ সাধাৰণ জীৱন। যদু বংশৰ দৰেই হাতত অস্ত্ৰ লৈ আপোনঘাতী সংঘৰ্ষৰ বাবে প্ৰস্তুত হ'ল একেখন দেশ, একেখিনি ভূমি পুত্ৰৰে নতুন প্ৰজন্ম। অনতি বিলম্বে প্ৰাক্তন আৰু বৰ্তমানৰ স্বাধীনতা সেনানীৰ তেজেৰে ৰাঙলী হ'বলৈ ধৰিলে ভৰা লুইতৰ নীলা পানী।

# বিয়াল্লিছ

হাইজাৰ বীজাণুৰ দৰেই চৌদিশে বিয়পি পৰিল আতঙ্ক। গাঁও-ভূঁই, নগৰ-চহৰৰ আকাশে-বতাহে বিয়পি পৰিল শ্মশানত দিন-ৰাতিৰ ছেদ-ভেদ নোহোৱাকৈ জ্বলি থকা চিতাৰ পৰা ওলোৱা পোৰা মঙহৰ গোন্ধ। লুইতত পেলোৱা মাছমৰীয়াৰ জালত উঠিল মাছৰ সলনি মানুহৰ কটা-ছিঙা হাত-ভৰি। সন্ধিয়াতে দুৱাৰত ডাং দিও ৰক্ষা নোপোৱা হ'ল গাঁওবাসী। চহৰীয়া ডেকা আবেলিৰ বতাহ খাবলৈ গৈ সন্ধিয়া নাহিল ঘূৰি। শাওণৰ আকাশ ফাটি ওলোৱা বিজুলী ঢেৰেকনি আৰু বৰষুণৰ লগত একেলগে পৰিল তেজ আৰু চকুপানী। নিশাৰ গভীৰত দুৱাৰ ভাঙি মুখা পিন্ধা ঘাতকৰ দলে পাটিৰ পৰাই টানি নিলে ডেকা ল'ৰা, গাভৰু ছোৱালী। হত্যা আৰু ধৰ্ষণ, লুণ্ঠন আৰু অপহৰণৰ বাতৰি লিখি লিখি শুকাই গ'ল সাংবাদিক আৰু ভাষ্যকাৰৰ কলমৰ মহী। অসহায় আৰু নিৰুপায় জনতাৰ তেজ আৰু চকুপানীৰে লিখা হ'ল জুই, ধোঁৱা, ছাই মিহলি জনগণতান্ত্ৰিক দেশখনৰ উত্তৰ-পূব সীমান্তৰ ইতিহাস।

আতঙ্কগ্ৰস্ত হ'ল সুন্দৰপুৰো। জয়ন্তক বিচাৰি ভবানী বৰুৱাৰ ঘৰলৈ আকৌ এবাৰ সঘন যাতায়াত আৰম্ভ হ'ল পুলিচ-মিলিটাৰীৰ। হেমপ্ৰভাৰ চকুৰ টোপনি হেৰাল। চন্দ্ৰালীক লৈ মাক-বাপেক এটাৰো খাৱন-শোৱন নোহোৱা হ'ল। আগৰেপৰা মধুমেহ ৰোগত আক্ৰান্ত হৈ থকা ভবানী বৰুৱাৰ স্বাস্থ্যৰ আৰু অধিক অৱনতি হ'ল। হেমপ্ৰভাৰ চকুৰ গুৰি ক'লা পৰিল, গেষ্ট্ৰিকৰ অসুখেও মানুহজনীৰ অৱস্থা আৰু বেছি কাহিল কৰিলে।

"আপোনালোকে মোক লৈ ইমান চিন্তা নকৰিব। অকল মোৰ নিৰাপত্তা নিশ্চিত কৰিলেইতো দেশখনৰ হাজাৰ-বিজাৰ জীয়াৰী-বোৱাৰীৰ লাজ ৰক্ষা নহয়। আন শ শখন গাঁৱৰ জীয়াৰী-বোৱাৰীৰ দৰেই ময়ো এই আতঙ্কৰ মাজতেই জীয়াই থাকিবলৈ শিকিব লাগিছোঁ, শিকিছোঁও। আপোনালোকেও শিকক।" —মাক-দেউতাকৰ চিন্তাক্লিষ্ট মন আৰু দুৰ্বল শাৰীৰিক অৱস্থা দেখি চন্দ্ৰালীৰ নিজকে বৰ দোষী লাগিছিল।

"বিক্ৰমো অহা নাই কেইবাদিনো। তোক কিবা কৈ গৈছে নেকি?" —ভবানী বৰুৱাই হঠাতে মনতপৰাৰ দৰে সুধিলে। যোৱা
দুমাহত কেইবাটাও ভয়াবহ ঘটনা ঘটিছে ৰাজ্যখনৰ ঠায়ে ঠায়ে। নামনিৰ ফালৰ গাঁও এখনত দোভাগ নিশা দুৰ্বৃত্ত কিছুমানে দুঘৰ মানুহৰ গুটি ধানৰ ভঁৰাল, গৰু গোহালি, থকা ঘৰ সকলো জ্বলাই চাৰখাৰ কৰি দিছে। উজনিৰ চহৰ এখনৰ বাছষ্টেণ্ড এটাৰ সন্মুখতে কাণিমুনি বেলি চৰকাৰী অফিচৰ উচ্চবৰ্গৰ সহায়ক এজনক স্কুটাৰত অহা আততায়ীয়ে

গুলীয়াই হত্যা কৰিছে। উজনিৰে আন এখন গাঁৱৰ পৰিয়াল এটাৰ আটাইকেইজন সদস্যকে একলগে বান্ধি ঘৰৰ ভিতৰতে বোমা ফুটুৱাই হত্যা কৰা হৈছে। সিফালে জনজাতি আৰু আদিবাসীৰ মাজৰ যুঁজত হাজাৰে হাজাৰে মানুহে ঘৰ এৰি হাবি-জংঘলত আশ্ৰয় লোৱাৰ খবৰো দৈনিক কাকতত ওলায়েই আছে। এনে এক জুয়ে পোৰা সময়ত কোন কেতিয়া ক'ত কেনেকৈ দগ্ধ হয় তাৰ ঠিকনা নাই। বিক্ৰমৰ কেইবাদিনো কোনো খবৰ নেপাই স্বাভাৱিকতেই তেওঁলোক আতঙ্কিত হৈছে।

দেউতাকৰ কাষ চাপি আহিল চন্দ্ৰালী। তেওঁৰ ৰূপালী ৰং লোৱা চুলিখিনিৰ মাজেৰে আঙুলি বুলালে তাই।

"পৰহি ফোন কৰিছিল। কিবা এটা জৰুৰী কামত ৰাজধানীলৈ যাব লগা হ'ল। কালিলৈ উভতি অহাৰ কথা।" —সেইদিনা সন্ধিয়া তাৰ্বৈয়কৰ লগত হোৱা কথা-বতৰাৰ পিছত চন্দ্ৰালীৰ লগত বিক্ৰমে বেছি দেৰী কথা পাতিব পৰা নাছিল। সি নতুনকৈ যোগ দিয়া ৰাজনৈতিক দলটোৱে কৰ্মীসভা এখনৰ ৰাজধানীতে আয়োজন কৰিছিল। তিনিদিনীয়া কাৰ্যসূচীৰ ব্যস্ততাৰ মাজতে তাহাঁতৰ খবৰ ল'বলৈকে ফোনটো কৰিছিল। সি অৱশেষত ৰাজনীতিকে কেৰিয়াৰ হিচাপে লোৱাৰ সিদ্ধান্তৰ কথা তাইক জনাওঁতে তাই একো নক'লে। কলেজত পঢ়াৰ সময়ৰেপৰা বহুতবাৰ সিহঁতে কথা পাতিছে বিষয়টো লৈ। ৰাজনীতিক কেৰিয়াৰ হিচাপে লোৱাৰ কথাটো তাই পচন্দ কৰা নাছিল কোনোদিনে। বিক্ৰমে যদি সুন্দৰপুৰতে থাকি ইয়াৰ কলেজখনতে প্ৰবক্তা হৈ সোমাই ল'লেহেঁতেন তাই বেছি ভাল পালেহেঁতেন। তাইৰ ধাৰণাত ৰাজনীতি আজিৰ দিনত ভাল মানুহৰ কাম হৈ থকা নাই। চোৰ, গুণ্ডা, আদা বেপাৰী, চাধা বেপাৰীৰপৰা আৰম্ভ কৰি সন্ত্ৰাসবাদী, বলাৎকাৰী আনকি হত্যাকাৰীয়েও ৰাজনীতিৰ পথাৰত ভিৰ কৰিছেহি। টকা-পইচা আৰু বন্দুক-বাৰুদৰ জোৰত অপৰাধী কিছুমানে ক্ষমতাৰ বাঘজৰীও হাতত লোৱাৰ সুবিধা পাইছে। কি কৰিব ৰাজনীতিক কেৰিয়াৰ হিচাবে লৈ বিক্ৰমে, এনেকুৱা এক পঙ্কিল পৰিবেশত? তাই মনৰ শঙ্কা মুকলিকৈ প্ৰকাশ কৰিছিল তাৰ কথাৰ উত্তৰত।

"তুমি সঁচা কথাই কৈছা। বছৰে বছৰে ৰাজনীতিৰ পথাৰখন লেতেৰা মানুহৰে ভৰি পৰিছে। নীতিতকৈ অনীতিৰ মূল্য বেছি হৈছে। ভালতকৈ বেছি হৈছে বেয়া। কিন্তু এই অৱস্থাৰ পৰিবৰ্তন হোৱাটো তুমি জানো নিবিচৰা?" —দিঘৌ পাৰৰ কোনোবা এটা আবেলি বিক্ৰমে তাইৰ কঁকাললৈকে বৈ পৰা দীঘল চুলি কোছাত আঙুলি বুলাই বুলাই সুধিছিল। তাৰ কথা শুনি তাই মেলা চুলি বান্ধি লৈছিল। তাই নিজেও ভাবিছে এইবোৰ কথা। ভৱা কথাখিনি তাক খোলাখুলিকৈয়ে ক'লে তাই।

"পৰিবৰ্তন আমি সকলোৱেই বিচাৰোঁ। কিন্তু কেনেকৈ হ'ব আমি বিচৰা পৰিবৰ্তন, সেইটোহে নেজানো। প্ৰত্যেকটো নিৰ্বাচনৰ আগে আগে বহুতৰ দৰে ময়ো ভাবোঁ, এইবাৰ

হয়তো কিছু ভাল মানুহক ৰাইজে সমৰ্থন দিব—বিধানসভালৈ, জাতীয় সংসদলৈ তেওঁলোকক জিকাই পঠাব। নিঃস্ব আৰু নিঃসহায় মানুহৰ দুখ-দুৰ্দশাক মূল্য দিবপৰা মানুহ কিছুমানে দেশৰ নেতৃত্ব ল'ব। তেওঁলোকে এখন দায়িত্বশীল চৰকাৰ গঠন কৰিব। ৰাইজ তথা দেশৰ কল্যাণৰ হকে কাম কৰা চৰকাৰ এখনে ৰাইজৰ দুঃখ-দুৰ্দশা দূৰ কৰিবলৈ কিছুমান ফলপ্ৰসূ আৰু সময়োচিত আঁচনি ল'ব। মোৰ দৰেই হয়তো কোটি কোটি ভোটাৰেও এইবোৰ কথাকে ভাবি প্ৰতিটো ইলেকচনত ভোট দিয়ে। কিন্তু ক'তা ? প্ৰতিবাৰে পৰিস্থিতি দেখোন আগতকৈয়ো বেয়াহে হয়। প্ৰতিটো নতুন চৰকাৰে আকৌ সেই পুৰণা পথকে লয়। স্বজন তোষণ, দুৰ্নীতি আৰু স্বাৰ্থপৰতাৰ পুৰণি কাহিনীৰে হয় পুনৰাবৃত্তি। এনে অৱস্থাত তুমি কি কৰিম বুলি আৰম্ভ কৰিব খুজিছা তোমাৰ ৰাজনীতি ?" —বিক্ৰমে চন্দ্ৰালীৰ মুখলৈ চাই আছিল কিছু বেলি। পশ্চিমৰ আকাশত বেলিটো মাৰ যাওঁ যাওঁ কৰিও যেন ৰৈ আছিল তাইৰ কোমল গালত অস্তগামী সুৰুযৰ আভাৰে কমলাবুলীয়া ৰং সানিবলৈ। তাইৰ গাল দুখনলৈ চাই তেনেকুৱাই লাগিছিল তাৰ। বাহু দুটা চম্‌চমাই উঠিছিল। তাইক বুকুৰ মাজত সাবটি দুয়ো গাল চুমাৰে ওপচাই দিবলৈ ব্যাকুল হৈ উঠিছিল সি। তাৰ মনৰ সেই ব্যাকুলতা তাইৰো চকুত পৰিছিল। অকণমান লৰিচৰি বহিছিল তাই। বিক্ৰমৰ হুমুনিয়াহ সৰিছিল। মুখ ঘূৰাই সি লাহে লাহে এন্ধাৰ হৈ আহিব ধৰা পশ্চিমৰ আকাশখনলৈ চাই পঠিয়াইছিল।

"এন্ধাৰ হৈ আহিছে।" —চন্দ্ৰালীয়ে শুনা-নুশুনা মাতেৰে তাক সোঁৱৰাই দিছিল, উভতিব লাগে।

নৈপৰীয়া বাটেৰে সিহঁত ঘৰলৈ উভতিছিল। সি তাইক বুজাবৰ চেষ্টা কৰিছিল ভাল মানুহ লাগে ৰাজনীতিৰ পথাৰত। ভাল মানুহে ৰাজনীতি বেয়া বুলি আঁতৰি থকাৰ কাৰণেই বেয়া মানুহেৰে ভৰি পৰিছে প্ৰতিটো ৰাজনৈতিক দল। স্বাধীনতাৰ আগে-পিছে দেশৰ মানুহে ৰাজনৈতিক নেতা-কৰ্মীক ভগৱানৰ দৰে পূজা কৰিছিল। মহাত্মা গান্ধীৰ বাদেও জৱাহৰলাল, চৰ্দাৰ পেটেল, মৌলানা কালাম, গোপীনাথ, তৰুণ ফুকনে পাইছিল সাধাৰণ মানুহৰ অকুণ্ঠ মৰম আৰু শ্ৰদ্ধা। সি ৰাজনীতিৰ জগতলৈ এটা আদৰ্শ বুকুত বান্ধি লৈ যাব খুজিছে। ভাল মানুহ হৈও যে ৰাজনীতি কৰিব পাৰি সেই কথা সি বিশ্বাস কৰে।

"হাতত বন্দুক লৈ ঘৰ-সংসাৰ এৰি গাৰ বলেৰে দেশ স্বাধীন কৰিম বুলি ওলাই যোৱাটোওতো ৰাজনীতি। তেতিয়া হ'লে জয়ন্তক ঘূৰাই আনিবলৈ চেষ্টা কৰিছা কিয় তুমি ?" —সন্ধিয়া ডাঠ হোৱা নাছিল তেতিয়াও। কিন্তু বিক্ৰমৰ চকুলৈ চাই কথাখিনি কওঁতে তাইৰ মুখখনে শাওণৰ আকাশৰ ৰূপ লৈছিল। মাত্ৰ অলপ আগতে মুনিচুনি বেলিৰ ৰাঙলী আভাৰে বোলোৱা তাইৰ চেহেৰাৰ এই পৰিবৰ্তন দেখি মোচৰ খাই উঠিছিল তাৰো বুকুখন।

তাইক কেনেকৈ ক'ব কথাখিনি জুকিয়াই লওঁতে অলপ সময় [illegible] লৈ সি। নৈপৰীয়া বাটটো যি ঠাইত আছি সুন্দৰপুৰৰপৰা ৰাজধানীলৈ যোৱা ৰেল আলিটোৰ লগ লাগিছিলহি সেইখিনি ঠাইতে এচটা শ্লিপাৰৰ ওপৰত চন্দ্ৰালী বহি পৰিল। বিক্ৰমে কি কয় শুনিবলৈ তাই তলমূৰকৈ ৰৈ থাকিল।

"ঠিকেই কৈছা তুমি। সিও ৰাজনীতি কৰিবলৈকে বন্দুক হাতত তুলি আঁতৰি গৈছিল নিশাৰ এন্ধাৰত। সি মানুহৰ পৰা দূৰত থাকি, পৰ্বত-পাহাৰৰ গুহাত লুকাই, মানুহ মৰাৰ কৌশল শিকি তাৰ উদ্দেশ্য সফল কৰাৰ চেষ্টা কৰিছে। মই সেই একেটা উদ্দেশ্যৰেই মানুহৰ মাজত থাকি, মানুহৰ অভাৱ-অভিযোগৰ খবৰ ৰাখি, সামূহিক উৎকৰ্ষ সম্ভৱ কৰিবপৰা আঁচনিৰ মাজেৰে মোৰ উদ্দেশ্য সফল কৰাৰ সপোন দেখিছোঁ। আৰু মই ভাবোঁ, জয়ন্ত আৰু মোৰ কামৰ মাজত পাৰ্থক্যও সেইখিনিতেই।" —বিক্ৰমে কথাখিনি শেষ কৰিলে যদিও সি নিশ্চিত নহ'ল, তাইক সি ভবা মতে বুজাব পাৰিলে নে নাই। কিন্তু ইয়াতকৈ বেছি সহজভাৱে জয়ন্ত আৰু তাৰ কামৰ মাজৰ তফাৎখিনি যে তাইক বুজাব পাৰিব সেইটোও সি ভাবিব নোৱাৰিলে। অলপ সময় দুয়োটা মনে মনে থাকিল। নতুন বোৱাৰী এজনীৰ দীঘল ওৰণিখনৰ দৰে চৌপাশে নামি অহা এন্ধাৰ ভেদি সিহঁতৰ শ্বাস-প্ৰশ্বাসৰ শব্দই এই নিস্তব্ধ সময়খিনিৰ হিচাপ ৰাখি থাকিল। একেচটা শ্লিপাৰতে সিও বহিল যদিও সিহঁতৰ গাত গা নেলাগিল। জয়ন্তৰ অশৰীৰী উপস্থিতিয়ে সিহঁতৰ দুয়োৰে মাজত যেন এটা ব্যৱধানৰ সৃষ্টি কৰিলে।

"তুমি ক'ব খুজিছা নেকি সি ভুল কৰিছে? স্বাধীনতাৰ দাবীত হাতত বন্দুক তুলি লোৱাৰ দৃষ্টান্ত ইতিহাসৰ পাতে পাতে। তেনেহ'লে সিহঁতৰ দৰে ল'ৰাবোৰৰ ভুল ক'ত?"

"স্বাধীনতাৰ কাৰণে যুগে যুগে দেশে দেশে অস্ত্ৰ হাতত তুলি লৈ আহিছে জয়ন্তহঁতৰ নিচিনা ডেকা ল'ৰাবোৰে, নতুন পুৰুষে। আফ্ৰিকা, এছিয়া, ইউৰোপ, আমেৰিকা আনকি অষ্ট্ৰেলিয়াতো বিভিন্ন জনগোষ্ঠীয়ে স্বাধীনতাৰ দাবীত সশস্ত্ৰ সংগ্ৰামৰ পথ লৈছে। জয়ন্তহঁতে ভুল কৰিছে নে ভাল কৰিছে সেয়া কোৱাৰ অধিকাৰ সেইসকলৰহে আছে যিসকলে নিজে স্বাধীনতাৰ কাৰণে অস্ত্ৰ ধৰিছে।"

"তুমি কিয় পলাব খুজিছা? মই বেয়া পাম বুলি চিন্তা কৰিছা?" —চন্দ্ৰালীৰ মাতত অলপ শ্লেষ মিহলি হৈ আছিল যেন লাগিল বিক্ৰমৰ। অকণমান দুঃখ লাগিল তাৰ। তাইৰ ওচৰৰপৰা পলাই সি ক'লৈ যাব? জয়ন্তই লোৱা সিদ্ধান্ত আন বহুতো ডেকা লৰায়ো লৈছে। আৰু এই আটাইখিনি ডেকা-গাভৰুৱে যে কেৱল আদৰ্শৰ নামতেই, কেৱল দেশ স্বাধীন কৰাৰ উদ্দেশ্যৰেই সশস্ত্ৰ সংগ্ৰামৰ পথ লৈছে সেই কথা সি বিশ্বাস নকৰে। তাক অভিজ্ঞতাই শিকাইছে আদৰ্শ আৰু উদ্দেশ্য নুবুজাকৈয়ো বহুতে ক্ষন্তেকীয়া আৱেগৰ বশৱৰ্তী হৈও এনে পথ ধৰে। তথাপি সি ক'ব নোৱাৰে যে সিহঁতে লোৱা পথ সম্পূৰ্ণ ভুল। যুক্তি

তৰ্কেৰে চন্দ্ৰালীয়ে যদি এই সময়ত তাৰপৰা জানিব খোজে সিহঁতৰ ভুল কোনখিনিত, হয়তো তাইৰ সন্দেহ সমূলঞ্চে নিৰসন কৰিব পৰাকৈ সি একো ক'ব নোৱাৰিব। সপোন দেখাৰ, সিদ্ধান্ত লোৱাৰ অধিকাৰ তাৰ যিদৰে আছে, জয়ন্তহঁতৰ দৰে ল'ৰাখিনিৰো আছে, সেই কথা আন বহুতৰ দৰে তায়ো জানে। তথাপি তাই তাক প্ৰশ্ন কৰিছে, কিয় কৰিছে?

"মা-দেউতাৰ স্বাস্থ্য বেয়া হৈ গৈছে দিনে দিনে। ভাইটিৰ কথা ভাবি ভাবি ভাত-পানী, টোপনি-জিৰণি সকলোবোৰ পাহৰি গৈছে দুয়োজনে। ইফালে ঘৰলৈ পুলিচ-মিলিটাৰী ইমান সঘনে আহিবলৈ লৈছে যে এটা ৰাতিও শান্তিৰে শুব পৰা নাই আমি। সি নিজৰ ইচ্ছাৰে সেই পথ লৈছে। মা-দেউতা আৰু মই তাৰ কাৰণে জগৰীয়া বুলি তেওঁলোকে কিয় ভাবিছে?" —শেষৰ ফালে চন্দ্ৰালীৰ মাতটো থোকাথুকি হৈ ওলাল। ইমান সময়ে বিক্ৰমক তৰ্কৰে বন্দী কৰিব খোজা ছোৱালীজনীয়ে এইবাৰ তাৰ কান্ধৰ ওপৰতে হাউলি দিলে। সি আলফুলে তাইক সাবটি ধৰিলে। তাৰ বাহু বন্ধনৰ মাজতো চেপা কান্দোন এটাই মানুহজনীক ভূমিকম্পই জোকাৰাদি জোকাৰি থাকিল।

"মই এবাৰ ৰাজধানীলৈ যাম। পুৰন্দৰ হাজৰিকাক লগ ধৰি কথাবোৰ ক'ম। পুলিচ-মিলিটাৰীয়ে যাতে তোমালোকক আৰু বেছি আশান্তি নিদিয়ে তাৰ কাৰণে এছ.পি. আৰু আই.চি.কো এবাৰ কৈ দিবলৈ অনুৰোধ কৰিম।" —বিক্ৰমে তাইক আশ্বস্ত কৰাৰ সুৰত ক'লে।

"সেইজন মানুহেই কৰাইছে এইবোৰ কাম। দেউতাক কোনোদিনেই মানুহজনে সহ্য নকৰিলে। ইমানদিনে আমাৰ সাংঘাতিক কিবা এটা অন্যায় কৰাৰ সুযোগ পোৱা নাছিল। এতিয়া ভাইটিৰ কাৰণেই তেওঁ বিচাৰি থকা সুযোগটো পাই গ'ল। দেউতাৰ লগত তেওঁৰ ইমান দিনৰ পুৰণা হিচাপ এইবাৰ সুদে-মূলে আদায় কৰিব।" —ইমান দিনে তাইৰ মন-মগজুত পাগুলি থকা কথাখিনি তাক ক'ব পাৰি চন্দ্ৰালী অলপ শান্ত হ'ল।

কিন্তু অশান্ত হৈ উঠিল বিক্ৰম। সঁচা কথাই কৈছে চন্দ্ৰালীয়ে। হয়তো বহুত দিনৰপৰাই এনে এটা সুযোগেই বিচাৰি আছিল পুৰন্দৰে। উদয়ভানুৰ কথাৰপৰাই সি অনুমান কৰিছিল সেই কথা। ভবানী বৰুৱাক ঘিণ কৰে পুৰন্দৰে। বৰুৱাৰ দেউতাকৰ হাউলীৰ বাৰাণ্ডাত হাতযোৰ কৰি থিয় হৈ থকা বাপেকৰ ছবিখন পুৰন্দৰে বুকুৰ মাজত এতিয়াও জীয়াই ৰাখিছে নিতৌ সাৰ-পানী দি।

গাটো ঘামি উঠিল বিক্ৰমৰ। উজনি, নামনি আৰু আনকি ৰাজধানীতো এনে ধৰণৰ ভয়ানক ঘটনা কিছুমান ঘটিবলৈ ধৰিছে সঘনে। যি ধৰণে ঘটিছে ঘটনাবোৰ, তাৰপৰাই সকলোৱে বুজিছে বহুত সাৱধানতাৰে এইবোৰৰ পৰিকল্পনা কৰা হৈছে। বোমা দি উৰাই দিয়া পৰিয়ালটো, অগ্নি সংযোগ কৰি চাৰখাৰ কৰি দিয়া ঘৰ দুখন, বলাৎকাৰ আৰু হত্যা কৰি থৈ যোৱা ডেকা-গাভৰুহাল প্ৰত্যেকৰে পিছত একোটা কাহিনী আছে। তেওঁলোকৰ

পৰিয়ালৰ কোনোবা নহয় কোনোবা সশস্ত্ৰ সংগঠনৰ সদস্য। ঘটনাবোৰৰ পিছত যিবোৰ খবৰ ওলাইছে সেইবোৰ শুনাৰ পিছত বিক্ৰমৰ সন্দেহ আৰু বাঢ়িছে। ছমাহ আগতে সংগঠন এৰি অহা কিছু সংখ্যক যুৱকক লৈ প্ৰতি বিপ্লৱী গোট কেইটামান গঠন কৰাৰ যিটো খবৰ সিহঁতে গুজব বুলি উৰাই দিছিল তাত কিছু হ'লেও সত্যতা আছে বুলি এতিয়া সি নিঃসন্দেহ হ'ল। গুপ্তহত্যা নাম দিয়া এই ঘটনাবোৰৰ আঁৰত এনেকুৱা গোট কিছুমানে যে কাম কৰিছে সেই বিষয়ে তাৰ আৰু কোনো সন্দেহ নেথাকিল।

নাঃ আৰু দেৰী কৰিব নোৱাৰি। কাইলৈকে যাব সি পুৰন্দৰ হাজৰিকাক লগ কৰিবলৈ। যদি পুৰন্দৰে চৰ্ত দিয়ে তাক আকৌ তেওঁৰ ওচৰলৈ ঘূৰি আহিবলৈ, বিবেকৰ বিৰুদ্ধে গৈও ভাবি চাব সি। পুৰন্দৰৰ লগত আপোচ কৰিবলগীয়া হ'লেও কৰিব সি। ভবানী বৰুৱা, হেমপ্ৰভা আৰু চন্দ্ৰালীৰ জীৱনৰ তুলনাত তাৰ এই বলিদান তেনেই সামান্য। কাতৰ হৈ উঠিল সি শাওণৰ সেমেকা সন্ধ্যাৰ ক্ৰমান্বয়ে ডাঠ হৈ অহা এন্ধাৰৰ আঁৰত।

জোনাকী পৰুৱা কিছুমান উৰি আহিছিল দিখৌৰ বুকুৰপৰা অহা বতাহৰ বোকোচাত উঠি। তাৰে এটা হাতৰ মুঠিত ধৰি চন্দ্ৰালীৰ চুলিৰ মাজত এৰি দিলে সি।

"ব'লা। ঘৰলৈ যাওঁ।" —তাইৰ কঁকালৰ ওপৰেৰে হাতখন সুমুৱাই সি বহাৰপৰা তুলি দিলে তাইক। চন্দ্ৰালীৰ চুলিৰ মাজত এৰি দিয়া জোনাকী পৰুৱাটোৱে তেতিয়াও তাৰ শেঁতা পোহৰ এধানিৰে এন্ধাৰৰ কলীয়া পৰ্দাখন আঁতৰাবলৈ চেষ্টা কৰি আছিল তাৰ সমস্ত শক্তিৰে। তালৈকে চাই চাই বিক্ৰমে ভাবিলে সিহঁতৰ জীৱনৰ এই কালিকালগা সময়খিনিৰ শেষত আহিবনে অকণমান সু-সময়, যি সময়ৰ উমাল কোলাত নিশ্চিন্তে শুব পাৰিব হেমপ্ৰভা আৰু ভবানী বৰুৱাৰ দৰে বন্দুক পিঠিত লৈ স্বাধীনতা তথা সাৰ্বভৌমত্বৰ সপোন খেদি ফুৰা হাজাৰ হাজাৰ ডেকা-গাভৰুৰ পিতৃ-মাতৃ, সিহঁতৰ গাভৰু বাই-ভনী?

চন্দ্ৰালীয়ে তাৰ হাতখন তাইৰ হাতৰ মুঠিত তুলি ল'লে। পাতল এন্ধাৰ ফালি দুয়োটা উভটিল ঘৰমুৱা পথ ধৰি।

# তিয়াল্লিছ

ৰাজ্যখনৰ অ'ত-ত'ত সঘনাই ঘটিবলৈ আৰম্ভ কৰা এই হত্যাকাণ্ডবোৰক স্থানীয় প্ৰচাৰ মাধ্যমে আখ্যা দিলে গুপ্তহত্যা বুলি। দিনৰ পোহৰতে আততায়ীয়ে জনবসতিপূৰ্ণ এলেকা, হাট-বজাৰৰপৰা উঠাই নি গুলীৰে থকাসৰকা কৰা মৃতদেহবোৰৰ কিছুমানত আছিল পাশৱিক অত্যাচাৰৰ নমুনা। এনেকৈ উঠাই নিয়া কিছুমানৰ কোনো শুংসূত্ৰই উলিয়াব নোৱাৰিলে অনুসন্ধানকাৰী গোটবিলাকে। লুইতৰ পাৰৰ বালিচাপৰি, চহৰৰ সীমাৱৰ্তী পাহাৰ আৰু হাবি-বননিৰ মাজত উদ্ধাৰ হোৱা মানুহৰ অঙ্গ-প্ৰত্যঙ্গ কিছুমান চিনাক্ত কৰাও সম্ভৱ নহ'ল । ৰাজ্যৰ দুটামান মানৱ অধিকাৰ সংগঠনে এই ঘটনাবোৰ আন্তৰ্জাতিক মানৱ অধিকাৰ সংগঠনৰ দৃষ্টিগোচৰ কৰিলে। কিন্তু বিক্ৰমে এই কথা ভাবি আচৰিত হ'ল যে ৰাজ্যখনৰ প্ৰধান ৰাজনৈতিক দলসমূহ তথা বুদ্ধিজীৱী মহলৰ মাজত এই ঘটনাবোৰে বিশেষ প্ৰভাৱ পেলাব নোৱাৰিলে। সশস্ত্ৰ সংগঠনবোৰে কাকতলৈ বিবৃতি দি আৰু তেওঁলোকৰ ৱেব-ছাইটত হত্যাকাণ্ডবোৰ পুৰন্দৰ হাজৰিকাৰ প্ৰত্যক্ষ নিৰ্দেশত তেওঁৰেই সৃষ্ট প্ৰতি বিপ্লৱী গোটবোৰৰ কাম বুলি খোলাখুলিকৈয়ে ঘোষণা কৰিলে। লগতে মূলসুঁতিলৈ ঘূৰি যোৱা প্ৰাক্তন বিপ্লৱীসকলক সাৱধানবাণী শুনালে বন্দুক হাতত লৈ একালৰ সতীৰ্থক হত্যা কৰাৰ পৰিণতি ভয়াবহ হ'ব। তাৰ মাজতে বিদ্ৰোহী দমনৰ উদ্দেশ্যে পুলিচ-মিলিটাৰীৰ অপাৰেচনো চেগাচোৰোকাকৈ চলি থাকিল। সাতে-পাঁচে মিলি সশস্ত্ৰ সংগঠনৰ দ্বাৰা সংঘটিত কূটাঘাতমূলক ঘটনাৰ সংখ্যা কিছু পৰিমাণে কমি আহিল। পুৰন্দৰে পৰিস্থিতি উন্নত হোৱা বুলি কেন্দ্ৰীয় নেতৃত্বক পতিয়ন নিয়াই ৰাজ্যত ক্ৰমাৎ শক্তিশালী হৈ অহা বিসম্বাদী শিবিৰক নিৰস্ত্ৰ কৰাত বহুতখিনি সফল হ'ল। স্পৰ্শকাতৰ সীমামূৰীয়া অঞ্চলটোত যাতে পূৰ্ণ শান্তি প্ৰতিষ্ঠা কৰিব পৰা যায় তাৰ কাৰণে হাইকমাণ্ডে বিশেষ আঁচনি কিছুমান আৰু জৰুৰী সাহায্যৰো ঘোষণা কৰিলে। আপেক্ষিকভাৱে দুৰ্বল হৈপৰা বিদ্ৰোহী গোটবোৰৰ ওপৰত মোক্ষম আঘাত হনাৰ উদ্দেশ্যে সেনা আৰু আন নিৰাপত্তা বাহিনীৰ নতুন নতুন কোম্পানী আনি ভিতৰুৱা অঞ্চলবোৰৰ পৰাও বিদ্ৰোহ উৎখাৎ অভিযানত মোতায়েন কৰা হ'ল। পৰিস্থিতি বে গতিক দেখি আৰু কিছুসংখ্যক বিদ্ৰোহী মূলসুঁতিলৈ ঘূৰি আহিল। একে সময়তে সাধাৰণ নাগৰিকৰ মাজত বিদ্ৰোহী সংগঠনৰ সাৰশূন্যতা উদঙাই দেখুৱাবলৈ সভা-সমিতি আৰু সাংস্কৃতিক কাৰ্যসূচী আয়োজন কৰা হ'ল। কাকতে পত্ৰই প্ৰতিষ্ঠিত লেখক আৰু বুদ্ধিজীৱীৰ দ্বাৰা তথ্যভিত্তিক লিখা লিখোৱাৰ ওপৰতো জোৰ দিয়া হ'ল। এনে ধৰণৰ প্ৰচেষ্টাৰ ফলস্বৰূপে ৰাজ্যখনত সক্ৰিয় হৈ থকা

কেইবাটাও বিচ্ছিন্নতাবাদী তথা উগ্রপন্থী গোটৰ মাজত সৰু সৰু একোটা গৰাখহনীয়াৰ সৃষ্টি হ'ল। পিছে দিনে দিনে বাঢ়ি অহা প্ৰাক্তন বিপ্লৱীসকলৰ বৰ্ধিত সংখ্যাই নতুন কিছুমান সমস্যাৰো সৃষ্টি কৰিলে। প্ৰথম অৱস্থাত দিয়াৰ দৰে লাখটকীয়া অনুদান সকলো প্ৰাক্তন বিদ্ৰোহীকে দিয়াত অসুবিধা আহি পৰিল। প্ৰশাসনিক ব্যৰ্থতা আৰু নেতৃত্বৰ নৈতিক দেউলীয়াপণে সুবিধাবাদী চামটোক সাধাৰণ অপৰাধী কিছুমানকো বিদ্ৰোহী সজাই আত্মসমৰ্পণ কৰাৰ সুবিধা কৰি দিলে। লাখটকীয়া অনুদান আৰু স্থায়ী সংস্থাপনৰ লোভত পকেটমাৰ, ক'লা বেপাৰী, সাধাৰণ অপৰাধী কিছুমানেও প্ৰাক্তন বিপ্লৱীৰ ৰামনামী গাত লৈ ৰাজ্যৰ অ'ত-ত'ত বাহৰ পাতিলে। দেশ স্বাধীন কৰিবলৈ আহি মাত্ৰ দুঘড়ী যুঁজি ভাগৰি পৰি ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি অহাসকলৰ কিছুমানেও এই ধৰণৰ দুই নম্বৰী বিপ্লৱী সৃষ্টিৰ কামত হাত উজান দিলে। উদয়ভানু, যোগেন চেতিয়াকে ধৰি পুৰন্দৰৰ উপদেষ্টাসকলে বুধি দিলে অনুদান আৰু সংস্থাপনৰ দৰে বেমেজেলীয়া কথাবোৰ বাদ দি অস্ত্ৰ সম্বৰণকাৰীচামক ব্যৱসায় কৰাৰ সুবিধা দিয়া হওক। ৰাজ্যৰপৰা বাহিৰলৈ পঠোৱা আৰু বাহিৰৰপৰা ৰাজ্যলৈ আমদানি কৰা সা-সামগ্ৰীবোৰৰ অনা-নিয়া, উঠোৱা-নমোৱা, কিনা-বেচা আদি কামবোৰৰ তদাৰক কৰিবৰ কাৰণে ল'ৰাখিনিক সুবিধা দিব লাগে বুলি তেওঁলোকে প্ৰশাসনৰ বাহিৰে ভিতৰে নিজে অনুকূল পৰিবেশ সৃষ্টি কৰাত জোৰ দিলে। কথাটো ভালদৰে জাৰি-জোকাৰি চোৱাৰ কাৰণে পুৰন্দৰ তেওঁৰ বিশ্বস্ত আমোলা-বিষয়াসকলৰ লগত আলোচনাত বহিল।

"চেম্বাৰ্চ অব কমাৰ্চ আৰু ইমপ'ৰ্টাৰ এক্সপ'ৰ্টাৰ গিল্ডৰ সভ্যসকলে আপত্তি নকৰিব জানো?" —পুৰন্দৰে ৰাজ্যৰ প্ৰশাসনিক বৰমূৰীয়াৰপৰা জবাব বিচাৰিলে।

"আপত্তি কৰাৰ কথাই। এই ল'ৰাবোৰক তদাৰক কৰাৰ নামত এটা পাৰ্চেণ্টেজ দিব লাগিব। সেইটো ব্যৱসায়ী সম্প্ৰদায়ৰ বিলাকে নিজৰ লাভৰপৰা দিবলৈ কেতিয়াও মান্তি নহ'ব।" —প্ৰশাসনিক বৰমূৰীয়াগৰাকীয়ে তৰ্জনী আঙুলিৰে সোঁ গালত টুকুৰিয়াই টুকুৰিয়াই পুৰন্দৰৰ কথাৰ উত্তৰ দিলে।

"এটা কাম কৰিলে কেনে হয়?" —পুৰন্দৰৰ পিছফালে থিয় হৈ থকা যোগেন চেতিয়াই মূৰটো আগলৈ হলাই নিম্ন স্বৰত মাত লগালে। ছাপ্লাই ইন্সপেক্টৰৰপৰা যোগান বিভাগৰ সচিবলৈকে এই দহ ধাপ জাঁপ মাৰি আহোঁতে চেতিয়াই বহুতৰ সপোন গচকি থৈ আহিছে। প্ৰশাসনৰো বহুতেই চেতিয়ালৈ বুলি হুল চাঁচিয়েই থাকে। পিছে পুৰন্দৰৰ হাত আছে চেতিয়াৰ মূৰৰ ওপৰত। সেইকাৰণে এতিয়ালৈকে কোনেও একো অনিষ্ট কৰিবপৰা নাই মানুহজনৰ। চেতিয়াই নিজেও শত্ৰুবোৰে যাতে লাই নেপাই তাৰ কাৰণে কম যত্ন নকৰে। মাত-কথা মোলায়েম কৰাৰ কাৰণে ৰাজধানীত নতুনকৈ পতা 'গ্ৰুমিং স্কুল' এখনত তিনিমহীয়া প্ৰশিক্ষণ এটাও ল'লে। 'পাৰ্চনেলিটি ডেভেলপমেণ্ট'ৰ প্ৰশিক্ষণ দিয়াৰ

কাৰণে প্ৰাক্তন মন্ত্ৰী এজনৰ পত্নীয়ে নতুনকৈ খোলা মেনেজমেণ্ট ইন্সটিটিউটখনত যিমানবোৰ ছেমিনাৰ আৰু ৱৰ্কছপ হয় আটাইবোৰলৈ চেতিয়াই নিমন্ত্ৰণ পায়। পুৰন্দৰ হাজৰিকাই পতা মিটিংবোৰত যদিও চেতিয়া সদায়ে উপস্থিত থাকে, প্ৰশাসনিক আৰু বিভাগীয় বৰমূৰীয়াসকলৰ লগত শাৰী নুপূৰাই ছাঁটোৰ দৰে মন্ত্ৰী ডাঙৰীয়াৰ পিছফালেহে থিয় দি থাকে। কেবিনেট বা কন্‌ফাৰেন্স ৰুমৰ কোমল নিয়নৰ পোহৰত নতুন মানুহে যোগেন চেতিয়াক কেতিয়াবা কেতিয়াবা পুৰন্দৰৰ সঁচা-সঁচি ছাঁ বুলিয়ে ভুল কৰি পেলোৱাৰ কেইবাটাও আমোদজনক ঘটনা সচিবালয়ৰ কৰ্মীসকলৰ মুখে মুখে।

সেইজন যোগান সচিবৰ মুখলৈকে প্ৰশ্নবোধক দৃষ্টিৰে চালে প্ৰশাসনিক মুৰব্বী পৰম্‌শিবনে।

"কি কাম?" —ত্ৰিছ্‌ বছৰ অসমৰ হাৱা-পানী খাইয়ো তামিল ব্ৰাহ্মণ পৰম্‌শিবনৰ ভাষাৰ দক্ষিণীয়া ঠাঁচ কাণত লগা।

"তদাৰক কৰাৰ কাৰণে ল'ৰাখিনিক বয়-বস্তুৰ গুণাগুণ অনুসৰি কেজি, মিটাৰ আৰু লিটাৰ হিচাপত দুই বা তিনি শতাংশ কমিছন ল'বলৈ দি সেইখিনি ৰিটেইল প্ৰাইচত সুমুৱাই দিব পৰা যায়।" —বিত্ত বিভাগৰ প্ৰধান সচিব ঘোষ ডাঙৰীয়াই চেতিয়াই দিয়া উপায়টো বৰ ভাল নেপালে। দুই বা তিনি শতাংশ কম পইচা নহয়। যোৱা বাজেটত ৰাজ্যখনৰ সমস্ত আমদানি ৰপ্তানি প্ৰায় তিনি হাজাৰ কোটি টকা মূল্যৰ আছিল। সেই হিচাপত শতকৰা দুই কৈ ধৰিলেও ছশ কোটি টকা। ইমানবোৰ টকা কিছুমান গুণ্ডা বদমাচৰ হাতত পৰিবলৈ দিলে পিছলৈ গুণ্ডা আৰু মাফিয়াক নিয়ন্ত্ৰণ কৰা কঠিন কাম হ'ব। কিছু দিন আগলৈকে আবকাৰী আৰু গৃহ বিভাগৰো দায়িত্বত থকা ঘোষ ডাঙৰীয়াই নিজৰ অভিজ্ঞতাৰপৰাই সেই কথা জানে।

পুৰন্দৰে মনোযোগ দি শুনিলে উপস্থিত সকলোৰে কথা। যোগেন চেতিয়াই মুখখন হাজৰিকাৰ কাণৰ একেবাৰে কাষলৈ আনি কিবাকিবি ফুচ্‌ফুচালে। চেতিয়াৰ কথাখিনি যে পুৰন্দৰে ভাল পাইছে পৰম্‌শিবনে মন্ত্ৰী ডাঙৰীয়াৰ কপালত এনেকুৱা সময়ত সততে থূপ খোৱা শিৰাকিডাল স্বাভাৱিক হোৱা দেখিয়েই বুজি পালে।

"আপুনি আৰু ঘোষ ডাঙৰীয়া সন্ধিয়া মোৰ ঘৰলৈ আহিব। তেতিয়াই চূড়ান্ত কৰিম কিবা এটা।" —পৰম্‌শিবনক নিৰ্দেশ দি চকী এৰি থিয় হ'ল পুৰন্দৰ। যোগেন চেতিয়াই টেবুলত পৰি থকা ফাইলকিটা সামৰি-সুতৰি পৰম্‌শিবন আৰু ঘোষ ডাঙৰীয়াক তাতে এৰি পুৰন্দৰৰ পিছ ল'লে।

উদয়ভানুৱে প্ৰশান্ত পানীফুকন, অনিৰ্বাণ স্বৰ্গীয়াৰী আৰু দিগন্ত মহন্তৰ লগত যোগাযোগ কৰিলে। যোগেন চেতিয়াই দিয়া প্ৰস্তাৱটো আটাই কেইজনেই ভাল পালে। যোৱা কেই মাহমান কাম কৰোঁতে পোৱা অসুবিধাবোৰৰ কথাও তেওঁলোক আটাইকেইজনে

উদয়ভানুক এই সুযোগতে জনাই থ'লে। মহানগৰখনৰ সুবিধাজনক অঞ্চল কেইটামানত নিজাকৈ ঘৰ-মাটি কিছু কিনি লোৱাৰ কথাও আলোচনা হ'ল আটাই কেইজনৰ মাজত। উদয়ভানুৱে বুজিলে। এনেকুৱা নিৰাপদ ব্যৱস্থা কিছুমান এইবোৰ কামৰ কাৰণে বিশেষ দৰকাৰী। ধৰাপৰা বা ধৰি অনা বিদ্ৰোহী আৰু শত্ৰুৰ পেটৰ কথা উলিয়াবলৈ সদায় ধৰাবন্ধা নিয়ম-নীতি কিছুমানৰ মাজেৰে যোৱাটো সম্ভৱ নহয়। তাতে ইমানবোৰ মানৱ অধিকাৰ সুৰক্ষা সংগঠনৰ নজৰ সততেই পুলিচ-মিলিটাৰীৰ লগতে পানীফুকনহঁতৰ ওপৰতো যে থাকিব সেই কথা নিশ্চিত। কিবা এটা সিদ্ধান্ত লওঁতে আটাইবোৰ দিশ চালি-জাৰি চালেহে হাতত লোৱা কাম সফল হ'ব। এনেয়েও হুৰা-মুৰা কৰি কিবা এটা কৰাটো পুৰন্দৰৰ স্বভাৱ বিৰুদ্ধ, সেই কথা জানে উদয়ভানুৱে।

কথাবোৰ খুটি-নাটি মাৰি আলোচনা কৰাৰ পিছত যোগেন চেতিয়াই হিচাপৰ কাৰবাৰটো তিনি শতাংশত চূড়ান্ত কৰিলে। পানীফুকনহঁতৰ ভাগত এক শতাংশ ৰাখি এক শতাংশ পুৰন্দৰ আৰু বাকী এক শতাংশ বিভাগীয়ভাৱে জড়িতসকলৰ কাৰণে ৰখা হ'ল। যোগেন চেতিয়া আৰু উদয়ভানুৰ বন্দবস্ত পুৰন্দৰেই কৰি ৰাখিছিল। শৰণাৰ্থীৰ কাৰণে অস্থায়ী শিবিৰ বনোৱাৰ সময়ৰে পৰা যোগেন চেতিয়াৰ লগত এটা সুন্দৰ বুজাবুজি গঢ়ি উঠিছিল পুৰন্দৰৰ।

দুদিনৰ ভিতৰতে বন্দবস্ত পকা হ'ল। পৰমশিবন আৰু ঘোষ দুয়োজনেই বন্দবস্তটো সমৰ্থন কৰিলে। এনেকুৱা কথাবোৰ বেছি দিন লুকাই নেথাকে কাৰণে পানীফুকনহঁতেই সেইবোৰৰ দায়িত্ব ল'লে ঠায়ে ঠায়ে দৰকাৰ হোৱা মতে সোপা দিয়াৰ ব্যৱস্থা কৰাটো সহজ হ'ব।

সকলো ঠিক-ঠাক হৈ যোৱাৰ পিছত জয়ন্তৰ কথাটো আকৌ এবাৰ উলিয়ালে উদয়ভানুৱে। প্ৰশান্ত পানীফুকনৰ এলেকাৰ ভিতৰত পৰে ভবানী বৰুৱাৰ ঘৰ। স্বৰ্গীয়াৰী আৰু দিগন্তই একো নেমাতিলে এই বিষয়ত। পানীফুকনেই আনিছিল ল'ৰাটোক সংগঠনলৈ। পানীফুকনৰ তলতেই সি প্ৰশিক্ষণ লৈছিল। স্বৰ্গীয়াৰীৰ মনত আছে সেই ল'ৰাটোক লৈ প্ৰশান্তই প্ৰায়েই কথা পাতিছিল তাৰ লগত। প্ৰিয় ছাত্ৰ আছিল জয়ন্ত, সংগঠনৰ তেতিয়াৰ বিত্ত সচিব প্ৰশান্ত পানীফুকনৰ।

প্ৰশান্তৰো মনত পৰিল বহুত কথা। মৰম কৰিছিল জয়ন্ত নামৰ মিঠা বৰণীয়া ঋজু দেহৰ কোমলমতীয়া কিন্তু চট্‌ফটীয়া ল'ৰাটোক। প্ৰশিক্ষণৰ সময়ত তাৰ তীক্ষ্ণ বুদ্ধি আৰু অটল আনুগত্যৰ প্ৰমাণ পাইছিল পানীফুকনে। প্ৰশান্তই নেতৃত্ব দিয়া কেইবাটাও অপাৰেচনত ল'ৰাটো তেওঁৰ সোঁহাতে আছিল। এবাৰ এটা অপাৰেচনত ভৰিত গুলী লাগিছিল প্ৰশান্তৰ পাহাৰৰ লুঙলুঙীয়া পিছল ৰাস্তাৰে আহত পানীফুকনক পিঠিত লৈ জয়ন্তই ওপৰে ৰাতি খোজ কাঢ়িছিল। গুলী লগা অংশৰপৰা নিগৰা তেজ বন্ধ কৰিবলৈ [illegible]

বান্ধি দিছিল তাৰ পকেটৰ ৰুমালেৰে। প্ৰচুৰ ৰক্তক্ষৰণ হৈ অচেতন হৈ পৰা প্ৰশান্তৰ চিকিৎসাৰ কাৰণে সিয়েই দিছিল তাৰ শৰীৰৰ তেজ। পাৰিবনে প্ৰশান্তই আজি সেইটো ল'ৰাৰ ঘৰতে এনে এটা ভয়াবহ ঘটনা সংঘটিত কৰিবলৈ। উদয়ভানুৰ কথা শুনাৰ পিছত প্ৰশান্ত পানীফুকনে অলপ সময় বিচাৰিলে। স্বৰ্গীয়াৰী আৰু মহন্তৰ কথাও ভাবিছিল সি। সিহঁত আটায়ে নিজৰ শৰীৰৰ তেজেৰে সংগঠনৰ প্ৰতিজ্ঞা-পত্ৰত চহী কৰিছিল, দেশৰ স্বাধীনতাৰ কাৰণে জীৱন আহুতি দিয়াৰ প্ৰতিশ্ৰুতিৰে। আটাইকেইটাই বুকুৰ তেজেৰে লিখা প্ৰতিশ্ৰুতি ভৰিৰে মোহাৰি উলটি আহিছে এৰি থৈ যোৱা চিনাকি সমাজখনলৈ, পৰিয়ালৰ মাজলৈ। কোনো কথাই এতিয়া আৰু সহজ হৈ থকা নাই। অতীতত কৰা কোনো প্ৰতিজ্ঞা, কোনো প্ৰতিশ্ৰুতিৰ এতিয়া একো মূল্য নাই। মৰম, ভালপোৱা, শ্ৰদ্ধা আৰু আস্থা এইবোৰ এতিয়া কিছুমান অৰ্থহীন অনুভূতি। মূল্য যদি আছে কেৱল আপোন স্বাৰ্থৰ, জীয়াই থকাৰ কাৰণে অকাতৰ বিশ্বাসঘাতকতা আৰু আস্থাহীনতাৰ লগত সহাৱস্থান। ক্ৰূৰতা আৰু জিঘাংসাৰ বেদীত মৰম আৰু ভালপোৱাৰ বলিদান। এটা দীঘল হুমুনিয়াহ কাঢ়িলে পানীফুকনে।

প্ৰশান্ত পানীফুকনে অলপ আগতে উদযভানু বহি থকা চকীখনৰ ফালে চালে। পুৰ্বে ভৰে তাকো উদয়ভানু নামৰ এই দালালটোৰ শাৰীলৈ নমাই আনি থিয় কৰালে মাত্ৰ কেইটামান পইচা আৰু জীয়াই থকাৰ কাৰণে প্ৰয়োজনীয় নূন্যতম সুবিধাখিনি দিয়াৰ বিনিময়ত। ভৰিৰ তলৰ মাটি সজোৰে কঁপি উঠিল প্ৰচণ্ড ভূমিকম্পত কঁপি উঠা পৃথিৱীৰ দৰে। চকুৰ আগলৈ নামি আহিল এন্ধাৰৰ ডাঠ ক'লা পদা এখন। মূৰটো দুহাতেৰে হেঁচি ধৰিলে প্ৰশান্ত পানীফুকনে। স্বৰ্গীয়াৰী আৰু মহন্তই একেথৰে চাই আছিল পানীফুকনৰ মুখৰ ফালে। দুয়ো সতীৰ্থই অনুভৱ কৰিলে জীৱনৰ প্ৰতিটো খোজতেই সিহঁতে মাথোন উজুটি খালে, লাখুটি হেৰোৱা অন্ধ মানুহৰ দৰে।

# চৌৱাল্লিছ

পুৰন্দৰক লগ কৰিবলৈ বিক্ৰম আহি পুৱাই ৰাজধানী পালেহি। এপইন্টমেণ্ট এটাৰ কাৰণে উদয়ভানুক ফোনেৰেই অনুৰোধ কৰিলে সি। চিনাকি হোটেল এখনতে সোমাই অলপ সময় জিৰাই লৈ ভবানী বৰুৱাৰ পৰিয়ালৰ নিৰাপত্তাৰ বিষয়টো পুৰন্দৰৰ আগত কেনেকৈ ক'ব আকৌ এবাৰ জুকিয়াই ল'লে। অৱশ্যে সি ভবা ধৰণে আটাইবোৰ কথা খোলাখুলিকৈ ক'বলৈ মন্ত্ৰী পুৰন্দৰে তাক কিমান সময় দিয়ে সি এতিয়াই অনুমান কৰিবপৰা নাই। তথাপ চেষ্টা কৰিব সি মানুহজনক যিমান পাৰে সকলোবোৰ ভাঙি-পাতি ক'বলৈ। আচলতে অকল চন্দ্ৰালীহঁতৰ সমস্যাটো লৈয়েই সি ৰাজধানীলৈ অহা নাই। ভবানী বৰুৱাৰ পৰিয়ালৰ নিৰাপত্তাৰ প্ৰশ্নটোৰ লগত জড়িত হৈ আছে দেশখনৰ সেই আটাইবোৰ পৰিয়ালৰে নিৰাপত্তাৰ প্ৰশ্ন —যাৰ ল'ৰা-ছোৱালী, ভাই-ভতিজাই জয়ন্তৰ দৰেই পাহাৰৰ পথ ধৰিছে। সুন্দৰপুৰৰ দৰেই আন ঠাইবোৰতো বিদ্ৰোহ দমনৰ অভিযান লাহে লাহে জোৰদাৰ হৈ আহিছে। সঁচা কথা ক'বলৈ হ'লে বিদ্ৰোহী আৰু নিৰাপত্তাৰক্ষী এই দুয়ো ম'হৰ যুঁজত সাধাৰণ মানুহ বিৰিণাৰ দৰে মৰিবলগা হৈছে। বিক্ৰমে আটাইবোৰ কথা আলোচনা কৰিব খোজে পুৰন্দৰ হাজৰিকা নামৰ তাৰ সেই চিনাকি মানুহটোৰ লগত, যি এতিয়া হাতৰ মুঠিত লৈ আছে এখন দেশ, এটা জাতি, এখন সমাজৰ ভৱিষ্যৎ আৰু এটা-দুটা নহয়, কেইবাটাও প্ৰজন্মৰ নিৰাপত্তা। যাক সময়ে সিদ্ধান্ত লোৱাৰ দায়িত্ব দিছে ইতিহাসৰ এটা অতিকৈ স্পৰ্শকাতৰ সমস্যাৰ, য'ত এটা জাতিৰ, এখন দেশৰ, এটা ভাষাৰ, এখিনি মানুহৰ সাহিত্য-সংস্কৃতিৰ, এখন সমাজৰ অস্তিত্বৰ প্ৰশ্ন জড়িত হৈ আছে। হোটেলৰ সৰু কোঠাটোৰ একমাত্ৰ খিৰিকীখন মেলি দি সি নাতিদূৰৰ ব্যস্ত ৰাজপথলৈ চকু দিলে। চহৰখনৰ চিনাকি চেহেৰাৰ দ্ৰুত পৰিৱৰ্তন ঘটিছে। আকাশ চুব খোজা সু-উচ্চ অট্টালিকা কিছুমানে তাৰ মৰমৰ চহৰখনৰ মুকলি আকাশ তাৰ দৃষ্টিৰপৰা কাঢ়ি নিব খুজিছে। সৌ সিদিনালৈকে আঙুলিৰ মূৰত লিখিবপৰা যানবাহনৰ সংখ্যাই আজি লাখৰ ঘৰ পাৰ কৰি গৈছে। বৰ্ধিত গাড়ী-মটৰৰ জোখাৰে পথবোৰ বহল নোহোৱাৰ কাৰণে নিতৌ দুৰ্ঘটনা ঘটিছে ৰাজপথে, পদপথে। অসংখ্য যানবাহনৰ অহা-যোৱাই ইয়াৰ পদচাৰীক আজি প্ৰতি মুহূৰ্ততে শঙ্কিত খোজ পেলাবলৈ বাধ্য কৰিছে। গুৰি পৰুৱাৰ দৰে লানি লাগিছে পদ পথত নৰ-নাৰী। অচিনাকি হৈ গৈছে তাৰ চিনাকি মহানগৰী। হঠাতে বিক্ৰমে দুৰ্বল অনুভৱ কৰিলে। সন্দেহ উপজিল তাৰ মনত। সি বিচৰা মতে পুৰন্দৰ হাজৰিকাই তাক অলপ সময় দিবনে? শুনিবনে তাৰ কথা? ভবানী বৰুৱাৰ দৰে হাজাৰ হাজাৰ পৰিয়ালৰ নিৰাপত্তাৰ কথা তাৰ

মুখৰপৰা শুনিবলৈ সাজু আছেনে পুৰন্দৰ হাজৰিকা নামৰ এই ভাগ্য বিধাতাজন। প্ৰত্যয়ৰ সন্ধানত ওপৰৰ আকাশখন চাব খুজিছিল সি। খিৰিকীৰ সিপাৰে থকা সুউচ্চ অট্টালিকাত ঠেকা খাই উভতি আহিল তাৰ আকাশমুখী দৃষ্টি। দৃষ্টিহীনতাৰ হতাশাই আবৰি ধৰিলে তাক। খিৰিকীখন জপাই দি কোঠাটোৰ এজনীয়া বিছনাখনতে সি এৰি দিলে তাৰ ভাগৰুৱা শৰীৰ। বেৰত ওলমি থকা ঘড়ীটোলৈ তাৰ চকু পৰিল। অবিৰাম গতিৰে পাৰ হৈছে সময়। উদয়ভানুৰপৰা খবৰ নোপোৱালৈকে সি অপেক্ষা কৰিব লাগিব পুৰন্দৰ হাজৰিকাৰ মনৰ জগৎখনৰ সামান্য ইঙ্গিত পাবলৈ।

ওৰে নিশাৰ ক্লান্তিকৰ বাছ যাত্ৰাই তাৰ শৰীৰটো অৱশ কৰি পেলাইছিল। বিছনাত পৰাৰ পিছত তথাপি তাৰ টোপনি নাহিল। পুৱাৰ বাতৰি কাকতখন টেবুলৰ ওপৰতে তেতিয়াও পৰি আছিল। হাত মেলি সেইখন তুলি লৈ সি চকু ফুৰালে। হত্যা, ধৰ্ষণ, বোমা, গুলীৰ আঘাতেৰে আকৌ জৰ্জৰিত হৈছে পাৰ হৈ যোৱা দিনটোও আন বহুতবোৰ দিনৰ দৰেই। দিনে দিনে বাঢ়ি গৈছে সংঘাত। পুৰন্দৰৰ লগত কাম কৰোঁতেই সি এনেকুৱা এটা সম্ভাৱনাৰ কথা তেওঁক কৈছিল। শিক্ষাৰ মাধ্যমৰ কাৰণে কৰা আন্দোলন, ৰেল ধৰ্মঘট, জৰুৰী অৱস্থা, অস্তিত্বৰক্ষাৰ কাৰণে আৰম্ভ হোৱা গণসংগ্ৰাম, জনজাতিৰ কাৰণে সুকীয়া ৰাজ্যৰ দাবীত ধৰ্ণা, বন্ধ আৰু হৰতাল কত কি সমস্যাই দেশখনক জুমুৰি দি ধৰা আৰম্ভ কৰিছিল সেই তেতিয়াই। বিভিন্ন সংগঠন, ৰাজনৈতিক দল আৰু মতবাদৰ লগত মুকলিকৈ এইবোৰ বিষয় আলোচনা কৰাৰ বিষয়ে ভাবি চাবলৈ পুৰন্দৰক অনুৰোধ কৰিছিল সি। কিন্তু ভবা মতে একোৱেই কৰা নেদেখিলে তেওঁক। বৰঞ্চ বিভিন্ন উপায়েৰে সেই সংগঠনবোৰৰ মাজতো অহৰহ দন-খৰিয়াল লগোৱাৰহে চেষ্টা কৰিলে মানুহজনে। পিছপৰা ছাত্ৰ-ছাত্ৰীসকলক লৈ এটা সুকীয়া ছাত্ৰ সংগঠন গঠন কৰিবলৈ বিক্ৰম আৰু আন ছাত্ৰ নেতাসকলক উদ্‌গনি দিয়াৰ মূলতো যে তেওঁৰ ৰাজনৈতিক স্বাৰ্থ আৰু ক্ষমতা লিপ্সাই কাম কৰিছিল সি তেতিয়াই সন্দেহ কৰিছিল। অৱশেষত বিক্ৰমে পুৰন্দৰৰ লগ এৰি গুচি অহাৰ আঁৰতো যে তাৰ এই সন্দেহেই মূল কাৰণ আছিল সেই কথা উদয়ভানু আৰু পুৰন্দৰেও জানিছিল। মানুহজনৰ পৰিৱৰ্তন হৈছে বুলি ভবা নাই বিক্ৰমে। আৰু বহুত কথা তাৰ মনত পৰিল। আন্দোলনৰ মাজতেই চৰে-চাপৰিয়ে সিঁচৰতি হৈ থকা বিদেশীমূলৰ ডেকা ল'ৰা-ছোৱালীখিনিক মন্ত্ৰণা দি কেইবাটাও সংগঠনৰ জন্ম দিওৱাৰ আঁৰতো আছিল পুৰন্দৰ। স্বায়ত্ত শাসনৰ লোভ দেখুৱাই জনজাতীয় মানুহখিনিক বিদেশী বহিষ্কাৰ আন্দোলনৰ পৰা আঁতৰাই অনালে। শেষত যেতিয়া তেওঁ হাইকমাণ্ডৰ লগত হোৱা চুক্তিৰ চৰ্ত মতে গাদী এৰিবলগা হ'ল তেতিয়া অনভিজ্ঞ ডেকা কিছুমানে নেতৃত্ব লোৱা আঞ্চলিক চৰকাৰটোক ব্যতিব্যস্ত কৰাৰ উদ্দেশ্যেৰে জনজাতীয় ডেকাসকলক উচটাই দি ৰাজ্যখন দুভাগ কৰাৰ দাবী তোলালে। বিক্ৰমে মনে মনে স্বীকাৰ কৰিলে সেই একেজন মানুহৰ

ওচৰলৈকে ওলাইছে সি শ শ দুৰ্ভগীয়া পৰিয়ালৰ নিৰাপত্তাৰ বিষয় লৈ আলোচনা কৰিবলৈ। বৰ অসহায় লাগিল তাৰ। সাংঘাতিক মানুহ এই পুৰন্দৰ হাজৰিকা। শত্ৰু-মিত্ৰ কাৰো দুৰ্বলতাৰ সুযোগ লোৱাত কাৰ্পণ্য নকৰে মানুহজনে। পৰি থকা বিছনাখনতে চট্‌ফটাই উঠিল সি। হাত-ভৰিবোৰ অৱশ লাগি গ'ল তাৰ। সেইদিনা সন্ধিয়া দিখৌৰ পাৰত দেখা চন্দ্ৰালীৰ মুখখন বাৰে বাৰে তাৰ চকুৰ আগত ভাহি উঠিল। শৰবিদ্ধ হৰিণাৰ চকু যেন লাগিছিল তাইৰ চকু দুটা সেই নিজম সন্ধিয়া। ভয়, শঙ্কা, আৱেগ, আকুলতা সকলোবোৰ অনুভূতি তাত থুপ খাই আছিল। সি বিহ্বল হৈ উঠিছিল। আশ্বস্ত কৰিব খুজিছিল তাইক। "মই আছোঁ। মই কৰিম শেষ ৰক্ষা।" —তাৰ চকুলৈ চাইছিল চন্দ্ৰালীয়ে। আস্থা আৰু বিশ্বাসৰ প্ৰত্যয়েৰে বাঙ্ময় হৈ উঠিছিল তাৰো দুচকু। আৰু পিছদিনাই আহি সি ৰাজধানী পাইছিলহি তাইক দিয়া প্ৰতিশ্ৰুতিৰ জেৰ ধৰি। সন্দেহ আৰু শঙ্কাই জুমুৰি দি ধৰিলে তাক। চক খাই উঠিল সি। ৰক্ষা কৰিব পাৰিবনে তাইৰ বিশ্বাস?

বিছনাত পৰি থকা অসম্ভব হ'ল বিক্ৰমৰ। টোপনি নাই অথচ চকুকিটা যেন জলকীয়াইহে পুৰিছিল। মুখ ধোৱা বেচিনটোৰ টেপ খুলি চকুকিটাত জোৰ জোৰকৈ পানী মাৰিলে সি। বেগৰপৰা পাতল ৰঙৰ কাপোৰ এসাঁজ উলিয়াই পিন্ধি ল'লে। দুপৰীয়া পাৰ হৈ আবেলি হওঁ হওঁ হৈছিলহি। উদয়ভানুৰপৰা খবৰ পাবলৈ বৈ থকাতকৈ নিজেই পুৰন্দৰৰ অফিচলৈ যোৱাটোকে ঠিক কৰিলে সি। ৰাজধানীৰ আবাসিক অঞ্চললৈ সোমাব পৰাকৈ পুৰণি পৰিচয়-পত্ৰ এখন এতিয়াও আছে তাৰ হাতত। দৰকাৰ হ'লে সেইখনেৰেই পুৰন্দৰৰ ঘৰৰ চন্তৰীকিটাকো মেনেজ কৰা যাব। দুৱাৰখনত তলা লগাই সি ওলাই আহিল ৰুমৰ পৰা।

অভ্যৰ্থনা কক্ষত থকা ছোৱালীজনীক অটো এখন মাতি দিবলৈ অনুৰোধ কৰিলে বিক্ৰমে। পাঁচ মিনিটমান লবীত বহাৰ পিছত অটোৰিক্সাখন আহি পালে। ৰাজধানীৰ সেই বিশেষ অঞ্চলটোলৈ যাবলৈ সি হুকুম দিলে চালকক। এসোপামান ধোঁৱা উৰুৱাই ৰিক্সাখনে তাৰ যাত্ৰা আৰম্ভ কৰিলে।

** ** **

পুৰন্দৰে ঠিকেই খবৰ পাইছিল। বিক্ৰমৰ ফোনটো পায়েই উদয়ভানুৱে তাক পুৰন্দৰৰ লগত দেখা কৰাই দিয়াৰ কাৰণে অলপ সময় বিচাৰিছিল। লগতে সি আহি উঠা হোটেলখনৰ নামটোও কৈছিল তেওঁক।

"মই আগতেই সন্দেহ কৰিছিলো ল'ৰাটোৰ কথা লৈ মোৰ ওচৰলৈ সি আহিব পাৰে। ভবানী বৰুৱাৰ ছোৱালীজনীৰ লগত এতিয়াও তাৰ লেটি-পেটি চলি আছে।" -পুৰন্দৰে ফাইলৰপৰা মূৰ তুলি উদয়ভানুলৈ চালে।

"বিয়া-চিয়াৰ কথা ভাবিছে বুলিও গম পাইছোঁ। সেই কাৰণেই ইমান দৌৰা-দৌৰি

কৰি আহিছে চাগে। ভায়েকটোৰ কিবা এটা হয় বুলি তাইৰ চিন্তা লাগিবই।" —উদয়ভানুৱে পুৰন্দৰৰ কথাৰ আত ধৰি সুন্দৰপুৰৰ পৰা তাৰ চিনাকি ল'ৰা দুটাই পঠোৱা খবৰ-বাতৰিখিনি জনাই দিলে।

"অ'! ভবানী বৰুৱাৰ জোঁৱাই হ'ব খুজিছে বিক্ৰম চৌধুৰী। পিছে কাম-কাজ কি কৰিছে গম পাৱ নেকি?"

"অলপ গম পাইছোঁ। চাকৰি-বাকৰি কৰাৰ মন নাই বুলি শুনিছোঁ। বাপেকে ইমানদিনে গোটোৱা মাটি-বাৰী, সা-সম্পত্তি চলাবৰ কাৰণে আৰুতো কোনো নায়ো। বোধকৰোঁ পাৰ্টি কৰাৰ কথাও ভাবিছে নেকি?" —উদয়ভানুৱে ঘুনুক-ঘানাককৈ শুনিছে বিক্ৰমৰ তেনেকুৱা এটা ইচ্ছা আছে বুলি। কিন্তু খাটাং খবৰ পোৱা নাই। একেবাৰে খাটাং নোহোৱাকৈ পুৰন্দৰক সি নিশ্চয়কৈ কোনো খবৰ নিদিয়ে। এই কাৰণেও তাক ভাল পাই, বিশ্বাস কৰে মানুহটোৱে।

"তোৰ খবৰ ঠিকেই আছে। পলিটিক্স কৰাৰ মন তাৰ। এবাৰ এইখন খেলৰ সোৱাদ যি পাইছে ওৰে জীৱন সি সেয়া পাহৰিব নোৱাৰে। দেখা নাই কত নেতা-পালি নেতাই সাত-আঠবাৰ কৈ দল বাগৰিও ৰাজনীতি আৰু নেতাগিৰিৰ মোহ এৰিব পৰা নাই। এইখন পথাৰৰ বোকা-পানীত এবাৰ লেটি লোৱাৰ পিছত তাৰ গোন্ধ আজীৱন নাকত লাগি থাকে।" —কথা কৈ কৈ পুৰন্দৰে টেবুল এৰি পায়চাৰি কৰা আৰম্ভ কৰিলে।

"তাক কি ক'ম? দেখা কৰাৰ কাৰণে সময় এটা দিবনে কি?"

"সি মোক বিচাৰিয়েই আহিছে ইমান দূৰ। ওলাই'হি নিজে নিজেই। তই খালী মহন্ত বোলাটোক খবৰ এটা দি ৰাখিবি। ইয়াৰপৰা ওলাই যোৱাৰ পাছত তাৰ নেজত কোনোবা এটাক লগাই ৰাখিব। সুন্দৰপুৰ নোপোৱালৈকে চকু ৰাখিবি সি কি কৰে, ক'লৈ যায়, কাক লগ কৰে।"

"হ'ব। তেতিয়া হ'লে সি আহিলে লগ কৰিব?"

"কৰিম। লগে লগে নহয়। অলপ পৰ ৰখাই থ'বি। গৰমে গৰমে লগ কৰিলে মূৰ ঠাণ্ডা কৰি ৰখা টান হ'ব পাৰে।"

"জানো। কিবা এটা ব্যৱস্থা কৰিম।"

উদয়ভানু ওলাই যোৱাৰ লগে লগে পুৰন্দৰ পুনৰ আহি টেবুল পালেহি। ড্ৰয়াৰৰ পৰা চাবি উলিয়াই পুৰণা আলমাৰিটো খুলি দুটা ফ'ল্ডাৰ উলিয়াই ল'লে। বিক্ৰমৰ ফ'ল্ডাৰটোৰ ওপৰে ওপৰে চকু ফুৰাই হাতত তুলি ল'লে ভবানী বৰুৱাৰ ফ'ল্ডাৰটো। ফ'ল্ডাৰটো বেছি গধুৰ হৈছে। মনতে ভাবিলে পুৰন্দৰ হাজৰিকাই। যিমান পাৰি সোনকালে এইটো ফ'ল্ডাৰৰ কাম শেষ কৰিব লাগিব।

টুইভেল চেয়াৰখনত বহি তেওঁ ফ'ল্ডাৰটো মেলি ল'লে চছ্মাযোৰ পিন্ধি খুব

মনোযোগেৰে পঢ়িবলৈ ধৰিলে ত্ৰিছ বছৰে বুকুত বান্ধি লৈ ফুৰা সেইটো ফাইল ভিতৰত সযতনে জাপি থোৱা সৰাপাতৰ ৰং লোৱা পুৰণা কাগজখিনি।

বুকুৰ গভীৰতকৈও গভীৰত এটুকুৰা ঘাঁ আজন্ম কঢ়িয়াই লৈ ফুৰিছে পুৰন্দৰ নামৰ এসময়ৰ এটা সাধাৰণ দাইল-চাউলৰ বেপাৰী আৰু আজিৰ এই সৰ্বশক্তিমান ৰাজনৈতিক নেতাজনে। দগ্‌মগীয়া অঙঠাৰ দৰে সেই টুকুৰা ঘাঁই মানুহটোৰ বুকু অহৰ্নিশে দহি থাকে বহিৰ্জগতৰ অলক্ষিতে। ক্ষমতাৰ গৌৰৱ আৰু ঐশ্বৰ্যৰ সুখে সেই অহৰ্নিশ দহনৰ জ্বালা প্ৰশমিত কৰিবপৰা নাই তিলমানো। বৰঞ্চ তাৰ প্ৰকোপ দিনে দিনে বাঢ়িহে গৈছে। কোনো কোনো সময়ত সেই কুৰা জুইৰ লেলিহান শিখা বুকু ভেদি ওলাই আহিব খোজে সকলোৰে চকুৰ সন্মুখলৈ, সকলো পুৰি ছাৰখাৰ কৰি দিবলৈ। অশেষ ধৈৰ্যৰে পুৰন্দৰে সেয়া হেঁচি ধৰে, বহিৰ্বিশ্বৰ চকুৰপৰা লুকাই ৰাখে। কিন্তু আৰু কিমান দিন?

ভবানী বৰুৱা। বেতবাৰী মৌজাৰ মৌজাদাৰৰ একমাত্ৰ সন্তান। সুন্দৰপুৰ আৰু তাৰ ওচৰ-পাজৰৰ বিছ-পঁচিছখন গাঁও সামৰি লৈছে সেইটো মৌজাই। সুন্দৰপুৰৰ ৰজাদিনীয়া পুখুৰীটোৰ পাৰৰ প্ৰকাণ্ড হাউলীটোৰেই মৌজাদাৰ অবনী বৰুৱাৰ ঘৰ আৰু অফিচ। দুটা প্ৰকাণ্ড সিংহৰ মূৰৰ ওপৰত সজোৱা হৈছে সেইখন ঘৰৰ পদূলি শুৱনি কৰি এখন অৰ্ধ চন্দ্ৰাকৃতিৰ তোৰণ। মৌজাদাৰৰ হাউলীলৈ অহা আলহী বা দৰ্শনাৰ্থী সেই তোৰণৰ তলেৰে পাৰ হৈ আহি বিছ খোজমান ভিতৰত থকা বাটচ'ৰাত ৰ'বহি লাগে। তাত অনবৰতে উপস্থিত থকা পিয়াদা এটাক আগন্তুকে নিজৰ নাম-ধাম, কি সকামঃ অহা হৈছে আদি দৰকাৰী আটাইখিনি কথা জনোৱাৰ পিছত সি ভিতৰলৈ সেই খবৰ পঠাই মৌজাদাৰ ডাঙৰীয়াৰ সম্মতি পালে আগন্তুকক মৌজাৰ অফিচ বা চ'ৰাঘৰ য'লৈকে নিয়াৰ হুকুম পাই তালৈকে আগবঢ়াই থৈ আহেগৈ। পুৰন্দৰৰ মনত আছে, দূৰ-দূৰণিৰ হাটে বাটে ধান-সৰিয়হৰ কিনা-বেচা কৰি সংসাৰ চলোৱা তাৰ দেউতাকৰ হাতত ধৰি সেইটো হাউলীলৈ যোৱাৰ কথা। যিমানবাৰ সেই হাউলীলৈ গৈছিল সিমানবাৰেই তোৰণৰ তলৰ সিংহকিটাৰ মেলা মুখৰ তেজ বিৰিঙি থকা জোঙা দাঁতকিটা দেখি তাৰ শিশু হৃদয় কঁপি উঠিছিল। পুৰণা চাইকেলখন ৰাস্তাৰ ইটো পাৰৰ গছ এজোপাৰ গাতে আউজাই থৈ চুচুক-চামাককৈ হাউলীৰ ফালে খোজ লোৱা দেউতাকৰ অ'ত-ত'ত ফিৰ্চিকি যোৱা পাঞ্জাবী চোলাটোত খামোচ মাৰি ধৰিছিল দহবছৰীয়া শিশু পুৰন্দৰে। বাঁহৰ নঙলা লগোৱা সিহঁতৰ দুকোঠলিয়া মাটিৰ ঘৰটোৰ বাঁহৰ দুৱাৰখন বন্ধ কৰাৰ একমাত্ৰ সাধন আছিল এডাল ডাং। টকৌপাতৰ খিৰিকী চাৰিখন কাহিলিপুৱাতে বাপেকে বাহিৰমুৱাকৈ দাঙি থৈছিল এন্ধাৰ কোঠালিকিটা পোহৰ কৰিবলৈ। গাঁৱৰ মূৰৰ প্ৰাথমিক স্কুলৰ প্ৰথম শ্ৰেণীত পঢ়া পুৰন্দৰে পুৱাই পুৱাই ফলি-পুথি লৈ চোতালত বহি পাঠ আওৰাইছিল। প্ৰায় প্ৰত্যেক দিনাই কাহিলি পুৱাতে বাপেকে ওলাই গৈছিল আওপুৰণি চাইকেলখনৰ ৰবৰ নোহোৱা

পেডেলডাল মাৰি এমাইল দূৰৰ হাটখোলাৰপৰা ওচৰ-পাজৰৰ সাপ্তাহিক হাটবোৰলৈ অহা-যোৱা কৰা বজাৰ বাছখন ধৰিবলৈ বুলি। দিনৰ দিনটো হাটে বাটে ধান-মাহ-সৰিয়হ বেচা-কিনা কৰি মানুহটো যেতিয়া ঘৰ সোমাইছিলহি তেতিয়ালৈ পুৰন্দৰ টোপনিত লালকাল গৈছিল। তিনিটা ভায়েক আৰু তিনিজনী ভনীয়েকৰ সৈতে সিহঁতৰ সেই দুকোঠলিয়া ঘৰত থকা নটা পেটৰ চিন্তাই অনবৰতে কোঙা কৰি ৰখা বাপেকৰ জুৰুলা শৰীৰ আৰু ভাগৰুৱা মুখত হাঁহি স্ফূৰ্তিৰ কোনো ৰেশ নাছিল। দিনান্ত পৰিশ্ৰম কৰি মাকেও গোটাইছিল এশ এবুৰিমান বেমাৰ। আধাপেটীয়া ভায়েক-ভনীয়েকৰ শেঙুন ওলোৱা নাক আৰু সিহঁতৰ ঘৰখনত দিন-ৰাতি ছেদ-ভেদ নোহোৱাকৈ লাগি থকা হাই-উৰুমিয়ে এনেকুৱা এটা পৰিবেশৰ সৃষ্টি কৰিছিল যে সি পুৱা-গধূলি প্ৰায়েই সুৰুকা মাৰি দিখৌৰ পাৰ পাইছিলগৈ। মৌজাদাৰৰ প্ৰকাণ্ড হাউলীৰ বাটচ'ৰাত থিয় হৈ সি অবাক চকুৰে চাই ৰৈছিল, প্ৰকাণ্ড ঘৰটোৰ চাৰিওফাল বেৰি থকা অলেখ গছ-গছনি, বাটচ'ৰাৰপৰা মূল ঘৰৰ বাৰাণ্ডালৈকে বিয়পি থকা দুফালে দুখন ডাঙৰ ফুলনি। নাৰ্জি আৰু জবা ফুল কিজোপাৰ বাহিৰে ফুলনি দুখনত ফুলি থকা হৰেক ৰঙৰ ফুলবোৰৰ বেছিখিনিয়েই আছিল তাৰ অচিনাকি। সি দেখিছিল ফুলবোৰৰ চাৰিওকাষে উৰি ফুৰিছিল নানা ৰঙৰ অনেক পখিলা। প্ৰথম বাৰ সেই দৃশ্য চাই সি ইমান আপোন পাহৰা হৈছিল যে দেউতাকৰ পাঞ্জাবী চোলাত ধৰি থকা তাৰ হাতৰ খামোচ সি ক'ব নোৱাৰাকৈয়ে ঢিলা হৈ গৈছিল।

"দেউতাই আপোনাক চ'ৰাঘৰলৈকে মাতিছে।" —সিহঁত অহাৰ খবৰ দিবলৈ যোৱা মানুহটোৱে দেউতাকক চ'ৰাঘৰৰ ফালে আগবঢ়াই নিছিল। পুৰন্দৰে ঢিলা হোৱা হাতৰ খামোচ আকৌ টানি ধৰি দেউতাকৰ পিছ লৈছিল। তাৰ অকণমানি কলিজাটোৱে কৰা ঢপ্‌ঢপ্ শব্দবোৰ প্ৰতিটো খোজৰ লগে লগে খৰ হৈছিল।

বাটচ'ৰাৰপৰা চ'ৰা ঘৰলৈকে যোৱা দীঘলীয়া পথটোৰে খোজ কাঢ়োঁতেও পুৰন্দৰৰ চকু হাউলীটোৰ চৌপাশে ঘূৰি আছিল। পিছ ফালৰ বাৰীখনত থকা আম, কঁঠাল আৰু দুয়ো কাষৰ শাৰী শাৰী নাৰিকল আৰু তামোল-পাণৰ গছবোৰ দেখি তাৰ মনটো চঞ্চল হৈ উঠিছিল। সেই মুহূৰ্তত সি পাহৰি গৈছিল তাৰ দুকোঠলিয়া, ইকৰাৰ বেৰত মাটিৰ লেপ দিয়া, খেৰৰ ছালেৰে সজা ঘৰখনৰ কথা। তাৰ মন গৈছিল দেউতাকৰ পাঞ্জাবী চোলাৰপৰা হাত এৰি দি এতিয়াই যেন সি দৌৰি যাব ফুলনিখনত উৰি ফুৰা পখিলাজাকৰ মাজলৈ। এজনী এজনীকৈ ৰঙীণ পখিলা কিজনীক ধৰি আনি বটলত ভৰাই তাৰ লগতে লৈ যাবলৈ আৰু ৰমক-জমক হৈ ফুলি থকা অচিনাকি ফুল কিথোপাৰ মাজৰপৰা বছা বছা ফুল কেইপাহমান ছিঙি আনি তাৰ হাতৰ মুঠিত ওলোমাই ল'বলৈ সি ব্যাকুল হৈ পৰিছিল। পিছ ফালৰ বাৰীৰ আম, জাম, লেতেকু, পনীয়লৰ গছত উঠি পকা ফলবোৰৰ সোৱাদ ল'বলৈ তাৰ ভৰিখন আপোনা-আপুনি ৰৈ গৈছিল। তাৰ হাতৰ মুঠিত সোমাই

থকা পাঞ্জাবী চোলাটোত টান পৰাত দেউতাকে ঘূৰি চাইছিল তালৈ।

"কি হ'ল, থৰ লাগিলি যে? ব'ল ব'ল, বেলি হ'লে মৌজদাৰ ডাঙৰীয়াৰ খং উঠিব।" —তাৰ অকণমানি মগজুটোৰ ভিতৰত ভমককৈ একুৰা জুই জ্বলি উঠিছিল। ঘনে ঘনে মুখৰ ৰং সলনি হৈছিল। সি বুজা নাছিল কিয় তাৰ এনে লাগিছিল যেন মুহূৰ্ততে দৌৰি গৈ চব তচনচ কৰি পেলাব। দেউতাকৰ পৰা চকু ঘূৰাই সি গৈ থকা ৰাস্তাটোৰ ফালে চাইছিল। তাৰ সমান ল'ৰা এটা আগবাঢ়ি আহি চ'ৰাঘৰৰ দুৱাৰমুখৰপৰাই সিহঁতক আদৰি নি ভিতৰত বহিবলৈ দিছিল।

"আপোনাকলোক অকণমান বহক। দেউতা এতিয়াই আহিব।" —ল'ৰাটোৱে সম্ভ্ৰমেৰে কোৱা কথাখিনি শুনি পুৰন্দৰৰ দেউতাক ব্যস্ত হৈ উঠিছিল।

"নাই নাই, আমাৰ একো লৰালৰি নাই।" —কথা কৈ কৈ তাৰ দেউতাকে কোঠাটোৰ একাষে থকা বেতৰ চকী এখনত খুব সাৱধানে বহিছিল। পুৰন্দৰে ক'ত বহিব ঠিক কৰিব নোৱাৰি অকণমান সময় দেউতাক বহা চকীখনৰ হাতল এডালতে ধৰি থিয় হৈ আছিল। তাক তেনেকৈ থকা দেখি ল'ৰাটোৱে মাত লগাইছিল।

"তুমিও বহা সেই চকীখনতে। মোৰ নাম ভবানী। তোমাৰ?" —খুব সহজভাৱে তাক সুধিছিল মৌজাদাৰৰ ল'ৰাটোৱে।

"পুৰন্দৰ, পুৰন্দৰ হাজৰিকা।" —লাহেকৈ উত্তৰ দিছিল সি। মৌজাদাৰ অৱনী বৰুৱা সোমাই অহা দেখি দেউতাক থিয় হৈছিল হাতযোৰ কৰি।

"অ', বকুল দেখোন। বহুত দিনৰ মূৰত আহিলা। কেনে আছা?" —কৈ কৈয়েই অৱনী বৰুৱা কোঠাটোলৈ সোমাই আহিছিল।

দেউতাকে ব্যৱসায়ত হোৱা লোকচানৰ কথা কৈছিল। সাতটা ল'ৰা-ছোৱালীৰে ঘৰখন চলোৱাত হোৱা অসুবিধাৰ কথা কওঁতে তেখেতৰ মাতটো থোকাথুকি হৈ ওলাইছিল। ইতিমধ্যে ভবানী নামৰ ল'ৰাটো ওলাই গৈছিল কোঠাটোৰপৰা। তথাপি পুৰন্দৰৰ গা কঁপিছিল। সেই সময়ত তাৰ ভাব হৈছিল যদি সম্ভৱ হ'লহেঁতেন হয় সি কোঠাটোৰপৰা ওলাই দৌৰি পলাই গ'লহেঁতেন, নহয় তাৰ সৰ্বশক্তিৰে বাপেকৰ মুখত সোপা মাৰি ধৰি মৌজাদাৰৰ সেই প্ৰকাণ্ড হাউলীটোৰপৰা চোঁচোৰাই উলিয়াই লৈ আহিলহেঁতেন। কিন্তু তেনেকুৱা কিবা এটা কৰাৰ আগতেই তাৰ ভৰি দুখন যেন মাটি ফুটি বহুত তললৈ সোমাই গৈছিল। শিলপৰা কপৌৰ দৰে একে ঠাইতে থিয় হৈ আছিল সি।

মৌজাদাৰৰ লগত দেউতাকে আৰু কি কি কথা পাতিছিল সি একো শুনা নাছিল। শীতৰ সেই কোমল পুৱাতো তাৰ সৰ্ব শৰীৰ ঘামেৰে তিতি গৈছিল। কথা-বতৰা শেষ কৰি দেউতাকে তাক গাত ধৰি হেঁচুকি দিয়াতহে সি সম্বিত ঘূৰাই পাইছিল।

"কি হৈছে তোৰ? গা বেয়া লাগিছে নেকি?" —দেউতাকে তাৰ মূৰত হাত দিছিল

মৌজাদাৰ অবনী বৰুৱাও ওচৰ চাপি আহিছিল।

"কি হৈছে তোমাৰ? গা বেয়া কৰিছে নেকি?" —অবনী বৰুৱাৰ মাত শুনি সি দেউতাকৰ চোলাত খামুচি ধৰিছিল।

"একো হোৱা নাই। ব'ল দেউতা আমি যাওঁ।" —আৰু এক মুহূৰ্তও নৰৈ সি কোঠাটোৰপৰা ওলাই আহিছিল। পিছৰপৰা ভবানী বৰুৱাই দেউতাকক কোৱা শুনিছিল- —"ল'ৰা-ছোৱালীৰ যত্ন ল'ব নোৱাৰিলে জন্ম দিব নেলাগে।" উত্তৰত দেউতাকে কি কৈছিল সি শুনা নাছিল। দৌৰি দৌৰি বাটচ'ৰা পাৰ হৈ আহি লোহাৰ গেটখনৰ সিংহ দুটাৰ সন্মুখত ৰৈ সিহঁতৰ তেজ বিৰিঙি থকা দাঁতকিটালৈ চকু দিছিল। পুৰন্দৰৰ ভাব হৈছিল সেইকিটা দাঁত যেন মৌজাদাৰ অবনী বৰুৱা আৰু তেওঁৰ ল'ৰা ভবানী বৰুৱাৰহে। হাত দুখন তাৰ কট্‌মটাই উঠিছিল। পৰাহেঁতেন সি সেই মুহূৰ্ততে উভালি পেলালেহেঁতেন গেট খুঁটাত খোদাই কৰি থকা সিংহদুটাৰ বিৰিঙি থকা দাঁত দুযোৰা।

সেই ঘটনাৰ পিছত পাৰ হৈ গৈছে সুদীৰ্ঘ পঞ্চল্লিছ বছৰ। চাৰিটা যুগ। বহুত কিবাকিবি ঘটি গৈছে সুন্দৰপুৰত। দিখৌ নদীৰ বুকুৰে অনেকবাৰ নগা পাহাৰৰপৰা অহা ঢল বাগৰিছে। মৌজাদাৰ অবনী বৰুৱা আৰু পুৰন্দৰৰ দেউতাক বকুল হাজৰিকা উভয়ৰে মৃত্যু হৈছে। [illegible]ন-চাউলৰ বেপাৰ এৰি পুৰন্দৰ ঠিকাদাৰ হৈছে। ৰাস্তা বনোৱা, মথাউৰি বন্ধা কামৰ পৰা আৰম্ভ কৰি শৰণাৰ্থীৰ কাৰণে অস্থায়ী শিবিৰ বনোৱালৈকে অনেক চৰকাৰী কাম কৰি পুৰন্দৰে মৌজাদাৰ অবনী বৰুৱাতকৈ দুগুণ ডাঙৰ হাউলী বনাইছে। ৰাজনীতিৰ পথাৰত নামি নিজৰ বুদ্ধি আৰু ধন-বিতৰ সু-ব্যৱহাৰ কৰি আজিৰ এই শক্তিশালী স্থিতি পাইছেহি। ভবানী বৰুৱাক সুন্দৰপুৰতেই বাৰে বাৰে মুখ থেকেচা দিছে সকলোৰে চকুৰ আগতে। তথাপি সৰু কালৰ সেই দিনটোৰ অপমানৰ জ্বালা প্ৰশমিত হোৱা নাই আজিও পুৰন্দৰৰ হৃদয়ৰপৰা। এইবাৰ নিয়তিয়ে আনি দিছে এই সোণালী সুযোগ। ভবানী বৰুৱাৰ পুত্ৰই সশস্ত্ৰ সংগ্ৰামৰ পথ লৈছে। দেশদ্ৰোহৰ নিচিনা গুৰুতৰ অপৰাধৰ অপৰাধী সি। সেই অপৰাধৰ কাৰণে চৰম শাস্তি তাৰ প্ৰাপ্য। কিন্তু অকল জয়ন্ত বৰুৱাই শাস্তি পালেই পুৰন্দৰৰ বুকুৰ ভিতৰত জ্বলি থকা জুইকুৰা নুনুমায়। যজ্ঞৰ চৰম মুহূৰ্তত প্ৰয়োজন পূৰ্ণাহুতিৰ। ভবানী বৰুৱাৰ পুলিয়ে-পোখাই উভালি তাৰেই দিব লাগিব এই যজ্ঞৰ পূৰ্ণাহুতি।

সন্মুখৰ ফোল্ডাৰটো বন্ধ কৰিলে পুৰন্দৰে। ব্ৰীফ্‌কেছৰ ভিতৰৰপৰা চাবিকোছা উলিয়াই আলফুলে গড়্‌ৰেজৰ আলমাৰিটো খুলি ফোল্ডাৰটো ভিতৰৰ আটাইতকৈ নিৰাপদ খাপটোত ভৰাই সাৱধানে তলাটো বন্ধ কৰিলে।

টেবুলত থকা ইন্টাৰকমটো বাজি উঠিল সশব্দে। পূৰ্ণাহুতিপৰাৰ পিছত যজ্ঞৰ সাফল্য ঘোষণা কৰিহে যেন সশব্দে বাজি উঠিল ঘণ্টা-ধ্বনি।

"বিক্ৰম চৌধুৰী আহিছে ছাৰ।" —ব্যক্তিগত সহায়কাৰীৰ কণ্ঠস্বৰ ভাহি আহিল

ইণ্টাৰকমত।

"অকণমান বহিবলৈ কোৱা। অলপ পিছত মাতি আছোঁ।" — যজ্ঞৰ সাফল্যৰ কাৰণে পূৰ্ণাহুতি দিয়া পুৰোহিতৰ সঠিক নিৰ্বাচন অত্যন্ত জৰুৰী। পুৰন্দৰ হাজৰিকাই আজি ইমান বছৰ ধৰি বুকুৰ মাজত জ্বলাই ৰখা এই যজ্ঞৰ পূৰ্ণাহুতি দিয়াৰ কাৰণে বিক্ৰম চৌধুৰীতকৈ যোগ্য আন কোনো ব্যক্তি হ'ব নোৱাৰে। পুৰন্দৰৰ ডাঠ ওঁঠ দুখনৰ ফাকেৰে এই মুহূৰ্তত ওলাই অহা হাঁহিটো দেখাহেঁতেন যোৱা বিছ বছৰে তেওঁৰ গাৰ ছাঁৰ দৰে লাগি থকা উদয়ভানুৰো বুকুখন কঁপি উঠিলহেঁতেন।

কলিং বেলৰ ৰিম'টটো টিপি দিলে পুৰন্দৰে। মেহগনি কাঠৰ গধুৰ দুৱাৰখন ঠেলি অৰ্ডালীটো সোমাই আহিল।

মুখ নোতোলাকৈয়ে পুৰন্দৰে তাক হুকুম দিলে—বিক্ৰম চৌধুৰীক ভিতৰৰ আটাইতকৈ নিৰাপদ আলোচনা কক্ষটোলৈ লৈ যাবলৈ। পুৰন্দৰ হাজৰিকাই তেওঁৰ পাঁচপন্ন বছৰীয়া জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয়টোৰ ওপৰত সিদ্ধান্ত ল'বলৈ সেইটোতকৈ ভাল কক্ষ এই চৰকাৰী বাসগৃহৰ আৰু ক'তো নাই।

# পঞ্চত্রিছ

ভবানী বৰুবাৰ স্বাস্থ্য ভাঙি পৰিছিল। ৰাতিৰ পিছত ৰাতি টোপনি খতি হোৱাৰ উপৰি খোৱা-লোৱাতো অনিয়মীয়া হোৱাৰ কাৰণে দুৰ্বল হৈ পৰিছিল শৰীৰ। কিছু বছৰ আগৰেপৰা তেওঁ মধুমেহ আৰু উচ্চ ৰক্তচাপ ৰোগৰ কবলতো পৰিছিল। জয়ন্ত নিখোজ হোৱাৰ আগলৈকে হেমপ্ৰভাৰ আদৰ-যত্নই বেমাৰৰ কথা পাহৰাই ৰাখিছিল ভবানী বৰুৱাক। সময়মতে খোৱা, সময়মতে শোৱা, কোনো কথাত অদৰকাৰী খং-ৰাগ নকৰা, ৰাতিপুৱা-গধূলি অন্ততঃ এঘণ্টাকৈ দিখৌৰ পাৰে পাৰে খোজকঢ়া এই সকলোবোৰ ঘড়ীৰ কাঁটাৰ দৰে চলাই নিছিল মানুহজনীয়ে। পুতেক নিখোজ হোৱাৰ পিছত হেমপ্ৰভাৰ মূৰে কাম নকৰা হ'ল। গিৰিয়েকৰ কথা বাদেই, নিজৰ চুলিখিনি আঁচুৰি ল'বলৈ বা গাত লোৱা চাদৰখন সলাই ল'বলৈকো বাৰে বাৰে সোঁৱৰাই দিবলগীয়া হৈছিল চন্দ্ৰালীয়ে। কান্দি কান্দি যেতিয়া চকুৰ পানী শুকাই গ'ল, মানুহজনী য'তে-ত'তে থিয় হৈ বা বহি থকা হ'ল। মিঠা মুখৰ, অনবৰতে হাঁহিৰ ৰেশ চকুৰে-মুখে লাগি থকা সেইজনী মানুহৰ মুখৰ চেহেৰা হ'ল বিবৰ্ণ, দূৰৈৰ পাহাৰ শিখৰত নিবদ্ধ দৃষ্টি হ'ল ভাবলেশহীন। চকু হৈ পৰিল মৰা মাছৰ দৰে। মাত্ৰ কেইটামান মাহৰ ভিতৰতে নিদ্ৰাহীন শৰীৰ ভাগি পৰিল। পেটৰ ভোক, মুখৰ হাঁহি হেৰাই গ'ল। চন্দ্ৰালী অহাৰ পিছতো বিশেষ পৰিৱৰ্তন নহ'ল ভবানী বৰুৱাৰো, হেমপ্ৰভাৰো। বিজন চৌধুৰী আৰু সুপ্ৰভা সদায় আহে, কেতিয়াবা দিনটোত দুবাৰো। ভবানী বৰুৱাৰ কাৰণে চেনী-নিমখ নোহোৱাকৈ শাক-পাচলিৰ লগত সৰু মাছ দি বনাই আনে তৰকাৰী। লগত উখুৱা চাউলৰ ভাত নহ'লে শুকান ৰুটি। হেমপ্ৰভাৰ কাৰণে দাইল আৰু শ'ল নাইবা মাগুৰ মাছৰ জোল। বাঢ়ি দিয়া ভাতৰ পাত আগত লৈ আকাশ-পাতাল ভাবি ৰয় দুই নৰ-নাৰী। বিজন চৌধুৰী আৰু সুপ্ৰভাৰ হুমুনিয়াহে ঘৰটোৰ থমথমীয়া বতাহজাক আৰু গধুৰ কৰে। জোৰ কৰি এগৰাহ-দুগৰাহ ভাত মুখলৈ নিয়াই দুয়োজনৰে। চন্দ্ৰালী অহাৰ পিছত দুয়ো আশা কৰিছিল মানুহ দুটা অলপ স্বাভাৱিক হ'ব। ছোৱালীজনীয়ে বহুত কৰিছে। ডাক্তৰ-কবিৰাজ আনিছে। তেওঁলোকে লিখি দিয়া টোপনি যোৱা ঔষধ আনি দিছে দুয়োজনকে। উজাগৰে থাকি নিশাৰ প্ৰতিটো প্ৰহৰৰ হিচাপ ৰাখিছে। বাৰে বাৰে উমান লৈছে শুইছেনে মানুহ দুটা! ফুল যেন কুমলীয়া ছোৱালীজনীৰ চেহেৰা এই কেইটা দিনতে বিবৰ্ণ হৈ পৰিছে শীতৰ চিৰালফটা পৃথিবীৰ দৰে। সুপ্ৰভাৰ বুকুখনে হাহাকাৰ কৰি উঠে।

"সোনকালেই বিয়াখন পাতি তাইক লৈ আনিব লাগে। এনেদৰে আৰু কিছুদিন যাব

লাগিলে, তাইৰো অৱস্থা তেওঁলোক দুজনৰ নিচিনাই হ'বগৈ।" —সুপ্ৰভাই বিক্ৰম ৰাজধানীলৈ বুলি যোবাৰ পিছতে গিৰিয়েকক ক'লে।

"ঠিকেই কৈছা। যিমান পাৰি সোনকালেই কৰিব লাগিব কিবা এটা। সিহঁত দুটাৰ বিয়াখন লৈ ব্যস্ত হ'ব পাৰিলে মানুহ দুটাৰো মনটো ফৰকাল লাগিব।" —বিজন চৌধুৰীয়ে চিন্তা কৰি ক'লে কথাষাৰ।

"আজিযেই তেনেহ'লে কথাটো উলিযাওক আপুনি। সি ৰাজধানীৰপৰা অহাৰ পিছতে তাৰিখটো পকা কৰি পেলাওক। মানুহহালৰ এই অৱস্থা চাই থাকিব নোৱৰা হৈছোঁ আৰু।" —শোকে খুন্দা মাৰি ধৰিলে সুপ্ৰভাক। চৌধুৰী কাষ চাপি আহিল। পত্নীৰ হাত এখন নিজৰ হাতত সুমুৱাই ল'লে।

"হ'ব দিয়া। এতিয়া তুমিও তেনেখন নকৰিবা। ব'লা তালৈকে যাওঁ। কিবা এটা বনাইছা নে?" —গধুৰ হৈ পৰা পৰিবেশটো পাতল কৰিবলৈ বুলিযেই ঘৈণীযেকক ৰন্ধা-বঢ়াৰ কথা মনত পেলাই দিলে চৌধুৰীয়ে।

সুপ্ৰভাই কিবাকিবি দুটামান টিফিন কেৰিয়াৰটোত ভৰাযেই ৰাখিছিল। পিন্ধি থকা চাদৰখন সলাই ল'বলৈ বুলি শোৱনি কোঠালৈ খোজ ল'লে তেওঁ।

"টিফিনটো পাকঘৰতে থোৱা আছে। মই কাপোৰ সাজ সলাও মানে সেইটো লৈ আহক গৈ আপুনি।" —বিজন চৌধুৰীয়েও বিচাৰে যিমান সোনকালে পাৰি বিক্ৰম আৰু চন্দ্ৰালীৰ বিয়াখন পাতি দিব লাগে, ইমান বছৰে সেই এটা দিনৰ কাৰণেই দুখন ঘৰৰ চাৰিওটা মানুহে কমখন আযোজন কৰি আহিছেনে। হেমপ্ৰভা আৰু সুপ্ৰভাই পেৰা ভৰাই জীযেক-বোৱাৰীযেকৰ কাৰণে কাপোৰ আৰু অলঙ্কাৰ গোটাইছে। ভবানী বৰুৱা আৰু বিজন চৌধুৰীযে জীয়েক-পুতেকৰ ভৱিষ্যতৰ কাৰণে গোটাই থৈছে প্ৰযোজনীয মাটিবাৰী সা-সম্পত্তি। কিন্তু আজি যেতিয়া সেই বহু ইপ্সিত সময় সমাগত, সকলো আযোজন অসাৰ কৰি দুইটা পৰিয়ালক আগুৰি বহিছে সংশয় আৰু নিৰানন্দই। এষাৰ কথাও নোকোৱাকৈ ঘৰ এৰি গুচি যোৱা জযন্তৰ অনুপস্থিতিযে বিষাদময় কৰি তুলিছে ছটা মানুহৰ প্ৰতিটো ক্ষণ। বিজন চৌধুৰীৰ চিঞৰি চিঞৰি সুধিবৰ মন গ'ল অশৰীৰী সেই মহাশক্তিক, কিয় এনে হয়? তিল্‌তিলকৈ গঢ়া কল্পনাৰ কাৰেং কিয় ভাগি যায় মুহূৰ্ততে বালিঘৰৰ দৰে?

গোসাঁইঘৰত চাকিগছ জ্বলাই উঠিযেই চন্দ্ৰালী দেউতাকৰ বিছনাৰ ওচৰত থিয় হ'লহি। খিণাই-শুকাই আধা হৈ পৰা মানুহটো কাতি হৈ শুই আছিল বেৰৰ ফালে মুখ কৰি। খুব সন্তৰ্পণে তাই মাত দিলে।

"দেউতা, সন্ধিযা লাগিছে। উঠি বহকচোন।" —জীয়েকৰ মাত শুনি লাগৰ সলালে ভবানী বৰুৱাই। কোঠাত জ্বলি থকা কম শক্তিৰ বাল্বটোৰ পৰা বিচ্ছুৰিত পোহৰত পাংশু

বছৰীয়া মানুহটোক আশী বছৰীয়া বৃদ্ধৰ নিচিনা দেখা গৈছিল। হনুকিটা সোমাই যোৱা গাল দুখনৰ পোহৰ নপৰা অংশখিনি একোটাইঁত এন্ধাৰ গাঁতৰ দৰে লাগিছিল চন্দ্ৰালীৰ। কোটৰগত চকুকিটা মেলি তাইৰ মুখলৈ একেথৰে চাই থকা এই কঙ্কালসাৰ মানুহটোৱেই যে তাইৰ দেউতাক সেই কথা ভাবি ইমানদিনে অশেষ ধৈৰ্যৰে নিজকে সংযত কৰি ৰখা চন্দ্ৰালীয়ে আৰু নোৱাৰিলে ধৰি ৰাখিব পাৰ ভাঙি বৈ অহা তাইৰ চকুপানী। ভবানী বৰুৱাৰ দুৰ্বল দেহটো সাবটি ধৰি হুকহুকাই কান্দি দিলে সকলো পাহৰি। তাইৰ কান্দোনৰ শব্দ হেমপ্ৰভাৰো কাণত পৰিল। গিৰিয়েকৰ কিবা হ'ল বুলি উধাতু খাই আহিল মানুহজনী।

"কি হ'ল অ' দেউতাৰৰ?" —দুৱাৰডলিৰ পৰাই চিঞৰি দিলে মানুহজনীয়ে। মাকৰ চিঞৰ শুনি চন্দ্ৰালীয়ে নিজকে সংযত কৰিলে। হেমপ্ৰভাৰ অৱস্থাৰ কথা পাহৰিয়েই গৈছিল তাই।

কান্দোন সামৰি মাকৰ ফালে চাই লাহেকৈ উত্তৰ দিলে—"নাই, একো হোৱা নাই।"

"তেনেহ'লে এই সন্ধিয়াখন ৰাউচি জুৰিছ কিয়? নে তাৰ কিবা খবৰ পাইছে আপুনি?" —গিৰিয়েকে একেথৰে তেওঁৰ মুখলৈ চাই থকা দেখি পুতেকৰ নহ'ব লগা কিবা এটা হ'ল বুলি ধৰ্‌মৰাই উঠিল হেমপ্ৰভা।

"একো খবৰ পোৱা নাই। খবৰ দিম বুলিতো যোৱা নাই সি।" — দেউতাকে কিবা কোৱাৰ আগতেই মুখ পাতি ধৰিলে তাই। খন্তেক আগৰ আবেগ সামৰি নিজকে সংযত কৰিলে চন্দ্ৰালীয়ে। তাই দুৰ্বল হ'লে এই আধা মৰা মানুহ দুটা একেবাৰে মৰি যাব। আৰু তেতিয়া একেবাৰে অকলশৰীয়া হৈ যাব তাই এই পৃথিৱীত।

"সন্ধিয়া সময়ত বিছনাত পৰি থাকিব নেলাগে নহয়। দেউতাক অলপ বাৰাণ্ডালৈ লৈ আহক।" —অৱস্থাটো স্বাভাৱিক কৰিবলৈকে মাকক হুকুম দিলে তাই।

হেমপ্ৰভাৰ দুঃখ লাগিল জীয়েকলৈ চাই। আলাসৰ লাৰু আছিল তাই ভবানী বৰুৱাৰ। কিন্তু সৰগৰ পৰী যেন ছোৱালীজনীৰ কি অৱস্থা কৰিছে তেওঁলোকে! হঠাতে খং উঠিল হেমপ্ৰভাৰ।

"উঠক। এই বয়সতে বিছনা ল'ব নেলাগে। যি গৈছে নিজৰ খুচীত গৈছে। আপোনাৰ, মোৰ, তাইৰ কাৰো কথা ভবা নাই সি।

তেনেহ'লে তাৰ কথা ভাবি মৰো কিয় আমি? এই হেন জীয়া গাভৰু ছোৱালীজনীক আমি আজি অত দিন জীয়াতু ভোগাইছোঁ। কি অধিকাৰ আছে তাইক এনেদৰে জীয়াই জীয়াই কবৰ দিয়াৰ? চাওঁ, উঠক। বাহিৰলৈ ব'লক।"

ক'ৰপৰা হেমপ্ৰভাৰ গালৈ মুহূৰ্ততে ইমান শক্তি আহিল তেওঁ গমেই নেপালে। গিৰিয়েকৰ পিঠিত ধৰি বিছনাৰপৰা নমাই আনিলে হাৱাই চেণ্ডেলযোৰ ভৰিত সুমুৱাই দি লাহে লাহে বাৰাণ্ডালৈ উলিয়াই আনিলে ভবানী বৰুৱাক মানুহজনীয়ে।

কেইবা সপ্তাহৰো পিছত ভবানী বৰুৱা বাৰাণ্ডালৈ ওলাল। মূৰটো অকণমান ঘূৰাব খুজিছিল প্ৰথম দুখোজমান দিওঁতে। হেমপ্ৰভাই দুযোখন হাতেৰে সাবটি ধৰি আছিল গিৰিযেকৰ কঁকালত। দুৱাৰডলি পাৰ হোৱাৰ পিছতে আচন্দ্ৰাই ভাবটো আঁতৰি গৈছিল ভবানী বৰুৱাৰ। সন্ধিয়াৰ জুৰ বতাহ লাগিছিল গাত। ইমান দিনৰ পিছত মুকলি বতাহত উশাহ লৈ শৰীৰৰ অৱশ ভাবটো আঁতৰি যোৱা যেন অনুভৱ হৈছিল তেওঁৰ।

চন্দ্ৰালীয়ে তিনি কাপ চাহ বনাই আনিলে। দেউতাক বহা আৰামী চকীখনৰ ওচৰতে এখন টিপযত তাই চাহ তিনি কাপ থ'লে। হেমপ্ৰভাই মূঢ়া দুটা আনি এটা জীয়েকলৈ আগবঢ়াই দিলে।

"চাহ খাওক।" —গিৰিযেকৰ হাতত চাহ কাপ তুলি দি নিজৰ কাপটোও হাতত ল'লে। থৰক-বৰক হাতেৰে বৰুৱাই চাহ কাপ মুখত দিলে। চন্দ্ৰালীয়ে দেউতাকৰ হাতখন তাইৰ হাতৰ মুঠিত তুলি ধৰিলে।

"গৰম নেকি অ'।" —কেইবাদিনৰ মূৰত মাত ওলাল ভবানী বৰুৱাৰ। হেমপ্ৰভাৰ চকুপানী ওলাব খুজিছিল। চন্দ্ৰালী আৰু গিৰিযেকৰপৰা লুকুৱাই হাতৰ ঠাৰিৰে মচি পেলালে অবাধ্য হ'ব খোজা চকুপানীখিনি। বহুত কান্দিলে তেওঁ। আৰু নেকান্দে এইদৰে মুহূৰ্তে মুহূৰ্তে। জীয়াই থাকিবলৈ হ'লে চকুপানী মচিব লাগিব। চন্দ্ৰালীৰ কাৰণে, বিক্ৰমৰ কাৰণে গিৰিযেক আৰু নিজৰ কাৰণে। বিক্ৰমে প্ৰস্তাৱ দিছে, চন্দ্ৰালীৰ লগত আৰম্ভ কৰিব খোজে সিহঁতৰ নতুন সংসাৰ। যি গ'ল সি সোঁৱৰণি হৈ থাকক। যি আছে সিয়েইতো বাস্তৱ। তেজ-মঙহ, হাঁহি-কান্দোন, সুখ-দুখৰ শ্বাশ্বত অবযব।

"কেতিয়া ঘূৰিব অ' সি?" —চাহৰ কাপত সোহা মাৰি এইবাৰ বিক্ৰমৰ খবৰ জীয়েকক সুধিলে হেমপ্ৰভাই।

দেউতাকক চাহ খুওৱাত ব্যস্ত আছিল চন্দ্ৰালী। মাকৰ প্ৰশ্ন শুনি বিক্ৰমে দিয়া প্ৰস্তাৱটোৰ কথা আকৌ তাইৰ মনত পৰিল। মাক-দেউতাকৰ এই অৱস্থাই তাইক এনেদৰে বিহ্বল কৰি তুলিছিল যে জনা-বুজা হোৱাৰেপৰা ভালপাই অহা ল'ৰাটোৱে দিয়া বহু আকাংক্ষিত প্ৰস্তাৱটোৱেও মনলৈ অকণমান সুখৰ অনুভূতি আনিবপৰা নাছিল তাইৰ। দুঃখৰ কি অসীম শক্তি। সকলো আনন্দ, সকলো স্বপ্ন, সকলো আশা আৰু সকলো অনুভূতি এনেদৰেই মৰি যায় যেতিয়া দুঃখৰ ক'লা এন্ধাৰে মানুহৰ হৃদয় আবৰি ধৰে। শৰীৰ, মন সকলো কাবু কৰি পেলায় তাৰ বজ্ৰ কঠোৰ হাতৰ মুঠিৰে। কলিজাৰ কেঁচা তেজ শুহি খায় পিশাচৰ দৰে। সকলো হাঁহি, সকলো পোহৰ কাঢ়ি নি এন্ধাৰ গুহাত নিক্ষেপ কৰে মানুহক। ভবানী বৰুৱা আৰু হেমপ্ৰভাৰ মুখলৈ চালে আকৌ এবাৰ চন্দ্ৰালীয়ে। বিক্ৰমৰ প্ৰস্তাৱে দুঃখৰ অথাই সাগৰত এচেৰেঙা সুখৰ পোহৰ পাৰিবনে পেলাব? এই দুই নৰ নাৰীৰ মনত জীয়াই থকাৰ কাৰণে পাৰিবনে যোগাব এধানি শক্তি, আনি দিব পাৰিবনে [illegible]

নামৰ অমৃত কুণ্ডৰ পৰা অমৃতৰ এটি ক্ষুদ্ৰাতিক্ষুদ্ৰ কণিকা ? পাৰিবনে হেমপ্ৰভাই বিক্ৰমক হেৰাই যোৱা পুতেকৰ স্থান দি বুকুৰ মাজত সাবটি ল'বলৈ ? ভবানী বৰুৱাই জয়ন্তক দিয়া বুকুৰ উমেৰে উমাল কৰিব পাৰিবনে বিক্ৰমৰো অনাগত ভৱিষ্যৎ ?

গাঁৱৰ নামঘৰত ডবা-কাঁহ বাজি উঠিল। কাষতে থকা শিৱ মন্দিৰতো পূজাৰীয়ে বজালে মাঙ্গলিক ঘণ্টাধ্বনি। জীয়েকে খুৱাই দিয়া চাহকাপত শেষ সোহাটো মাৰি গাটো লৰাই-চৰাই বহিল ভবানী বৰুৱা।

"ঠিকেই কৈছা তোমালোকে। তাৰ মন-মগজুৱে যিটো ভাল বুলি ভাবিছে তাকেই কৰিছে সি। দেশ স্বাধীন কৰিম বুলি ওলাই গৈছে জীৱন তুচ্ছ কৰি। তাৰ তুলনাত আই-বোপাই, বাই-ভনী, বন্ধু-বান্ধৱৰ সম্পৰ্ক তেনেই নগণ্য। কিয় চিন্তা কৰিব সি আমাৰ কথা ? এইবোৰ অহেতুক চিন্তাক তাৰ ভৰিত শিকলি বান্ধিবলৈ দিবই বা কিয় ? ময়ো আৰু নকৰোঁ অনাৱশ্যক চিন্তা। তুমিও এৰি দিয়া তাৰ কাৰণে পদূলিলৈ বাৰে বাৰে অহা-যোৱা কৰা।" ---শেষৰ কথাষাৰ বৰুৱাই জীয়েকৰ পিনে চাই ক'লে যদিও হেমপ্ৰভাই বুজিলে গিৰিয়েকে তেওঁকহে সাৱধান কৰি দিছে। এটা হুমুনিয়াহ ওলাই আহিল হেমপ্ৰভাৰ। এৰা, যি গ'ল তাৰ কথা ভাবি দিন-ৰাতি একাকাৰ কৰাতকৈ যি আছে তাকেই বুকুত সাবটি ধৰেই মঙ্গল কামনা কৰাতেইতো মাতৃত্বৰ সাৰ্থকতা। এটা সম্ভৱনাপূৰ্ণ ভৱিষ্যতৰ প্ৰতিশ্ৰুতিৰে তেওঁলোক দুয়োৰে জীৱন পোহৰাই ৰখা এই ছোৱালীজনীৰ গোটেই জীৱনটো দুঃখৰ সাগৰত ভহাই দিয়াৰ অধিকাৰ ভবানী বৰুৱা, হেমপ্ৰভা, জয়ন্ত কাৰোৱেই নাই।

আবেলিৰ বেলি লহিয়াইছিল। পশ্চিমৰ আকাশ সাত ৰঙেৰে ৰাঙলী কৰি সূৰ্যদেৱ নিশাটোৰ বাবে জিৰণি ল'বলৈ প্ৰস্তুত হৈছিল।

"মহবোৰে বৰকৈ কামুৰিছে। ভিতৰলৈকে ব'লক নহ'লে।" —হাতৰ বিচনীখনেৰে মহবোৰ খেদি খেদি হেমপ্ৰভাই গিৰিয়েকৰ কান্ধত হাত থ'লে।

"অলপ ৰ'বাচোন। বহুত দিনৰ মূৰত গাত অকণমান মুকলি বতাহ লগাবৰ মন গৈছে। বিজন আৰু সুপ্ৰভা আহিবই এতিয়া। বিক্ৰম কেতিয়ামানে ওভতে বা ?" আকৌ সুধিলে বিক্ৰমৰ খবৰ ভবানী বৰুৱাই।

"জানো তাইহে জানিব পাৰে।" —হেমপ্ৰভাই ইতিমধ্যে খালী হোৱা চাহৰ কাপকিটা লৈ ভিতৰলৈ সোমাই যোৱা চন্দ্ৰালীৰ ফালে চাই ক'লে।

"আজি বিজনৰ লগত বহি কথাখিনি ভালকৈ আলোচনা কৰোঁ দিয়া। দিন-বাৰ চাই তাৰিখ এটা ঠিক কৰি পেলাব লাগে অতি সোনকালে।"

"তাইক নিজৰ সংসাৰখন আৰম্ভ কৰাই দিয়ালৈকে আমাৰ দায়িত্ব। তাৰ পিছত সুপ্ৰভাহঁতৰ।" —মনটো মুকলি লাগিল হেমপ্ৰভাৰ।

আকাশলৈ চালে ভবানী বৰুৱাই। পৰিষ্কাৰ আকাশত জোন ওলাইছিল। ইমান দিনে

সময়ৰ হিচাপ ৰাখিবলৈ পাহৰি যোৱা মানুহটোৱে আঙুলিৰ মূৰত পাৰ হৈ যোৱা দিনবোৰ গণনা কৰিলে। হেমপ্ৰভাই পদূলি মূৰলৈ চাই পঠিয়ালে। এজাক স্নিগ্ধ জোনাক গায়ে-মুখে সানি দুগৰাকী দেৱদূতৰ দৰে সোমাই আহিছিল বিজন চৌধুৰী আৰু সুপ্ৰভা।

# শেষ পৃষ্ঠা

সুদীৰ্ঘ চাৰিবছৰ পুৰন্দৰৰ ঘৰলৈ অহা-যোৱা কৰিছে বিক্ৰমে। বিভিন্ন বিষয়ৰ আলোচনাত ভাগ লৈছে। প্ৰথমে কেবিনেট মন্ত্ৰী হিচাপে থকা ঘৰটোকেই এতিয়াও ব্যৱহাৰ কৰি আছে হাজৰিকাই কাম কৰা ল'ৰাটোৱে বৈঠকখানাৰপৰা ভিতৰৰ আচুতীয়া কোঠালৈ আগবঢ়াই নি থাকোঁতে বিক্ৰমে লক্ষ্য কৰিলে কেইবাটাও নতুন কোঠাৰ সংযোজন হৈছে ঘৰটোত। আচবাব পত্ৰও বাঢ়িছে। দুটামান কোঠা বিভিন্ন অনুষ্ঠান আৰু ব্যক্তিয়ে দিয়া উপহাৰেৰে ঠাহ খাই আছে। হাজোৰ অসমীয়া শিল্পীয়ে বনোবা ফুলকটা শৰাই আৰু জাপিৰ লগতে শাৰী পৃৰাইছে মুৰাদাবাদী কাৰখানাত বনোৱা শৰাই আৰু তামুলী বঁটাই। নুমলীগড়, গোলাঘাটত বনোৱা কাঠৰ গড, হাতীৰ লগত একেলগে ঠাই পাইছে দিল্লী, হায়দৰাবাদত বনোৱা ধাতুৰ ম'ৰা, ড্ৰেগন আৰু ডাইনোচৰে। শীততাপ নিয়ন্ত্ৰিত ঘৰটোৰ কৰিড'ৰত নিয়ন চাকিৰ শেঁতা পোহৰ। বাহিৰৰ গৰমে উতলাই পেলোৱা তাৰ শৰীৰত শীতৰ এই কৃত্ৰিম স্পৰ্শ এটা সৰীসৃপৰ স্পৰ্শৰ দৰে যেন অনুভৱ হ'ল বিক্ৰমৰ। গাটো জিকাৰি প্ৰতিডাল নোম ডাং খাই উঠিল মুহূৰ্ততে।

"আপুনি খন্তেক বহক।" —কাম কৰা ল'ৰাটোৱে দুৱাৰখন মেলি ধৰিলে।

আপেক্ষিকভাৱে সৰু কোঠা এটা। মন্ত্ৰী আৰু জ্যেষ্ঠ বিষয়াসকলৰ কাৰণে বনোৱা চৰকাৰী বাসগৃহৰ কোঠাবোৰ সাধাৰণতে যথেষ্ট ডাঙৰ। খুব বেছি আঠ ফুট ইনটু ছয় ফুট জোখৰ এইটো কোঠা নিশ্চয় পুৰন্দৰৰ নিৰ্দেশতে বনোৱা হৈছে নিভৃত আৰু একান্ত ব্যক্তিগত ব্যৱহাৰৰ কাৰণে। বিক্ৰমে চকু ফুৰালে। কোঠাটোত এখন সৰু চেক্ৰেটেৰীয়েট টেবুল। পুৰন্দৰ বহা চুইভেল চকীখনৰ বাহিৰে আৰু মাত্ৰ দুখন চকী আছে ভিজিটৰ বহিবৰ বাবে। প্লাইব'ৰ্ড মাৰি কোঠাটোৰ বেৰকিখন এনেদৰে মসৃণ কৰা হৈছে যে সামান্য ধূলিকণা এটাও তাত লাগি থাকিব নোৱাৰে। চুইভেল চকীখনৰ পিছফালে থকা এপটীয়া দুৱাৰখন যে কেৱল পুৰন্দৰৰ ব্যৱহাৰৰ কাৰণে সেয়া সি দুৱাৰখনৰ অৱস্থানৰপৰাই অনুমান কৰিলে।

অলপ ইতস্ততঃ কৰিলে বিক্ৰমে। আকৌ এবাৰ বাঘৰ গড়ালত সোমাবলৈ আহি সি নিজৰ মূৰ্খামিৰ পৰিচয় দিয়া নাইতো?

কিন্তু চন্দ্ৰালী?

ভবানী বৰুৱা আৰু হেমপ্ৰভা?

বিজন চৌধুৰী আৰু সুপ্ৰভাব লগতে সুন্দৰপুৰ আৰু সুন্দৰপুৰৰ দৰে হাজাৰখন

গাঁবৰ জযন্ত আৰু তাৰ নিচিনা উঠি অহা ডেকা ল'ৰা'বোৰ সমাজখন তথা দেশৰ উত্তৰ পূবৰ এই সমগ্ৰ অঞ্চলটোৰে নিৰাপত্তা?

দুবাৰ ধৰি থিয় হৈ থকা ল'ৰাটোৰ বোধহয় আমনি লাগিছিল অলপ বিৰক্তি ... ক'লে সি—"দুবাৰডলিতে থিয় হৈ থাকিব নেকি? ছাৰে আপোনাক বহিবলৈ কৈছে"

"নবহোঁ মই।"

হঠাৎ বিক্ৰমৰ চকুৰ সন্মুখৰ এন্ধাৰখিনি আঁতৰি গ'ল। পুৰন্দৰ হাজৰিকাৰ শীত তাপ নিযন্ত্ৰিত শৈতা নিযনৰ পোহৰ পৰি সেমেকি থকা কৰিড'ৰটোৰ প্লাইব'ৰ্ডৰ নিমজ ... বৰ আৰু এছ্বেষ্টচৰ ফলচ্ চিলিং ভেদ কৰি উজ্জ্বল সূৰ্যালোকেৰে উদ্ভাসিত হৈ উঠিল তাৰ চৌদিশ। সেই পোহৰত সি দেখা পালে দুই কোটি সাধাৰণ মানুহৰ দীপ্ত চকু আৰু উজ্জ্বল মুখ। প্ৰকৃতিৰ সন্তান এই মানুহে আপোন শ্ৰমেৰে ধৰিত্ৰীক শস্য শ্যামলা কৰিছে। পৰ্বত কন্দৰৰ এন্ধাৰ গুহাত আবিষ্কাৰ আৰু উদ্ধাৰ কৰিছে সোণ হীৰা, তেল আৰু কয়লাৰ খনি। ... টল সমুদ্ৰৰ বুকুৰপৰা উদ্ধাৰ কৰিছে মুকুতামণি। নিৰন্তৰ সাধনাৰে বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাক মানুহৰ সৰ্বাঙ্গীন বিকাশ আৰু উত্তৰোত্তৰ শ্ৰীবৃদ্ধিৰ কাৰণে নিয়োজিত কৰি ... নৰ জীৱনৰ সমৃদ্ধ কৰিছে। কোনো দুৰ্যোধন, কোনো নীৰো কোনো নাদিৰ শ্বাহে মানুহৰ এই বিজয় যাত্ৰাক ৰুধিবপৰা নাই। বন্ধ কৰিবপৰা নাই উৎকৰ্ষৰপৰা উৎকৰ্ষলৈ মানুহৰ এই অবিৰত যাত্ৰা।

তেনেহ'লে সি কিয় থিয় হ'ব ভিক্ষাৰ জোলোঙা লৈ পুৰন্দৰৰ সন্মুখত?

কি সাধ্য আছে পুৰন্দৰৰ এটা জাতি, এখন সমাজ, এখন দেশ সৰ্বোপৰি দুই কোটি মানুহৰ অস্তিত্ব নিঃশেষ কৰিবলৈ?

আছেনে শক্তি তেওঁৰ এই দুই কোটি মানুহৰ সমস্বৰ ৰোধ কৰিবলৈ?

পাৰিছিলনে আলেকজেণ্ডাৰে বিশ্ব জয় কৰাৰ পিছতো সমগ্ৰ বিশ্বৰ মেছিডনৰ ৰূপ দিবলৈ?

পাৰিলেনে হিটলাৰে যাঠি লাখ ইহুদীক হত্যা কৰিও ইজৰাইলৰ সৃষ্টি ব্যাহত কৰিবলৈ?

পুৰন্দৰ হাজৰিকাৰ ভিজিটৰ ৰূমত তেতিয়াও বহি আছিল আৰু কেইবাজনো দৰ্শন প্ৰাৰ্থী। বিক্ৰমক তেনেকৈ ওলাই অহা দেখি তাৰে দুজনমানে মূৰ তুলি তাৰ ফালে চালে।

বিক্ৰমে তাৰ শৰীৰত এটা নতুন শক্তি অনুভৱ কৰিলে সুন্দৰপুৰৰপৰাই সি আৰম্ভ কৰিব তাৰ নতুন যাত্ৰা। পুৰন্দৰৰ ওচৰত হাত পাতি নহয়, সুন্দৰপুৰৰ ৰাইজৰ সহযোগত। পুৰন্দৰ আৰু উদয়ভানুৰ নিচিনা মানুহবোৰক সাহস আৰু সততাৰে প্ৰত্যাহ্বান জনাব লাগিব প্ৰত্যাহ্বান জনাব লাগিব স্বাধীনতা আৰু সাৰ্বভৌমত্বৰ কথা কৈ হত্যা অপহৰণ আৰু লুটপাতৰ ৰাজনীতি কৰা জয়ন্তহঁতকো।

পুৰন্দৰ হাজৰিকাৰ চৰকাৰী বাসগৃহৰ দুৱাৰডলি পাৰ হৈ পুৰন্দৰ ... সি ... ক্ৰোধৰ ...

কৰি দিলে। তাৰ পিছে পিছে আহি থকা কাম কৰা ল'ৰাটোৱে দুৱাৰখন খুলিব খুজিও ৰৈ গ'ল। বহুত দিনৰ মূৰত সি এনে এটা দৃশ্য দেখিলে। পুৰন্দৰ হাজৰিকাৰ সন্মুখত পাতিব খোজা ভিক্ষাৰ জোলোঙা দলিয়াই দি এইমাত্ৰ ওলাই যোৱা ল'ৰাটোৰ অপসৃয়মান অবয়ৱটোৱে ল'ৰাটোক এটা অদ্ভুত তৃপ্তি দিলে।

পুৰন্দৰ হাজৰিকাৰ ভৃত্য হিচাপে যোৱা দহ বছৰে কাম কৰি থকা পঁচিছ-ছাব্বিছ বছৰীয়া ল'ৰাটোৰ মুখখন এটা স্মিত হাঁহিয়ে পোহৰাই তুলিলে।

সিও ওলাই আহিল চোতাললৈ। উজ্জ্বল সূৰ্যালোকেৰে তাৰ শেঁতা পৰা শৰীৰটো আকৌ এবাৰ উজ্বলাই তুলিবলৈ।

---